# যুগনায়ক শঙ্কৰদেৱ



ডিম্বেশ্বৰ নেওগ

শুৱনী প্ৰকাশ
দিশপুৰ ঃ গুৱাহাটী - ৭৮১০০৫

YUGNĀYAK ŚANKARDEVA—A critical study on Mahapurusha Śankardeva, Pioneer Vaishnava Saint of Assam by late Dimbeswar Neog, Renowned Literateur of Assam and published by Xuwani Prakash, Dispur, Guwahati—781005 (Assam), September, 1996.

**প্ৰকাশক**

শুৱনী প্ৰকাশ

দিশপুৰ, গুৱাহাটী—৭৮১০০৫

**পৰিবেশক**

নন্দন প্ৰকাশ

আজলীতৰা ভৱন

দিশপুৰ, গুৱাহাটী—৭৮১০০৫

তৃতীয় তাঙৰণ

৫৪৮ শঙ্কৰাব্দ

মূল্য ঃ এশ আশী টকা (১৮০.০০ টকা)

**মুদ্ৰক ঃ**

শৰাইঘাট ফটো টাইপচ্

উদ্যোগ পাম

বামুণীমৈদাম

গুৱাহাটী—৭৮১০২১

# প্ৰথম প্ৰকাশকৰ নিবেদন

প্ৰাতঃস্মৰণীয় লক্ষ্মীনাথ বেজবৰুৱাৰ পাচত পঢ়াশলীয়া জীৱনৰ পৰা যোৱা আধা শতিকা কাল গভীৰ শ্ৰদ্ধা আৰু ঐকান্তিক নিষ্ঠাৰে আশাশুধীয়াকৈ একেৰাহে মহাপুৰুষীয়া তথা অসমীয়া সাহিত্য তুলনামূলকভাৱে অধ্যয়ন কৰি অহা এই গ্ৰন্থকাৰৰ চৰ্চাৰ প্ৰায় পৰিসমাপ্তিমূলক এই গ্ৰন্থখনি প্ৰকাশ কৰিবলৈ পাই আমি অতি গৌৰবান্বিত বোধ কৰিছোঁ।

শঙ্কৰদেৱ তথা মহাপুৰুষীয়া সাহিত্য-চৰ্চাৰ জনক স্বৰ্গীয় বেজবৰুৱাই বৰ্তমান শতিকাৰ দ্বিতীয় দশকৰ পৰাই তেওঁৰ আলোচনাৰ পাতনি মেলে। ১৯১১ চনত তেওঁৰ 'শঙ্কৰদেৱ' আৰু ১৯১৪ চনত 'শঙ্কৰদেৱ আৰু মাধৱদেৱ' প্ৰকাশিত হোৱাৰ উপৰি তেওঁৰ সম্পাদিত 'বাঁহী'ত যোৱা তৃতীয় দশকৰ শেষলৈকে অলেখ প্ৰবন্ধ আৰু আলোচনা ওলায়। কোৱা বাহুল্য মহাপুৰুষীয়া ধৰ্ম আৰু সাহিত্যৰ আলোচনাৰ এয়ে মূল ভেঁটি; আৰু বৰ্তমান গ্ৰন্থকাৰক এই ক্ষেত্ৰত বেজবৰুৱাৰ উত্তৰাধিকাৰী বুলি আমি ধৰিব পাৰোঁ।

কিন্তু প্ৰাচীন গ্ৰীচৰ চিন্তা-জগতত প্লেটো আৰু তেওঁৰ শিষ্য এৰিষ্টটোল বা প্ৰাচীন ধৰ্মজগতত অদ্বৈতবাদী শঙ্কৰাচাৰ্য্য আৰু তেওঁৰ উত্তৰাধিকাৰী বিশিষ্টাদ্বৈতবাদী ৰামানুজাচাৰ্য্যৰ সামান্য মতানৈক্যৰ দৰে বেজবৰুৱা আৰু বৰ্তমান গ্ৰন্থকাৰৰ বিচাৰ-পদ্ধতিত সামান্য পাৰ্থক্য দেখিবলৈ পোৱা হয়। এই প্ৰভেদ ব্যক্তিগত নিশ্চয় নহয়, ই কেৱল ৰীতিগত। বেজবৰুৱাই যি সময়ত গবেষণা আৰম্ভ কৰে তেতিয়া বৈজ্ঞানিক পদ্ধতি ভালদৰে বিকশিত হোৱা নাছিল; বৰ্তমান গ্ৰন্থকাৰে বিকশিত বিজ্ঞান-সম্মত পদ্ধতিৰ সুবিধা পাই তাৰ প্ৰয়োগ কৰিছে, ইমানেই।

লিখক মহাপুৰুষীয়া ধৰ্ম আৰু সাহিত্যৰ এগৰাকী বিশিষ্ট সমালোচক। উক্ত বিষয়ে গ্ৰন্থকাৰৰ অসমীয়া আৰু ইংৰাজীত অসংখ্য প্ৰবন্ধৰ উপৰিও ১৯৪০ ত "বৈষ্ণৱ ধৰ্মৰ আঁতিগুৰি", ১৯৪১ ত "বৈষ্ণৱ ধৰ্মৰ ভক্তিতত্ত্ব", ১৯৪২ ত "বৈষ্ণৱ ধৰ্মৰ ক্ৰমবিস্তাৰ", ১৯৫০ ত Mahapurusism, a universal Religion আৰু ১৯৫২ত "বৈষ্ণৱ ধৰ্মৰ আঁতিগুৰি (বিস্তৃত) আৰু ১৯৬৪ ত Jagat-Guru Sankardew, the Founder of Mahapurusism গ্ৰন্থ প্ৰকাশিত হয়। অসম সাহিত্য সভাৰ সভাপতি (১৯৬৫-৬৬) হোৱাৰ আগতে তেখেত কেইবাবছৰো "অসম শঙ্কৰদেৱ সঙ্ঘৰ" স্থায়ী সভাপতি আছিল, আৰু তাৰো আগতে ১৯৪০ ত যোৰহাটত "শঙ্কৰদেৱ শিক্ষালয়"ৰ প্ৰতিষ্ঠাপক-সভাপতি হৈছিল।

অতি সন্তোষৰ বিষয়, বৰ্তমান গ্ৰন্থত এক সম্পূৰ্ণ নতুন দৃষ্টি-ভঙ্গীৰ পৰা তেখেতে শঙ্কৰদেৱৰ আলোচনা কৰিছে। বহুতে যেনেকৈ অজ্ঞানতাবশতঃ শঙ্কৰদেৱৰ শুক বিচাৰ কৰে, আন বহুতেই তেনেকৈ এক ভ্ৰান্ত ধাৰণাৰ বশবৰ্তী হৈ শঙ্কৰদেৱ দ্বৈতবাদী নে অদ্বৈতবাদী, বিশিষ্টাদ্বৈতবাদী নে দ্বৈতাদ্বৈতবাদী, আদি প্ৰশ্ন কৰে।

-তেওঁলোকৰ এই বিবেচনা নাই যে নিজা অনুভৱ আৰু স্বকীয় মত নাথাকিলে প্ৰকৃত গুৰু হ'ব নোৱাৰি, আৰু বিভিন্ন আচাৰ্য্যৰ মতাৱলম্বীসকল সেই সকলৰ বহুতীয়া, কোনো গুৰু নহয়। গ্ৰন্থকাৰে তেখেতৰ Jagat-Guru Sankardew গ্ৰন্থত এই মত ভালদৰে প্ৰতিষ্ঠা কৰিছে যে শঙ্কৰদেৱৰ মত আচাৰ্যসকলৰ প্ৰচাৰিত মতৰ ভিতৰুৱা যে নহয়েই, যি বেদান্ত-সূত্ৰৰ ভাষ্য লিখি এই আচাৰ্য্যসকলে নিজ মত প্ৰতিষ্ঠা কৰিবৰ প্ৰয়াস পাইছিল স্বয়ং সেই বেদান্তৰ ব্ৰহ্মবাদৰ ওপৰতে শঙ্কৰদেৱে স্বতন্ত্ৰ মত ঘোষণা কৰিছে।

ততোধিক সুখৰ কথা, গ্ৰন্থকাৰে গতানুগতিকভাৱে অকল বৈষ্ণৱ মতৰ আলোচনাৰ ভিতৰতে আৱদ্ধ নাথাকি পৃথিৱীৰ পাঁচটা বৃহত্তম ধৰ্মৰ সাৰ-মৰ্ম অধিকাৰিত্বসম্পন্ন আৰু বিজ্ঞানসম্মতভাৱে ফঁহিয়াই দেখুৱাই তাৰ পাচত ভাৰতবৰ্ষৰ বিভিন্ন ধৰ্ম-আন্দোলন ব্যাপক ভাৱে আলোচনা কৰি এই সকলোবোৰৰ পোহৰত শঙ্কৰদেৱৰ ধৰ্ম মতৰ অৱতাৰণা কৰিছে। গ্ৰন্থকাৰে আৰু স্পষ্টকৈ দেখুৱাইছে, বহুতে ভুলকৈ ভবা দৰে অসমত বৈষ্ণৱ ধৰ্মৰ ভিন্ ভিন্ সুতি কেতিয়াও বোৱা নাছিল; একে মহাপুৰুষীয়া ধৰ্মকে পৰবৰ্তী কালত বিভিন্ন প্ৰচাৰকে নিজ ৰুচি অনুযায়ী প্ৰচাৰ কৰিব পাৰে বা কালক্ৰমত আপুনি সেইবোৰ অলপ লৰচৰ হ'ব পাৰে, ইমানেই; কিয়নো "ভিন্ন ৰুচিঃ হি লোকাঃ।" বৈদিক ধৰ্ম শাক্ত শৈৱ আদি ভাগত, বৌদ্ধ ধৰ্ম বজ্ৰযান, হীনযান, মহাযান ৰূপত, খৃষ্টান ধৰ্ম কেথলিক প্ৰটেষ্টান্ট গঢ়ত, মুছলমান ধৰ্মও ছিয়া-ছুন্নিৰ উপৰি আধুনিক ন ন ভাগত বিভক্ত হৈও চিৰকাল জীয়াই আছে। মহাপুৰুষীয়া ধৰ্মৰো বৰ্তমান বিভিন্ন সুতিয়ে এই ধৰ্মৰ ব্যাপকতা আৰু দীৰ্ঘজীৱনৰ সূচনা কৰে বুলি গ্ৰন্থকাৰে ভাৱে; গতিকে তাত বিভীষিকা দেখিবৰ কাৰণ নাই বুলি কয়। কালৰ গতিত বিভিন্ন ৰুচিৰ যোগান ধৰি দামোদৰীয়া-হৰিদেৱী প্ৰভৃতি গ্ৰন্থই আকোৱালি নোলোৱা হ'লে সেই পন্থ-অৱলম্বীসকল মহাপুৰুষীয়া ধৰ্মৰে বাহিৰ হৈ যাবৰ আশঙ্কা আছিল। ইংৰাজ শাসন আৰু খৃষ্ট ধৰ্মৰ সংঘৰ্ষত বৈদিক ধৰ্ম খুন্দা-খুন্দলি খাই ভাগি যাবৰ উপক্ৰম হোৱা পৰিস্থিতিত দূৰদৰ্শী ৰামমোহন ৰায়ে ব্ৰাহ্ম-ধৰ্ম উদ্ভাৱন নকৰা হ'লে অন্ততঃ সেই কালত ভাৰতীয় সমাজত লেখৰ আৰু বুজন এক অংশই ভাৰতীয় ধৰ্মৰ পৰাই একেবাৰে ফাটি গ'লহেঁতেন যে সন্দেহ নাই। তেনেকৈয়ে মহাপুৰুষীয়া প্ৰচাৰক দামোদৰদেৱ, হৰিদেৱ প্ৰভৃতিয়ে সেই কালত ভাঙনমুখী হোৱাৰ পৰা মহাপুৰুষীয়া ধৰ্মক ৰক্ষা কৰিলে আৰু ইয়াক সুদূৰব্যাপী কৰি সমাজত ইয়াৰ পৰিসৰ বঢ়ালে। গতিকে এই বিভিন্ন পন্থবোৰ পৰস্পৰৰ পৰিপূৰক বুলি জানি ভেদ-অসূয়া আদি বৰ্জন কৰিব লাগে।

এই গ্ৰন্থৰ আৰু এক বৰগুণ হ'ল ইয়াৰ বিশিষ্ট বিচাৰ-পদ্ধতি। মতানৈক্য বিষয়ত আমি কিম্বদন্তি মানিম নে চৰিত মানিম, বা চৰিতবোৰৰ অমিল হ'লে কোনখন চৰিতৰ কথা গ্ৰহণীয় বা বৰ্জনীয় বুলি ধৰিম, বা চৰিত আৰু মূল পুথিৰ ভিতৰত অমিল হ'লে ক'ত প্ৰাধান্য দিয়া হ'ব, আৰু পাঠান্তৰৰ বিবাদ থাকিলে তাৰ মীমাংসা

কিদৰে কৰা হ'ব এনে বাৰ-বুৰি প্ৰশ্নৰ বৈজ্ঞানিক সিদ্ধান্ত গ্ৰন্থকাৰে অন্যান্য ধৰ্মৰ বিচাৰ-পদ্ধতিৰ লগত তুলনা কৰি আমাক দিছে। এনে ভালেমান কাৰণত এই গ্ৰন্থই মহাপুৰুষীয়া ধৰ্মৰ আৰু শঙ্কৰদেৱৰ মতবাদ সম্পৰ্কে সকলো বিবাদৰ নিৰাকৰণ কৰি এক সমিল-মিলৰ চৰম মীমাংসাৰ ভেটিত আমাক থিয় কৰিছে।

অকল ইমানেই নহয়, মহাপুৰুষীয়া আৰু সংশ্লিষ্ট সকলো ধৰ্মৰ মতামত সেইবোৰৰ মূলে সৈতে ব্যাপকভাবে উল্লেখ কৰি দি পঢ়ুৱৈয়ে নিজৰ মনৰ সকলো শঙ্কা আৰু খৰচি যাতে নিজেই মাৰি লব পাৰে তাৰ কাৰণে হাতে ঢুকি পোৱা-নোপোৱা সকলো শাস্ত্ৰৰ বিপুল উদ্ধৃতি দি গ্ৰন্থখনিক অকল বুৰঞ্জী বা সমালোচনা পুথিয়েই নহয়, ধৰ্ম-শাস্ত্ৰৰ এক ব্যাপক সংগ্ৰহ-পুথিৰো ৰূপ দিছে। আমি অতি আনন্দ, গৌৰৱ আৰু শ্ৰদ্ধাৰে সেই দেখি ইয়াক পঢ়ুৱৈ সমাজলৈ আগবঢ়ালোঁ; আশাকৰোঁ ইয়াক সদৌৱে সাদৰে গ্ৰহণ কৰিব।

শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা

# তৃতীয় তাঙৰণৰ নিবেদন

'যুগনায়ক শঙ্কৰদেৱ'ৰ ক্ৰমশঃ বাঢ়ি অহা প্ৰয়োজনীয়তাৰ প্ৰতি লক্ষ্য ৰাখি ইয়াৰ তৃতীয় তাঙৰণ সহৃদয় পাঠক সমাজৰ মাজলৈ আগবঢ়োৱা হ'ল। বৰ্তমানে আৰু ভৱিষ্যতেও শঙ্কৰদেৱৰ বহল অধ্যয়নত এই গ্ৰন্থই অনুসন্ধানৰ ক্ষেত্ৰত প্ৰেৰণা দিব পাৰিলে প্ৰকাশকৰ প্ৰয়াস সাৰ্থক হ'ব। পূৰ্বৰ দৰেই এতিয়াও পাঠকে গ্ৰন্থখনি আদৰি ল'ব বুলি আমাৰ একান্ত বিশ্বাস।

শুৱনী প্ৰকাশ

# বিষয়-সূচী

## প্ৰাচ্যজগতত ধৰ্মৰ ক্ৰমবিকাশ



## উত্তৰ ভাৰতত নৱ-জীৱনৰ স্পন্দন



## শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম-নীতি



## সমাজ সংগঠনত শঙ্কৰদেৱ

## মহাপুৰুষীয়া ধৰ্মৰ বিশ্বজনীনতা



## ওপচনি

# ॥ যুগনায়ক শঙ্কৰদেৱ ॥

● প্ৰথম পুথি ●

## ॥ প্ৰাচ্যজগতত ধৰ্মৰ ক্ৰমবিকাশ ॥

বিষয়-সূচী

## বাছকবনীয়া প্রমাণ-পঞ্জী (ক)


1. *History and Culture of the Indian People*, 1951-52. (*Vol. I The Vedic Age*) by Bhāratiya Vidyā Bhavan.
2. *The Fall of the Idols*, 1940, (*Humanism*) by W. R. Inge.
3. *The Story of Civilization* by C. E. M. Joad.
4. *Man and His World* by Jugal Srimal.
5. *Zoroastrian Religion and Customs*, 1928, by Ervad Sheriarji Dadabhai Bharucha.
6. *Ceylon Lectures* ( on Buddhism ) by Tripitākacārya Dr. Beni Madhav Barua.
7. *The Republic* by Plato.
8. *Mysticism* by Evelin Underhill.
9. *The Holy Bible* ( Old and New Testaments ).
10. *The History of the Decline and Fall of the Roman Empire* by Edward Gibbon.
11. *Europe in the Sixteenth Century*, 1909, by A. H. Johnson.
12. *Jesus in Heaven on Earth*, 1952, by Al-Haj Khawaja Nazir Ahmed.
13. *The Religion of Islam*, 1936, by Maulana Muhammad Ali.
14. *Preface to Brahma-Sutras*, 1936, by Swami Vireswarānanda, Advaita Ashram, Mayavati, Almora, Himalayas.

এক

## বৈদিক ধৰ্মৰ বহু-শৰণ

প্ৰাচ্য জগত তথা ভাৰতবৰ্ষ পুণ্যভূমিয়েই মানুহ জাতিৰ ধৰ্ম-সংস্কাৰৰ ধাই ঘৰ বুলি কথিত আৰু স্বীকৃত; আৰু ঋক্ প্ৰমুখ্যে চাৰিখন বেদেই ইন্দো-ইউৰপীয় তথা ভাৰতীয় ধৰ্মৰ প্ৰথম চাবি খুটি যে সন্দেহ নাই। সুমেৰীয় 'স্তুতি-গীত' আৰু ইজিপ্তীয় 'মৃতক-গ্ৰন্থ' বেদৰ পূৰ্ববৰ্ত্তী বুলি ধৰিলেও বেদৰ "পুষ্পিতা-বাচা"ৰ লগত সেইবোৰৰ তুলনা নহয়। ঋক্ বেদৰ "যম-যমী সম্বাদ" আদিৰ ভিতৰেদি আদিম মানৱৰ নৈতিক আৰু সামাজিক উৎকৰ্ষৰ সন্ধেদ আছে। জাতি-প্ৰেম বা ধৰ্ম-পৰায়ণতাৰ ৰঙীন্ বিত-চকু সোলকাই আধুনিক গবেষণা আৰু বিজ্ঞান-সম্মত বিচাৰৰ পোহৰত চালে এই চাৰি-বেদক অবিমিশ্ৰিত ধৰ্ম-শাস্ত্ৰ বুলিবলৈ টান হয়।

ঋক্-সংহিতাত ইন্দ্ৰ-স্তৱ ( ১।৩২ ) আদিৰ দৰে স্তুতি-মিনতি নথকা গুণানুকীৰ্ত্তনৰ যিবোৰ গীত আছে সেইবোৰত বৈষয়িক জন-গীতৰ সদৌ লক্ষণেই বিদ্যমান; ইয়াৰ বিপৰীতে, গুণানুকীৰ্ত্তন নথকা শুদা ভিক্ষা-প্ৰাৰ্থনাৰ যিবোৰ গীত যজুসংহিতাত পোৱা হয় সেইবোৰকো সেই কাৰণেই প্ৰকৃত ধৰ্মমূলক স্তৱ বোলা কঠিন। ঋক্-সংহিতাত ( ৭।১০৪।১৫) বধ-শপত আৰু শাও-শপনি দিয়া আৰু দশ পুত্ৰৰ বিয়োগ-বিলাপৰ গীতো আছে, সৃষ্টি-তত্ত্বৰ উল্লেখো আছে কিন্তু জন্ম-মৃত্যু অমৰত্ব আদিৰ তত্ত্ব সেইবোৰৰ পৰা বৰ্জিত। লোকক হোৱায়-নোহোৱায় শাও-শপনি দিয়াৰ দৰে নানা দেৱতাক ভালৰি বোলোৱা স্তৱবোৰত (১০।১১৭) যথেষ্ট উষ্মা আছে সচা; পাছে তাৰ উদ্দেশ্য ধনীৰ বা দেৱতাৰ পৰা পুৰোহিত আদিৰ বাবে ধন-সম্পত্তি

সৰকোৱাহে ; দৰিদ্ৰৰ প্ৰতি বা সদৌ মানৱৰ বাবে সাৰ্বজনীন্ সহানুভূতি সেই স্তৱবোৰত পৰ্বতত কাচ-কণীৰ দৰে আপুৰুগীয়া বস্তু, সন্দেহ নাই।

সাহিত্যবোৰৰ অতি সৰহখিনি গীতত্তে নানা দেৱ-দেৱীৰ গুণ-গান আৰু লগতে তেওঁলোকৰ কাষত সকাতৰ ভিক্ষা-প্ৰাৰ্থনা উভয়েই বৰ্তমান ; এনে সকলোবোৰ গীতৰ ভিতৰত গীতি-কবিতাৰ মাধুৰ্য্য আৰু প্ৰকৃতিৰ সৌন্দৰ্য্য-উপলব্ধিৰ গুণেৰে গুণী উষা-স্তুতিটি সৰাতো-সুন্দৰ আৰু সম্ভৱ সৰাতো-পুৰণি ( ১।৪৮ )। অৱশ্যে এই বিতোপন স্তৱটিও ভিক্ষা-প্ৰাৰ্থনাৰ পৰা মুক্ত নহয় ; কিন্তু সেয়ে জানিবা ইবোৰৰ দৰে খকুৱা নহয়, শিশু-সুলভ সৰলতাৰ পৰা খোজা যেন লাগে। তথাপি ইয়াতো তোষামোদৰ বাবেহে এইবোৰ গুণ-গান ক্ৰিয়া-কাণ্ড যে সন্দেহ নাই ; বিশ্ব-শান্তি বা বিশ্ব-ন্যায়ৰ জাগৃতিৰ ইয়াত কোনো উম-ঘাম নাই।

স্বয়ং ঋক্-সংহিতাত মন্ত্ৰ-কৰ্তাৰ মানসিক সঙ্কীৰ্ণতা আৰু নীচ অৰ্থ-লোভৰ উলঙ্গ মন্ত্ৰবোৰ পোৱা হয়। ঋকৰ ৯ম মণ্ডলৰ ১১২ সূক্তৰ অন-ধৰ্মমূলক ঋষি শিশু-আঙ্গিৰসে কৈছে : 'মই কবি, বোপাই বেজ, আই ধান-বানতী। আমাৰ জীৱিকাৰ বাটহে বেলেগ, লক্ষ্য একেটাই—ধন-অৰ্জন।' মুঠতে ঋক্ বেদৰ প্ৰায়বোৰ গীতেই ৰচক পুৰোহিতৰ অভাৱ-অনাটনৰ কেঁকনি-গোঁথনি, আৰু বিপদ-আপদৰ পৰা উদ্ধাৰৰ বাবে চিঞৰ-বাখৰ : তাৰ ওপৰলৈ সেইবোৰ উঠিব পৰা নাই। আন নালাগে, ঋক্ বেদৰ ঘাই দেৱতা ইন্দ্ৰৰ আধ্যাত্মিক গুণ বুলিবলৈ কোনো এটাও বিচাৰিলে নোলায়।

ঋক্-সাহিত্য প্ৰধানভাৱে নীতি-কাব্যমূলক হলেও তাত পূৰ্বৰাগ-অনুৰাগৰ গীত নাই ; অথৰ্ব সংহিতাত যি কাম-মন্ত্ৰবোৰ আছে সেইবোৰ প্ৰেম-কবিতাৰ শাৰীলৈ নুঠে। অথৰ্ব বেদত থকা ভেক-স্তৱ (৭।১০৩) আদি অন-ধৰ্মমূলক বিদ্ৰূপাত্মক কবিতাৰ উপৰি বৈদিক সাহিত্যত ৰণোত্তম-সূচক গীত ( ৬।৭৫ ) আদিও পোৱা হয় ; তদুপৰি ঋক্‌ৰ

ইন্দ্ৰ-স্তৱত ( ৮।১০০।৩ ) সংশয়বাদৰ অঙ্কুৰো পোৱা হয়। ধুমুহাৰ দেৱতা পৰ্জ্জন্যলৈ স্তুতি ( ৫।৮৩ ) আদিত প্ৰকৃতিৰ প্ৰলয়ঙ্কৰী শক্তিত তেওঁলোকৰ নিঃসহায় অৱস্থাৰ মনোভাব আদি বঢ়িয়াকৈ বুজিব পাৰি। মুঠতে, প্ৰাকৃতিক শক্তিত দেৱত্ব-আৰোপৰ বাবে বৈদিক স্তৱবোৰ বিশ্ব-সাহিত্যত সদায় আপুৰুগীয়া বস্তু হৈ থাকিব, সন্দেহ নাই।

বেদ-সংহিতাৰ ব্যাখ্যা ব্ৰাহ্মণ। অথৰ্ব বেদত যিখিনি নীচ কথা কোৱা হৈছে, ব্ৰাহ্মণ সাহিত্যই তাৰো সীমা ছেৰাই একেবাৰে লাজৰ বাজ হৈ গৈছে, সেইবোৰৰ উদাহৰণ উদ্ধৃত নকৰাই ভাল। পৰাৰ্থ-পৰতা আৰু তিকতাৰ প্ৰতি শ্ৰদ্ধাই যদি সভ্যতাৰ অন্যতম প্ৰমাণ হয়, তেন্তে ঘাইকৈ ব্ৰাহ্মণ সাহিত্যবোৰ পঢ়ি তাৰ ৰচয়িতাবোৰৰ বংশধৰ-বিলাকেই নাক কোঁচাব আৰু নিষ্ঠুৰ মত নিদি নোৱাৰিব। ঋক্ বেদত ন-বোৱাৰীক শাহু-শহুৰ ননদ-দেৱৰ আটাইৰে নেত্ৰী বুলিছে ; ব্ৰাহ্মণ সাহিত্যত সেই তিকতাকে পাপৰ প্ৰতিমূৰ্ত্তি ভাবি কুকুৰ-কাউৰীৰ লগৰ বুলিছে। "বেদৰ কৰ্ম্ম-কাণ্ডত যদি কিবা মহৎ আৰু সুন্দৰ কথা আছে, তেন্তে ঋক্ বেদতেই তাৰ সীমা ; আৰু যিমান নীচ আপচু কথা হব পাৰে, ব্ৰাহ্মণ সাহিত্যই তাৰ ভঁৰাল। ব্ৰাহ্মণ সাহিত্যৰ নীতি-জ্ঞান আদিম সমাজৰ বেজবোৰৰ নীতি-জ্ঞানতকৈ ওপৰ নহয়। মহাব্ৰত যজ্ঞৰ সম্পাদনত ধাৰ্মিক দৰ্শকৰ চকুৰ আগতে অতি নীতি-বিগৰ্হিত অশ্লীল্ কাৰ্য্য কৰিবলৈ নিৰ্দেশ দিয়া হৈছে।" (ভি.এম্.আপ্তে)।

বৈদিক যুগৰ কোনো পুথিৰ ৰচনাৰ সঠিক সময় নাই। ভাষামূলক বিচাৰত ঋক্ বেদেই আটাইতকৈ পুৰণি, পাছে ইয়াৰো ভাষা খৃঃ পূঃ ১০০০ বছৰৰ আগৰ নহয় : অথৰ্ব বেদৰ যাদু-মন্ত্ৰবোৰ তুলনাত আৰু বহুত পাছৰ। ঋক্ বেদ নানাবিধ গীতৰ সংহিতা ( সমষ্টি ) ; কিন্তু ই কোনো ইতিহাস বা বীৰ-গাঁথা ( কাব্য ) নহয়। স্বতন্ত্ৰ পাঠৰূপে সাম বেদৰ অস্তিত্বই নাই বুলিব পাৰি ; কৃষ্ণ-যজুৰ্বেদৰ ব্ৰাহ্মণ অংশ এৰি যজুৰ্বেদ সংহিতাও কিছুমান যাদুমন্ত্ৰৰ সমষ্টিহে। ইতৰ সমাজৰ

অন্ধ-বিশ্বাস আৰু কুসংস্কাৰবোৰৰ সমষ্টিয়েই অথৰ্ব-সংহিতা। এই সংহিতাবোৰৰ পাছৰ ব্ৰাহ্মণবোৰ "ক্ৰিয়া-কাণ্ড সম্পৰ্কে লৰালি নিৰ্বোধ জল্পনাৰ শুকান মৰুভূমি", আৰু "বৈদিক সংস্কৃতিৰ মৃত্যু-শয্যা!"

ঋক্-সংহিতা সৰু-বৰ ১০১৮ বা ১০১৭ টা গীতৰ সমষ্টি। ইয়াক জন-কাব্য বা ভাৰতীয় সাহিত্য সংস্কৃতিৰ পাতনিও বুলিব নোৱাৰি। অৱশ্যে জন-জীৱনাত্মক, বীৰত্বসূচক, গীতিমূলক গুণো এই গীতবোৰত নোহোৱা নহয়; কিন্তু এই সাঁচত ঢলা নীৰস ৰচনাৰ দ'মৰ মাজৰ পৰা সেইবোৰ বাচি উলিওৱা কঠিন। স্বাভাৱিক হিয়া-ঢলা গীত ঋক্ বেদতো বিৰল; যি পৰিণতিত অথৰ্ব বেদৰ মন্ত্ৰ-কৰ্তাবিলাকে "নিঃসঙ্কোচ আৰু নিৰ্লজ্জভাৱে" আনৰ স্বাৰ্থৰ বিৰুদ্ধে নিজৰ নীচ স্বাৰ্থ-পূৰণৰ দাবী জনাইছে ঋক্ বেদতেই তাৰ পাতনি।"

"......যাতে মোক দক্ষিণা দিয়া বিলাকৰ মই আদৰৰ পাত্ৰ হব পাৰোঁ", অথৰ্ব বেদত এটা হীন স্তুতিৰ (৩৷৫৮) শেষত জোৰা আছে; গতিকে নিজ নীচ স্বাৰ্থৰ পৰা এখোজ লৰাই দেৱ-দেৱীৰ প্ৰিয় পাত্ৰ হোৱা আকাঙ্ক্ষাৰো তাত সঁচ নাই। এইদৰে এডেও-ঢুডেওকৈ এওঁলোকে শেষত দেৱ-দেৱীৰ ভালৰি লগাবলৈকো এৰি তেওঁলোকৰ পৰা ভিক্ষা দাবী কৰিবলৈ ধৰিলে; ইয়াৰ পূৰ্ণ বিৱৰ্ত্তনৰূপে পূৰ্ব-মীমাংসা দৰ্শনত নামত দেৱ-দেৱীবোৰ ৰাখি কামত তেওঁলোকৰ আসনত ক্ৰিয়া-কাণ্ডকেহে বহুওৱা হল। ('ভাৰতীয় লোকৰ ইতিহাস আৰু সংস্কৃতি', ভাৰতীয় বিদ্যাভৱন, বৈদিক যুগ)।

সাম বেদ স্বৰূপতে সঙ্গীত শাস্ত্ৰ; তাত যি পাঠ আছে, সিও সঙ্গীতৰ অন্তৰ্ভুক্ত আৰু সম্যকৰূপে ঋক্ বেদৰ পৰা উদ্ধৃত। গতিকে সাম বেদৰ ঐতিহাসিক আৰু সাহিত্যিক মূল্য শূন্য বুলি ধৰা হয়। অথৰ্ব বেদৰ কুৰিটা কাণ্ডৰ শেষৰটো ঋক্ বেদৰ পৰা ধাৰ কৰা, আৰু ব্ৰাহ্মণে বেদৰ নামত সংহিতাবোৰৰ ব্যাখ্যা কৰিবলৈ গৈ কামত সেইবোৰৰ অৰ্থ অধিক জটিল আৰু গোপনহে কৰিলে। ঋক্ বেদৰ কালত অগ্নি, বায়ু, বৰুণ, মিত্ৰ, বিষ্ণু (সূৰ্য), ইন্দ্ৰ প্ৰভৃতি প্ৰকৃতিৰ

শক্তিশালী আৰু সৌন্দৰ্য্যশালী ঐশ্বৰ্য্য ( গুণ )-বোৰক মাত্ৰ দেৱতা বোধেৰে উপাসনা কৰা হৈছিল ; কিন্তু শেষত অথৰ্ব বেদৰ কালত দেৱ-দেৱীবোৰৰ আদি-অন্ত নোহোৱাত পৰিল। "হাৰিয়া জিনয় কতো জিনিয়া হাৰয়।" বিজিত অনাৰ্যবিলাকে বিজেতা আৰ্য্যবিলাকক এইদৰেই পৰাজয় কৰিল।

'প্ৰথম পাষণ্ডৰ পাষণ্ডালি আৰু প্ৰথম মূৰ্খৰ মূৰ্খালিৰ মিলনৰ ফলেই ধৰ্ম!'—'প্ৰতিমাৰ পতন' নামৰ পুথিৰ প্ৰসিদ্ধ বিচাৰ-বাদী আৰু মানৱতা-পৰিপোষক ভাবুক লেখক ইঙ্গেই কোৱা এই কথা যুক্তিৰে খণ্ডন কৰা কঠিন। বিজুলী-ঢেৰেকনি, ভূইকঁপ-বানপানী, ধুমুহা-মহামাৰি আদিৰ প্ৰকোপত প্ৰকম্পিত হৈ তাৰ কাৰণ আৰু নিবাৰণৰ উপায় নেদেখি আদিম মানুহ সাধাৰণতে ভয়ত পেপুৱা লগা যেনে স্বাভাৱিক ; "য'তে শৱ থাকিব, ত'তে শগুন পৰিব", ইও তেনে স্বাভাৱিক। সৰ্ব-সাধাৰণৰ সেই অজ্ঞতাৰে চেলু লৈ সিহঁতক শুহি খাবৰ বাবে সিহঁতৰ ভিতৰতে কিছুমান নীচ আপোন-পেটীয়া ধূৰ্ত্ত লোক ওলাল ; আৰু সেই ভয়ঙ্কৰ প্ৰাকৃতিক শক্তিবোৰক সিহঁতক শতুৰু শালিবলৈ আকাশত লুকাই থকা অতি শক্তিধৰ দেৱতা বুলি অভিহিত কৰিলে। এই পাষণ্ডবোৰেই আকৌ নিজক সেই তথাকথিত দেৱতাবোৰৰ দোৱনীয়া বা ঘটক সাজি সেই মূৰ্খবোৰৰ তেজ শুহি খাবৰ উপায় উলিয়ালে: প্ৰাচ্যত ইহঁতৰ মুখেই যেনেকৈ সেই খকুৱা দেৱতাবোৰে খক পূৰোৱা হল, পাশ্চাত্যত সেইদৰে সেই স্বাৰ্থ-দুষ্ট দেৱতাবোৰে ইহঁতৰ জিবাৰেই মূৰ্খবোৰক সিহঁতৰ দাবীৰ কথা ঘোষণা কৰা হল, সন্দেহ নাই।

দুৰ্ভাগ্যৰ কথা, লাজৰ বিষয়, জগতৰ ইতিহাসত সেই প্ৰথম পাষণ্ড আৰু প্ৰথম মূৰ্খৰ অবাধ মিলন আজিও নানা দেশত নানা ভেশত চলি আছে! ধৰ্মৰ নামত, দেৱ-দেৱীৰ নামত, ধন-সম্পত্তিৰ যে কথাই নাই, আন জীৱ-বলিৰ কথাই নাই, নৰ-বলিও সৌ সিদিনালৈকে প্ৰকাশ্য-ভাৱে চলি আছিল, আৰু অপ্ৰকাশ্যভাৱে

নানান লোকৰ মাজত আজিও চলি আছে। কিন্তু ধৰ্মৰ নামত ধন-সম্পত্তিৰ ডকাইতি, সৰহ কি, নৰ-মাংস ভক্ষনো সিমান জঘণ্য নহয়, যিমান মহাপাপ নৰ-আত্মা-ভক্ষণ! যীশুখৃষ্টই কৈছিল, ‘তোমালোকৰ দেহ হত্যা কৰিব, তালৈ কেৰেপ নকৰিবাঁ; কিন্তু চাবাঁ যাতে তোমালোকৰ আত্মাক হত্যা (নৰকগামী) কৰিব নোৱাৰে।’ (মেথু, ১০।২৮)। স্বৰূপতে, যিবোৰে দেহত হত্যা কৰে সিহঁতে মৰণশীল বস্তুৰে অগ্ৰিম বিনাশ সাধে মাথোন; কিন্তু যি জীৱ-শ্ৰেষ্ঠ মানৱৰ সৰ্বশ্ৰেষ্ঠ ধন বিবেক-ৰত্ন হৰণ কৰি পৱিত্ৰ আত্মাক নৰকগামী কৰে, সি প্ৰকৃততে অমৰ আত্মাক মাৰি পেলোৱাৰ নিচিনা মহাপাপ কৰে।

সচাকৈয়ে জগতৰ পৱিত্ৰ ধৰ্মৰ ইতিহাস এইদৰে অধৰ্মেৰে যিবোৰে কলঙ্কিত কৰি আহিছে সিবোৰ জীয়া-নৰকতেই পচি মৰে। মুক্ত ঈশ্বৰৰ মুক্ত জগতত মানৱ মনৰ মুক্তিয়েই ধৰ্মৰ মূল কথা; তাৰ পৰিবৰ্তে নীচ স্বাৰ্থৰ বাবে সেই ধৰ্মৰ নামতে মানৱ মনক দাসত্বৰ শিকলি পিন্ধোৱাৰ নিচিনা আৰু পাপ নাই।

---

## দুই

## বহু-শৰণৰ বিপক্ষে জৰথুস্ত্ৰ ধৰ্ম

আছিয়া মহাদেশৰ পাঁচটা ঘাই ধৰ্মৰ ভিতৰত জৰথুস্ত্ৰ ধৰ্ম অন্যতম। ভাষাতত্ত্বৰ বিচাৰত ইৰাণীয় আৰু বৈদিক যেনেকৈ ইন্দো-ইউৰ'পীয় ভাষাৰ একেটা ডালৰ দুটা ঠাল, ধৰ্ম-তত্ত্বৰ ফালৰ পৰাও জৰথুস্ত্ৰ ধৰ্ম মূল আৰ্য ধৰ্মৰ এটা ডাল। বেদত বৰ্ণোৱা পঞ্জাবৰ সুবাস্তু জনপদকে যিসকলে আৰ্য্যৰ আদি-নিবাস বুলিব খোজে, তেওঁলোকৰ মতে ধৰ্ম-নীতি সম্পৰ্কীয় এটা মূল প্ৰভেদৰ পৰাই আৰ্যৰ এই ঠালটো ইৰাণলৈ উঠি গৈ তাত স্বতন্ত্ৰৰূপে এই ধৰ্ম চলায়। যি মূল প্ৰভেদৰ বাবে আৰ্যধৰ্ম কাল-ক্ৰমত দুটা স্বতন্ত্ৰ ধৰ্ম হল সি ওপৰে ওপৰে চালে নগণ্য; কিন্তু ধৰ্ম-তত্ত্বৰ ফালৰ পৰা ৰহস্যপূৰ্ণ। বেদৰ যজ্ঞই জৰথুস্ত্ৰ ধৰ্মশাস্ত্ৰ আবেস্তাৰ যস্ন; বেদৰ উপনয়নেই মজদীয় (জৰথুস্ত্ৰ) ধৰ্মৰ নৱজোৎ; বেদৰ অনিৰ্বাণ অগ্নিয়েই মজদীয় ধৰ্মৰ আতঃশ্-ই-বেহৰম্। দেৱ-দেৱীৰ সম্পৰ্কেও একে কথা; কিন্তু বাইবেল আৰু কোৰাণৰ দেৱ-দূতৰ দৰে সেইবোৰ অহুৰ মজ্দাৰ (পৰমেশ্বৰৰ) অধীন, বৈদিক দেৱ-দেৱীৰ দৰে স্বতন্ত্ৰ নহয়। বেদৰ দেৱতা মিত্ৰ বা স্পশঃ, আবেস্তাৰ মিথ্ৰ বা স্পশো; বেদৰ বৃত্ৰঘ্ন (ইন্দ্ৰ), আবেস্তাৰ বেৰেথঘ্ন; বেদৰ উষস্, আৱেস্তাৰো উষস, ইত্যাদি।

পৰমেশ্বৰ জ্যোতিৰ্ময় বাবেই সূৰ্য আৰু অগ্নিক তেওঁৰ প্ৰতীকৰূপে বহুত ধৰ্মই স্বীকাৰ কৰে; বাইবেলে জ্যোতি আৰু তেজ (পোহৰ) ঈশ্বৰৰ প্ৰথম প্ৰকাশ বুলি মানে। বৈদিক আৰু মজদীয় ধৰ্ম উভয়েই সূৰ্য আৰু অগ্নিক সেইদৰেই শ্ৰেষ্ঠ স্থান দিয়ে; কিন্তু বেদে যে অগ্নিক (আৰু সূৰ্য্যক) ঈশ্বৰৰ মুখ বুলিছে, মজদীয় ধৰ্মই তাক অস্বীকাৰ কৰিছে। বৈদিক যজ্ঞত অগ্নিক দেৱতাবোৰৰ মুখস্বৰূপ বুলি অগ্নিত

সকলো আহুতি দিয়ে ; মজদীয় ধৰ্মই অগ্নিক ঈশ্বৰৰ মুখ বুলি স্বীকাৰ নকৰে বাবেই তেওঁলোকৰ অগ্নিত আহুতি দিয়া নিষিদ্ধ। মজদীয়-বিলাকৰ মতে অগ্নি পাৱক আৰু সৰ্ব পবিত্ৰতাৰ প্ৰমাণ ; তাত আহুতি দিয়া অন্যায় কাৰ্য। ঋক্ বেদত কৈছে (১।১৬৪।৪৬) "একং সৎ বিপ্ৰা বহুধা বদন্তি, অগ্নিং যমং মাতৰিশ্বানমাহুঃ"। সেই এক সৎবস্তুকে বিপ্ৰবোৰে ইন্দ্ৰ, যম, মাতৰিশ্বা আদি বোলে ; মজদীয়সকলে ঈশ্বৰৰ সেইবোৰ বিভিন্নৰূপ হব পাৰে বুলি নামানে, এক পৰমেশ্বৰকহে মানে।

"তেম্ নে যস্নাঈম্ আৰ্মতোঈস্ মিমঘ্ঝো,

যে আন্মেনী মজদাও স্ৰাবি অহুৰো।" (গাথা, ৪৫।১০)

অৰ্থাৎ 'জ্ঞানে-কৰ্মে আমি একমাত্ৰ অহুৰ মজদাৰ (পৰমেশ্বৰৰ) হে সেৱা কৰিম।' ইছলামৰ যুগৰ পূৰ্ববৰ্তী পাৰস্যৰ এই ধৰ্মৰ এনে একনিষ্ঠা দেখিয়েই মুছলমান কবি ফিৰদৌছীয়ে তেওঁৰ অমৰ "শ্বাহনামা" কাব্যত দৃঢ়ভাৱে লিখিছে—

"ন গুই গুইকে আতশ্ পৰস্তা বুদন্দ্।

পৰস্তন্দ এ পাক যজদা বুদন্দ্॥"

অৰ্থাৎ 'তেওঁলোকে অগ্নি আগত লোৱা বাবে তেওঁলোকক অগ্নি-পূজক বুলি না ভাবিবাঁ ; তেওঁলোক যথাৰ্থতে এক পৰমেশ্বৰৰ উপাসক।'

জৰথুস্ত্ৰৰ আবিৰ্ভাবৰ সময় সম্পৰ্কে যথেষ্ট মতভেদ আছে ; খৃষ্টপূৰ্ব ১২০০০ৰ পৰা খৃষ্টপূৰ্ব ১২০০ লৈকে বিভিন্ন সময় নিৰ্দ্ধাৰিত কৰে যদিও তেওঁ যে খৃষ্টপূৰ্ব অষ্টম শতাব্দীৰ পূৰ্ববৰ্তী ই সৰ্ববাদীসম্মত। পশ্চিম পাৰস্যৰ উৰমিয়া হ্ৰদৰ কাষৰ আজাৰবাইজান বা আত্ৰোপাতিন জিলাৰ তখ্তে ছুলেমান নামৰ ঠায়েই তেওঁৰ জন্মভূমি। পিতাক পৌৰুস্সপ্ আৰু মাক দুঘ্ধোৱা। জৰথুস্ত্ৰ মানে ধৰ্মনিষ্ঠ, স্পিতম্ (শ্বেতবৰ্ণ) এওঁৰ বংশৰ নাম ; যেনেকৈ বাসুদেৱৰ "কৃষ্ণ" গোত্ৰ নাম আছিল। ৰজা হেৰোডে যীশুৰ, আৰু কংসই কৃষ্ণৰ, ওপজাৰ পাছতে প্ৰাণ-নাশৰ চেষ্টা কৰাৰ দৰে তুৰাণ ৰজা দুৰাশ্ৰবোৱে শিশু জৰথুস্ত্ৰক বধিবৰ চেষ্টা কৰি

বিফল হয়। সাত বছৰ বয়সৰ পৰা বুৰ্জিন কুকঃশ্ নামে শিক্ষকৰ কাষত অলপ দিনতে নানা বিদ্যাত পাৰদর্শিতা লভি পৰবর্তী কালত শিশু যীশুৱে বিধর্মী ইহুদী পুৰোহিতবোৰক পৰাস্ত কৰাৰ দৰে আচৰিত বুদ্ধিসম্পন্ন শিশু জৰথুস্ত্রই বিধর্মী ইৰাণীবিলাকক তর্ক-যুদ্ধত পৰাজয় কৰে ; কিয়নো তেওঁৰ পূর্বে পাৰস্যতো বহু দেৱ-দেৱীৰ পূজা, মিছা কোৱা, মদ্ খোৱা আদি ব্যভিচাৰ প্রবলভাৱে প্রচলিত আছিল। পোন্ধৰ বছৰ বয়সত জৰথুস্ত্রৰ উপনয়ন সমাধা হয় ; তেওঁৰ পৰবর্তী বুদ্ধদেৱ প্রভৃতিৰ দৰে সৰুৰে পৰাই তেওঁ ন্যায়পৰায়ণ আৰু সংসাৰ-সুখত অনাসক্ত আছিল, আৰু ভোকত থকা কুকুৰ এটা বাটত দেখিলেও তেওঁৰ চকু ঢুলঢুলীয়া হৈছিল।

কুৰি বছৰ বয়সত তেওঁ ঘৰ এৰি সত্যৰ অন্বেষণত দহ বছৰৰ অধিক কাল পর্বত-হাবি মৰুভূ-প্রান্তৰ ভ্রমি অর্দ্ধাহাৰে অর্দ্ধ-নিদ্রায় কাল যাপন কৰি, জিতেন্দ্রিয় আৰু কঠোৰ তাপসৰূপে ছাবাতান্ নামৰ পর্বত শিখৰত সমাধি যোগেদি অহুৰ মজ্দাৰ সাক্ষাৎ-লাভ কৰে, আৰু দেড়কুৰি বছৰ বয়সৰ পৰা এই মজদীয় ধর্ম প্রচাৰত ব্রতী হয়। দৈতি নৈৰ পাৰত আত্মোপলব্ধি কৰাত সুমতিৰ প্রতীক বোহুমনো দেৱদূতৰূপে সহায় হয় আৰু কুমতিৰ প্রতীক অহ্রিমনৰ পৰা তেওঁক ৰক্ষা কৰে ; বৌদ্ধ ধর্মৰ "মাৰ" আৰু ইহুদী ধর্ম আৰু ইছলামৰ ছয়তান, আবেস্তাৰ অহ্রিমন। এই তত্ত্বৰ বাবেও কোনো কোনো ধর্মই মজদীয় ধর্মক দ্বৈতবাদী বুলিব খোজে ; কিন্তু ইয়াত প্রকৃততে অহ্রিমনৰ চিৰত্ব স্বীকাৰ কৰা হোৱা নাই : অহুৰ মজদাই সর্বেসর্বা।

বৌদ্ধ ধর্মৰ ত্রিৰত্ন—ধম্ম, বুদ্ধ, সঙ্ঘ ; জৈন ধর্মৰ ত্রিৰত্ন—সম্যক্ দর্শন, জ্ঞান, চৰিত্র ; জৰথুস্ত্র ধর্মৰ ত্রিৰত্ন—মনষ্ণী বা হুমত ( সুমত, সৎচিন্তা ), গবষ্ণী বা হুখ্ত ( সু-উক্ত, সৎবাক্য ), কুনাষ্ণী বা হ্বর্শত ( সুবৃত্ত, সৎ আচৰণ )। ইয়াৰ পৰবর্তী বৌদ্ধ ধর্মৰ দৰেই জৰথুস্ত্র ধর্মও কায়-মন-বাক্য শুদ্ধি বা আত্ম-শুদ্ধিৰ ধর্ম ; সর্বাঙ্গীন পৱিত্রতাই ইয়াৰ মর্মবাণী। পাৰস্যৰ বুৰঞ্জীলেখক মাৰখামে বিশেষভাৱে উল্লেখ

কৰিছে—পৃথিৱীৰ সমগ্ৰ জাতিৰ ভিতৰত কি শিলত কটা, কি কাঠ বা মাটিৰে সজা মূৰ্তি বা বিগ্ৰহ কোনো যুগত কেতিয়াও সেৱা কৰাৰ প্ৰমাণ নথকা একমাত্ৰ এই পাৰস্যিক জাতিয়েই। জৰথুস্ত্ৰৰ আবিৰ্ভাবৰ বহু পূৰ্বে এই ইৰাণত তিনিটা প্ৰসিদ্ধ অগ্নি-মন্দিৰ আৰু তাত অগ্নি-সেৱাৰ প্ৰচলন আছিল; জৰথুস্ত্ৰই ধৰ্ম-সংস্কাৰ প্ৰসঙ্গত সেইবোৰ একেবাৰে উঠাই নিদি অগ্নিক সেৱা নকৰি অগ্নিৰ মাধ্যমেৰে পৰমেশ্বৰক সেৱা কৰিবলৈ আদেশ দিলে। সেইহে তেওঁ অগ্নিত আহুতি দিয়া সম্পূৰ্ণ নিষিদ্ধ কৰিলে, আৰু এই মূল নীতিৰ বাবেই অগ্নি-পূজক বৈদিক ধৰ্মৰ পৰা চিৰকাললৈ জৰথুস্ত্ৰ ধৰ্ম ফাটি আহিল। অগ্নিক মাধ্যমৰূপে ব্যৱহাৰ কৰা প্ৰসঙ্গত জৰথুস্ত্ৰই কৈছে, 'মই দেখিবলৈ পাইছোঁ অগ্নিৰ জ্বলন্ত পবিত্ৰ শিখাৰ পৰা সত্যৰ স্ফুলিঙ্গ বিকীৰ্ণ হৈছে।" (যস্ন, ৩০।১)। খৃষ্টানৰ সকলো ধৰ্ম-কাৰ্যত ক্ৰছ্ চিন দেখিবলৈ পোৱা হয়; তাৰ পৰা একেশ্বৰবাদী খৃষ্টানবোৰ ক্ৰছ্-পূজক বুলি ভাবিলে যেনেকৈ ভুল আৰু অন্যায় কৰা হব, জৰথুস্ত্ৰবিলাকৰ ধৰ্ম-কাৰ্যত অগ্নিৰ সম্পৰ্ক দেখি তেওঁলোকক অগ্নি-উপাসক বোলাও তেনে ভুল আৰু অন্যায় হব বুলিয়ে অমৰ মুছলমান কবি ফিৰদৌছিয়ে তেওঁৰ যুগমীয়া "শ্বাহনামা"ত এনে সন্দেহৰ বিৰুদ্ধে প্ৰসিদ্ধ সতৰ্ক-বাণী শুনাই গৈছে।

জেকছনে তেওঁৰ আৱেষ্টা ব্যাকৰণত দৃঢ়ভাৱে মন্তব্য কৰিছে, বৈদিক ভাষাৰ লগত মহাকাব্যৰ সংস্কৃত ভাষাতকৈ আৱেস্তাৰ গাথাৰ ভাষাৰ সম্বন্ধ অধিক ঘনিষ্ঠ। কেইটিমান ধ্বনি-তত্ত্ব অনুসৰণ কৰিলেই আৱেস্তাৰ প্ৰতি গাথা নিমিষতে বৈদিক সংস্কৃতত পৰিণত হয়। ইন্দো-ইউৰ'পীয় ইন্দো-ইৰাণীৰ ঠালৰ ভাষাসমূহৰ আটাইতকৈ প্ৰাচীন হল আৱেস্তীয় আৰু প্ৰাচীন পাৰস্যিক; আৰু গাথা ভাষাই আৱেস্তীয় আটাইতকৈ পুৰণি ভাষা, আৰু ঋক্ বেদৰ ভাষাৰ লগত ইয়াৰ যথেষ্ট মিল আছে। ঋক্ বেদত ঋত্বিক বা পুৰোহিতক বোলে "হোতা", আৱেস্তাত বোলে "জোতা"; বেদৰ মন্ত্ৰ, আবেস্তাৰ মন্থ্ৰ ইত্যাদি। ভাষা-

মূলক আৰু ধৰ্মমূলক এনে ছুজপীয়া প্ৰমাণৰ পৰা এই দুই ভাষাৰ ভাষী আৰু ধৰ্মৰ ধৰ্মীবিলাক আদিতে অন্ততঃ ঋক্ বেদৰ কাললৈকে যে একে ভাষাগোষ্ঠী আৰু ধৰ্মগোষ্ঠীৰ লোক আছিল এই কথা অস্বীকাৰ কৰিবৰ একো উপায় নাই। আৱেস্তাৰ গাথা ছোৱাতে জৰথুস্ত্ৰৰ বাণী আৰু তেওঁৰ নিজৰ ৰচিত স্তুতিও লিপিবদ্ধ আছে; পিছৰ ছোৱাবোৰত তেওঁৰ পৰবৰ্ত্তী প্ৰচাৰকবিলাকৰ উক্তিয়েই ঘাই। ৰজা দাৰয় বহুশ্বেৰ (দৰিয়ুস, খৃঃ পূঃ ৫২১-৪৮৫) ৰাজত্ব-কালত ই ৰাজধৰ্ম আছিল, আৰু সিঁচৰিত হৈ থকা আৱেস্তাৰ অংশবোৰ ধৰ্মৰ কিছুমান পুৰোহিত আৰু পণ্ডিতৰ হতুৱা এওঁ একত্ৰিত কৰায়। তাৰ পাছত একুৰি এক খণ্ডত বিভক্ত এই আৱেস্তা সোণৰ আখৰেৰে লিখাই পাৰ্ছিপোলিছৰ ৰাজকীয় পুথিশালত যত্নেৰে সংৰক্ষিত কৰে। কিন্তু খৃষ্টপূৰ্ব ৩৩০ ত একিমিনীয় যুগত (খৃঃ পূঃ ৫৫০-৩৩০) পাৰস্য আক্ৰমণকাৰী আলেকজেণ্ডাৰে সেই পাৰ্ছিপোলিছ পুথিশালত জুই দিলে আৰু তাৰ লগত সোণৰ আখৰেৰে লিখা আৱেস্তা ধৰ্মশাস্ত্ৰও পুৰি ছাই হল। তাৰ পাছত পাৰ্থিয়াৰ ৰজা ইৰাণ্ সম্ৰাট প্ৰথম বলখাচৰ ৰাজত্ব-কালত (খৃঃ ৫১-৭৭) আৱেস্তাৰ পুনৰ্সঙ্কলন কাৰ্য্য আৰম্ভ হয় আৰু ছাছানীয় ফৈদৰ (খৃঃ পূঃ ৩৩০-৬৫২ খৃঃ) ৰজা দ্বিতীয় শ্বাহপুৰৰ ৰাজত্বত (খৃঃ ৩০৯-৭৯) সম্পূৰ্ণ হয়। ৰজা কুৰুশ্ (খৃঃ পূঃ ৫৫৮-৫২৯) এই ধৰ্মৰ অন্যতম পৃষ্ঠপোষক, আৰু দৰিয়ুছৰ দৰে এওঁৰ শিলালিপিতো "অহুৰ মজদাৰ" কৃপাৰ উল্লেখ আছে।

বেদত "অসুৰ" শব্দৰ অৰ্থ "অসূন্ প্ৰাণান্ ৰাতি দদাতি" (যি প্ৰাণ দান কৰে); মেক্‌ডনেলৰ মতে ঋক্ বেদত "অসুৰ" মানে দেৱতা, আৱেস্তাতো "অহুৰ" (অসুৰ) মানে দেৱতা। কিন্তু বেদত "দেৱ" মানে দেৱতা; আৱেস্তাত "দএৱ" (দেৱ) মানে কুগ্ৰহ, অপদেৱতা। অসমীয়া "দেৱ" শব্দও ঠিক এই কুগ্ৰহ বা অপদেৱতা অৰ্থত ব্যৱহৃত হয়; যেনে, "দেৱ-ভূতে পালে এৰাব পাৰি। মানুহ-ভূতে পালে এৰাব নোৱাৰি॥" জৰথুস্ত্ৰ ধৰ্ম "দএৱ যস্নি"ৰ (দেৱ-উপাসনাৰ) তীব্ৰ বিৰোধী

যে তাৰ প্ৰমাণৰূপে সেই ধৰ্মৰ ঘাই মত "জি মজ্দাওন্ হোছুম্" (অকল পৰমেশ্বৰ মজদাৰ সেৱা কৰিবাঁ), "তোই দএৱিং দান যা ভ্ৰেগৱতো দএনা" (দেৱ-সেৱা পাষণ্ডৰ ধৰ্ম; পৃথিবীৰ অত্যাচাৰী-বোৰেহে দেৱ-সেৱা কৰে)। অসমৰ বৈষ্ণৱ ধৰ্মশাস্ত্ৰবোৰতো অন্য দেৱ-সেৱকৰ বিৰুদ্ধে এনে তীব্ৰ নিন্দাবাদ আছে; বৈষ্ণৱ কবি সাৰ্বভৌম ভট্টাচাৰ্য্যই নিজকে তিৰস্কাৰ কৰি কৈছে, "দেৱী উপাসক আছিলোঁহো দুৰাচাৰ।" গৰুড়-পুৰাণৰ সাৰ কাঢ়ি লিখা শঙ্কৰদেৱৰ "ভক্তি-প্ৰদীপ"ত অৰ্জুনক দিয়া ধৰ্ম-শিক্ষা-প্ৰসঙ্গত কৃষ্ণই কৈছে—

"অনাচাৰ কৰি অপৰাধী মোৰ সুহি।
আন-দেৱ পূজে যিটো সেই মোৰ দ্ৰোহী ॥ ৩৫।
যিটো মহা ম্লেচ্ছে খায় কুকুৰক মাৰি।
তাতো কৰি অপবিত্ৰ সিটো অহঙ্কাৰী ॥" ৩৬।

তেনে অন্য-দেৱ পূজক বামুণক দেখি এজনী চাণ্ডালিনী প্ৰায়শ্চিত্ত হোৱা দেখি নাৰদে সুধিছে আৰু চাণ্ডালিনীয়ে উত্তৰ দিছে—

"যি কথা কহিলি ইটো অদভূত আতি।
পৰম অশুদ্ধ তই চাণ্ডালিনী জাতি ॥ ৩৬।
অন্ত্যজতো অন্ত্যজ নাহিকে তোক সম।
তোহোৰ অস্পৃশ্য আছে কোননো অধম ॥
তোকো অপৱিত্ৰ কৰে কোননো পামৰে।
শুনিবে উৎসুকে আছোঁ কহিয়ো সত্বৰে ॥ ৮৬।"
"কৃষ্ণেসে পৰম দেৱ সংসাৰতে সাৰ।
পাতকীয়ো তৰে নাম মাত্ৰ লৈলে যাৰ ॥
তাঙ্ক এৰি যিটো আন দেৱতাক পূজে।
পশুতো অধম সিটো একোকে নুবুজে ॥ ৮৮।
কুকুৰকো খায় যিটো মহা ম্লেচ্ছ জাতি।
তাতো কৰি অপবিত্ৰ সিটো মহা আতি ॥

হেন পাষণ্ডক মই কৰিলোঁ আলাপ।
এতেকে সিজিল মোত অমোচন পাপ ॥ ৮৯।
হঠাতে দেখিলোঁ মহা পাতকী দুৰ্ঘোৰ।
ভৈল মহা অপৱিত্ৰ তনু-মন মোৰ ॥
তাক শুদ্ধ কৰিবাক মোৰ মহা যত্ন।
এক চিত্তে জপোঁ ৰাম-কৃষ্ণ মহামন্ত্ৰ ॥ ৯০।

ইৰাণত অন্য দেৱ-সেৱকৰ বিৰুদ্ধে এই নিন্দাবাদ জৰথুস্ত্ৰৰ বহু আগৰ কালৰ পৰাই চলি অহা বুলি কয়; জৰথুস্ত্ৰই তাক দূৰ কৰাত প্ৰথমে কৃতকাৰ্য্য হয়। বৌদ্ধ বা জৈন ধৰ্মৰ দৰে মানুহৰ চৰিত্ৰ-উন্নয়নত এই ধৰ্মৰ প্ৰভাৱ ইমান কাৰ্য্যকৰী হৈছিল, আৰু শাস্ত্ৰৰ অনুশাসন আৰু সমাজ-ব্যৱস্থা এনে কাজুৱা আছিল, যে প্ৰায় বৰ্তমান কাললৈকে জৰথুস্ত্ৰ ধৰ্মী সমাজত গণিকা-বৃত্তিৰ নাম-গোন্ধ নাছিল; ভিক্ষা কৰা পাপ বুলি এই ধৰ্মই বিবেচনা কৰা বাবে তাত মগনিয়াৰৰ লেশ নাছিল। যস্ন (যজ্ঞ) আৰম্ভ কৰাৰ আগতে ধৰ্মৰ ঋত্বিক আৰু যজমানে সত্য ভাষণৰ প্ৰতিজ্ঞা গ্ৰহণ কৰে; যিহেতুকে জ্ঞানে বা অজ্ঞানে অসত্য বচন নিষিদ্ধ, আৰু যিহেতুকে কোনো মানুহে নিজ পিতা আৰু নিজ জাতিৰ প্ৰত্যক্ষ প্ৰমাণ দিব নোৱাৰে, সেই হেতুকে তেওঁলোকে নিজ গোত্ৰ-প্ৰবৰ বা পিতাৰ নাম পৰ্য্যন্ত নকৈ কেৱল "যে যজামহে" (আমি যিবিলাকে যজ্ঞ কৰিছোঁ) এনেদৰে আত্ম-পৰিচয় দি যজ্ঞ কৰাৰ ৰীতি জৰথুস্ত্ৰবিলাকে পালন কৰে।

আবেস্তাৰ ধৰ্ম-তত্ত্বও অসমৰ বৈষ্ণৱ ধৰ্মতত্ত্বৰ লগত একে শাৰীৰ; যেনে, "নিজিনিয়া শৰীৰৰ শত্ৰুচয়। জিনিলোঁ দশোদিশ কোনে কয় ॥" (শঙ্কৰদেৱ)। "যি নিজক জয় কৰিব পৰা নাই, সি একো জয় কৰিব নোৱাৰে।" (মাইনো-ই-খেৰাদ্): "ভকতৰ ভয় আছে কৈত?" (শঙ্কৰদেৱ); 'সত্য-নিষ্ঠ লোকৰ কেতিয়াও কোনো অনিষ্ট হব নোৱাৰে।' (যস্ন,২৯।৫): "ন মে ভক্তঃ প্ৰণশ্যতি।" "ঘোষা"ত কৈছে,

"মোহ-মায়া-ৰাগ, মদ-খল-কাম, দম্ভ-দ্বেষ আদি তাৰ। যি গুৰুজনত ইসৱ নাথাকে, প্ৰণমো তাহান পায় ॥" ( মাধৱদেৱ ) ; 'যিজনে নিজ কুপ্ৰবৃত্তিৰ লগত যুদ্ধ কৰিব পাৰে, যিজনে কাম, ক্ৰোধ, মোহ, অযশ, অসন্তুষ্টি, এই পাঁচটা পাপ নিলগত ৰাখিব পাৰে, তেৱেঁই প্ৰকৃত বলবান' ( মাইনো-ই-খেৰাদ্ ) ; "পৰম দুৰ্বোধ্য আত্মতত্ত্ব, তাৰ জ্ঞান অৰ্থে হৰি যত, লীলা অৱতাৰ ধৰ'। তুমি কৃপাময়।" ( ঘোষা, ৬৪০ ) ; '( মজ্দাই ) আমাক সেই সৰ্বশ্ৰেষ্ঠ বস্তু আত্ম-তত্ত্ব দান কৰোক।' ( গাথা, ৪৬।২ )। বৈকুণ্ঠ-প্ৰয়াণত কৃষ্ণই উদ্ধৱক দিয়া উপদেশ শঙ্কৰদেৱে বৰ্ণনা কৰিছে :—

"শুনিয়ো উদ্ধৱ আৱে ৰহস্য ভকতি।
কৰিবাঁ অভ্যাস তুমি স্থিৰ কৰি মতি ॥
সমস্ত ভূতত ব্যাপি আছোঁ মই হৰি।
সৱাক মানিবাঁ তুমি বিষ্ণু বুদ্ধি কৰি ॥ ১৮৭৭।
ব্ৰাহ্মণৰ চাণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যেন দৃষ্টি এক তুল ॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাহাকেসে পণ্ডিত বুলিয়া সৰ্বজান ॥ ১৮৭৮।
বিশেষত মনুষ্যগণত যিটো নৰে।
বিষ্ণু বুদ্ধি ভাৱে সৰ্বদায় মান্য কৰে ॥
ঈৰষা অসূয়া তিৰস্কাৰ অহঙ্কাৰ।
সৱে নষ্ট হোৱে তেৱে তাৰক্ষণে তাৰ ॥ ১৮৭৯।
দেখি সখিগণে যোনো হাসে আসি বেঢ়ি।
মই সাধু ইটো চোৰ হেন লজ্জা এড়ি ॥
কুকুৰ চণ্ডাল গৰ্দভৰো আত্মা ৰাম।
জানিয়া সৱাকো পড়ি কৰিবাঁ প্ৰণাম ॥ ১৮৮০।
সমস্ত ভূতত বিষ্ণু বুদ্ধি নোহে যাৱে।
কায়-বাক্য-মনে অভ্যাসিবাঁ এহিভাৱে ॥

বিষ্ণুময় দেখে যিটো সমস্ত জগতে।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে ॥ ১৮৮১ ॥
সকল প্ৰাণীক দেখিবেক আত্ম সম।
উপায় মধ্যত ইটো অতি মুখ্যতম ॥" ১৮৮২।

আৱেস্তাত কৈছে: 'ধনী বা দুখীয়া, উচ্চ বা নীচ, সকলোৰে প্ৰতি তোমাৰ কৰ্ত্তব্য আছে; যি নিজ কৰ্ত্তব্য নকৰে সি সেইবোৰক পাব লগা উপকাৰৰ পৰা বঞ্চিত কৰে; গতিকে দিন-ৰাতি ছেদ-ভেদ নোহোৱাকৈ নিজ কৰ্ত্তব্য কৰাঁ'। (বেনদিদাদ্ ৪।১)। আকৌ, 'যি দুখীয়াৰ দুখ বোটলে তেৱেঁইহে অহুৰ মজদাৰ প্ৰকৃত উপাসক।' (বেনদিদাদ্ ৮।১৯)। মাধৱদেৱে লিখিছে,—

"তুমি চিত্তবৃত্তি মোৰ প্ৰৱৰ্ত্তক নাৰায়ণ,
তুমি নাথ মই নাথৱন্ত।
চৰণ-ছত্ৰৰ ছায়া দিয়া দূৰ কৰাঁ মায়া,
কৰাঁ দয়া মোৰ ভগৱন্ত ॥" ১২৯।
"ধৰ্মক জানোহো মই, তথাপি প্ৰবৃত্তি নাই,
অধৰ্মতো নিবৃত্তি নোহয়।
হৃদি-স্থিত হুয়া তুমি যেন কৰাবাঁহা স্বামী
হৃষিকেষ কৰিবো তেনয় ॥" ১৩৮।

আবেস্তাত আছে, 'হে অহুৰ মজদা, তুমি মোক চলাই নিয়াঁ। বিবেকে আত্মশোধন কৰে, আৰু তুমিয়েই সেই বিবেকৰ নিয়ন্তা।' (গাথা ৪৬।৯)।

---

## তিনি

## কৰ্মকাণ্ডৰ বিৰুদ্ধে জ্ঞানকাণ্ড

মানৱ সভ্যতাৰ বুৰঞ্জীত অৰণ্যে একশৰণ সদায়েই বহু-শৰণৰ বহু পৰৱৰ্তী ঘটনা, ধৰ্মৰ আদি ঘৰ ভাৰতবৰ্ষই জয়ে জয়ে ঠিক এই কথাকেই যেন প্ৰমাণ কৰি দেখুৱালে। ঋক্ আদিৰ চকামকা খস্তেকীয়া জিল-মিলনিৰ পাছত ব্ৰাহ্মণ যুগৰ ঘোপ-মৰা আন্ধাৰে ইয়াকেহে বুজালে—দিনৰ স্থায়ী পোহৰলৈ আৰু সৰহ পৰ বাট চাব নালাগিব। দিনৰ সেই পৱিত্ৰ পোহৰ হ'ল উপনিষদৰ যুগ। অকল ভাৰতীয়ৰ বাবেই নহয়, সমগ্ৰ মানৱ জাতিৰ বাবে উপনিষদ সাহিত্য এক যাউতি-যুগীয়া পোহৰৰ স্তম্ভ বা সভ্যতাৰ প্ৰথম প্ৰভাত যে তাত সন্দেহ নাই। চাৰি বেদক সৃষ্টিকৰ্ত্তাৰ প্ৰথম নিশ্বাসৰ পৰা ওলোৱা দৈৱ-বাণী বুলি যিদৰে কোৱা হয়, এই উপনিষদসমূহকো তেনেদৰেই দৈৱ-বাণী বোলা হয়; এই উপমা সত্য বুলি ধৰি লৈ ইয়াকে মাথোন কব পাৰি, সেই প্ৰথম নিশ্বাসত প্ৰথম বাবেই যি দূষিত সঞ্চিত অঙ্গাৰাম্ল গেছ লগে লগে বাহিৰ হৈছিল, দ্বিতীয় নিশ্বাস তেনে দূষিত বায়ুৰ পৰা মুক্ত আছিল নিশ্চয়।

সুখৰ বাতৰি, ঋক্-সাহিত্যৰ জিলমিলনিত ঘৰৰ ৰাণী (গৃহ-নেত্ৰী) বুলি সন্মান পোৱা যি তিৰুতাই ব্ৰাহ্মণ যুগৰ অন্ধকাৰত শূদিৰ কুকুৰ আৰু কাউৰীৰ শাৰীত ঠাই পাইছিল, উপনিষদৰ পৱিত্ৰ পুৱাৰ পোহৰত তেওঁলোকে আগতকৈও সন্মানৰ আসন সমাজত লাভ কৰিলে। কুকুৰ-কাউৰীক কুকুৰ-কাউৰীৰ মাজত এৰি শূদিৰ আৰু তিৰুতাই মানুহৰ মাজতো আগ ঠাই লৈ অনেক শূদিৰ আৰু তিৰুতা স্বয়ং বেদৰ মন্ত্ৰ-কৰ্তা ঋষিৰ আসনত বহিল; গতিকে যি ব্ৰাহ্মণ সাহিত্যই বেদ-শাস্ত্ৰ ছুলে শূদিৰ আৰু তিৰুতাক নৰকৰ জীয়া-শাস্তি বিধান কৰিছিল, সেই শূদিৰ আৰু তিৰুতা

স্বয়ং বেদৰ গৰাকী হল ; দেৱ-শ্ৰেষ্ঠ মানুহক এনে অমৰ্য্যাদাৰ পৰা উদ্ধাৰ কৰাৰ বাবেও উপনিষদ চিৰগৌৰৱ-মণ্ডিত থাকিব নিশ্চয়।

কৱচ, বৎস, সত্যকাম, জাবাল আদিৰ উদাহৰণৰ পৰা বুজিব পাৰি পুৰোহিতবোৰে ব্ৰাহ্মণ যুগত জাতিভেদ জন্মগত কৰি পুৰুষানুক্ৰমে সুবিধা ভোগৰ অপচেষ্টা কৰিলেও উপনিষদৰ যুগত সেই আপচু মুখখন অৰণ্যে লুকুৱাব লগাত পৰিছিল। সেই যুগৰ আৰ্য্য সমাজৰ মানসিক আৰু শিক্ষামূলক চৰম উৎকৰ্ষৰ উদাহৰণ উপনিষদবোৰৰ পাতে পাতে দেখিবলৈ পোৱা হয়। বাল্য বিবাহৰ প্ৰচলন আৰু বিধবা বিবাহৰ প্ৰচলন, অন্ততঃ এনে আদৰ্শৰ সমৰ্থন, এই যুগৰ অন্যতম বিশেষত্ব। ছান্দোগ্য উপনিষদৰ শ্বেতকেতু অৰুণেয় আৰু সত্যকাম জাবালৰ কাহিনী আৰু বৃহদাৰণ্যক উপনিষদৰ আৰুণিৰ বৃত্তান্ত আদিয়ে এই যুগৰ যেনেকৈ জ্ঞান-উন্মেষৰ জ্বলন্ত প্ৰমাণ যাচে, বৃহদাৰণ্যক উপনিষদতে আকৌ ঋষি যাজ্ঞবল্ক্য আৰু তেওঁৰ পত্নী মৈত্ৰেয়ীৰ উৎকৃষ্ট জ্ঞানগৰ্ভ কথোপকথন, আৰু গাৰ্গী বাচকনৱীৰ অনুপম জ্ঞানৰ নিদৰ্শন জগতৰ তিকতা জাতিৰ মাজত তেনেকৈ অপূৰ্ব আৰু অভিনৱ কাহিনী নিশ্চয়।

উপনিষদৰ যুগৰ এই জাগৰণৰ মূলত নিশ্চয় ক্ষত্ৰিয়বিলাক। আৰ্য-অনাৰ্যৰ লেথেৰি নিছিগা ৰণত আদিমবাসীবিলাকক পৰাস্ত কৰি অকল শাসক জাতিৰূপেই তেওঁলোক সমাজত প্ৰতিষ্ঠিত হৈ বহি নাথাকিল ; ধৰ্ম-জগতৰো স্বাধীন চিন্তাৰ ক্ষেত্ৰত আকৌ ক্ষত্ৰিয়বিলাকেই আগ-বগুৱা হল। হীন স্বাৰ্থ আৰু সঙ্কীৰ্ণতা দোষত দুষ্ট ব্ৰাহ্মণ গ্ৰন্থবোৰৰ নিৰৰ্থক আৰু প্ৰাণহীন ক্ৰিয়া-কাণ্ডৰ বিৰুদ্ধেই উপনিষদ সাহিত্য নিশ্চয় জগতৰ যাউতিযুগীয়া উচ্চতম স্বাধীন চিন্তাৰ বিজয় স্তম্ভ। এই ব্ৰাহ্মণ গ্ৰন্থবোৰতে পুৰোহিত শ্ৰেণীয়ে নিজ ক্ষুদ্ৰ স্বাৰ্থৰক্ষাৰ বাবে শেষ যুগত পৰাজয় স্বীকাৰ কৰিবলৈ বাধ্য হল। "যি বিদ্যা লভিলে নেদেখা দেখিব পাৰি, নুশুনা শুনিব পাৰি, নভবাও ভবা হয় আৰু নজনাও জনা হয়," উপনিষদৰ সেই নতুন

আপুৰুণীয়া অপাৰ্থিব ব্ৰহ্মবিদ্যা ক্ষত্ৰিয়সকলৰ দান যে সন্দেহ নাই। চাৰিবেদৰ কৰ্মকাণ্ড যে অসাৰ্থক, আৰু উপনিষদৰ জ্ঞান-কাণ্ডই হে প্ৰকৃত সাৰ্থক, উদ্দালক আৰুণি আৰু তেওঁৰ পুতেক শ্বেতকেতুৰ কাহিনীৰ পৰা সুন্দৰৰূপে প্ৰমাণিত হয়। ইয়াৰ পৰাই আৰু প্ৰমাণিত হয় যে পুৰোহিত জাতিৰ তথাকথিত ধৰ্ম-প্ৰণালীৰ লগত এই চিৰনতুন চিন্তাধাৰা ৰক্ষিতা নোখাৱাৰ বাবেই আৰু এই জ্ঞান-কাণ্ডৰ অবিহনে কৰ্মকাণ্ড বঁজা দেখি সেই জাতিৰ সজ বিবেচক আৰু দূৰদৰ্শীবিলাকে ভাটি বয়সতো এই অভিনৱ অপাৰ্থিব জ্ঞান ক্ষত্ৰিয় গুৰুৰ চৰণ-তলত লাভ কৰিছিল।

ক্ষত্ৰিয় গুৰুসকলৰ ভিতৰত ৰাজৰ্ষি জনক সুপ্ৰসিদ্ধ আছিল। বিশ্বামিত্ৰৰ দৰেই বৈৰু, জন্মত নহয়, জ্ঞানত ব্ৰাহ্মণ হৈছিল; এওঁ ৰজা জনশ্ৰুতিক ব্ৰহ্মজ্ঞান দান কৰিছিল, ছান্দোগ্য উপনিষদত তাৰ বিৱৰণ পোৱা হয়। ক্ষত্ৰিয় প্ৰবাহনে ব্ৰাহ্মণ গৌতম ঋষিক পুনৰ্জন্ম-তত্ত্বৰ অভিনৱ শিক্ষা দিছিল; আৰু ক্ষত্ৰিয় ৰজা অশ্বপতি কৈকয়ই পাঁচজন শিষ্যক আত্ম-তত্ত্বৰ জ্ঞান দিছিল। "অন্তৰৰো অন্তৰত মোৰ এই আত্মা খুদকণ এটিতকৈও সৰু! অন্তৰৰো অন্তৰত মোৰ এই আত্মা পৃথিবী, আকাশ, স্বৰ্গ, আৰু সদৌ জ্যোতিষ্কতকৈ বৰ। তেওঁতে আছে সদৌ কাৰ্য্য, বাসনা, গন্ধ, স্বাদ; তেৱেঁই এই অখিল বিশ্ব তেওঁৰ বুকত সুমাই ৰাখিছে। তেওঁ নামাতে নোবোলে; তেওঁ একোলৈকে কেৰেপ নকৰে। মোৰ অন্তৰৰো অন্তৰত থকা এই আত্মাই ব্ৰহ্ম। এই জীৱন ত্যাগ কৰিলে তেওঁৰে সৈতেই মিলিত হ'ম। যি জনে এই জ্ঞান লাভ কৰিছে তেওঁৰ আৰু এই বিষয়ে সন্দেহ নাথাকে। এইদৰে ঘোষণা কৰিছে সান্দিল্যাই, সচাকৈয়ে, সান্দিল্যাই।" এনেবোৰেই উপনিষদৰ শিক্ষা-প্ৰণালী। প্ৰাচীন ১০৮ খন উপনিষদৰ অতি সৰহ আৰু ঘাইখিনি ক্ষত্ৰিয়ৰ ৰচনা। ঐতেৰীয়, কৌষিতকী, তৈত্তিৰীয়, বৃহদাৰণ্যক, ছান্দোগ্য আৰু কেন, এই প্ৰথম ছয়খন উপনিষদ বুদ্ধদেৱ আৰু পাণিনিৰ পূৰ্ব্ব, আৰু

এইবোৰৰ গদ্য আদি পূৰ্বৰ ব্ৰাহ্মণবোৰৰ একে শৰীৰ। কঠ, শ্বেতাশ্বেতৰ, মহানাৰায়ণ, ঈশ, মুণ্ডক আৰু প্ৰশ্ন, এই ছয়খন উপনিষদও বুদ্ধদেৱৰ আগৰ, কিন্তু প্ৰথম ছয়খনৰ কিছু কালৰ পৰবৰ্তী; এই-বোৰৰ ৰচনাও সম্পূৰ্ণ বা প্ৰায়ে পদবন্ধ। এইকেখনে বেদান্তৰ মতকে বুজাইছে যদিও, সাংখ্য আৰু যোগৰ মত সেইবোৰত মিহলি আছে। ইয়াৰ পাছৰ মৈত্ৰায়ণ উপনিষদ কৃষ্ণ যজুৰ্বেদৰ, আৰু মাণ্ডুক্য উপনিষদ অথৰ্ব বেদৰ লগত সম্পৰ্কিত; উত্তৰ-বুদ্ধ যুগৰ হলেও আগৰ বাৰখনেৰে এই চৌধখন উপনিষদ চাৰিবেদৰ লগতেই জড়িত; ইয়াৰ পাছৰবোৰহে স্বাধীন।

উপনিষদবোৰে সাধাৰণতে বহু দেৱ-দেৱীৰ আৰু ক্ৰিয়া-কাণ্ডৰ বিৰুদ্ধে মত প্ৰকাশ কৰিছে; কিন্তু এই বিদ্ৰোহৰ বীজও স্বয়ং ঋক্ বেদতে (৭।১০০।৩) আছে। গতিকে যেতিয়া বহু শৰণ আৰু ক্ৰিয়া-কাণ্ডৰ বিৰুদ্ধে সোত প্ৰবল হল, তেতিয়া ঋক্ সংহিতাৰ (১।১৬৪।৪৬) মন্ত্ৰ শিৰোগত কৰি "একং সৎ বিপ্ৰা বহুধা বদন্তি, অগ্নিং যমং মাত-ৰিশ্বানমাহুঃ" (সেই একে সৎবস্তুকে বিপ্ৰবোৰে ইন্দ্ৰ, যম, মাত-ৰিশ্বা আদি বোলে) বেদৰ বহু-শৰণৰ মন্ত্ৰবোৰৰ এনে এক-শৰণ ব্যাখ্যা চলিবলৈ ধৰিলে। জৰথুস্ত্ৰ ধৰ্ম প্ৰচাৰৰ আগতো এনে "গোজামিল" বা ভুৱা দিয়াৰ চেষ্টা চলিছিল, কিন্তু মজদীয় ধৰ্মীবিলাকে তাক নামানিলে; তেওঁলোকৰ যজ্ঞত তেওঁলোকে কেতিয়াও অগ্নিত আহুতি নিদিয়ে আৰু আন দেৱ-দেৱীৰ নাম নলয়, যদিও তেওঁলোক অগ্নি সূৰ্য্য আদিক ঈশ্বৰৰ অসীম শক্তিৰ এক এক প্ৰকাশ বুলি ভাবে। কিন্তু সৃষ্টিকৰ্ত্তাৰ ইমানবোৰ প্ৰকাশৰ এক বা একাধিকক তেওঁৰ প্ৰতীক বুলি মানিলে অধৰ্মই কৰা হয়, কিয়নো খণ্ড যিমানেই যি হওক সেই অখণ্ডৰ লগত তুলনীয় নহয় বাবেই তেনে কৰা পাপ। গতিকে জৰথুস্ত্ৰৰ দৰেই বাসুদেৱ, বুদ্ধদেৱ, মহাবীৰ প্ৰভৃতি ক্ষত্ৰিয় বীৰ-বিলাকে এনে ক্ৰিয়া-কাণ্ডৰ বিৰুদ্ধে বিদ্ৰোহ চলালে। কৰ্ম-বাসনাৰ লগত পুনৰ্জন্মৰ সম্বন্ধ বৃহদাৰণ্যক উপনিষদত বিতোপনভাৱে বৰ্ণোৱা

আছে: “গুণাৰ বনকৰা বা বুটা-তোলাত যেনেকৈ শিপিনীয়ে কিছুমান সূতা উলিয়াই তাৰ পৰাই নৱকৈ আৰু আগতকৈ ধুনীয়াকৈ সুকীয়া চানেকি যুগুত কৰে, তেনেকৈয়ে মানুহে এই দেহ ত্যাগ কৰি অবিদ্যাৰ পৰা উদ্ধাৰ পাই বেলেগ, নতুন, আৰু অধিক সুন্দৰ আধ্যাত্মিক জীৱন লাভ কৰে। তেওঁ ( এই জন্মত ) যেনেদৰে চলে, ( পৰজন্মত ) তেনেকুৱাই হয়। নিজ কৰ্ম-বাসনা মতেই মানুহে সংসাৰত গঢ় লয়।”

ছান্দোগ্য উপনিষদত ( ৪।১৪।৩ ) আছে, ‘পদুম পাত যেনেকৈ পানীত নিতিতে, আত্মাই ব্ৰহ্ম বুলি বুজাবিলাকো তেনেকৈ পাপে নোছোৱে।’ পাছত গীতাতো ঠিক এই উপমাকে পোৱা হয়।

ব্ৰহ্মবিদ্যা ক্ষত্ৰিয়বিলাকৰ অভিনৱ এক স্বকীয়া আপুৰুগীয়া সম্পত্তি আছিল; বেদ-বিদ্যাশীল পুৰোহিত শ্ৰেণীয়ে তাক ঢুকি নাপাইছিল। আৰুণি ঋষিৰ পুতেক আৰু শিষ্য শ্বেতকেতু এই বেদ-বিদ্যাত নিপুণ হৈ নিজক সৰ্ববিদ্যা-বিশাৰদ জ্ঞান কৰি তৰ্কত দিগ্বিজয়ী বোলাবৰ অভিসন্ধিৰে প্ৰবাহনৰ পাঞ্চাল ৰাজ্যত সোমাল। প্ৰবাহনে সভাত সাদৰে সুধিলে, ‘ঋষিকুমাৰ, তোমাৰ কি কি বিদ্যা অধীত কৰা হৈছে?’ ‘মহাৰাজ, ঋষি পিতৃৰ অধীনত মোৰ সৰ্ববিদ্যা আয়ত্ত কৰা হৈছে।’ তেতিয়া ৰজাই জন্ম মৃত্যু আদিৰ ৰহস্য সম্পৰ্কে শ্বেতকেতুক এটা এটাকৈ পাঁচটা প্ৰশ্ন কৰিলে আৰু শ্বেতকেতুৱে তাৰ এটা উত্তৰ দিবলৈও মুখ মেলিব নোৱাৰিলে। লাজে-দুখে জৰ্জৰিত হৈ শ্বেতকেতু ঘৰলৈ উলটি গৈ পিতাকক কলে, ‘আপুনি মোক এনে সৰ্ব-বিদ্যা-বিশাৰদ কৰি পঠিয়ালে নে যে মই ক্ষত্ৰিয় ৰজা প্ৰবাহনৰ পাঁচটা প্ৰশ্নৰ এটাৰ উত্তৰতো মুখ মেলিব নোৱাৰি ৰাজসভাত লাঞ্ছিত হৈ উলটিব লগা হল?’ পুতেকৰ পৰা প্ৰশ্নকেইটা শুনি আৰুণিয়ে কলে, ‘বৎস! মই নিজে সেই বিষয়ত অজ্ঞ; তোমাক তেনে জ্ঞান কৰ পৰা দিম?’ ইয়াৰ পাছত পিতা ঋষি নিজে শিষ্যৰূপে প্ৰবাহনৰ কাষত উপস্থিত হলগৈ। প্ৰবাহন বিমোৰত পৰিল; কিয়নো ক্ষত্ৰিয়ৰ এই

নিজ উপাৰ্জিত জ্ঞান তেতিয়ালৈকে কোনো বামুণক দিয়া হোৱা নাছিল। বস্তুত ভাবি-চিন্তি শেষত বয়সস্থ শুদ্ধচিত্ত আৰুণি গৌতমৰ আগ্ৰহ উপেক্ষা কৰিব নোৱাৰি, তেওঁক ভালেমান দিন শিষ্যৰূপে ঘৰত ৰাখি সেই অভিনৱ ব্ৰহ্ম-বিদ্যা প্ৰবাহনে দান কৰিলে, আৰু তেতিয়াৰ পৰাহে অপৰা বিদ্যাৰ সেৱক ব্ৰাহ্মণৰ ভিতৰত শ্ৰদ্ধাশীলসকলে এই পৰা বিদ্যা লাভ কৰি নিজক ধন্য মানিছে।

বিদেহৰ ক্ষত্ৰিয় ৰজা জনক সেই কালৰ শ্ৰেষ্ঠতম ব্ৰহ্মবিদ্ আছিল বুলিয়ে তেওঁক ৰাজৰ্ষি বোলা হৈছিল। কিন্তু ব্ৰহ্মবিদ্যা ইমান কঠিন যে ব্ৰহ্মিষ্ঠ বুলি নিজক ভাবিব পৰা আত্ম-বিশ্বাস অতি অলপ লোকৰহে আছিল। সেই কালত আন ঋষিসকলৰ ভিতৰতনো শ্ৰেষ্ঠতম ব্ৰহ্মিষ্ঠ কোন তাক জানিবৰ মনেৰে জনকে এক যজ্ঞৰ বিপুল আয়োজন কৰি যজ্ঞৰ শেষত ঋষিসকলক জনালে, 'আৰ্য্যসকল, মই সহস্ৰেক স্বৰ্ণশৃঙ্গ গাই যুগুত ৰাখিছোঁ; আপোনাসকলৰ ভিতৰত যিজনেই সৰ্বশ্ৰেষ্ঠ ব্ৰহ্মবিদ্ সিজনেই সেই দান গ্ৰহণ কৰি মোক কৃতাৰ্থ কৰক।' আন কাকো আগবঢ়া নেদেখি যাজ্ঞবল্ক্য ঋষিয়ে 'মই এই দান গ্ৰহণ কৰিছোঁ' বুলি তেওঁৰ শিষ্য সামশ্ৰবাক সেই সহস্ৰেক স্বৰ্ণশৃঙ্গ গাই তেওঁৰ আশ্ৰমলৈ নিবলৈ আদেশিলে। তেতিয়া অশ্বল, ভুজ্যু, উদ্দালক প্ৰমুখ্যে ঋষিসকলে যাজ্ঞবল্ক্যৰ শ্ৰেষ্ঠতম ব্ৰহ্মবিদ্যাৰ পৰীক্ষাৰ জোখাৰে প্ৰশ্ন কৰিলে, তেওঁ তাত উত্তীৰ্ণ হল। এওঁলোক প্ৰশ্ন কৰি পৰাস্ত হোৱাত বচক্নু ঋষিৰ কন্যা গাৰ্গী বাচক্নবী সভাৰ মাজত ঠিয় হল; দেবীসূক্তৰ মন্ত্ৰ-কৰ্ত্ৰী অম্ভৃণ ঋষিৰ কন্যা শূদ্ৰা বাক্ প্ৰভৃতি স্ত্ৰী-শূদ্ৰ নিৰ্বিশেষে উপনিষদ যুগত জ্ঞানৰ অধিকাৰী আৰু স্বাধীন আছিল। উদ্দালকে পোনতে অন্তৰ্য্যামী ব্ৰহ্মৰ কথা সোধাত যাজ্ঞবল্ক্যই উত্তৰ দিছিল, 'পৃথিবীয়ে যাক নাজানে, অথচ এই পৃথিবীয়েই যাৰ দেহ, এই পৃথিবীৰ অভ্যন্তৰত থাকি যি সকলোকে নিয়ন্ত্ৰিত কৰে সেই অমৃতেই তেওঁ।' উদ্দালকে সোধা 'সৰ্বভূতাত্মক আত্মা'ৰ প্ৰশ্নৰ উত্তৰত যাজ্ঞবল্ক্যই কৈছিল, 'যাক সৰ্বভূতে নাজানে,

অথচ যি সৰ্বভূতৰ অন্তৰত থাকি নিয়ন্ত্ৰিত কৰে, সেই অমৃতেই তেওঁ।' কিন্তু গাৰ্গীয়ে প্ৰশ্নৰ সোতত উটি সূক্ষ্মৰ পৰা সূক্ষ্মতৰলৈ গৈ যেতিয়া 'তেওঁৰ (ব্ৰহ্মৰ) ওপৰত কোন' বুলি সুধিব খুজিলে, যাজ্ঞবল্ক্যই "সাৱধান, গাৰ্গী" বুলি ততালিকে তেওঁক সতর্ক কৰি দিলে ; কিয়নো গাৰ্গীয়ে মানুহৰ অধিকাৰৰ বাহিৰ, প্ৰশ্নৰ বেদ-বিধিৰ সীমা পাৰ হৈ, তেনে অন্যায় প্ৰশ্ন কৰিছিল। গাৰ্গীয়ে সেই ন্যায় শাসন মানি সেই বাৰ ৰহিল, আৰু তাৰ পাছত দুনাই প্ৰশ্ন কৰিলে, 'বাক, আকাশ-খনৰ অৱস্থান কিহত ?' ই স্বৰূপতে পৰব্ৰহ্ম তথা আত্ম-তত্বৰ প্ৰশ্ন ; আৰু যাজ্ঞবল্ক্যই তাৰ উচিত উত্তৰ দিলে, 'গাৰ্গী, তুমি সেই অক্ষৰ ব্ৰহ্মৰ কথা সুধিছা যাৰ প্ৰশাসনত চন্দ্ৰ-সূৰ্য্য, ভূলোক-দ্যুলোক ভ্ৰাম্যমান আৰু বিৰাজমান ; যাক কোনেও নেদেখে, নুশুনে, নাজানে ; কিন্তু যাৰ বাহিৰে দ্ৰষ্টা, শ্ৰোতা বা বিজ্ঞাতা কেও নাই। জানা, গাৰ্গী, সেই অক্ষৰ ব্ৰহ্মতে আকাশ-তত্ব প্ৰভৃতি সৰ্বতত্বৰ অৱস্থান।'

বেদৰ মন্ত্ৰ-কৰ্তা ঋষি হৈও নিজৰ ব্ৰহ্ম-বিদ্যাৰ অভাৱত অনেক ব্ৰাহ্মণে সমিধ-পাণি ( শিষ্য ) ৰূপে ক্ষত্ৰিয় ৰজাসকলৰ চৰণত সেই জ্ঞান লাভ কৰিছিল, আৰু সেইটো কোনো অপমানজনক কাৰ্য্য বুলি নাভাবিছিল। তদুপৰি আজিকালি যেনেকৈ আমি উকিলৰ পুতেকক উকিল বা হাকিমৰ-পুতেকক হাকিম নোবোলোঁহক, উপনিষদৰ যুগতো সেইদৰে বামুণৰ লৰাক বামুণ নুবুলি ব্ৰাহ্মণকুমাৰ, ঋষিকুমাৰ এনেভাৱেহে উল্লেখ কৰিছিল : তাৰ পাছত ভাৰতৰ আন্ধাৰ যুগতহে তেনে উপাধি জন্ম-গত হৈ পৰিছিল। তেনে পাঁচজন ঋষিকুমাৰ প্ৰাচীনশাল, সত্যযজ্ঞ, ইন্দ্ৰদ্যুম্ন, জন আৰু বড়িল ব্ৰহ্মবিদ্যাৰ অন্বেষণত পৰম ব্ৰহ্মিষ্ঠ বুলি প্ৰখ্যাত উদ্দালক ঋষিৰ কাষত সমিধ-পাণি (শিষ্য) ৰূপে উপস্থিত হলগৈ। নিৰহঙ্কাৰ নিৰভিমান উদ্দালকে তেওঁলোকক কলে, 'বাছাইঁত, ব্ৰহ্ম-বিদ্যাৰ উপদেশ দিব পৰা শক্তি মই নিজেই এতিয়ালৈকে লাভ কৰা নাই ; ব'লাইঁক, ময়ে সৈতে ছয়োজনে কেকয় ৰাজ্যৰ গৰাকি ক্ষত্ৰিয় অশ্বপতিৰ কাষত সেই বিৰাট পুৰুষক

জানিব পৰা শক্তি লাভ কৰোঁগৈ।' সেই সময়ত অশ্বপতিয়ে এক বিপুল যজ্ঞৰ আয়োজন কৰিছিল; পাঁচজন ব্ৰাহ্মণকুমাৰে সৈতে উদ্দালক ঋষিক দেখি আনন্দিত হৈ কলে, 'মোৰ পৰম সৌভাগ্যৰ গুণে আপোনাসকল অহাত মই কৃতাৰ্থ হলোঁ; আপোনালোক থাওক, মোৰ এই যজ্ঞত আন হোতাসকলক যিমান ধন-বস্ত্ৰ দান কৰিম, আপোনাসকলকো প্ৰত্যেককে মই তেনেভাৱেই দান কৰিম।' তেতিয়া উদ্দালক প্ৰমুখ্যে অতিথিসকলে জনালে যোলে ধন-বস্ত্ৰ বিচাৰি তেওঁলোক অহা নাছিল, কিন্তু 'ধন-বস্ত্ৰতকৈও সহস্ৰগুণে মূল্যবান ব্ৰহ্মবিদ্যা-বস্ত্ৰ বিচাৰি আমি আপোনাৰ কাষলৈ সমিধ-পাণি ৰূপেহে আহিছোঁ।'

অশ্বপতিয়ে কলে, 'মই অধিক সন্তুষ্ট হৈছোঁ আৰু আপোনাসকল যে সেই পৰাবিদ্যা লাভৰ উপযুক্ত পাত্ৰ তাকো বুজিছোঁ। বাৰু, এতিয়ালৈকে আপোনালোকৰ কোনে কিভাৱে সেই উপনিষদ পুৰুষৰ উপাসনা কৰি আহিছে, কওকচোন! তেতিয়া তেওঁলোকৰ এজনে জলত, এজনে বায়ুত, এজনে সূৰ্য্যত, এজনে আকাশত, এজনে অগ্নিত, আৰু শেষত উদ্দালকে সমগ্ৰ পৃথিবীৰ অন্তৰাত্মাক উপাসনা কৰা বুলি জনালে। তেতিয়া অশ্বপতিয়ে তেওঁলোকক মৰমেৰে বুজালে, 'আপোনালোকৰ কাৰো উপাসনা ভুল হৈছে বুলি মই নকওঁ। পাছে, চাওক; আমি দেখা আৰু আমাক বেৰি থকা এই বায়ু, আকাশ, পৃথিবী, সাগৰ, সূৰ্য্য, অগ্নি একোৱেই ব্ৰহ্ম নহয়: কিন্তু তেওঁ এই সকলোৰে ভিতৰত বিৰাজ কৰিছে, আৰু এই বিপুল বিশ্ব সেই বিশ্বদেৱতাৰ প্ৰমাণ মাত্ৰ।' তাৰ পাছত অনেক দিন তেওঁৰ লগত ৰাখি ৰজা অশ্বপতিয়ে উদ্দালক ঋষি আৰু ঋষিকুমাৰ পাঁচজনক ব্ৰহ্মবিদ্যা অধীত কৰাই বিদায় দিলে।

আত্মজ্ঞান বা ব্ৰহ্মবিদ্যা লাভ সহজ-সাধ্য নহয় নিশ্চয়; তাৰ প্ৰথম খাপ হল আত্ম-শুদ্ধি, ই নহয় মানে আত্মজ্ঞান-উপলব্ধি নহয়। এই বাবেই ব্ৰহ্মবিদ্যাৰ উপদেশ পাবৰ আগতে উপনিষদ-গুৰুসকলে

সমিধ-পাণিবিলাকক অনেক কাল ব্ৰহ্মচৰ্য্য আদি নিয়ম-সংযম কঠোৰভাৱে পালন কৰাব লাগে। কথিত আছে, বিদ্যা-শিক্ষাৰ বাবে দেৱতা, মানৱ, দানৱ, তিনিও মিলি প্ৰজাপতিৰ কাষলৈ গল ; বহুত দিন এনে নিয়ম-সংযম পালন কৰি থকাৰ পাছত ঋষিয়ে তিনিওৰো আগত উপদেশ ৰূপ এটা আখৰ মাথোন উচ্চাৰণ কৰিলে—"দ"। তাৰ পৰা কোনে কি শিক্ষা পালে বুলি সোধাত দেৱতাই কলে ; "দ, অৰ্থাৎ "দাম্যত", দমন কৰাঁ ; এই উপদেশ।" মানৱে কলে, "দ, অৰ্থাৎ "দত্ত", দান কৰাঁ ; এই উপদেশ।" দানৱে কলে, "দ, অৰ্থাৎ "দয়ধ্বম্", দয়া কৰাঁহক ; এই উপদেশ।" প্ৰজাপতিয়ে কলে, 'ঠিকেই বুজিছাঁহক।' ইয়াৰ তাৎপৰ্য্য অনেক দিন নিয়ম-সংযমত থাকি আত্ম-শুদ্ধি হবলৈ ধৰাৰ লগে লগে প্ৰত্যেকে নিজ নিজ যি গুণৰ অভাৱ তাৰ গম পালে আৰু তাক উপাৰ্জন কৰাই ঋষিৰ উপদেশ বুলি বুজিলে।

ঋষি প্ৰজাপতিৰ সম্পৰ্কে এনে আৰু এটা কাহিনী। আত্মাৰ ভোক নাই, শোক নাই, পিয়াহ নাই, কামনা নাই ; জৰা নাই, মৃত্যু নাই ; আত্মাক জানিলে সৰ্বকামনা-সিদ্ধি হয় ; এনে নানা কথা শুনি, ব্ৰহ্ম-লাভৰ আনন্দৰ বাবে নহয়, দেৱতা-দানৱ দুই পক্ষই নিজ ক্ষুদ্ৰ স্বাৰ্থ-সিদ্ধিৰ বাবে, যথাক্ৰমে ইন্দ্ৰ আৰু বিৰোচনক তেওঁলোকৰ প্ৰতিনিধিৰূপে ব্ৰহ্মবিদ্যা লভি আহিবলৈ প্ৰজাপতি ঋষিৰ কাষলৈ পঠালে। ৩২ বছৰ তেওঁৰ আশ্ৰমত থাকি ব্ৰহ্মচৰ্য্য আৰু সকলো নিয়ম-সংযম পালন কৰাৰ পাছত, প্ৰজাপতিয়ে দুইকো মাতি নি একেলগে উপদেশ কৰিলে : 'চকুত যি পুৰুষ আছে, তেৱেঁই আত্মা।' দুয়ো অলপ ভাবি চাই ঋষিক সুধিলে, 'ভগৱান, দাপোণত বা পানীত যি ছাঁ দেখা পোৱা হয়, সেয়ে আত্মা নে ?' ঋষিয়ে বুলিলে, 'হয়। বাৰু, তোমালোকে নিজে পানীত সেই আত্মাক চাই আহাঁ।' ঘূৰি দুয়ো কলেহি, 'ভগৱান, আমি আত্মাক যে দেখিলোঁৱেই, তেওঁৰ ডাঢ়ি-চুলি-নখ সকলো দেখা পালোঁ।' ঋষিয়ে বুলিলে, 'ভাল কথা।

এতিয়া তোমালোকে নিজ ডাড়ি-চুলি-নখ কাটি নতুন সাজ-পাৰ পিন্ধি আকৌ এবাৰ আত্মাক চাই আহাঁ।' দুয়ো তেনে কৰি ঋষিক কলেহি, 'ভগৱান, এইবাৰ আত্মাক নতুন সাজ-পাৰেৰে বৰ ধুনীয়া দেখি আহিলোঁ।' ইমানতে তেওঁলোকৰ ব্ৰহ্মবিদ্যা শেষ হল ভাবি ঋষিয়ে নোকোৱাকৈয়ে দুয়ো আশ্ৰমৰ পৰা গুচি আহিল। বিৰোচনে দানৱ সমাজত প্ৰচাৰ কৰিলে, 'দেহেই আত্মা; এই দেহৰ ভোগেই আত্মাৰ ভোগ।'

ইন্দ্ৰই কিন্তু অলপ বাট আহিয়ে ভাবি চালে, 'ওঁহো, দেহেই আত্মা কেনেকৈ হব পাৰে? দেহৰ ক্ষয়-বৃদ্ধি, জন্ম-মৃত্যু আছে; কিন্তু আত্মা অক্ষয় আৰু অজৰ-অমৰ নিশ্চয়।' ইন্দ্ৰ পুনৰ সমিধ-পাণি হৈ নিজৰ সন্দেহৰ কথা ঋষিক কলে; ঋষিয়ে বুলিল, 'সচা কথা, দেহ বা তাৰ ছায়া আত্মা নহয়। বাৰু, তুমি আৰু কিছুকাল মোৰ আশ্ৰমত থাকি আত্মশুদ্ধি কৰাঁ, মই পুনৰ উপদেশ দিম।' অনেক বছৰৰ মূৰত ইন্দ্ৰৰ আত্মশুদ্ধি হ'ল ভাবি ঋষিয়ে এইবাৰ উপদেশ দিলে, 'মানুহৰ টোপনিত থাকোঁতেও যিজন সাৰে থাকে, তেৱেঁই আত্মা।' অন্ততঃ এইবাৰ আত্মজ্ঞান হল ভাবি ইন্দ্ৰই ঋষিৰ আশ্ৰম এৰি স্বৰ্গলৈ বুলি কিছু দূৰ যোৱাৰ পাছত আকৌ মনত খুকুৰি লাগিল: 'মানুহ টোপনিত থাকোঁতেও সপোনত তেওঁ কেতিয়াবা নানা দুখ-কষ্ট ভোগ কৰে; কিন্তু আত্মাৰ ভোক নাই, শোক নাই; তেন্তে টোপনিত সাৰে থকা জন কেনেকৈ আত্মা হব পাৰে?' পুনৰ সমিধ-পাণি হৈ তেওঁ ঋষিৰ কাষত উপস্থিত হৈ তেওঁৰ নতুন সন্দেহৰ কথা কলে; ঋষিয়ে বুলিলে, 'তুমি ঠিক ধৰিছাঁ; বাৰু, আৰু অলপদিন আশ্ৰমত থাকি আত্মশুদ্ধি লাভ কৰাঁ: মই নতুন উপদেশ দিম।' এই দৰে আকৌ ৩২ বছৰ আশ্ৰমত থকাৰ পাছত ঋষিয়ে তেওঁক পুনৰ উপদেশ কৰিলে, 'শুই থাকোঁতে যি কোনো সপোন নেদেখে সেই নিৰ্বিকাৰজনেই আত্মা।' ইন্দ্ৰই ভাবিলে এইবাৰ নিশ্চয় তেওঁৰ আত্মজ্ঞান সম্পূৰ্ণ হল; কিন্তু আশ্ৰম এৰি আকৌ অলপ বাট যাওঁতেই তেওঁৰ মনত খেলালে, 'বাৰু,

টোপনিয়ে মৰণে সমান ; তেন্তে মৰণৰ সমান গভীৰ টোপনিত থকাটো কেনেকৈ আত্মা হব পাৰে ?' সমিধ-পাণি হৈ পুনৰ উলটি অহাত ঋষিয়ে কলে, 'তুমি এইটোও ঠিক ধৰিছা ; বাৰু, কেইবছৰমান আশ্ৰমত থাকি তোমাৰ মন সম্পূৰ্ণ নিৰ্মল হলে তোমাক মই শেষবাৰ উপদেশ দিম।' এই বুলি আৰু পাঁচ বছৰৰ মূৰত, মুঠতে ১০১ বছৰ ইন্দ্ৰই ঋষিৰ আশ্ৰমত থাকি আত্মশুদ্ধি লভাৰ পাছত, ঋষিয়ে তেওঁৰ ব্ৰহ্মবিদ্যা সম্পূৰ্ণ কৰিলে।

অকল পুৰুষেই নহয়, তিৰুতাসকলৰো অনেকেই উপনিষদ যুগত অতি ব্ৰহ্মিষ্ঠা হৈ উঠিছিল যে গাৰ্গী বাচক্লবীৰ উদাহৰণেই তাৰ সঙ্কেত দিয়ে। তাৰ অন্যতম জ্বলন্ত প্ৰমাণ যাজ্ঞবল্ক্য-পত্নী মৈত্ৰেয়ী স্বয়ং ; যাজ্ঞবল্ক্যই যেতিয়া বয়সত বাণপ্ৰস্থ তথা সন্ন্যাস আশ্ৰমৰ বাবে সাজু হৈ পত্নীক সাংসাৰিক ধন-সম্পত্তিৰ ভাগ দি যাব খুজিলে, মৈত্ৰেয়ীয়ে যাজ্ঞবল্ক্যক সুধিলে, "কথং তেন অমৃতাস্যাম্ ?" ( সাংসাৰিক ধন-ধানে মোক সেই অমৃত দান কৰিব পাৰিবনে ? ) যাজ্ঞবল্ক্যই কলে, "অমৃতস্য তু ন অশাস্তি বিত্তে নেতি।" ( বিত্তেৰে মানুহ অলপ দিন অভাৱ-অভিযোগৰ হাত সাৰি থাকিব পাৰে ; তাৰে অমৃত লাভ কৰিব নোৱাৰি। ) মৈত্ৰেয়ীয়ে সুধিলে "যেনাহং নামৃতা স্যাম্ কিমহং তেন কুৰ্য্যাম্!" ( যি বিত্তেৰে অমৃত [ অমৰত্ব ] লভিব নোৱাৰি, তেনে বিত্তেৰে মই কৰিম কি ? ) তেতিয়া যাজ্ঞবল্ক্যই পৰম সন্তোষ পাই পত্নীক পৰম ব্ৰহ্ম-বিদ্যা পূৰ্ণভাৱে দান কৰি নিৰ্জনত তাৰ ধ্যান কৰিবলৈ ক'লে।

বিদ্যা লাভৰ বাজ-আলি হ'ল গুৰুক প্ৰণিপাত, পৰিপ্ৰশ্ন আৰু সেৱা ("প্ৰণিপাতেন পৰিপ্ৰশ্নেন সেৱয়া")। ভৰদ্বাজ ঋষিৰ পুত্ৰ সুকেশা, সূৰ্য্য ঋষিৰ নাতি গাৰ্গ্য, কত্য ঋষিৰ পুত্ৰ কবন্ধী, শিবিৰ পুত্ৰ সত্যকাম, অশ্বলৰ পুত্ৰ কৌশল্য আৰু বিদৰ্ভৰ ভাৰ্গৱ, এই ছয় ঋষিকুমাৰে পৰব্ৰহ্মৰ জ্ঞান পাবৰ অভিলাষেৰে অজ্ঞান আন্ধাৰ নাশ-কাৰী গুৰু বিচাৰি বিচাৰি শেষত পৰম ব্ৰহ্মবাদী পিপ্পলাদৰ গুৰি

পালেগৈ। পিপ্পলাদে তেওঁলোকক আশ্ৰমত অন্ততঃ এটা বছৰ থাকি ব্ৰহ্মচৰ্য্য আৰু নিয়ম-সংযম পালনৰ দ্বাৰা আত্মশুদ্ধি লাভ কৰিবলৈ আদেশ দিলে ; এবছৰৰ মূৰত তেওঁলোকক মাতি আনি কলে, 'এতিয়া তোমালোকৰ যাৰ মনত যি প্ৰশ্নৰ উদয় হয়, তাকে সোধাঁ ; মই তাৰ যথাযথ উত্তৰ দিবৰ যত্ন কৰিম।' এই প্ৰসঙ্গত ভৰদ্বাজ পুত্ৰ সুকেশাই এটি কাহিনী বৰ্ণাই প্ৰশ্ন কৰিলে : 'গুৰুদেৱ, কোশল দেশৰ ৰাজকুমাৰ হিৰণ্যাভ এদিন মোৰ ওচৰলৈ আহি মোৰ পৰা সেই বিৰাট পুৰুষ পৰব্ৰহ্মৰ জ্ঞান বিচাৰিছিল ; মই নিজে সেই জ্ঞান লাভ কৰিব পৰা নাই বুলি কোৱাত ৰাজকুমাৰৰ কোনো মতে প্ৰত্যয় নহল। তেওঁ অতি বেজাৰ মনেৰে ৰথত উঠি কোশল ৰাজ্যলৈ উলটি গল ; কিন্তু মোৰ বুকুত তেওঁৰ সেই দুখ শেলৰ দৰে সোমাই ৰল। এতিয়া আপোনাৰ পদ-প্ৰান্তত পোনতে সেই দিব্য জ্ঞান লাভ কৰি সেই অনুতাপৰ শেল উঘালিবৰ আশা কৰোঁ।' এনেদৰেই সেই ঋষিকুমাৰ কেজনে মন-প্ৰাণ জন্ম-মৃত্যু আদিক সামৰি যিবোৰ প্ৰশ্ন কৰিছিল, সেয়ে প্ৰশ্নোপনিষদ নামৰ প্ৰধান উপনিষদ এখনৰ ভেটি।

উপনিষদৰ যুগত সত্যপৰায়ণতা আৰু জ্ঞান-পিপাসা এনেদৰে বৰ্দ্ধিত হৈছিল যে তাৰ তুলনা ভাৰতবৰ্ষত হে নালাগে পৃথিবীৰ কোনো দেশত কোনো যুগত পোৱা নহয় ; শৈশৱ কালৰ পৰা ইয়াৰ কেনেকৈ গজালি মেলে, নচিকেতাৰ কাহিনীয়েই তাৰ প্ৰমাণ। গৌতম ঋষিয়ে এটা যজ্ঞ পাতি পুৰোহিতবোৰক দান কৰিবলৈ বহুত গাই আনিছিল ; শিশু নচিকেতাই বাৰে বাৰে পিতাকক প্ৰশ্ন কৰিলে, 'পিতা, মোক কাক দান দিবাঁ ?' অনৰ্থক বুলি ভৱা প্ৰশ্ন পুতেকে বাৰম্বাৰ এইদৰে সোধাত খং উঠি পিতাকে কলে, 'তোক যমক দান দিম।' খঙৰ বেগত পিতাকৰ মুখত সেই কথা ওলোৱা বাবে পিতাক পিছ মুহূৰ্ত্ততে অতি অনুতপ্ত হল ; কিন্তু শিশু নচিকেতাই পিতাকক বুজনি দি কলে, 'পিতা, অনিত্য এই সংসাৰ, কিন্তু সত্য নিত্য ; গতিকে এই পিতৃ-সত্য

মোৰ অৱশ্য পালনীয়। গতিকে মই যম ৰজাৰ দেশলৈ ওলাগোঁ; তুমি মোৰ বাবে শোক নকৰিবাঁ।'

শিশু নচিকেতা গৈ যম ৰজাৰ ঘৰ পোৱা সময়ত যম ৰজা ঘৰত নাছিল। তিনি দিনৰ মূৰত যম ৰজা ঘৰ ওলালহি; তেওঁৰ অবিহনে, শিশু হলেও, অতিথি-শুশ্রূষা নোহোৱাকৈ তিনি দিন তেওঁৰ ঘৰত থাকিব লগা বাবে নচিকেতাক তিনিটা বৰ খুজিবলৈ কলে। নচিকেতাই কলে, 'হে ধৰ্ম ( যম ), মোক তেন্তে প্ৰথমতে এই বৰ দিয়াঁ যেন মোৰ পিতাৰ চিত্ত প্ৰসন্ন হয়।' 'তথাস্তু। দ্বিতীয় বৰ লোৱাঁ।' 'হে ধৰ্ম, দ্বিতীয়ত মোক এই বৰ দিয়াঁ যেন অগ্নি-বিজ্ঞানত মই সিদ্ধি লভোঁ।' 'তথাস্তু। শেষ বৰ লোৱাঁ।' 'হে ধৰ্ম, অমৃত ( অমৰত্ব ) লাভ কেনেকৈ হয় তাক যেন মই জানিব পাৰোঁ, এই শেষ বৰ দিয়াঁ।' তেতিয়া যম ৰজাই নচিকেতাক কলে, 'ই এনে দুৰ্জ্ঞেয় বিষয় যে দেৱতাবিলাকৰো তাত সংশয় আছে; গতিকে তুমি আন বৰ প্ৰাৰ্থনা কৰাঁ।' নচিকেতাই কলে, 'হে ধৰ্ম, দেৱতাৰ পক্ষেও যদি এই বিষয় দুৰ্জ্ঞেয় হয়, তেন্তেনো বাৰু তোমাৰ বাহিৰে কোনে মোক এই জ্ঞান দিব ? এতেকে এই বৰ বিনে আন কোনো বৰকে মই বাঞ্ছা কৰিব নোৱাৰোঁ।' যমে কলে, 'নচিকেতা, ৰাজোচিত ধন-সম্পত্তি, দীৰ্ঘায়ু, দীৰ্ঘজীৱী পুত্ৰ-নাতি, দেৱ-দুৰ্লভ ভোগ, যি লাগে মই তাকে দিব পাৰোঁ; তুমি মুঠেই এই বৰ নুখুজিবাঁ।' নচিকেতাই কলে, 'ধৰ্মৰাজ, এই সকলো ভোগ দুদিনীয়া; এতেকে মোক সেইবোৰৰ কথা নকৈ মোৰ প্ৰাৰ্থিত বৰ দান কৰাঁ।' তেতিয়া যম ৰজাই জন্ম-মৃত্যুৰ ৰহস্য আৰু অমৃত-লাভৰ উপায় নচিকেতাক শিকাই দিলে, আৰু প্ৰেয়ঃ এৰি শ্ৰেয়ঃ আকাঙ্ক্ষা কৰা বাবে তেওঁক ধন্য বুলিলে।

———

# চাৰি

## বেদান্তত বৈদিক দেৱতা

বেদৰ সাৰ তিনি প্ৰস্থান: শ্ৰুতি প্ৰস্থান উপনিষদ, ন্যায় প্ৰস্থান ব্ৰহ্মসূত্ৰ, স্মৃতি প্ৰস্থান গীতা। বেদান্ত বুলিলে সেইদেখি এই তিনিও শাস্ত্ৰকে বুজায়; কিন্তু বেদান্ত-দৰ্শন বুলিলে অকল ব্ৰহ্মসূত্ৰহে বুজিব লাগে। বেদান্তই বৈদিক ক্ৰিয়াকাণ্ড আৰু দেৱ-দেৱী দূৰ কৰিলে; কিন্তু সেই বেদৰে এজন ঘাই দেৱতা বিষ্ণু ( সূৰ্য্য ) কৃষ্ণৰূপে বেদান্তৰ সিংহাসনত কেনেকৈ বহিবলৈ পালে সিও ভাবি চাব লগা কথা নিশ্চয়।

> "সৰ্বোপনিষদো গাবো দোগ্ধা গোপালনন্দনঃ।
> পাৰ্থোবৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ॥"
> "সকল উপনিষদে ধেনু, দোগ্ধা ভৈল তাৰ নন্দসুত,
> বৎস ভৈল তাৰ কুন্তী-পুত্ৰ ধনঞ্জয়।
> দুগ্ধ ভৈল তাৰ গীতামৃত, কৃষ্ণৰ চৰণে দিয়া চিত্ত
> সুবুদ্ধিসকলে সন্তোষে পান কৰয়॥"

উপনিষদৰ সাৰ কাঢ়িয়ে যে গীতা ৰচনা কৰা হৈছে, সি "দেখোঁতেই চিতল, পিঠিতেই কাঁইট।" গীতাৰ নায়ক কৃষ্ণই "বৃষ্ণিনাম্ বাসুদেৱো ঽস্মি" বোলাত তেওঁক বৃষ্ণিবংশী বুলি সঠিক জনা হয়। মহাভাৰতত তেওঁক সাধাৰণতে "বাসুদেৱ" (৩।১৪।৮) অৰ্থাৎ বসুদেৱৰ পুত্ৰ বুলিছে; কিন্তু ভাণ্ডাৰকাৰৰ মতে তেওঁৰ নিজ নামেই বাসুদেৱ, কৃষ্ণ তেওঁৰ গোত্ৰ নামহে। প্ৰাক্‌বৌদ্ধ যুগৰ, খৃষ্টপূৰ্ব সপ্তম শতিকাৰ আগৰ, ছান্দোগ্য উপনিষদত তেওঁক "তদ্ধৈতদ্ ঘোৰ আঙ্গিৰসঃ কৃষ্ণায় দেৱকীপুত্ৰায়" (৩।১৭।৬) বুলিছে।

কৃষ্ণক ঋক্‌বেদত অসুৰ আৰু দ্ৰাবিড়ী পুৰাণত যৌৱন-দেৱতা বুলিছে; তেন্তে সেই কৃষ্ণই গীতা-উপনিষদত বিষ্ণু তথা "ভগবান্

স্বয়ং” হ’বলৈ পালে কেনেকৈ ? এই প্ৰসঙ্গত মনত ৰাখিব লাগিব, শিৱৰ উল্লেখো বেদত পোৱা হয় ; কিন্তু সি নিন্দাসূচক ভাৱেহে ; অৰ্থাৎ শিৱ নিশ্চয় বৈদিকবিলাকৰ বাবে আজিকালিৰ ভাষাত “বিদেশী” আছিল। তেনেস্থে ঋক্ বেদত কৃষ্ণক “অসুৰ” আৰু দ্ৰাবিড়ী পুৰাণত যৌৱন-দেৱতা ( ৰাসক্ৰীড়াৰ সৈতে খাপ খোৱা ) বোলা কথা, আৰু তাৰ লগত পাছৰ পুৰাণবোৰত কৃষ্ণই বেদৰ ঘাই দেৱতা ইন্দ্ৰক পৰাজয় কৰা কথা মিলাই চালে কৃষ্ণ বৈদিকবিলাকৰ বিপক্ষ আৰু তাৰ প্ৰতিদ্বন্দ্বী সম্ভৱ, উচ্চতৰ ( যেনে, দ্ৰাবিড়ী ) সভ্যতাৰ নেতা আছিল বুলি অনুমান কৰিব পাৰি যেন লাগে। বৰ্ণ স্বৰূপতো কৃষ্ণ ( ক’লীয়া ) বৈদিক আৰ্য্যৰ শ্ৰেষ্ঠ বৰ্ণৰ লগত জীণ নাযায় নিশ্চয়।

ইফালে আন এটা কথা মনত খেলায়, উপনিষদৰ আত্মা-ব্ৰহ্ম আদি তত্ত্বৰ পৰা কৃষ্ণই নিজক সেই পৰম ব্ৰহ্ম পৰমাত্মা বুলি ঘোষণা কৰা কথা কেনেকৈ আহিল ? “কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত। নাম-ধৰ্ম কৰিলা বিদিত ॥” যীশু, মহম্মদ আদি নৱধৰ্ম-প্ৰৱৰ্ত্তকসকলে নিজক তেনেদৰে ঘোষণা কৰা নাই বা প্ৰথম পুৰুষত কথা কোৱা নাই ; কিন্তু তেওঁলোকৰ তৃতীয় পুৰুষতো কৃষ্ণই কোৱাৰ দৰে প্ৰথম পুৰুষৰ সুৰ মাজে মাজে বাজি উঠে কোনো সত্য দঢ়াই কোৱা প্ৰসঙ্গত।

সন্ত জনৰ মতে যীশুৰ কথা : “মই পৰম পিতাৰ কথা কৈছোঁ, তোমালোকে মোক নামানা ; যি নিজৰ কথা কবহি, তেওঁক মানিবাঁ !” ( ৫।৪৩ )। “সত্যে সত্যে মই কৈছোঁ, মোক মানিলেই অনন্ত জীৱন লভিবাঁহঁক।” ( ৬।৪৭ )। “মই পৃথিবীৰ পোহৰ, মোৰ পিছ ল’লে আন্ধাৰত কপজপাব নালাগিব।” ( ৮।১২ )। “তোমালোক পৃথিবীৰ, মই স্বৰ্গৰ।” ( ৮।২৩ )। “ময়েই পুনৰুত্থান, ময়েই জীৱন।” (১০।২৫)। “ময়েই পন্থা, ময়ে সত্য, ময়ে জীৱন।” ( ১৪।৬ ) ইত্যাদি। ঠিক এনেদৰে কোৰানত নিজে বা ঈশ্বৰৰ হৈ মহম্মদে কৈছে : “মোৰ বাহিৰে আৰু ঈশ্বৰ নাই, গতিকে মোকে

সেৱা কৰাঁ।" (২১।২৫)। ই ঠিক যেন গীতাৰ "মামেকং শৰণং ব্ৰজ", "মাং নমস্কুৰু", আদিৰ স্পষ্ট প্ৰতিধ্বনি! গতিকে কৃষ্ণই প্ৰথম পুৰুষত কোৱাৰ অৰ্থ বুজিব পাৰি।

সি যি হওক, বেদান্তত বিষ্ণু দেৱতাৰ, তথা কৃষ্ণৰ প্ৰাধান্যই অকল সেই বৈদিক দেৱতাৰ নামটো নহয়, আওপাকে হলেও, সূৰ্য, অগ্নি, আদিৰ প্ৰবেশো বৈদান্তিক ধৰ্মত সম্ভৱ কৰিলে; যদিও সেইবোৰ প্ৰকৃততে উপাস্য নহয়। ছান্দোগ্য উপনিষদৰ (৩।১৭।৬): "তদ্ধৈতদ্ ঘোৰ আঙ্গিৰসঃ কৃষ্ণস্য দেৱকীপুত্ৰায়োক্ত বাচা পিপাস এব স বভুমোস্ত বেলায়ামেত্য ত্ৰয়ম্ প্ৰতিপাদ্যত অক্ষিতমচ্যুতমসি প্ৰাণাসংশিতমসিতি।" আদি উক্তিত দেৱকীপুত্ৰ কৃষ্ণ যে ঘোৰ আঙ্গিৰসৰ শিষ্য সি সুস্পষ্ট। এই ছান্দোগ্য উপনিষদতে কৃষ্ণক পুৰুষ-যজ্ঞ বিদ্যা শিকাই সূৰ্য্য-উপাসক-আঙ্গিৰসে শেষত কৈছে: "আদিৎ প্ৰত্নস্য ৰেতসঃ উদ্বয়ন্তম সম্পৰিজ্যোতিঃ পশ্যন্ত উত্তৰং স্বঃ পশ্যন্ত উত্তৰং দেৱং দেৱত্ৰা সূৰ্য্যমগন্ম জ্যোতিৰুত্তমমিতি।" মহাভাৰতত (১২।৪৭।৩৮-৪০) ভীষ্মই কৃষ্ণক প্ৰায় এনে কথাৰেই স্তুতি কৰিছে। আকৌ সেই শান্তিপৰ্বতে (১২।৩৩৫।১৯) আছে: "সাত্বতম্ বিধিমাস্থায় প্ৰাক্সূৰ্য্যমুখনিঃসৃতম্", আৰু গীতাত (৪।১) কৈছে:

"ইমং বিৱস্বতে যোগং প্ৰোক্তৱানহমব্যয়ম্।
বিৱস্বান্ মনৱে প্ৰাহ মনুঃ ইক্ষ্বাকৱেঽব্ৰবিৎ॥"

"সৰ্বোপনিষদো গাবো"ৰ "দুগ্ধং গীতামৃতং মহৎ" অনেক সাদৃশ্যৰ পৰা দেখুৱাব পাৰি; কিন্তু তাৰ ভিতৰত আঙ্গিৰস-কৃষ্ণ আৰু কৃষ্ণ-অৰ্জ্জুন শিক্ষা-প্ৰসঙ্গহে আমাৰ আলোচ্য বিষয়ত পৰে। ছান্দোগ্য উপনিষদত (৩।১৭।৪৭) "তপোদানমাৰ্জৱম্ অহিংসা সত্যবচনম্" বুলি ঘোৰ আঙ্গিৰসে কৃষ্ণক যি শিক্ষা দিছিল, গীতাত (১৬।১-২) ঠিক তেনে শিক্ষাকে গুৰুৰূপে কৃষ্ণই শিষ্য অৰ্জ্জুনক দান কৰিছে। আকৌ সেই ছান্দোগ্য উপনিষদতে আঙ্গিৰসে নিজ শিষ্য কৃষ্ণক শিকোৱা "ধৰ্ম-পুষ্টিকৰ" গুণ "তপোদানমাৰ্জৱমহিংসা সত্যবচনম্" আদি প্ৰায়

একে কথাকে গীতাত কৃষ্ণই নিজ শিষ্য অৰ্জ্জুনক "দেৱোচিত" গুণ বুলি শিকাইছে; "দানম্ দামশ্চ যজ্ঞশ্চ স্বাধ্যায়ম্ তপ আৰ্জ্জবম্ অহিংসা সত্যম্" ইত্যাদি।

পুনঃ পুনঃ পোৱা এনেবোৰ প্ৰমাণৰ পাছত, পণ্ডিতপ্ৰবৰ গ্ৰিয়াৰ্ছনে কোৱা কথা দুই কৰা কঠিন যে ভাগৱতী, তথা বৈষ্ণৱ, তথা কৃষ্ণ-সেৱা, ধৰ্মৰ বিৱৰ্তনৰ গুৰিত ইন্দো-য়ুৰপীয় পৰিয়ালৰ ইৰাণীয় আৰু ভাৰতীয় দুই ঠালেই উমৈহতীয়া অধিকাৰীৰূপে পোৱা সূৰ্য্য-উপাসনা। অকল ইমানেই নহয়, বাসুদেৱৰ গৰুড় আৰু সুদৰ্শন চক্ৰও যে সৌৰ কাহিনীৰ লগত জড়িত, পণ্ডিত মেক্‌ডলেনৰ এই সিদ্ধান্তও উলাই কৰিবৰ উপায় নাই নিশ্চয়।

গোৱালিয়ৰ প্ৰদেশৰ বেশ নগৰৰ উত্তৰ-পূবে থকা, বাসুদেৱৰ নামে গ্ৰীক্ ( যোন বা যৱন ) ৰজা অৱন্তিয়াল্ কিট্‌ছৰ দূত "ভাগৱত" হেলিয়ডৰে উছৰ্গা কৰা স্তম্ভটিত লিখা "দেৱদেৱস বা(-সুদে-)ৱস গৰুড় ধ্বজে" ইত্যাদি বচন আঙ্গিৰসে কৃষ্ণক "দেৱং দেৱত্ৰাসূৰ্য্যম্" বুলি উপাসনা কৰিবলৈ শিকোৱা বচনৰ প্ৰতিধ্বনি বুলি নোৱাৰি। এই স্তম্ভলিপি খৃষ্টপূৰ্ব দুশ বছৰৰ আগৰ; ইয়াৰ পূৰ্বে কৃষ্ণক "দেৱ-দেৱস বাসুদেৱস" ( দেৱৰো-দেৱ-বাসুদেৱ ) বা প্ৰধান দেৱতা বোলা কথা ক'তো পোৱা নহয়। তদুপৰি উক্ত স্তম্ভলিপিৰে শেষছোৱা অশোকৰ দ্বিতীয় শিলালিপিৰ লগত তুলনা কৰা হয়, আৰু তাত থকা "দম-ত্যাগ-অপ্ৰমাদ" প্ৰভৃতি গীতাৰ ( ১৪।১-২ ) "দম-ত্যাগ-অপৈশুনম্" বচনৰ প্ৰতিধ্বনি যেন লাগে। তাৰ "গৰুড়ধ্বজে" কথাটো নাৰায়ণ-বিষ্ণুৰ লগত জড়িত বোধায়ণ ধৰ্মসূত্ৰৰ "গৰুত্মান্" ( ২।৫।২৪ ) শব্দৰ লগত তুলনীয়; কিয়নো গৰুড় বা সুপৰ্ণৰ লগত বিষ্ণু প্ৰভৃতি সৌৰ দেৱতাৰ সম্পৰ্ক নিবিড়।

তদপি বৈদিক বিষ্ণু ( সূৰ্য্য )-উপাসক আঙ্গিৰসৰ শিষ্য কৃষ্ণত লীন হৈ পৰাৰ আৰু নানা হেতু আছে। ঋক্ বেদৰ ( ১।২২।১৮ ) "ত্ৰিণি পদা বিচক্ৰমে বিষ্ণু গোপা অদাভ্যঃ।" 'বিষ্ণু গোপে ( সূৰ্য্যই )

তিনি খোজত ( পুৰা, দুপৰ, আবেলি ) চক্ৰবাল পাৰ হোৱা' উক্তিকে তৈত্তিৰীয় আৰণ্যকত পৃথিবী, বায়ু, আকাশ অতিক্ৰম কৰা বুলি বুজোৱাৰ উপৰিও 'বিষ্ণুৱেই সৱাতো সুন্দৰ দেৱতা' বোলাবৰ চেষ্টা কৰিছে। শতপথ ব্ৰাহ্মণে এই দুই কথা সমৰ্থন কৰাৰ উপৰি বিষ্ণুক স্বয়ং যজ্ঞ বুলিছে ; আৰু বিষ্ণুৱে বামন অৱতাৰ ধৰি দৈত্যৰ হাতৰ পৰা পৃথিবীখন উদ্ধাৰ কৰি দেৱতাৰ হাতত দিয়া বুলি ( ১।২।৫।৫ ) কৈয়ে-আৰু এটা আচৰিত উক্তি কৰিছে—'মানুহেই বিষ্ণু।' ঐতৰেয় ব্ৰাহ্মণৰ মতেও অসুৰৰ বিৰুদ্ধে বিষ্ণুৱেই দেৱতাবোৰক সদায় সহায় কৰিছিল।

স্পষ্টভাৱে তেন্তে বিষ্ণুক সৌৰ দেৱতাৰ শাৰীৰ পৰা মানুহ-দেৱতাৰ শাৰীলৈ অনাৰ চেষ্টা এই দুখন ব্ৰাহ্মণতে আৰম্ভ হৈছে, আৰু পৰবৰ্ত্তী বামণ পুৰাণৰ বলি-ছলন কাহিনীৰ মূল এয়ে। তদুপৰি ঋক্ বেদৰ কালৰ পৰাই মানুহক বিপদৰ পৰা উদ্ধাৰ কৰা (৬।৪৯।১৩) আদিত বিষ্ণু বৰ কাজুৱা ; গতিকে মানুহক যেতিয়া "পৰিত্ৰাণায় সাধূনাম্ বিনাশায় চ দুষ্কৃতাম্" ৰূপে ধাই দেৱতা সজাৰ লগা হল, তাৰ বাবে বিষ্ণুতকৈ অধিক উপযোগী নো আৰু কোন দেৱতা হব ? তৈত্তিৰীয় আৰণ্যকতে ( ১০।১১।১ ) অনন্ত দেৱতা আৰু ভগৱানৰূপে নাৰায়ণ আৰু হৰিৰ নাম পোৱা হয়। মহাভাৰতৰ ( ১২।৩৩৬।২৭-৫৫ ) মতে ক্ষীৰ সাগৰৰ উত্তৰে থকা শ্বেত দ্বীপৰ দেৱতাই নাৰায়ণ আৰু জোনৰ দৰে উজ্জ্বল তাৰ বাসিন্দাবিলাকেই তেওঁৰ ভক্ত ; আৰু নাৰায়ণেই বিষ্ণু। তৈত্তিৰীয় আৰণ্যকৰ দশম পাঠত আছে : "নাৰায়ণায় বিষ্ণু বিদ্মহে বাসুদেৱায় ধিমহি তন্নো বিষ্ণুঃ প্ৰচোদয়াৎ।"

ভাগৱত পুৰাণ আদি পৰবৰ্ত্তী কৃষ্ণ-কাহিনীবোৰ দেখা-দেখিকৈয়ে বৈদিক বিষ্ণু-বিৱৰণৰ পৰা ধাৰ কৰা। ঋক্ বেদত ( ।২২।১৮ ) বিষ্ণুক "গোপ" বোলা আৰু ( ১।১৫৪।৬ ) বিষ্ণুৰ আবাসত বহুত শিঙাল ধৰতকীয়া গাই থকাৰ ; ( ১।১৫৫।৬ ) শৈশৱ পাৰ হৈ যৌৱনত ভৰি দিয়া কৃষ্ণ আৰু ( ৭।৯৯।৫ ) বিষ্ণুৰ হাতত পৰাজিত

হোৱা সম্বৰ কাহিনী পোৱা হয়। আকৌ বোধায়ন ধৰ্ম-সূত্ৰত (২।৫।২৪) বিষ্ণুক গোবিন্দ আৰু দামোদৰ বুলিছে; অৱশ্যে হৰিবংশ, বিষ্ণু পুৰাণ ভাগৱত আদিত থকা গোপী-কৃষ্ণ উপন্যাসৰ ঐতিহাসিক সমৰ্থন ক'তো নাই।

আমাৰ অনুমান, জৰথুস্ত্ৰ ধৰ্মৰ অখণ্ড অগ্নিৰ দৰে অসমৰ বৰপেটা সত্ৰৰ নিচিনাকৈ ৰখা অখণ্ড প্ৰদীপ, তথা দিন-ৰাতি সকলো সময়তে নামৰ থাপনাৰ আগত চাকি জ্বলোৱা প্ৰথা প্ৰভৃতি যেনেকৈ বৈদিক সংস্কৃতিৰ যাগ-যজ্ঞৰ বা অগ্নি-পূজাৰ অৱশিষ্ট, মুছলমানবিলাকে সকলো দেশতে সকলো কালতে কেৱল কাবাৰ ফালে মু কৰি নামাজ পঢ়াৰ দৰে অসমৰ নাম-ধৰ্মত সদায় সকলো ঠাইতে পূবলৈ মু কৰি থাপনা পতা আদিও বৈদিক সূৰ্য্য-উপাসনাৰ সোঁৱৰণ মাত্ৰ। ইয়াত বৈদান্তিকসকলে উচপ খাবৰ কাৰণ নাই; কিয়নো আজি পূৰ্ব্বপুৰুষ-কলীয়া খেৰ-বাঁহৰ ঘৰ ভাঙি তাত কেইবা মহলীয়া পকাঘৰ সাজিলেও আমি যে সেই পৈতৃক ভেটিৰ ওপৰতে সেই ঘৰ ঠিয় কৰিছো তাক আশয় মতা অশলাগীৰ কাম হব। জৰথুস্ত্ৰ ধৰ্ম্মীবিলাকে অখণ্ড অগ্নি ৰখাৰ উপৰিও যজ্ঞ পাতে, কিন্তু কস্মিন্‌কালেও সেই যজ্ঞত, অগ্নিৰ নামত নালাগে ঈশ্বৰ মজ্‌দাৰ নামতও, আহুতি নিদিয়ে; সেই বাবে তেওঁলোকক কোনো যুক্তিৰে অগ্নিৰ উপাসক বুলিব নোৱাৰি, যেনেকৈ ঈশ্বৰ উপাসনাত খৃষ্টানবিলাকে আগত যীশুৰ ক্ৰুছ চিন ৰাখে বুলিয়েই তেওঁলোকক ক্ৰুছ উপাসক কোনোৱে নোবোলে। বৈদিক যাগ-যজ্ঞৰ ধৰ্ম কেতিয়াবাই তাৰ জুয়েই পুৰি শেষ কৰিলে, কোনো কোনোৱে গাৰ বলেৰে তাক জীয়াই আছে বুলিলেও সি হাস্যাস্পদ হব; কিন্তু যি সূৰ্য্য আৰু যি অগ্নি নহলে আমাৰ জীৱন-ধাৰণ নহয়, গতিকে যি সূৰ্য্য আৰু অগ্নি পৰম পিতাৰ শ্ৰেষ্ঠ দান, তাক কোনো ধৰ্ম-কাৰ্য্যত সেৱা নকৰি আৱশ্যক বা অনাৱশ্যক বোধেৰে থলে সেই অগ্নি বা বস্তুৰ বাবে এক শৰণত ব্যভিচাৰ হোৱা বোলা বুদ্ধি-বিপৰ্য্যয় মাত্ৰ।

---

পাঁচ

## আৰ্য্য ধৰ্মত দ্ৰাবিড়ী প্ৰভাৱ

ঋক্ বেদৰ শ্ৰেণীভুক্ত কিন্তু জাত-হীন সমাজৰ পৰা যজুৰ্ব্বেদৰ সম্পূৰ্ণ জাত-ভুক্ত সমাজৰ বিৱৰ্ত্তনৰ ঘাই কাৰণ হ'ল পঞ্জাবৰ পৰা ক্ৰমে মধ্য দেশৰ ফালে আৰ্য্যবিলাকৰ ঠাই-সলনি আৰু নৱাগত লোকৰ সমাজ-ভুক্তি। পৰৱৰ্ত্তী কালত ঘনাই ব্যৱহাৰ কৰা 'ব্ৰাহ্মণ' শব্দৰ বিপৰীতে ঋক্ সংহিতাৰ যুগত সেই শব্দ প্ৰায় সমূলে ব্যৱহৃত নোহোৱাৰ একমাত্ৰ হেতু হ'ল সেই ব্যৱসায় তেতিয়ালৈকে বংশানুক্ৰমিক নহৈছিল। ঋক্ বেদৰ যুগৰ স্তুতি-মন্ত্ৰ ৰচনা আৰু দেৱ-দেৱীৰ অৰ্চ্চনা কোনো পৰিয়ালত আবদ্ধ নাছিল, আৰু স্ত্ৰী-শূদ্ৰয়ো সেই কাম কৰিছিল। আগত উদ্ধৃত কৰি দেখুওৱা শিশু-আঙ্গিৰসৰ মন্ত্ৰটি ( ঋক্ ৯।১১২ ) অকলেও তাৰ যথেষ্ট প্ৰমাণ। গতিকে পৰৱৰ্ত্তী বৰ্ণ-বিভাগৰ বৈশ্য-ক্ষত্ৰিয়ৰ যে কথাই নাই, ব্ৰাহ্মণৰ ভিতৰত কিমান জাতিৰ পোহ পৰিছিল, ইয়ত্তা নাই।

কিন্তু আৰ্য্য ধৰ্মৰ মূল কাৰ্য্য "হোম" বা অগ্নি-যজ্ঞ আৰু ঘাই দেৱ-দেৱী অগ্নি, বায়ু, বৰুণ, ইন্দ্ৰ, সূৰ্য্য, সোম, উষা আদিক খেদি আচহুৱা পূজা-পাতল, আৰু শিৱ কৃষ্ণ আদি দেৱতাই প্ৰাধান্য পালে ক'ৰ পৰা আৰু কেনেকৈ ? হোম-যজ্ঞ প্ৰকৃততে কোনোবা যুগতে মৰিল, কেৱল কিছুমান লোকে আকোৰগোজালিকৈ ধৰি মাজে-সময়ে তাৰ অস্তিত্বৰ সহাৰি দিবৰ যত্ন কৰে ; আৰু ইন্দ্ৰ আদি প্ৰধান আৰ্য্যদেৱতাই অনেকবাৰ আচহুৱা দেৱতা কৃষ্ণৰ হাতত লাঞ্ছিত আৰু পৰাজিত, আৰু স্বয়ং সূৰ্য্যদেৱতা বিষ্ণুও নতুন কৃষ্ণ দেৱতাৰ অস্তিত্বত বিলীন হ'ল !

পূজা শব্দ বা পূজ্ ধাতু ভাৰতবৰ্ষৰ বাহিৰে কোনো ইন্দো-ইউৰ'পীয় ভাষাত পাবলৈ নাই ; কিন্তু দ্ৰাবিড়ী পূ(=ফুল)+জে (গে বা চে=কৰা) : গতিকে 'হোম' (যাগ-যজ্ঞৰ) পশু-কৰ্মৰ (বলি-বিধানৰ) বিপৰীতে 'পূজা'ৰ পুষ্প-কৰ্মৰ ব্যৱস্থা। ঋক্ বেদত কৃষ্ণ (প্ৰাঃ, কান্হ ; তামিল, কান্নন) এক অসুৰ ; দ্ৰাবিড়ী পুৰাণত কৃষ্ণ এজন যৌৱন-দেৱতা, আৰু স্বভাৱতে ভাগৱতৰ সাত-বছৰীয়া কৃষ্ণতকৈ ৰাস-ক্ৰীড়াৰ নায়কৰ বাবে অধিক উপযুক্ত।

"পত্ৰং পুষ্পং ফলং তোয়ং যো মে ভক্ত্যা প্ৰযচ্ছতি।
তদ্ অহং ভক্ত্যুপহৃতং অশ্নামি প্ৰযতাত্মনঃ॥" (৯।২৬)

গীতাৰ এই বিশিষ্ট উক্তি যাগ-যজ্ঞৰ সলনি পূজা অনুষ্ঠানৰ হেতু ক্ষমা-ভিক্ষা বুলিব পাৰি ; আৰু ব্ৰাহ্মণ্য ধৰ্ম-ৰাজ্যৰ ভিতৰত পূজাৰ প্ৰথম ৰাজ-নিদৰ্শন। এই প্ৰাক্-আৰ্য্য (দ্ৰাবিড়ী) অনুষ্ঠান-গ্ৰহণৰ আৰু অৰ্থ হ'ল সেই অনুষ্ঠানৰ প্ৰাক্-আৰ্য্য (দ্ৰাবিড়ী) দেৱতা কৃষ্ণক গ্ৰহণ। কিন্তু ব্ৰাহ্মণ্য ধৰ্মই প্ৰাক্-আৰ্য্যৰ পৰা অকল কৃষ্ণ-দেৱতাকে নহয়, আন আন দেৱতাও গ্ৰহণ কৰিছে।

ঋক্‌বেদত (১০।১৩৬।৭) প্ৰাক্-আৰ্য্য নীল-লোহিতৰ (নীলা ডিঙিৰে ৰঙা খঙাল মুখ) উল্লেখ আছে। তামিল ভাষাত চেম্পু বা ছেম্বু মানে তাম বা ৰঙা ধাতু, আৰু চিৱন্ মানেও ৰঙা ; এই দুটা শব্দৰ পৰাই যথাক্ৰমে 'শম্ভু' আৰু 'শিৱ' শব্দ দুটা অহা স্বাভাৱিক। ইফালে ৰুদ্ (কন্দা, চিঞৰা) ধাতুৰ পৰা ৰুদ্ৰ, মাৰুৎ (হো-হো কৰা ধতাহ-ধুমুহা)-বোৰৰ জনক প্ৰলয়কাৰী বৈদিক দেৱতা : গতিকে এতিয়া ৰুদ্ৰ=শম্ভু=শিৱ।

দ্ৰাবিড়ীবিলাকৰ জীৱন আৰু বিশ্ব-ব্ৰহ্মাণ্ডৰ মূলাধাৰ শক্তিৰ কল্পনা এক মাতৃ-দেৱী আৰু পিতৃদেৱ, বৈদিকবিলাকৰ আকাশত থকা পিতৃ আৰু পৃথিবী মাতৃৰ ধাৰণাতকৈ অধিক গভীৰ নিশ্চয়। সেই মাতৃদেৱীয়েই উমা (মা), আৰু পিতৃ-দেৱই শিৱ। খাছিয়াই (সম্ভৱ সেইদৰে মন্‌খেমৰ আৰু কোল জাতিয়েও) মৰা-পোতা ঠাইত ঠিয়

শিশ্ন যে পোতে, সি লিঙ্গৰ প্ৰতীক, শিৱৰ এটা নাম উৰ্দ্ধলিঙ্গ; অৱশ্যে লিঙ্গ, লাঙ্গুল (নাঙল, সিও লিঙ্গৰ প্ৰতীক) আদি শব্দ সম্ভৱ প্ৰটো-অষ্ট্ৰেলয়ড্।

তেনেহলে আমি এইদৰে বৈদিক সংস্কৃতিত দ্ৰাবিড়ী প্ৰভৃতি জাতি আৰু তেওঁলোকৰ বিভিন্ন সংস্কৃতিৰ সমন্বয় ঘটা দেখিবলৈ পাওঁহঁক। যি জাতিয়ে এনেদৰে বিভিন্ন সংস্কৃতি জীণ নিয়াব নোৱাৰে সেই জাতি জীয়া নহয় আৰু কদাপি সেইদৰে জীয়াই থাকিবও নোৱাৰে।

দ্ৰাবিড়ী তথা ভূমাধ্যিক জাতিৰ ভাৰত-আক্ৰমণৰ কাল বৈদিক-বিলাকৰ অন্ততঃ সহস্ৰাধিক বছৰৰ আগ; আৰু ১৯২২-২৩ খৃঃত সিন্ধু উপত্যকাত মাটিৰ তলত পোৱা, বৈদিক সভ্যতাতকৈ অনেক-গুণে শ্ৰেষ্ঠ, যি বাস্তৱ সভ্যতাৰ নিদৰ্শনে ভাৰতবৰ্ষৰ ইতিহাস সলাই পেলালে, সেই সভ্যতা এওঁলোকৰে। কি বাস্তৱ, কি ভাবাত্মক, সকলো ফালে আন সকলো জাতিতকৈ ভাৰতীয় সভ্যতা-সংস্কৃতিলৈ এওঁলোকৰ দানেই গৰিষ্ঠ আৰু অতুলন; নৰক-ভগদত্ত আদি ভৌম-বিলাক, পুৰণি প্ৰাগজ্যোতিষ আদি ৰাজ্যও, এওঁলোকৰে বুলি কোৱা হয়। ভাবাত্মক ফালত, ভাৰতীয় লিপি আৰু জ্যোতিৰ্বিদ্যাৰ দৰে ভাৰতীয় ভক্তি-ধৰ্মও এওঁলোকৰে অৱদান বুলি ৰমাপ্ৰসাদ চন্দ প্ৰভৃতি পণ্ডিতসকলে দঢ়াই কয়।

আধুনিকতম গৱেষণা অনুসৰি, অল্টেকৰ প্ৰভৃতি পণ্ডিতবিলাকে ভাবে বৈদিকবিলাক যদি খৃষ্টপূৰ্ব ২০০০ বছৰ মানত অহাটো হয়, তেন্তে সেই মহেঞ্জোদাৰো আৰু হৰপ্পাৰ সেই পূৰ্ববাসীবিলাকৰ লগত এওঁলোকে নিশ্চয় পাঁচ শতিকামান কাল সহ-বসতি কৰিছিল: কিয়নো ৯৫০ × ৫৫০ বৰ্গমাইল জোৰা তেওঁলোকৰ ৰাজ্যখন বৈদিক-বিলাকে ভাৰতত ভৰি দিয়া মাত্ৰকে চিত্ৰৰ ঘৰৰ দৰে ভাগি পৰা নাছিল। সম্ভৱ, বৈদিক সাহিত্যত উল্লেখ কৰা পণিবিলাক এওঁলোকেই, বা এওঁলোকৰে কোনো ফৈদ।

বৈদিক সাহিত্য মতে, পণিবোৰে আন দেৱ-দেৱীক সেৱা

নকৰিছিল আৰু বলি-বিধান নামানিছিল। তেওঁলোক সাউদ জাতি, গতিকে অজস্র ধন-সম্পত্তিৰ গৰাকি আছিল ; বৈদিকবিলাকে তেওঁ-লোকৰ লগত যুজি ৰাজ্যৰ সলনি ধন-সম্পত্তিহে হৰণ কৰিছিল। ঋক্ বেদৰ চাৰি ঠাইত (৬৷২৭৷৫-৬) এনেদৰে পণিবোৰৰ ধন-সম্পত্তি নি বৈদিকবোৰে ভগাই লোৱাৰ বর্ণনা পোৱা হয়। এনে যুদ্ধবোৰত সদায় যে পণিবোৰেই হাৰিছিল এনে হব নোৱাৰে ; বেদত বৈদিক-বোৰৰ পৰাজয়ৰ কথা নকলেও কোনো কোনো মন্ত্রৰ পৰা ধৰিব পাৰি যে পণিবোৰেও সেইবোৰ পৰাজয়ৰ পোতক নোতোলাকৈ নেৰিছিল। বেদত বর্ণোৱা "দাশৰাজ্ঞা ৰণ" সুদাসৰ বিৰুদ্ধে পাঁচ আৰ্য্য আৰু পাঁচ অনাৰ্য্য ৰজা লগ-লাগি হৈছিল ; ৰাবী আৰু যমুনা নৈৰ মাজৰ অঞ্চলত এই ৰণ লাগিছিল। ঋক্ বেদত "সৰস্বতী ধৰুণমায়সী পূ" (৭৷৯৫৷১) অর্থাৎ সৰস্বতী নৈ লোহাৰ দুর্গ বোলা কথাই ইঙ্গিত দিয়ে যে সেয়ে বৈদিক আৰু পণিৰ ৰাজ্য দুখনৰ সীমা আছিল। আকৌ "যা শশৱস্তমাচৰবাদাবসংপণিম্" (ঋক্, ৬৷৬১৷১) আদি বাক্যই প্রমাণ কৰে পণিবিলাকে সৰস্বতী নৈ পাৰ হৈ বৈদিক-বোৰক হুকৱাব নোৱাৰিছিল।

বৈদিকবিলাকে পণিৰ ৰাজ্য লুট-পাত কৰিলে পণিবোৰেও তাৰ যোবায়-জোখায় দিয়াৰ কথা অন্ততঃ ঋক্ বেদৰ এটা শ্লোকত পোৱা হয়। ঋক্ বেদৰ আৰু এঠাইত (১০৷১০৮) এটা ৰহস্যপূৰ্ণ কাহিনী কৈছে ; এবাৰ পণিবোৰে বৈদিকবোৰৰ ৰাজ্য মাৰি সিহঁতৰ গৰুবোৰ নি নিজৰ দুৰ্গত আটক কৰি ৰাখিলে। বৈদিকবিলাকে পণিবোৰলৈ ভয় কৰি যুদ্ধ-যাত্রা নালাগে ভাবুকি দিবলৈও সাহ নকৰি সৰমা নামে এজনী তিকতাক দূতী-তথা-চোৰাংচোৱা কৰি পঠালে যাতে বিনা-যুদ্ধে গৰুখিনি ঘূৰাই দিবলৈ পণিবোৰ মান্তি হয়। তাই চোৰাংচোৱাৰূপে গৰুখিনি আটক কৰা দুৰ্গটো বিচাৰি পালে, আৰু ভয়ত পণিবোৰক কোনো যুদ্ধ-বাগৰৰ কথা নুবুলি দূতীৰূপে মাত্র কলে বৈদিকবিলাকৰ দেৱতা ইন্দ্র কেনে অজেয়।

পণিবোৰ তাৰ উত্তৰত কলে, 'তেন্তে, যোৱাঁ ; তুৰন্তে তোমা-লোকৰ ইন্দ্ৰ দেৱতাক আমাৰ ইয়ালৈ পঠিয়াই দিয়াঁগৈ : আমি আমাৰ বৰ-গৰখীয়াৰ বিষয়খন তেওঁলৈ আচুতীয়াকৈ ৰাখি থৈছোঁ।' তেতিয়া সৰমাই অনুনয় বিনয় কৰি তেওঁলোকক কলে অনাহক খৰিয়াল নলগাই যেন বৈদিকবিলাকৰ গৰু বৈদিকবিলাকক ঘূৰাই দিয়ে। এইবাৰ পণিবিলাকে স্পষ্ট কথাৰে উত্তৰ দিলে : "তুমি জানো সচাকৈয়ে ভাবাঁ বিনা যুদ্ধে এনে সম্পত্তি আমি ঘূৰাই দিম ? মনত ৰাখিবাঁ, আমাৰ অস্ত্ৰ-শস্ত্ৰবোৰ যথেষ্ট বলী আৰু তীক্ষ্ণ।'

বৈদিক দেৱতা ইন্দ্ৰক পণিবিলাকৰ বৰ-গৰখীয়া হবলৈ মতা, "অথা গবা গোপতিৰ্নো ভবতি" ( ঋক্, ১০।১০৮।৩ ) ; পণিবোৰৰ অস্ত্ৰ-শস্ত্ৰ বলী আৰু তীক্ষ্ণ বুলি বৈদিক চোৰাংচোৱা-দূতী সৰমাক কোৱা, "উতাস্মাকমায়ুধা সন্তি তিগ্মা" ( ঋক্ ১০।১০৮।৫ ) : ইমানতো বৈদিকবিলাকে ততালিকে যুদ্ধ-ঘোষণা নকৰি পণিবিলাকৰ ধ্বংসৰ বাবে অশ্বিন্ প্ৰভৃতি দেৱতাবোৰক স্তুতি কৰিছিল : "জৰেথাসম্পাদিপণের্মনীষাম্" ( ৩।৫।২ )। পণিবিলাকে এইদৰে বৈদিকবিলাকৰ গৰু বলেৰে নি আটক কৰি ৰখা ঘটনা নিশ্চয় বিশিষ্ট আছিল ; নহলে "নিৰুদ্ধা আপঃ পণিনেব গাবঃ" ( ১।৩২ ) বুলি এই উপমা বৃত্ৰই স্বৰ্গৰ পানী আটক কৰাৰ বিষয়ৰ দিলেহেতেন কিয় ?

আমাৰ অনুমান, ভাগৱতৰ দশমত বৰ্ণোৱা, ইন্দ্ৰই চুৰকৈ নিয়া গৰুবোৰ কৃষ্ণই উদ্ধাৰ কৰা কাহিনী ইয়াৰে হেৰ-ফেৰ হব লাগিব। তথাকথিত আৰ্য্য আৰু দ্ৰাবিড়ী ( বৈদিক আৰু পণি ) এইদৰে অন্ততঃ পাঁচশ বছৰমান ( খৃঃ পূঃ ২০০০-১৫০০ ) যেনে তেনে একেলগে থকাৰ ফলৰূপে স্বভাৱতে পৰস্পৰৰ ওপৰত পৰস্পৰৰ সংস্কৃতিৰ প্ৰভাৱ পৰিছিল নিশ্চয়। বৈদিকবিলাকে পণিবোৰৰ পৰা কি ধাৰ কৰিছিল তাৰ উল্লেখ অৱশ্যে বৈদিক সাহিত্যত বিৰল ; কিন্তু পণিবিলাকৰ কিছুমান যে বৈদিক দেৱতা ইন্দ্ৰৰ সেৱক হৈছিল তাৰ প্ৰমাণ পোৱা হয়। বৈদিক ইন্দ্ৰ স্তৱৰ নমুনা এনে :

এজন কবি পুৰোহিতে ইন্দ্ৰক প্ৰাৰ্থনা কৰিছে, ইন্দ্ৰই যেন যি দান দিব খোজে সেইবোৰ পণিহঁতক নিদি তেওঁৰ পৃষ্ঠপোষক যজমানৃজনক দান কৰে। দ্বিতীয় এজন ঋষি পুৰোহিতে গাইছে: “আদিৰ সন্তং চিদাঘৃণে পুষাণদানায় চোদয়। পণীচ্ছিত্রি ম্রদা মনঃ॥” ( ৬।৫৩।৩ ) অৰ্থাৎ পুষাণ দেৱতাই ইন্দ্ৰদেৱতাৰ মন পণিবোৰৰ বিপক্ষে ঘূৰাই সকলো ধন-সম্পত্তি যেন অকল বৈদিকবিলাকক্হে দান কৰে। আৰু এজন কবি-ঋষিয়ে তেওঁলোকৰ উপাস্য ইন্দ্ৰদেৱতাকো সাৱধান কৰি দিছে—যদি ইন্দ্ৰই পণিবিলাকক ধন-সম্পত্তি দান কৰে তেন্তে বৈদিকবোৰে ইন্দ্ৰক কৃপণ বুলি গালি পাৰিব: “সো যং পণীৰভ্যো-ভানভৌ ভূঃ মাং ত্বা বোচন্ন-ৰাঘসৌ জনামঃ”। (অথৰ্ব, ৫।১১।৭)।

বৈদিকবোৰৰ এনে ‘মহৎ’ ( ? ) আৰ্হি লৈ কিছুমান পণি ইন্দ্ৰৰ সেৱক হোৱা বুলি বেদত কৈছে, আৰু তাৰ প্ৰমাণৰূপে পণিৰ ভিতৰ শ্ৰেষ্ঠ বুলি বৃবুক উপাসা কৰিছে ঋকত,: “অধি বৃবুঃ পণীনাং বৰ্ষিষ্টে মূৰ্দ্ধন্ন স্থান।” ( ৬।৪৫।৩১ )। “বৃবু সহস্ৰ দাতমং সূৰিং সহস্ৰ সাতমম্।” ( ৬।৪৫।৩১ ) অৰ্থাৎ ‘বৃবু অৱশ্যে পণিবোৰৰ ভিতৰত মহৎ; ( কিয়নো ) তেওঁ ঋষি-কবিবিলাকক খোজা-মাত্ৰকে বহুত বহুত দান দিয়ে, আৰু ঋষি-পুৰোহিতবোৰক সহস্ৰ সহস্ৰ দান দিয়ে।’

কিন্তু এনে পণিৰ লেখ তাকৰ; তেওঁলোক মাত্ৰ “কশ্চিৎ কশ্চিৎ ব্যভিচাৰী।” এনে পণিকেজনেই বৈদিকবিলাকক অনুকৰণ কৰি গৰুৰ লগতে ঘোঁৰাও পুহিছিল; তাৰ প্ৰমাণ বৈদিকবিলাকে পণিক লুটপাত কৰি গৰুৰ লগতে ঘোৰাও কাঢ়ি অনা বুলি বেদৰ স্তৱত উল্লেখ আছে।

বৈদিক ধৰ্মৰ ওপৰত পণিৰ দ্ৰাবিড়ী ধৰ্মৰ প্ৰভাৱৰ কথা আগতে কৈ অহা হৈছে। বৈদিক ধৰ্মত যোগ-সাধনাও দ্ৰাবিড়ী প্ৰভাৱ নিশ্চয়। অল্টেকৰ প্ৰভৃতি বৰ্ত্তমান সময়ৰ ঐতিহাসিকে বৈদিক যুগ ২০০০-১১০০ খৃঃ পূঃ আৰু পণিৰ দ্ৰাবিড়ী সভ্যতা ১৫০০ খৃঃ-পূঃ-লৈকে ধৰে; গতিকে আৰ্য্য আৰু দ্ৰাবিড়ী ধৰ্মৰ সানমিহলিৰ কাল ২০০০-১৫০০ খৃঃ পূঃ ধৰিব লাগে।

কৃষ্ণ-চৰিতৰ ঐতিহাসিক উপাদনৰ ভিতৰত, (১) খৃষ্টপূৰ্ব সপ্তম শতিকাৰ আগৰ ছান্দোগ্য উপনিষদ; (২) খৃষ্টপূৰ্ব চতুৰ্থ শতিকাৰ আগৰ মেগেস্থেনিছ আৰু আৰিয়ানৰ টোকা; (৩) খৃষ্টপূৰ্ব তৃতীয় শতিকাৰ আগৰ বৌদ্ধ ঘটজাতক; (৪) প্ৰায় উক্ত কালৰ জৈন উত্তৰাধ্যায়ন সূত্ৰ; (৫) খৃষ্টপূৰ্ব দ্বিতীয় শতিকাৰ আগৰ পতঞ্জলিৰ মহাভাষ্য; (৬) মহাভাৰত, হৰিবংশ, ভাগৱত, পুৰাণ আদি। বৰ্ত্তমান গঢ়ৰ শতসাহস্ৰী সংহিতা বা পাণ্ডু-মহাকাব্য, পাণিনি অশ্বলায়ন আদিৰ উল্লেখিত মহাভাৰত নহয়; ইয়াক মাত্ৰ খৃষ্টীয় ষষ্ঠ শতিকাৰ আগৰ বুলি ধৰা হয়। অন্ধ্ৰ বা গুপ্ত ৰাজমালাই তাত ঠাই পোৱা বাবে ভাগৱত, কিয় কোনো পুৰাণেই, খৃষ্টীয় চতুৰ্থ শতিকাৰ আগৰ হব নোৱাৰে; আৰু মহাভাৰতত ওঠৰখন পুৰাণৰ সম্পূৰ্ণ উল্লেখ থকা বাবে মূলত এইবোৰ ষষ্ঠ শতিকাৰ পাছৰ নহয়।

ইহাতে আকৌ পদ্মতন্ত্ৰত আৰু মহাভাৰতৰ শান্তিপৰ্বত (১২। ২৩৫।২৫, ১২।৩৩৫।১৯, ১২।৩৩৭।১, ১২।৩৪৮।৪) ভাগৱত সাত্বত বা একান্তিক বা পঞ্চৰাত্ৰ নামৰ এটা সম্প্ৰদায়ৰ উল্লেখ আছে; আৰু শান্তিপৰ্বতে (১২।৩৪৬।১০-১১) এই ভাগৱতী ধৰ্ম নাৰদে নাৰায়ণৰ পৰা পোৱা বুলিছে। খৃষ্টপূৰ্ব দ্বিতীয় শতাব্দীৰ বেশনগৰ লিপি, তাৰ অলপ পূৰ্ববৰ্ত্তী ঘাছুন্দি লিপি আৰু খৃষ্টপূৰ্ব প্ৰথম শতিকাৰ নানাঘাট লিপি আদিত ভাগৱতী সংকৰ্ষণ (বলোৰাম) আৰু বাসুদেৱৰ প্ৰতি ভক্তিৰ উল্লেখ আছে। তদুপৰি পাণিনিৰ ব্যাকৰণত "বাসুদেৱক" শব্দই ঠাই পোৱাৰ পৰা খৃষ্টপূৰ্ব দ্বিতীয় শতিকাৰ পতঞ্জলিৰ বহু পূৰ্বে, সম্ভৱ খৃষ্টপূৰ্ব পঞ্চম শতিকাৰো আগত বাসুদেৱৰ সেৱকসকল থকাৰ প্ৰমাণ ওলায়। ব্ৰহ্মসূত্ৰ আৰু গীতা দুইখনেই খৃষ্টপূৰ্ব তৃতীয় শতিকাৰ আগৰ ৰচনা; কৃষ্ণৰ সমসাময়িক নহলেও পৰবৰ্ত্তী কোনো লেখকে যে ভাগৱত বা সাত্বত বা ঐকান্তিকসকলৰ ধৰ্মৰ প্ৰচাৰৰ অৰ্থেই গীতা ৰচিছিল, তাক শান্তিপৰ্বৰ (৩৪৬।১১, ৩৪৮।৮) পৰাই বুজিব পাৰি।

কৃষ্ণৰ জন্ম খৃষ্টপূৰ্ব একাদশ বা দ্বাদশ শতিকাৰ পাছৰ নহয়, কিয়নো ছান্দোগ্য উপনিষদৰ কালত তেওঁৰ প্ৰচাৰিত ধৰ্মই যথেষ্ট প্ৰতিষ্ঠা আৰু প্ৰসিদ্ধি লভিছিল। মেগেস্থেনিছৰ বৰ্ণনাৰ পৰা বুজিব পাৰি খৃষ্টপূৰ্ব চতুৰ্থ শতিকা মানলৈকে এই ধৰ্ম সাত্বত সম্প্ৰদায়ৰ মাজত আৰু মথুৰাৰ আশে-পাশেহে আবদ্ধ আছিল। অশোকৰ দ্বাৰা বৌদ্ধধৰ্মৰ প্ৰবল প্ৰচাৰৰ ফলত খৃষ্টপূৰ্ব তৃতীয় শতিকাত ই নিস্তাল মাৰে ; কিন্তু খৃষ্টপূৰ্ব দ্বিতীয় শতাব্দীত মথুৰাৰ সীমা ডেই আহি ই ভাৰতৰ সীমা-মূৰিয়লিৰ আন আন দেশত সোমাইছিল, আৰু অন-ভাৰতীয় সুসভ্য গ্ৰীক্‌সকলকো ই মুগ্ধ কৰিব পাৰিছিল যে, সেই সময়ৰ ঘাছুন্দি আৰু বেশনগৰ লিপিয়েই তাৰ সুন্দৰ প্ৰমাণ। সৰশেষত নানাঘাট গুহালিপিয়ে দেখুৱায়, খৃষ্টপূৰ্ব যুগতে উত্তৰ ভাৰত অতিক্ৰম কৰি এই সাত্বত ধৰ্মই আকৌ দক্ষিণ ভাৰতৰ ফালে চোঁচা লয়, আৰু মহাৰাষ্ট্ৰী লোকৰ হিয়া জয় কৰি তামিল দেশত প্ৰৱেশ কৰে। খৃষ্টীয় প্ৰথমৰ পৰা তৃতীয় শতিকালৈ আকৌ সাত্বত ধৰ্মত আন্ধাৰ যুগ ; সৰহ কি স্বয়ং মথুৰাতে ই নিজ প্ৰতিপত্তি হেৰুৱালে, আৰু বৌদ্ধ, জৈন, আৰু সাপ-পূজাৰ ধৰ্মই তাৰ ঠাই ললে। গুপ্ত ৰাজত্বতহে ( ৪০০-৬৪ খৃঃ ) ই শেষ বাৰ শীৰ্ষস্থান লভিলে।

---

ছয়

## বৈদান্তিক ধৰ্মৰ প্ৰতিবাদী বৌদ্ধ ধৰ্ম

স্থবথুস্ত্ৰ ধৰ্ম যদি বৈদিক আৰু প্ৰাক্‌বৈদিক বহু দেৱ-দেৱীৰ সেৱাৰ বিৰুদ্ধে পূৰ্ব-বৈদান্তিক আৰ্য্য ধৰ্মৰ পৰা ফাটি যোৱা এটি ডাঙৰ ডাল; বৌদ্ধ ধৰ্মও উত্তৰ-বৈদিক যুগত সেই বহু দেৱ-দেৱীৰ বিৰুদ্ধে আৰু মূল উপনিষদবোৰত কিছুমান বৈদান্তিক মতৰ বিৰুদ্ধেও নৈষ্ঠিক বেদান্তৰ পৰা ফাটি যোৱা আৰু এটি ডাঙৰ ডাল। মূল বেদান্তৰ মতৰ ওপৰতে যেতিয়া উত্তৰা-দখিণা পূবা-পছিমা অসংখ্য দৰ্শনালয় স্থাপিত হল আৰু বেদান্তৰ নৈষ্ঠিকতা ৰক্ষা কৰিবলৈ নৈষ্ঠিক ষড়দৰ্শন বাচি উলিয়াব লগাত পৰিল, তেতিয়াই অনৈষ্ঠিক বুলি বৌদ্ধদৰ্শন বেলেগ হল। এই সম্পৰ্কত বিশেষ মনত ৰাখিব লগীয়া: বৌদ্ধ দৰ্শন মূল উপনিষদবোৰৰ পাছ, কিন্তু শেষৰ উপনিষদ, ৰামায়ণ, মহাভাৰত, গীতা আৰু বেদান্ত সূত্ৰৰ নিশ্চয় আগ। স্বৰূপতে বৰ্ত্তমান পঢ়ত ৰামায়ণ মহাভাৰত বুদ্ধদেৱৰ কেইবা শত বছৰবো পাছৰ, আৰু নানা সাম্প্ৰদায়িক বিপক্ষ দলে যে তাত হাত ফুৰাইছিল পণ্ডিতসকলে তাক দেখুৱাইছে। এনে ক্ষুদ্ৰ স্বাৰ্থান্বিত লোকেই ভগৱান বুদ্ধদেৱক চোৰ নাস্তিক আদি গালি পাৰি ৰামায়ণত কালিমা সানিবলৈ সঙ্কোচ নকৰিছিল:—

"যথা হি চৌৰঃ তথা হি বুদ্ধস্তথাগতং নাস্তিকমাত্ৰ বিদ্ধি।
তস্মাদ্ধি যঃ শাক্যতমঃ প্ৰজ্ঞানাং স নাস্তিকে নাভিমুখো বুধঃ স্যাৎ॥"

ৰামায়ণ (২।১০৯।৩৪)

তেনে নীচ-মনা পণ্ডিত-শ্ৰেণীয়েই মহাভাৰতো বাসুদেৱ-নিন্দাৰে কলঙ্কিত কৰিবলৈ শিশুপালক ব্যৱহাৰ কৰিছে; তাৰ চৰম প্ৰমাণ—

"যদীয়ং জগতঃ কর্তা যথৈনম্ মূর্খা মন্যসে।
কস্মান্ন ব্ৰাহ্মণং সম্যগাত্মানমনুগচ্ছতি ॥"

( সভা পর্ব, ২।৪২।৬ )

ভাব, ভাষা আদিত বুদ্ধদেৱৰ পালি কথোপকথন কিছুমান উপনিষদৰ হুবহু পুনৰাবৃত্তি যেন লাগে ; পাছে স্বৰূপতে বুদ্ধদেৱে বৈদান্তিক মতৰ ওপৰত নিজ স্বাধীন মত প্ৰতিপন্ন কৰিবৰ বাবেই যে সেইবোৰ ব্যৱহাৰ কৰিছে বৌদ্ধ দৰ্শনে তাৰেই প্ৰমাণ দিয়ে। নিৰপেক্ষ বৌদ্ধদৰ্শন অধ্যয়নৰ পৰা বুজিব পাৰি, পণ্ডিৎ ৰাধাকৃষ্ণণে কবৰ দৰে, ই কেৱল বৈদান্তিক দৰ্শনৰ গণতান্ত্ৰীকৰণ নহয় ; নৈষ্টিক বেদান্ত মতৰ বীণাত বুদ্ধদেৱে ভাৰতবৰ্ষ তথা বিশ্বৰ বাবে এটি নতুন সুৰ বজাইছে ; বিশ্ব-মানৱৰ ব্যক্তিগত, পাৰিবাৰিক, সামাজিক আৰু জাতীয় জীৱন স্বাধীনভাৱে নতুন দৃষ্টিভঙ্গীৰে চাবলৈ, আৰু ন্যায় আৰু নীতিৰ ওখ ভেটি তুলি তাত নিজক প্ৰতিষ্ঠা কৰিবলৈ এটি নতুন দিশৰ নিৰ্দেশ দিছে।

শ্ৰদ্ধাশীল চৰ্চা আৰু অধ্যয়নৰ বাবে উপনিষদ্ শিক্ষাত যে এটা আঁৰ-বেৰ বা আবুৰ আছিল, কালক্ৰমত সেয়ে ইয়াক 'গোপনীয় ধৰ্মমত' ৰূপ দিয়া হল ; কৌটিল্যৰ অৰ্থশাস্ত্ৰ, বাৎস্যায়নৰ কামসূত্ৰ আদি বিখ্যাত সংস্কৃত গ্ৰন্থতো উপনিষৎ শব্দটো তেনেভাৱেই ব্যৱহৃত হল। কিন্তু মূলত যে সেই অৰ্থ নিশ্চয় আছিল তৈত্তিৰীয় উপনিষদৰ নিচিনা প্ৰামাণ্য গ্ৰন্থৰ এনেবোৰ পাঠৰ পৰাই সহজে বুজিব পাৰি :

"এষ আদেশঃ এষ উপদেশঃ এষা বেদোপনিষৎ
এতদ্ অনুশাসনম্ এৱম্ উপাসিতব্যম্ এৱামু-
চৈতদ্ উপাস্যম্।" ( তৈত্তিৰীয়, ১।১১।৪ )

ত্ৰিপিটকৰ "বিনয়" ছোৱাত বুদ্ধদেৱে "উপনিসা" সেইদৰে ব্যৱহাৰ কৰিছে—

"এতদত্থা কথা এতদত্থা মন্তনা এতদত্থা
উপনিসা এতদত্থা সোতাবধানং।"

আকৌ, “অন্না হি লাভূপনিসা অন্না নিব্বানগামিনী” ( লাভৰ পথ অন্য, নিৰ্ব্বাণৰ পথ অন্য ) : ইয়াত “উপনিসা” ( উপনিষৎ ) ‘পথ’ অৰ্থত ব্যৱহাৰ কৰা হৈছে ; কিন্তু অমৰকোষ আদি সংস্কৃত অভিধানতো “ধৰ্মে ৰহস্যুপনিষৎ স্যাৎ” বুলি ‘গোপনীয় ধৰ্মমত’ অৰ্থ সমৰ্থন কৰিছে, যদিও তৈত্তিৰীয়ৰ নিচিনা প্ৰামাণিক প্ৰধান উপনিষদতো তেনে কথা নাই।

“সত্যম্ বদ। ধৰ্মং চৰ। স্বাধ্যায়ান্ মা প্ৰমদঃ। আচাৰ্য্যায় প্ৰিয়াং ধনং আহৃত্য প্ৰজাতন্তুম্ মা ব্যৱচ্ছেত্সীঃ। সত্যান্ ন প্ৰমদিতব্যম্। ধৰ্মান্ ন প্ৰমদিতব্যম্। কুশলান্ ন প্ৰমদিতব্যম্। ভূত্যৈ ন প্ৰমদিতব্যম্। স্বাধ্যায়প্ৰবচনাভ্যাং ন প্ৰমদিতব্যম্। দেৱপিতৃকাৰ্য্যাভ্যাম্ ন প্ৰমদিতব্যম্। মাতৃদেৱো ভৱ। পিতৃদেৱো ভৱ। আচাৰ্য্যদেৱো ভৱ। যান্যনৱদ্যানি কৰ্মাণি তানি সেৱিতব্যানি ন ইতৰাণি।” ( তৈত্তিৰীয়, ১।১১ )। উপনিষদ শিক্ষা লাভৰ পাছত গুৰুৱে শিষ্যক দিয়া এনেবোৰ আদেশ কেনেকৈ ‘গোপনীয় ধৰ্মমত’ শিক্ষা দিয়া বোলা হ’ল, ভাবিব-লগীয়া। ইয়াৰ লগত অশোকৰ “ধম্ম”ৰ মূলনীতি বিচাৰ লগীয়া—‘দেৱানাং প্ৰিয়ই এইদৰে কয় : মাতৃ-পিতৃ আৰু তেনে দৰে প্ৰবীণসকলৰ শ্ৰদ্ধাশীল কাৰ্য্য অৱশ্য কৰ্তব্য ; সদৌ জীৱৰ প্ৰতি স্নেহশীল কাৰ্য অৱশ্য বৰ্দ্ধিতব্য, সত্য অৱশ্য বক্তব্য ; ধম্মৰ এনে গুণবোৰ অৱশ্য প্ৰতিষ্ঠাতব্য; তদপি শিষ্যৰ দ্বাৰা সবিনয় শিক্ষকক সন্মান অৱশ্য কৰ্তব্য।”

“যো ব্ৰাহ্মণো বাহিতপাপো নিহুহুঙ্কো নিক্কাসাৱোযতত্তো।
বেদান্তাগুবুসিত-ব্ৰহ্মচৰ্যো ধম্মেন স ব্ৰহ্মবাদং বদেৰ্য্য॥”

‘যি পাপৰহিত, নিৰহঙ্কাৰ, নিষ্কাম, আত্মসংযত, বৈদান্তিক, ব্ৰহ্মচৰ্য্যপৰায়ণ, ধৰ্মী, তেনে ব্ৰাহ্মণে ব্ৰহ্মবাদ বুজাব পাৰে।’ এনে উক্তিৰ পৰা বুজিব পাৰি বুদ্ধদেৱে ব্ৰহ্মবাদ অস্বীকাৰ কৰা নাই। এই উক্তিৰ পাছতে শুক্ল যজুৰ্বেদী, অধ্বৰ্য্যু, কৃষ্ণ যজুৰ্বেদী, বাজসনেয়, তৈত্তিৰীয়, সামবেদী, ছান্দোগ্য আৰু ঋক্‌বেদী ঐতৰেয়সকলৰ

উল্লেখ কৰি তেওঁলোকে ব্ৰহ্মলাভৰ বিভিন্ন পথ অনুসৰণ কৰা বুলিছে। মূঠতে মূলতত্ত্ব আলোচনা বেদান্তত আৰম্ভ ; বেদান্তৰ দৰেই বুদ্ধদেৱে সৃষ্টিতত্ত্ব, জীৱজগত আৰু তাৰ ভিতৰত মানুহৰ প্ৰাধান্য, জন্ম-মৃত্যু, কৰ্মফল, বিদ্যা-অবিদ্যা, মুক্তি-নিৰ্বাণ আদিৰ তত্ত্ব বিচাৰ কৰিছে। প্ৰভেদৰ ভিতৰত ইমানেই, বুদ্ধদেৱে বেদান্তৰ ঋষিসকলৰ লগত কোনো কোনো মতত হৰিভৰ নিদি স্বাধীন মত প্ৰকাশ কৰিছে আৰু তেওঁৰ স্বতন্ত্ৰ বিচাৰ মতে স্বতন্ত্ৰ বিধান দিছে।

বুদ্ধদেৱৰ কৰ্মফল-তত্ত্ব বাজসনেয় দৰ্শনালয় প্ৰতিষ্ঠাতা যাজ্ঞবল্ক্যৰ বিচাৰৰ ওপৰত প্ৰতিষ্ঠিত ; বুদ্ধদেৱৰ পৰম সন্ধান কথোপকথন সেই-দৰে বৃহদাৰণ্যকত থকা যাজ্ঞবল্ক্যৰ উক্তিৰ নৱ-উক্তি বুলিব পাৰি। বৌদ্ধ ব্ৰহ্মজাল-সুত্তত থাইকৈ উপনিষদৰ পুৰণি মতবাদবোৰ জুকিয়াই সেইবোৰৰ নতুন ব্যাখ্যা আৰু শ্ৰেণীবিভাগ কৰা হৈছে ; বুদ্ধদেৱৰ "হঠ-যোগ" উপনিষদৰ পৰমহংস পৰিব্ৰাজক, যোগশিক্ষা, আদিৰ ওপৰত ; বুদ্ধদেৱৰ "নাম-ৰূপ" আৰু "পঞ্চ সমষ্টি" উপনিষদৰ "নাম-ৰূপ" আৰু "পঞ্চকোষ" ; উপনিষদৰ চিত্ত আৰু আত্মাৰ সম্পৰ্কে প্ৰয়োগ কৰা তুৰঙ্গম, একচৰ, অশৰীৰ, গুহাশয় আদিও বৌদ্ধ ধৰ্মত আছে ; বুদ্ধদেৱৰ "ছয় বাট"ৰ জৈৱিক কাৰ্য উপনিষদৰ "পঞ্চপ্ৰাণ" তত্ত্বৰে একে।

কিন্তু এই মিলখিনি মিলতকৈ অমিলৰহে প্ৰমাণ ; কিয়নো তাৰ ওপৰতে বুদ্ধদেৱে নিজ স্বাধীন আৰু স্বতন্ত্ৰ মতবাদ গঠন কৰিছে। "মূল-পৰিযায় সুত্ত"ত মূল বেদান্তৰ পৰা আৰু "মূল পৰিযায় জাতক"ত মূল ব্ৰাহ্মণ্য মতৰ পৰা বৌদ্ধ ধৰ্মই ফালৰি কটাৰ প্ৰথম নিদৰ্শন পোৱা হয় ; উক্ত "সুত্ত"ৰ মূল যেনেকৈ বৃহৎ আৰণ্যক উপনিষদ, উক্ত "জাতক"ৰ মূল তেনেকৈ মহাভাৰত। উদাহৰণ ৰূপে, মহাভাৰতত কৈছে—

"কালঃ পচতি ভূতানি কালঃ সংহৰতে প্ৰজাঃ।
কালঃ সুপ্তেষু জাগৰ্তি কালো হি দুৰতিক্ৰম॥" (১৫।২৩৮।২৫)

এই জন-ধাৰণাৰ বিৰুদ্ধে "মহা পৰিযায় জাতক"ত কৈছে—

কালো ঘসতি ভূতানি সব্বান্'এর সহত্তনা।

যো চ কালঘসো ভূতো স ভূতো স ভূতপচনিং পচতি ॥"

'( কালে যদি সকলো গ্ৰাস কৰে, নিজকো গুদাই নেৰে, তেন্তে মানুহে সৰ্বগ্ৰাসী কালকো গ্ৰাস কৰিব পাৰে )। বাল্মীকি ৰামায়ণত মহাভাৰতৰ শান্তিপৰ্বতকৈ অলপ সুকীয়াকৈ এই কথা আছে—

"কালঃ পচতি ভূতানি সৰ্বাণ্যেৱাত্মানাত্মানি।

যস্মিন্ তু পচ্যতে কালস্ তং ৱেদেহ ন কশ্চন ॥"

বুদ্ধদেৱে কোৱা "সঞ্জানামি" ( ভালদৰে জানো ) "অভিজানামি" ( অধিকভাৱে জানো ) কথাষাৰ অৰ্থপূৰ্ণ। উপনিষদৰ সদৌ দৰ্শন আত্মা বিষয়ক, এইবাবে ইয়াক এক অৰ্থত আত্ম-কেন্দ্ৰিক বোলা হয়; 'তৎ অহমস্মি', 'তস্মাৎ অহমস্মি', 'তস্য অহমস্মি', 'তস্মিন অহমস্মি' ইত্যাদি: নিজ আত্মাৰ লগত সকলোৰে আত্মাৰ ঐক্য-স্থাপনেই ইয়াৰ লক্ষ্য বুলিব পৰি। বুদ্ধদেৱে তাকে আন প্ৰকাৰে কৈছে,— "অথ থি মে অত্তা, ন অথ্ থি মে অত্তা, অত্তনা ব অত্তানম্ সঞ্জানামি, অত্তনা ব অনত্তানম্ সঞ্জানামি, অনত্তনা ব অত্তানম্ সঞ্জানামি।" "মোৰ আত্মা আছে, মোৰ আত্মা নাই; আত্মাৰে আত্মাক ভালদৰে জানো; আত্মাৰে অনাত্মাক ভালদৰে জানো; অনাত্মাৰে আত্মাক ভালদৰে জানো।" ই প্ৰাণী-বিবেক তত্ত্বৰ স্বতঃসিদ্ধ; উভয় ফালৰ বিচাৰৰ পৰা এই সিদ্ধান্তত উপনীত হোৱা হয় যে আমাৰ ভিতৰৰ আত্মাই প্ৰকৃত আত্মা আৰু এই অপৰিবৰ্তনীয় আত্মাকে কেন্দ্ৰ কৰিয়ে জগতৰ যাবতীয় পৰিবৰ্তন ঘটিব লাগিছে। যাজ্ঞবল্ক্যই কৈছে, "ন বা অৰে সৰ্বস্য কামায় সৰ্বম্ প্ৰিয়ং ভৱতি, আত্মনস্ তু কামায় সৰ্বম্ প্ৰিয়ং ভৱতি; আত্মা ব অৰে দ্ৰষ্টব্যঃ শ্ৰোতব্যঃ মন্তব্যঃ নিদিধ্যাসিতৱ্যঃ।" ( বৃহদাৰণ্যক ৪।৫।৬ )। 'কোনো বা একো প্ৰিয় নহয়, যদি আত্মা প্ৰিয় নহয়; সদৌ প্ৰিয়, কিয়নো আত্মা নিজৰ বাবে প্ৰিয়। এতেকে দেখিব-লগীয়া, শুনিবলগীয়া, মন কৰিবলগীয়া, ধ্যান কৰিবলগীয়া ( বস্তু ) আত্মাই।'

বুদ্ধদেৱে মূল বেদান্তৰ এই "আত্মাবাদ"ৰ পৰা এখোজ আগবাঢ়ি আহি প্রতিষ্ঠা কৰিলে "অনাত্মাবাদ",—"সৰ্বমনিত্যম্ সৰ্বমনাত্মম্।" এই প্ৰভেদ বিচাৰ কৰাৰ আগতে থিৰ কৰিবলগা কথা হ'ল ব্ৰহ্ম ( আত্মা ) প্ৰাণ নে প্ৰজ্ঞা। বৃহদাৰণ্যক উপনিষদত ( ২।৯।১৯ ) তাক প্ৰাণ, আৰু সেয়ে ব্ৰহ্ম, বোলা হৈছে ; ঐতৰেয় উপনিষদত ( ৩।৩ ) আকৌ তাক প্ৰজ্ঞা বা প্ৰজ্ঞান, আৰু সেয়ে ব্ৰহ্ম, বোলা হৈছে। ইয়াৰ এটাক মত, আৰু ইটোক অমত বুলিলে কৌষীতকি উপনিষদত ( ৩৩ ) তাৰ সম্মত পোৱা হয় :

যো বৈ প্ৰাণাঃ সা প্ৰজ্ঞা, যা বা প্ৰজ্ঞা স প্ৰাণাঃ।
সহ হ্যেতাৱস্মিন্ ছাৰীৰে বসতঃ সহোৎক্রামতঃ॥"

'যি প্ৰাণ সেয়ে প্ৰজ্ঞা, যি প্ৰজ্ঞা সেয়ে প্ৰাণ ; জীৱিত দেহত দুয়ো একেলগে থাকি একেলগে ওলাই যায়।' এয়ে মুণ্ডকোপনিষদৰ কবিত্বপূৰ্ণ উপমাৰ গুৰি—'একে জুপি গছত দুটি পখী থাকে, নলে-গলে লগা ( অবিচ্ছেদ্য ) সম্বন্ধ ; এটিয়ে তাৰ সোৱাদ ফল খায়, ইটিয়ে নাখাই চাই থাকে।' মূল বেদান্তৰ মতে প্ৰত্যেক শৰীৰীত থকা এই প্ৰাণ আৰু প্ৰজ্ঞা পৰমাত্মাৰ পৰাই আহে, আৰু বেলিৰ পোহৰ বেলিৰ পৰা ওলাই আকৌ বেলিতে মিলি যোৱাৰ দৰে, ঘূৰি পৰমাত্মাতে লীন যায়।

মূল বেদান্তৰ এই এক পৰমাত্মাৰ পৰাই সমগ্ৰ জীৱাত্মা ওলোৱা আৰু ঘূৰি তাতে সকলো লীন হোৱা কথা সাংখ্য দৰ্শনে মানি নলৈ পুৰুষ-প্ৰকৃতিৰ মিলনৰ পৰা বহু-আত্মাৰ উদ্ভৱ হোৱা বুলিছে। কিন্তু সাংখ্যৰ এই প্ৰকৃতি-পুৰুষৰো কোনো মিল নাই ; তাত প্ৰকৃতিয়েই সকলো, আৰু পুৰুষ, গ্ৰীক দাৰ্শনিক এৰিষ্টটলৰ ঈশ্বৰৰ দৰে, অকামিলা বজা : তেওঁ ৰাজত্ব কৰে, কিন্তু শাসন নকৰে। জৈন ধৰ্মযো সাংখ্যৰ বহ্বাত্মা মানে, কিন্তু পুৰুষৰ নিষ্ক্ৰিয়তা নামানে ; তেওঁলোকৰ মতে পুৰুষেই প্ৰকৃতিৰ কাৰ্য্যৰ বাবে জগৰীয়া। এৰিষ্টটলৰ গুৰু প্লেটো, আৰু প্লেটোৰ গুৰু ছক্ৰেটিছ ; ছক্ৰেটিছৰ দৰেই প্লেটোই এক সত্য বস্তু

মানে, আৰু তাকে সৃষ্টিৰ মূল কাৰণ বোলে ; গতিকে সমালোচক-সকলৰ মতে সহজ জ্ঞানেৰে পনীয়া কৰা প্লেটোই এৰিষ্টটল। মাধৱদেৱেও "ঘোষাত" বাৰম্বাৰ সাংখ্য দৰ্শনৰ প্ৰকৃতি-পুৰুষৰ মত খণ্ডন কৰি কৈছে প্ৰকৃতি-পুৰুষৰ ওপৰত বিশ্ব-নিয়ন্তাৰূপে পৰমাত্মা পৰমেশ্বৰ বিৰাজ কৰিছে।

"যদ্ধি ভূতমাত্ৰা ন স্যুৰ্ ন প্ৰজ্ঞামাত্ৰাঃ স্যুৰ্ যদ্ বা প্ৰজ্ঞামাত্ৰা ন স্যুৰ্ ন ভূতমাত্ৰাঃ স্যুঃ। ন হ্যন্যতৰতো ৰূপং কিঞ্চন সিদ্ধেৎ।" ( কৌষীতকি, ৩।৮ )। ভূত ( পদাৰ্থ ) নাথাকিলে প্ৰজ্ঞা ( জানোতা, দেখোঁতা ) নাথাকে ; প্ৰজ্ঞা নাথাকিলে ভূত নাথাকে ; ইটো নহলে সিটোৰ অৰ্থ নাই। এই উপনিষদতে ( ৩।৭ ) আকৌ কৈছে, 'প্ৰজ্ঞা ( কোনো ইন্দ্ৰিয়ৰ কামত মনৰ সহযোগ ) অবিহনে কোনো ইন্দ্ৰিয়ই অকলে কোনো ভূত ( পদাৰ্থ ) থকা গম পাব নোৱাৰে ; প্ৰাণসমূহ একত মিলিত নহলে শব্দেৰে নাম বুজোৱা, কাণেৰে শব্দ শুনা, চকুৰে ৰূপ দেখা, মনেৰে চিন্তা কৰা সম্ভৱ নহলহেঁতেন। একত মিলিত হৈ প্ৰাণসমূহে এই সদৌ একেলগে এটা-এটাকৈ গম ধৰি যায় ; কিন্তু তাৰ ভিতৰত একৰ প্ৰাধান্য আছে : এতেকে কোনেও যেন বচন কি, তাক জানিবলৈ যত্ন নকৰি, বক্তা কোন, তাক জানিবলৈ যত্ন কৰে ; কোনেও যেন ঘ্ৰাণ কি, তাক জানিবলৈ যত্ন নকৰি, কাৰ ঘ্ৰাণ, তাকহে জানিবলৈ যত্ন কৰে।' ( কৌষী, ৩।৮ )।

মূল বেদান্তৰ এই উন্নত স্তৰৰ ওপৰতে বুদ্ধদেৱে তেওঁৰ মনো-বিজ্ঞানমূলক অনুভৱৰ তত্ত্ব গঠন কৰিছে : "চক্ষুস্মিন্ সতি, ৰূপে সতি, চক্ষু-বিজ্ঞানে সতি, তিস্স সঙ্গতি পস্সো ;" ( চকু আছে, ৰূপ আছে, দৃষ্টি আছে, তেন্তে তিনিওৰে সঙ্গতি লক্ষ্য কৰা )। এই তত্ত্বৰ ওপৰতে প্ৰতি মানসিক কাৰ্য যে একে বাৰতে হয় এই তত্ত্বও বৌদ্ধ দৰ্শনে গঢ় দিছে। তদুপৰি বৌদ্ধ যোগাভ্যাসৰ ভেটি উপনিষদৰ জাগৰণ-নিদ্ৰা-স্বপ্ন, আৰু নিদ্ৰাৰ আকৌ সুষুপ্তি, তুৰীয়, তুৰীয়াতীত, অৱধূত, আদি বিভাগৰ ওপৰত পতা হৈছে। আত্মাৰ স্বপ্নবিহীন

সাময়িক আৰু স্বাভাৱিক অৱস্থাকে নিদ্ৰা বোলা হয় ; ৰাজৰ্ষি অজাত-শত্ৰুৱে কয়, 'অন্তঃকৰণৰ হিতা ( সিৰাবোৰ ) শৰীৰত চাৰিওফালে বিয়পি পৰে। চুলিডাল সহস্ৰ ভাগ কৰি ফালিলে যিমান সৰু হব পাৰে, তেনে সৰু এই সিৰাবোৰ বগা, ক'লা হালধীয়া ৰঙা বিবিধ বৰণৰ পাতল জলীয় পদাৰ্থৰ ওপৰত থাকে ; স্বপ্ন নেদেখা নিদ্ৰিত অৱস্থাত পুৰুষ ( অন্তৰাত্মা ) তাৰ ওপৰতে থিত লয়, আৰু অকল প্ৰাণৰ সৈতে এক হৈ পৰে। তেতিয়া সকলো নাম লৈ বাক্, সকলো ৰূপ লৈ চকু, সকলো শব্দ লৈ কাণ, আৰু সকলো চিন্তা লৈ মন, তেওঁৰ কাষত ঠিয় হয়। তাৰ পাছত তেওঁৰ জাগৰণ হ'লে বাক্ আদি সকলো নিজ নিজ থানলৈ আৰু কামলৈ যায়, জুইৰ পৰা ফিৰিঙতি ওফৰাদি।' ( কৌষীতকি উপনিষদ, ৪।২০ )।

যাজ্ঞবল্ক্যই কয়, 'গভীৰ নিদ্ৰাত পুৰুষে ( অন্তৰাত্মাই ) সদৌ জ্ঞানেন্দ্ৰিয় আৰু কৰ্মেন্দ্ৰিয়ৰ পৰা নিজক আঁতৰাই নিজ বাসা অন্তঃকৰণত জিৰণি লয়, আৰু সেই অৱস্থাত তেজোৰূপ প্ৰাণ সম্পূৰ্ণ মিলিত হয় প্ৰজ্ঞাৰ লগত।' ( বৃহদাৰণ্যক, ৪।৪।২২ )। জ্ঞাতা-জ্ঞেয় দ্বৈত সম্পৰ্ক এইদৰে ৰহিত হোৱাত তেতিয়া পুৰুষ সম্পূৰ্ণ ( জীৱাত্মা-পৰমাত্মা ) এক হৈ পৰে, আৰু এক হৈ পৰি তেওঁৰ দৰ্শন, ঘ্ৰাণ আদি নোহোৱা হয়। ( বৃহদাৰণ্যক, ৪।৩।২২-৩৪, ৪।৪।২ )। সজ্ঞানে এই শান্তিপূৰ্ণ অৱস্থা লাভ কৰাৰ যত্নই যোগ শাস্ত্ৰৰ লক্ষ্য। বুদ্ধদেৱৰ বেহুল্ল সুত্তৰ ( মঝিমা ১ ) বাচ-সঙ্খাৰ, কায়া-সঙ্খাৰ, আৰু চিত্ত-সঙ্খাৰ, এনে পুৰণি ভাব-ধাৰাৰ ওপৰত প্ৰতিষ্ঠিত ; ইয়াত বাক্, কায়া, আৰু চিত্ত-বৃত্তি সমূহৰ নিৰোধ আৰু পুনৰ্জীৱিত কৰাৰ নানান চেষ্টা কৰা হয়।

নৈষ্ঠিক বেদান্ত মতৰ লগত বুদ্ধদেৱৰ মতান্তৰ হ'ল অনাত্মাবাদ। অমৰত্বৰ সত্তা অনন্ত অপৰিবৰ্ত্তনীয় কিবা বস্তু ( আত্মা ভাব ) আমাৰ বা বিশ্বৰ ভিতৰত আছে বুলি বুদ্ধদেৱে স্বীকাৰ নকৰে ; যদি কোৱা হয় 'সৰ্বমনিত্যম্' যেতিয়া তেওঁ স্বীকাৰ কৰে, নিত্য নহলে অনিত্যৰ বোধ ক'ৰ পৰা হ'ব, গতিকে নিত্য বস্তু এটা নিশ্চয় আছে : তেওঁলোকে

তাৰ উত্তৰত কয়—দুইটাই যেতিয়া আপেক্ষিক, অনিত্যৰ দৰে নিশ্চয় নিত্যও কাল্পনিক। এই অনাত্মাবাদ বা অনাত্মকেন্দ্ৰিক মতৰ ওপৰতে বিজ্ঞান-সম্মত বৌদ্ধ মত প্ৰতিষ্ঠিত; আৰু তাৰ দ্বাৰা যুক্তিৰ সহায়েৰে, বিচাৰশীলতাৰ দ্বাৰা, মানুহৰ মানসিক উৎকৰ্ষ সাধনৰ চেষ্টা কৰা হৈছে। মূল বেদান্তত মন্ত্ৰযোগ, লয়যোগ, হঠযোগ আৰু ৰাজযোগৰ চৰ্চ্চা আছে; বুদ্ধদেৱে হঠযোগৰ ওপৰতে স্মৃত্যুপস্থানৰ ব্যৱস্থাৰে এক বিচাৰশীল ধ্যান-পদ্ধতি প্ৰতিষ্ঠা কৰিছিল। উপনিষদৰ সাংখ্যযোগ, অধ্যাত্মযোগ আদি একোৰে লগত ইয়াৰ মিল নাই; বৰঞ্চ পতঞ্জলিয়ে বুদ্ধদেৱৰ পৰাই এই যোগৰ পদ্ধতি গ্ৰহণ কৰিছিল বুলি কোনো-কোনোৱে ভাবে।

কাশী নগৰীৰ এশ মাইল মান উত্তৰে নেপালৰ সীমাত কপিলবস্তু নামে নগৰত ক্ষত্ৰিয় শাক্য বংশৰ গৌতম পৰিয়ালত খৃষ্টপূৰ্ব যুগত শুদ্ধোদনৰ পুত্ৰ ৰূপে সিদ্ধাৰ্থৰ ( ৫৫৭-৪৭৭ খৃঃ পূঃ ) জন্ম হয়। তেওঁৰ জন্মৰ সাদিনৰ পাছতে মাক ঢুকোৱাত মাহীয়েক প্ৰজাপতিয়ে তেওঁক তুলি-তালি ডাঙৰ-দীঘল কৰে। সৰুৰে পৰা তেওঁ অতিশয় মৰমিয়াল আৰু সংসাৰৰ সুখৰ প্ৰতি বিমুখ আছিল; গতিকে তেওঁক আসক্ত কৰিবৰ বাবে কোমল বয়সতে যশোধৰা নামে এটা কন্যাৰ লগত তেওঁৰ বিয়া পাতি দিয়া হয় আৰু যথা সময়ত পুত্ৰ ৰাহুলৰ জন্ম হয়। "ৰাহুলো জাতঃ বন্ধনম্ জাতম্"—'পুত্ৰ জন্ম হল নে বন্ধন জন্ম হল' বুলি পুত্ৰ-জন্মৰ বাতৰি পায়ে বোলে এক পূৰ্ণিমাৰ ফৰিংফুটা জোনাকত ঘৰৰ পৰা, ৰাজধানীৰ পৰা, সংসাৰৰ পৰা, তেওঁ বাহিৰ হল দেড় কুৰি বছৰ নৌহওঁতে, জীৱৰ দুখ-নিবাৰণৰ উপায় বিচাৰি। অতি কঠোৰ কষ্টৰ ফলত তেওঁ সেই উপায় লাভ কৰি বুদ্ধ নাম লৈ কোটি কোটি জীৱক উদ্ধাৰ কৰিছে। চাৰি কুৰি বছৰ বয়সত কাশীৰ উত্তৰ-পূবে ছয় কুৰি মাইলমান দূৰৰ কুশি নগৰত তেওঁৰ মৃত্যু হয় ৪৭৭ খৃঃ পূঃত।

বুদ্ধদেৱে পোনতে 'চাৰি সত্য' স্থিৰ কৰিলে—( ১) "দুঃখ"—দুখ আছে; ( ২ ) "সমুদয়"—দুখৰ হেতু আছে; ( ৩ ) "নিৰোধ"—

দুখ-নিবাৰণৰ উপায় আছে ; ( ৪ ) "মাৰ্গ"—দুখ-নিবাৰণৰ উপায় ( মঝিমা, ৬৩ ) : বুদ্ধদেৱৰ মতে, ৰূপ ( অনুভৱৰ সমষ্টি ), বেদনা ( আবেগজনিত অৱস্থা ), সংজ্ঞা ( ভাব-ধাৰণা ), সংস্কাৰ ( ইচ্ছা-প্ৰবৃত্তি আদি ), আৰু বিজ্ঞান ( চিন্তা ) : এই 'পঞ্চ স্কন্ধ'ৰ সমষ্টিয়েই "মই" ( জীৱ )। উক্ত 'চাৰি সত্য'ৰ সমকক্ষ আন চাৰি সত্য—( ১ ) জীৱন ( সাধাৰণ ) মানেই দুখ, ( ২ ) দুখৰ কাৰণ স্বাৰ্থৰ কামনা, ( ৩) স্বাৰ্থৰ কামনা ধ্বংস কৰিব পাৰি, ( ৪ ) স্বাৰ্থ-কামনা ধ্বংসৰ বাবে আঠটি উপায় আছে। এই আঠটি উপায়,—( ক ) সু-বোধ, ( খ ) সু-বাঞ্ছা, ( গ ) সু-উক্তি, ( ঘ ) সু-আচৰণ, ( ঙ ) সু-বৃত্তি, ( চ ) সু-যত্ন, ( ছ ) সু-তৎপৰতা, ( জ ) সু-একাগ্ৰতা। বুদ্ধদেৱৰ সমূহ-উপদেশ ত্ৰিপিটকত সংৰক্ষিত হৈছে ; ত্ৰিপিটক—সুত্ত, বিনয়, অভিধৰ্ম্ম।

বৌদ্ধ শৰণৰ ত্ৰিৰত্ন—বুদ্ধ, সঙ্ঘ, ধম্ম। "ধম্ম" শব্দ ইন্দ-আৰ্য্য "ঋত" (বিধান) আৰু সংস্কৃত 'সত্য' শব্দৰ তুল্য ; কিন্তু 'ঋত' শাৰীৰিক, 'সত্য' মানসিক, আৰু 'ধম্ম' মূলতে নৈতিক। 'ঋত' শব্দ বৈদিক যুগত শাৰীৰিক শৃঙ্খলা অৰ্থৰ পৰা নৈতিক শৃঙ্খলা বুজোৱা হল ; শেষত ই সত্যৰ তথা ধৰ্মৰ সমাৰ্থক হল ; 'সত্যই ধৰ্ম' (বৃহদাৰণ্যক, ১।৪।১৪)। বুদ্ধদেৱে ব্যৱহাৰ কৰা মতে যদি "ধম্ম"ক সত্যৰ সমাৰ্থক বোলা হয়, তেন্তে কব লাগিব সেই সত্য তাৰ্কিকৰ ওমলা বস্তু নহয়, ই পৱিত্ৰ জীৱন যাপনৰ দ্বাৰা উপলব্ধিৰ বিষয়। স্বৰূপতে বুদ্ধদেৱৰ "ধম্ম" উপনিষদৰ ব্ৰহ্মৰ সমকক্ষ ; ভাবুক দৃষ্টিত যি ব্ৰহ্ম, ব্যৱহাৰিক দৃষ্টিত সি "ধম্ম"। বৌদ্ধধৰ্ম্মৰ অষ্টশীলৰ নাম 'ধম্মযান' বা 'ব্ৰহ্মযান' ; 'ধৰ্ম্মৰ বাটেই ব্ৰহ্মৰ বাট' ( সংযুক্ত, ১।১৪১ ) : 'ধৰ্ম্মত বাসেই ব্ৰহ্মত বাস' ( অঙ্গুত্তৰ, ১।২০৭ ) : 'ধৰ্ম্মৰ লগত যুক্তি হোৱা মানেই ব্ৰহ্মৰ লগত যুক্ত হোৱা' ( দীঘ, ৩৮৪।৮১ ) আদি উক্তি বিশেষ লক্ষ্য কৰিবলগীয়া। তদুপৰি 'ব্ৰহ্মভূতা' 'ব্ৰহ্মপ্ৰাপ্তি' আদিও এনে অৰ্থত ব্যৱহৃত হৈছে।

এনেদৰেই বৌদ্ধ 'নিৰ্বাণ' শব্দ একে অৰ্থতে উপনিষদ, বিষ্ণুপুৰাণ,

আৰু পাছৰ কালত ভাগৱততো ব্যৱহৃত হৈছে ; উপনিষদৰ 'ব্ৰহ্ম-নিৰ্বাণ' আৰু বিষ্ণু-পুৰাণৰ 'প্ৰাপ্নোতি আৰাধিতে বিষ্ণোঃ নিৰ্বাণমপি চোত্তমম্।' আদি মন কৰিবলগীয়া। বুদ্ধদেৱৰ মতে নিৰ্বাণ লাভ হলে এই জন্মতে 'ব্ৰহ্মভূতা' 'ব্ৰহ্মপ্ৰাপ্তি' হব পাৰে ; শঙ্কৰদেৱৰ ভাষাৰে "জীৱন্তে মুকুত হোৱে অচিৰ কালতে।"

এই অৱস্থা লভিলে জীৱই জীৱন্তে উপলব্ধি কৰিব পাৰে— "অয়ং ধৰ্মঃ, অয়ম্ আত্মা, ইদম্ অমৃতম, ইদং ব্ৰহ্ম, ইদং সৰ্বম্।" ( বৃহদাৰণ্যক, ২।৫।১১ )। বুদ্ধদেৱে এইদৰে 'নগদ'ৰ কথা কৈছে, 'বাকী'ৰ প্ৰশ্ন নাহে ; তথাপি নিৰ্বাণ সম্পূৰ্ণ পাৰ্থিৱও নহয়, কিয়নো নিৰ্বাণ লভিলে জন্ম আৰু মৰণৰ কোনো কথাই নুঠে। খৰিভাল পুৰি অঁতালে যেনেকৈ জুই-আগুনি নাথাকে, নিৰ্বাণতো তেনেকৈ কাম-ক্ৰোধ-লোভ-মোহ-মদ-মাৎসৰ্য্য আদিহে পুৰি ছাই হয় ; গতিকে তাত আত্মাৰ সম্পূৰ্ণ বিলোপ নুবুজায়। জগত যদি অন্তহীন পৰিবৰ্ত্তনৰ চকা, নিৰ্বাণ তেন্তে সেই অনন্তৰ বুকুত পৰম শান্তিৰ জিৰনি। বৃহদাৰণ্যক উপনিষদত ক'বৰ দৰে এচপৰা লোণৰ যিদৰে বাহিৰ-ভিতৰ নাই, নিৰ্বাণ-প্ৰাপ্ত জীৱও সেইদৰে বিশুদ্ধ জ্ঞান ভিন্ন একো নহয়। অধ্যাত্ম ক্ষেত্ৰত লোকৰ পোহৰত আগবাঢ়িব নোৱাৰি ; প্ৰত্যেকে নিজ প্ৰাণ-প্ৰদীপ জ্বলাই লৈ আগবাঢ়িব লাগিব।—

"অপ্পমাদো অমতপদম্ পম্মাদো মচ্ছুনা পদম্।
অপ্পমত্তা ন মিয়ন্তি যে পমত্তা যথা মত্তা ॥" ধম্মপদ, ২১।

( জাগৃতিয়েই অমৃতপদ, জড়তাই মৃত্যুপথ ; জাগ্ৰতই জীৱিত, জড়ই মৃত )।

বৌদ্ধদৰ্শনৰ "অনাত্তাবাদ"ৰ ( অনাত্মাবাদ ) মৰ্ম এই, পৰিবৰ্ত্তনশীল জগতত একোৱেই নিৰ্দ্ধাৰিত নহয় ; মানুহো 'তৈয়াৰী' নহয়, কিন্তু নিজ কৰ্মৰ গুণত ক্ষণে ক্ষণে উৰ্দ্ধ বা অধঃ গতিত চলিব

লাগিছে : যাক "মই" বা আত্মা বুলিছোঁ, সি সেই পঞ্চস্কন্ধৰ সমষ্টি ভিন্ন আন একো নহয় ; গতিকে সিও অনাত্মা। তেন্তে মানুহে যাতে নিজত নিজ স্বৰূপ উপলব্ধি কৰি উৎকৃষ্ট উৎকৰ্ষ লভিব পাৰে, বুদ্ধদেৱে তাকে সকিয়াই দিয়ে ; "মাৰ্গ" বা পথ-নিৰ্দ্ধাৰণ তেওঁৰ উদ্দেশ্য : ঠিক বাটে গলে লক্ষ্য-স্থান পোৱাত সন্দেহ নাই।

"সব্ব পাপস্স অকৰণং কুসলস্স উপসম্পদা।
সচিত্ত পৰিযোদপনং এতৎ বুদ্ধানুসাসনম্॥"

জৰথুস্ত্ৰ ধৰ্মৰ দৰেই বৌদ্ধধৰ্ম সম্পূৰ্ণ আত্ম-শুদ্ধিৰ ধৰ্ম ; মানুহ ব্ৰহ্ম নহয়, আত্মশুদ্ধিৰ দ্বাৰা ব্ৰহ্ম হবগৈ পাৰে নিশ্চয়। আত্মা লোকে দলিয়াই দিয়া বা হেৰা পোৱা বস্তু নহয়, তাক অনিদ্ৰ যত্নৰ দ্বাৰা লভিব লাগিব। মৃত্যুতো কেৱেঁ কৰ্মফলৰ হাত সাৰিব নোৱাৰে, যেতিয়ালৈকে নিৰ্বাণ লাভ নহয়, তেতিয়ালৈকে জীৱই পুনঃ পুনঃ জন্ম লভি সংসাৰ-নিকাৰ ভোগ কৰিবই লাগিব। 'মানুহৰ পাপতেই ঈশ্বৰৰ জন্ম'—এই কথা কিমান সত্য বা অসত্য তাৰ বিচাৰ নকৰিলেও, ঈশ্বৰ-বিহীন বৌদ্ধ ধৰ্মৰ আদৰ্শই যে অধঃপতিত মানৱ সমাজৰ অশেষ মঙ্গলৰ কাৰণ হয়, সন্দেহ নাই।

---

সাত

## কন্-ফু-ছিয়াছ, ছক্রেটিছ আৰু যীশুখৃষ্ট

খৃষ্টপূৰ্ব ষষ্ঠৰ পৰা চতুৰ্থলৈ, এই তিনিশ বছৰ জগতৰ স্বাধীন-চিন্তাৰ বুৰঞ্জীত এক অভিনৱ যুগ যে সন্দেহ নাই; আছিয়া আৰু য়ুৰপৰ ভিতৰত এই যুগে অন্ততঃ ছজন যুগপ্ৰৱৰ্তকৰ জন্ম দিছিল :

| | | | |
|---|---|---|---|
| চীনত | লাওৎ-ছে | খৃঃ পূঃ | ৫৯০ ?—৫১০ ; |
| ,, | চিউ কন-ফু-ছিয়াছ | ,, | ৫৫১ ?—৪৭৮ ; |
| ভাৰতত | বুদ্ধদেৱ | ,, | ৫৫৭—৪৭৭ ; |
| গ্ৰীছত | ছক্ৰেটিছ | ,, | ৪৭১ ?—৩৯৯ ; |
| ,, | প্লেটো | ,, | ৪২৭—৩৪৭ ; |
| ,, | এৰিষ্টটোল | ,, | ৩৮৪—৩২২ । |

এই চুটি যুগটোৰ ছজন প্ৰধান মনীষীৰ চৰিত্ৰ বিশ্লেষণ কৰিলে যিটো গৰিষ্ঠ-সাধাৰণ-গুণনীয়ক পোৱা হয়, সি হৈছে সূক্ষ্ম-বিশ্লেষণশীলতা। উদাহৰণৰূপে অকল ভাৰতৰ বুদ্ধদেৱ আৰু গ্ৰীছৰ ছক্ৰেটিছক লৈ কহিয়াই চালেই যথেষ্ট হব।

বৈদিক ধৰ্মৰ বহু-ঈশ্বৰৰ বেমেজালি গুচাই ইৰাণত জৰথুস্ত্ৰই আৰু ভাৰতত বাস্থদেৱে এক-ঈশ্বৰৰ শৃঙ্খলিত সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিলে; তাৰ ফলত ঈশ্বৰক ভয়ত ভজন আৰু আশাত ভজন কৰা দোষ বহুত পাতলিল; পাছে একেবাৰে তাৰ জইন নমৰিল। কিন্তু এই যুগত চীনৰ কন্-ফু-ছিয়াছ আৰু ভাৰতৰ বুদ্ধদেৱে সেই ভয় আৰু আশাৰ উহ ৰূপে ঈশ্বৰৰ যি কল্পনা তাক নিৰ্মূল কৰি, কেৱল সদ্ বাবেই সদ্ চিন্তা আৰু সদ্ কাৰ্য্য কৰিব লাগে, এই শিক্ষা জয়ে জয়ে জগতত প্ৰচাৰ কৰিলে। যদিও পাছত খৃষ্টান আদি একেশ্বৰবাদী

ধৰ্মতো সেই ভয়-কৰুণা-আৰু আশা-পালনৰ ছাঁ চুনাই পৰিল, তথাপি সভ্যতাৰ ইতিহাসত ই প্ৰথম আৰু প্ৰধান খুটি।

লাওৎ-ছেৰ বাণী বুদ্ধৰ দৰেই : ঈশ্বৰ আছে বা নাই, সম্প্ৰতি তাৰ বাবে মূৰ নঘমাই, মানুহে সদ্ চিন্তা আৰু সদ্ কাৰ্য্য কৰি যাব লাগে। কন-ফু-ছিয়াছৰ মতে, যিহেতুকে মানুহে হাবিত পশু-পখীৰ মাজত থাকি কোনো মহৎ কাৰ্য সাধিব নোৱাৰে, দুখপূৰ্ণ মানুহ-সমাজত থাকি মানুহৰ দুখ-অশান্তি দূৰ কৰাই মানুহৰ ঘাই কৰ্ত্তব্য। সেইদেখি বুদ্ধদেৱৰ পঞ্চশীল অষ্টশীল আদিৰ দৰেই মানুহৰ ব্যৱহাৰিক জীৱনৰ পৰা আৰম্ভ কৰি পৱিত্ৰ আধ্যাত্মিক জীৱন-যাপনলৈকে আৱশ্যকীয় সকলো নিয়ম-সংযমৰ বিধান কন-ফু-ছিয়াছে নিৰ্দ্ধাৰিত কৰি গৈছে। চীন দেশৰ "তিনি শিক্ষা" ( সদ্ চিন্তা, সদ্ বচন, সদ্ কাৰ্য্য ) বুদ্ধদেৱ, মহাবীৰ প্ৰভৃতি প্ৰায় সদৌ জগতৰ ধৰ্মগুৰুৰ শিক্ষাৰ স্বৰূপ।

ছক্ৰেটিছ্ শিক্ষক, ধৰ্মপ্ৰচাৰক নহয় ; কিন্তু তেওঁৰ শিক্ষাই ধৰ্মৰ মূল ভেটি বান্ধিছিল যে সন্দেহ নাই। খৃষ্টপূৰ্ব সেই পঞ্চম শতিকা বা তাৰ পূৰ্বেও গ্ৰীছত, তথা যুৰপত, মানুহৰ মন কেনে অজ্ঞান আন্ধাৰে ঢাকি থৈছিল, তাক ছক্ৰেটিছৰ ঘাই শিষ্য প্লেটোৰ অমৰ 'ৰাষ্ট্ৰ' গ্ৰন্থৰ পৰাই বহুতখিনি বুজিব পাৰি। এথেন্সত এক দীপাৱলী উৎসৱৰ সন্ধ্যা মানুহ এঘৰত বহি কথা-প্ৰসঙ্গত 'সুবিচাৰ কি' এই কথা ওলাল। এজনে কলে, 'কুটুমৰ হিত আৰু শত্ৰুৰ অহিত সাধনেই সুবিচাৰ।' অতি আধুনিক জ্ঞানৰ গৰাকি বোলোৱা ছফিষ্ট্ ( তাৰ্কিক )-জনে কলে, 'বলৱন্তৰ সুবিধাই সুবিচাৰ। বলৱন্ত কেজনমানৰ নিজ সুবিধাৰ বাবেই বিধান। বিধানে যিটো কৰিবলৈ কয় সেয়ে ন্যায়, যিটো নকয় সেয়ে অন্যায়।'

'নিজ সুবিধাৰ বিষয়তো বিধানকৰ্ত্তাই ভুল কৰিব পাৰে' বুলি ছক্ৰেটিছে কোৱাত তাৰ্কিকে কয়: 'বেজে যেনেকৈ বেজালি বিষয়ত ভুল নকৰে, শাসকেও তেনেকৈ শাসন সম্বন্ধত ভুল নকৰে ; যদি কোনোবাই

কৰে, তেন্তে বুজিব লাগিব তেওঁ ভাল বেজ বা ভাল শাসক নহয়।' 'ভোগীৰ সুবিধাৰ বাবে নহয়, নিজৰ সুবিধাৰ বাবে যি বেজালি কৰে তাক নো মানিব লাগে কিয়? সেইদৰে শাসককো? আপোনপেটীয়া গুণ বাখানে কোনে?' 'সিহঁতক মানে, কিয়নো মানুহ অলপধতুৰা, নিৰ্বোধ, মূৰ্খ। চলাওঁতাই চলাব, কিয়নো তেওঁলোক অবিচাৰী; অবিচাৰেই ধৰ্ম, অবিচাৰেই জ্ঞান, অবিচাৰেই বল, অবিচাৰেই সুখ। অবিচাৰীবিলাকেই বলৱন্ত, বুদ্ধিমন্ত; সুবিচাৰত বিশ্বাস কৰা মূৰ্খবোৰক তেওঁলোকেই খায়।' ছক্রেটিছে তাৰ্কিকৰ এই তৰ্কত খুত ধৰে, 'অবিচাৰীবোৰেও অবিচাৰ কৰিবলৈ বিচাৰে, অবিচাৰ সহিবলৈ নিবিচাৰে: শাস্তিৰ ভয় নথকা হলে আটায়েই অবিচাৰী হলহেঁতেন: তেন্তে অবিচাৰ সহিব নালাগক বুলিয়ে আমি কাম কৰোঁ, কাম ভাল বা বেয়া বুলি নহয়? অবিচাৰ প্ৰতিৰোধ কৰিবলৈ আটায় সমৰ্থ নহয়, গতিকে মানুহ সমাজবদ্ধ: মানুহ নিজত এটা, সমাজত এটা, এনে হব নোৱাৰে: গতিকে নিজত (আত্মাত) আৰু সমাজত, উভয়তে সুবিচাৰৰ শাসন হব লাগিব।' (ৰাষ্ট্ৰ, ১ম পুথি)।

তাৰ্কিকবোৰৰ নিজা মতবাদ একো নাছিল; বায়ুত ওপঙি ফুৰা কথাবোৰকে চপাই লৈ সিহঁতে সৰ্বসাধাৰণক ভালৰি লগোৱা কথাবোৰ কৈছিল। সিহঁতে কয়, 'ই প্ৰকৃতিৰ আৱশ্যকীয় আৰু সাৰ্বজনীন নিয়ম যে বলৱন্তই ৰাজত্ব কৰে। উভয় পক্ষৰ শক্তি সমান হলেই সুবিচাৰৰ কথা ওলায়। সুবিচাৰ ধুনীয়া কথা; মূৰ্খৰ মাজত আকৰ্ষণীয় বক্তৃতা দিবলৈ এনেবোৰ ভাব লাগেই; পাছে ইয়াত সাৰ বস্তু একো নাই।' স্বৰূপতে সেই কালৰ গ্ৰীছত প্ৰচলিত এনেবোৰ উপলুঙা মতৰ বিৰুদ্ধেই ছক্রেটিছ আৰু তেওঁৰ শিষ্য প্লেটোই যুজিছিল। ছক্রেটিছৰ মতে সুবিচাৰ সত্য; আৰু তাৰ বিৰুদ্ধে কোৱা পূৰ্ববৰ্তী দাৰ্শনিকবিলাকৰ কথা অসত্য: যিহেতুকে সেইবোৰ মতবাদৰ একো লক্ষ্য নাই, আৰু সেইবোৰে জীৱনৰ মূল্যাঙ্কনত কোনো বৰঙনি যোগাব পৰা নাই। ছক্রেটিছে তেওঁৰ পূৰ্ববৰ্তীবিলাকৰ 'আবোল-তাবোল' কথা এৰি

মানুহৰ দিনেকীয়া জীৱনত নীতিজ্ঞানৰ প্ৰয়োগ দাবী কৰিছিল; আৰু এই বিষয়ত বুদ্ধদেৱৰ ধৰ্ম-মতৰ লগত তেওঁৰ যথেষ্ট সাদৃশ্য।

পূৰ্ববৰ্তী দাৰ্শনিকবিলাকে কৈছিল, পঞ্চভূত আদি-মূল আৰু তাৰ পৰাই আত্মাৰ উদ্ভৱ; ছক্ৰেটিছে এইবোৰ 'নিৰ্বোধ মতৰ নাদ' বুলি এফলীয়াকৈ থৈ কলে, 'আত্মাইহে আদি মূল আৰু আত্মা (তথা, মন) পঞ্চভূতৰ নিয়ন্তা; গতিকে আধ্যাত্মিক জগতহে প্ৰকৃত, ভৌতিক (মনৰ অধীন হেতু) অপ্ৰকৃত।' 'সমাজৰ অস্তিত্বই সেই প্ৰকৃত (সৎ) জগতৰ অস্তিত্ব প্ৰমাণ কৰে আৰু সমাজৰ ভিতৰেদিহে সুবিচাৰৰ অৰ্থ বুজিব পাৰি। সেইদৰে আকৌ সমাজক স্বৰূপভাৱে বুজবলৈ হলে যি সৎ বস্তুৰ ওপৰত সমাজ প্ৰতিষ্ঠিত সেই সৎ বস্তুৰ স্বৰূপ বুজিব লাগিব।' 'তদুপৰি ইহ জন্মৰ স্বভাৱ আৰু আচৰণৰ লগত পৰজন্মৰ কথাও ঘনিষ্ঠভাৱে জড়িত।' (ৰাষ্ট্ৰ, ১ম পুথি)।

ছক্ৰেটিছৰ মতে, সুবিচাৰ বুজিবলৈ হলে অকল মানুহৰ পৰস্পৰ সম্পৰ্ক বুজিলেই নহব, সেই পৰস্পৰ সম্পৰ্কৰ লগত বিশ্বৰ ঐক্যৰ বিধিও বুজিব লাগিব। তাৰ বাবে বিজ্ঞানৰ সহায় নহলে নহয়, কিয়নো ই ব্যৱহাৰিক অভিজ্ঞতাৰ অতীত কথা; দাৰ্শনিকসকলেহে মানৱ-স্বভাৱৰ লগত বিশ্বৰ ঐক্যৰ বিধি সৰ্বসাধাৰণৰ বোধগম্য কৰিব পাৰে। সাধাৰণতে যিহক 'গুণ' বোলা হয় ছক্ৰেটিছ-প্লেটোই তাক বুলিছে 'ৰূপ'; কিয়নো 'দেখা'ৰ লগত তাৰ সম্পৰ্ক আছে: এই দেখা ভৌতিক, বা উচ্চ স্তৰত মানসিক। 'ৰূপ' আৰু 'স্বৰূপ' একে কথা নহয়; সৰূপ ৰূপতকৈ সাধাৰণ।

'ঘোঁৰা' বুলিলে যিটো ৰূপ আমাৰ মনলৈ আহে. সি ইটো ঘোঁৰা বা সিটো ঘোঁৰাৰ স্বৰূপতকৈ শাশ্বত আৰু সৎ, যদিও এই 'ঘোঁৰাত্ব' আমি কোনো ইন্দ্ৰিয়েৰে ধৰিব নোৱাৰোঁ, আৰু এই বাবেই তাক অস্বীকাৰো কৰিব নোৱাৰোঁ। সৰহ কি, এই 'ঘোঁৰাত্ব'ৰ ৰূপৰ অবিহনে যেনেকৈ ইটো সিটো ঘোঁৰাৰ স্বৰূপ বুজাও অসম্ভৱ বুলিব পাৰি, তেনেকৈয়ে কোনো ৰস, শব্দ, স্পৰ্শ, আণবো "ৰূপ" নহলে উপলব্ধি

কৰা অসম্ভৱ বুলিব পাৰি। সেইদেখি অন্ততঃ দাৰ্শনিক-বৈজ্ঞানিক সকলৰ বাবে সেই "ৰূপ"-ভৰা আধ্যাত্মিক জগতখনেইহে প্ৰকৃত (সৎ); আৰু এই বেমেজলীয়া ভৌতিক জগতখনৰ বিভিন্নতাবোৰ গুচাই অভিন্ন কৰিব পৰা হয় সেই আধ্যাত্মিক জগতখনতহে। (ৰাষ্ট্ৰ, ৫ম পুথি)

'ঘোৰাত্ব'ৰ ৰূপৰ সহায়েৰে যেনেকৈ ঘোৰাবোৰৰ অৰূপৰ একীকৰণ হয়, তেনেকৈ 'গৰুত্ব' আদিও: যি ৰূপৰ সহায়েৰে আকৌ এই বিভিন্ন ৰূপ একীকৰণ হব পাৰে, প্লেটোই তাক "সৎৰূপ" বুলিছে। নিজ বা সমাজৰ আচৰণত যিদৰে আমি কোনো কাম সৎ বুলি মানো, বিজ্ঞানতো সেইদৰে সৎ বস্তু চিনিব লাগিব; নহলে আমি দেখা-শুনা এই ভৌতিক কাৰ্য্য-কলাপবোৰৰ অন্তহীন আৱৰ্ত্তনৰ আগ-গুৰি একো ধৰিব নোৱাৰোঁ। (আৰু তেতিয়া এই সংসাৰ আকাৰ-বিহীন দৃশ্য আৰু অৰ্থহীন শব্দেৰে ভৰা ভূতৰ ৰাজ্যত পৰিণত হব)!

আমি এই সৃষ্টিৰ অন্তও পাবগৈ নোৱাৰো, আদিলৈও উলটিব নোৱাৰোঁ; কিন্তু মাজৰ এই আবৰ্ত্তমান জগতৰ আৱৰ্ত্তনৰ উদ্দেশ্য বিচাৰি পাব পাৰোঁহঁক। মানুহৰ বাবে নহয়, নিজৰ বাবেইহে এই সৃষ্টি সৎ, এই কথা বুজিব পাৰিলেই দেখিবলৈ পোৱা হব ধৰ্ম আৰু বিজ্ঞান একত পৰিণত হৈছে। আধুনিক জগতৰ শ্ৰেষ্ঠ বৈজ্ঞানিক জুলিয়েন্ হক্সলিয়ে কবৰ দৰে, 'মানুহৰ আবিৰ্ভাবত পৃথিবীৰ ইতিহাসৰ এক অধ্যায়ৰ সামৰণি পৰিল; ব্ৰহ্মাণ্ডত আত্মাৰ উদ্ভৱ হল: মানুহে ভাবিবলৈ, অনুভৱ কৰিবলৈ আৰু সত্য-সুন্দৰৰ উপাসনা পালিবলৈ ধৰিলে। আকৌ নতুন অধ্যায় আৰম্ভিলে: তাত ব্যক্তিৰ উৎপত্তি হ'ল আৰু জড়ে চৈতন্যত পৰিণতি লভিলে। এতিয়া চৈতন্যই জড়ক গঢ় দিব লাগিব; এই গঢ় দিয়া কাৰ্য্য এহাতে বিজ্ঞান, ইহাতে কলাবিদ্যা, আৰু আন হাতে ধৰ্ম। এই তিনিও যেতিয়া পৰস্পৰ-সহযোগী হব পাৰে, তিনিও পৰস্পৰ-বিৰোধী যাতে হবলৈ নাপায়, তাৰ বাবে আমি সাৱধান হোৱা উচিত।'

ছক্রেটিছ্-প্লেটোৰ মতে সমাজৰ সুবিচাৰ তাৰ প্ৰত্যেক লোকৰ

আত্মাৰ সুবিচাৰ, আৰু পৰস্পৰৰ সুখ-সুবিধাৰ সুদিহাৰ ওপৰত নিৰ্ভৰ-শীল। সৎ ৰূপৰ প্ৰতি লক্ষ্য নাৰাখিলে যেনেকৈ কোনো কাৰ্য্যৰ অৰ্থ নাথাকে, তেনেকৈয়ে সৎ ৰূপৰ জ্ঞান নজন্মিলে সকলো জ্ঞানেই অসাৰ্থক হয়; (আৰু, আকৌ এই সংসাৰ কিছুমান আকাৰ-নোহোৱা দৃশ্য আৰু অৰ্থ-নোহোৱা শব্দেৰে পৰিপূৰ্ণ ভূতৰ ৰাজ্যত পৰিণত হয়)! সৎ ৰূপৰ বিচাৰত যেনেকৈ আমি পৰিদৃশ্যমান জগতৰ সীমা অতিক্ৰম কৰিবই লাগিল, সৎ বস্তুৰ বিচাৰতো আমি তেনেকৈয়ে নিজ সৎ ৰূপৰ সীমাৰ সিপাৰলৈ যাব লাগিব। ছক্রেটিছে কবৰ দৰে, বেলিৰ লগত পৰি-দৃশ্যমান জগত আৰু চকুৰ যি সম্বন্ধ, সৎ বস্তুৰ ৰূপৰ লগতো বোধ-গম্য জগত আৰু মনৰ সেই সম্বন্ধ: অৰ্থাৎ পোহৰ দিবলৈ বেলি আৰু চাবলৈ চকু আছে বাবেই এই পৰিদৃশ্যমান জগতখন দেখোঁহঁক; তেনেকৈয়ে অধ্যাত্ম-জ্ঞান দিবলৈ সৎ বস্তুৰ ৰূপ আৰু তাক উপলব্ধি কৰিবলৈ চিত্ত আছে বুলিয়েই সেই অধ্যাত্ম জগত আমি নিজ অন্তৰ্চকুৰে দেখিবলৈ পাওঁহঁক। বেলিয়ে এই পৰিদৃশ্যমান জগতখন চাবলৈ সহায় কৰে; ইমানেই নহয়, বেলি নিজে চাব-লগা এক অফুৰন্ত পোহৰৰ উহ; তেনেকৈয়ে সৎবস্তুৰ ৰূপৰ পৰা আমি জানিবলগা কথাবোৰ জানিবলৈ পাওঁ: ইমানেই নহয়, সেই সৎবস্তুৰ ৰূপ স্বয়ং পৰম আৰু চৰম জ্ঞানৰ বিষয়।—

"অসতো মাং সদগময়।
তমসো মাং জ্যোতিৰ্গময়।
মৃত্যো ৰ্মাং অমৃতং গময়।"

ছক্রেটিছ-প্লেটোইও ঠিক এই উপমাকে দিছে। বহুত মানুহেই আন্ধাৰ পাতালত বাস কৰে গোটেই জীৱন; ছাঁৰ বাহিৰে সিহঁতে একো দেখিবলৈ নাপায়, প্ৰতিধ্বনিৰ বাহিৰে একো শুনিবলৈ নাপায়। সৎৰূপৰ জ্ঞানেহে সিহঁতক সেই আন্ধাৰৰ পৰা পোহৰলৈ আনিব পাৰে। ( ৰাষ্ট্ৰ, ৬ষ্ঠ পুথি )।

ছক্রেটিছৰ শিষ্য প্লেটো; প্লেটোৰ শিষ্য এৰিষ্টটল্; আলেক্‌জাণ্ডাৰ

এই এৰিষ্টটলবে শিষ্য আছিল। এৰিষ্টটলৰ শিক্ষা তেওঁৰ গুৰু প্লেটোৰ শিক্ষাৰ পৰা অলপ পৃথক আৰু গভীৰতাত অলপ হীন দেখিয়েই বাৰ্ট্ৰাণ্ড্ ৰছেল প্ৰভৃতি পণ্ডিতে কয়, সহজ জ্ঞানেৰে পনীয়া কৰা প্লেটোই এৰিষ্টটল্। এৰিষ্টটলৰ ঈশ্বৰৰ কল্পনা সাংখ্য দৰ্শনৰ পুৰুষৰ দৰে নিষ্ক্ৰিয় এজন; এতেকে বিপক্ষ সমালোচক সকলে কয়, 'এৰিষ্টটলৰ ঈশ্বৰ বেছেৰা! তেওঁ ভিকতা-সেকৰা অকামিলা ৰজা; তেওঁৰ ৰাজত্ব আছে, শাসন নাই।' সি যিহওক, এইসকল ভাবুকে চহাই থৈ যোৱা মাটিতে তেওঁলোকৰ চাৰি-তিনি শ বছৰৰ পাছত যীশুখৃষ্টই তেওঁৰ একেশ্বৰ বাদৰ কঠিয়া সিঁচিল। যীশুৰ আগৰ অনেক কালৰ পৰাই ভাৰতবৰ্ষৰ দৰে য়ুৰপতো বহু দেৱ-দেৱীৰ সেৱা আৰু বলি-বিধান প্ৰচলিত আছিল সন্দেহ নাই।

যীশুৰ পাছত পিতৰ্, পল্ প্ৰভৃতিয়ে খৃষ্টধৰ্ম প্ৰচাৰ কৰা কালতো ইউৰপত মূৰ্ত্তি-পূজা আৰু বলি-বিধান আছিল; 'সিহঁতে সেই দিনত মূৰ্ত্তিৰ আগত দামুৰি বলি দিছিল, আৰু সেই কামত ৰঙ্ পাইছিল।' ( এক্ট্ছ, ৭৪১ )। 'সিহঁতলৈ এথেন্সত বাট চাওঁতে গোটেই ছহৰখন পৌত্তলিকতাত তল যোৱা দেখি পলৰ প্ৰাণ চঞ্চল হৈ উঠিছিল।' (এক্ট্ছ্, ১৭১৬)। এতেকে যীশুৰ প্ৰথম আদেশ আছিল: 'হেৰা, শুনা, আমাৰ পৰমপিতা ভগবান এজনহে।' 'ঈশ্বৰ এজন, দ্বিতীয় নাই।' ( মাৰ্ক্ ১২।২৯, ৩২ )। যীশুৰ দ্বিতীয় আদেশ, 'নিজক যেনে ভাল পোৱাঁ, ওচৰচুবুৰীয়াকো তেনেকৈ ভাল পাবাঁহঁক।' ( মাৰ্ক্, ৩১ )। আকৌ, 'নতুন আদেশ মই দিছোঁ, তোমালোকে পৰস্পৰক ভাল পাবাঁ।' ( জন, ১৩।৩৪ )। এয়ে শঙ্কৰদেৱৰ ভাষাত আৰু আৰু সুমধুৰ সুমঙ্গল হৈ উঠিছে:

"সমস্ত প্ৰাণীক দেখিবেক আত্ম সম।
উপায় মধ্যত সিটো অতি মুখ্যতম॥"

যীশুৰ প্ৰয়াণৰ পাছত তেওঁৰ দুই শিষ্য মেথু আৰু জন, আৰু আন দুজন প্ৰত্যক্ষদৰ্শী মাৰ্ক আৰু লুক্, এই চাৰিজনে সুকীয়া-সুকীয়াকৈ

তেওঁৰ ধৰ্ম-কৰ্ম সম্পৰ্কে যি লিপিবদ্ধ কৰি গৈছে, সেয়ে বাইবেলৰ নিউটেষ্টামেণ্ট বা নৱবিধান। কোৱা বাহুল্য, এই চাৰিও বিৱৰণৰ মূলতঃ কোনো ভেদ নাই, চাৰিও চাৰিক প্ৰমাণ কৰে। যীশুৰ লগত ভাৰতৰ পূৰ্ব-সম্পৰ্ক সম্বন্ধে নানা কিম্বদন্তী আছে। কিছুমানৰ মতে যীশুৱে তেওঁৰ ধৰ্মপ্ৰচাৰৰ আগতে নিৰুদ্দেশ হৈ কিছুদিন ভাৰতত থাকি বৌদ্ধধৰ্মৰ অনুপ্ৰেৰণা লৈ গৈছিল; কিছুমানৰ মতে আকৌ ক্ৰুছত যীশুৰ মৃত্যু হোৱা নাছিল, তাৰ পৰা নমাই অনাৰ পাছত তেওঁক জীৱিত পোৱা কথাৰ প্ৰমাণ উক্ত গস্পেল লেখকৰ পৰাই দেখুৱাই, ভাৰতবৰ্ষলৈ আহি কাশ্মীৰত তেওঁৰ মৃত্যু হোৱা কথা প্ৰতিপন্ন কৰিবৰ প্ৰয়াস পায়। কিম্বদন্তী যেনেকৈ আটাইবোৰ গ্ৰহণ কৰিব নোৱাৰি, তেনেকৈ বিনা-বিচাৰে ইয়াক গ্ৰহণো কৰা টান। ৰজনীকুমাৰ পদ্মপতিয়ে 'কৃষ্ণৰূপে খৃষ্ট' বুলি ইংৰাজীত এখন কিতাপ লিখি কৃষ্ণ—কৃষ্ট—খৃষ্ট, কাণু—ছিদ্ কেনু (অঃ টেঃ): গোপাল—ভেৰাপাল, যদুবংশ—যুদা বংশ, দেৱকী—মেৰী, বাসুদেৱ—যোছেফ, কংস—হেৰড্, গৰ্গ—গেব্ৰিয়েল, মথুৰা—বেথেলাহম্, গকুল—গেলিলী, নজৰেথ; যমুনা—যৰ্দন, আদি কিছুমান ধ্বনি আৰু ঘটনাৰ মিলৰ পৰা, মহাভাৰত আৰু পুৰাণৰ কথাবোৰ যীশু-কাহিনীৰ পৰা ধাৰ কৰা বুলিব খুজিছিল। কিন্তু সম্প্ৰতি খৃষ্টজন্মৰ অন্ততঃ সাত-আঠশ বছৰৰ আগৰ পৰা উপনিষদ আদি বেদান্তৰ উপৰি বৌদ্ধ, জৈন আদি নানা সাহিত্য আৰু ভাৰত জুৰি থকা লিপিমূলক প্ৰমাণৰ পৰা কৃষ্ণ চৰিত্ৰ ঐতিহাসিক ভেটিত ভালদৰে স্থাপিত হৈছে; গতিকে এতিয়া তেনে আশঙ্কাৰ ঠাই নাই।

তথাপি একশৰণ ধৰ্মৰূপে কৃষ্ণ আৰু খৃষ্টৰ মতৰ যে মিল থাকিব, তাত বিচিত্ৰ একো নাই। উদাহৰণ ৰূপে, জনৰ গস্পেলৰ আৰম্ভণি: 'আদিতে আছিল শব্দ (নাম), শব্দ আছিল ঈশ্বৰৰ (ব্ৰহ্মৰ) লগত; আৰু নামেই ঈশ্বৰ (শব্দই ব্ৰহ্ম)।' (১।১)। "যেই নাম সেই হৰি জানা নিষ্ঠ কৰি," আদি তুলনীয়। সেইদৰে মেথুৰ গস্পেলত আছে:

'তোমালোকৰ সাঁচতীয়া ধন-সম্পত্তিবোৰ পৃথিবীত নথবাঁ: ইয়াত ঘুণে খাব, মামৰে ধৰিব, বেৰ-দুৱাৰ ভাঙি চোৰে নিব। তোমালোকৰ সাঁচতীয়া ধন-সম্পত্তিবোৰ স্বৰ্গত থবাঁ: তাত ঘুণে নাখায়, মামৰে নধৰে, বেৰ-দুৱাৰ ভাঙি চোৰে নিনিয়ে।' (৬।১৯-২০)

"অ' হৰি, হৰি। নাম ললে নেহেৰায়,
ডকাইতে নিনিয়ে পাই, চোৰেও নিনিয়ে চুৰ কৰি।
ভাই বটা নাবাটে, অগ্নিয়ে নোপোৰে,
ৰজাই নিনিয়ে দঁড় কৰি॥"

কোৱা বাহুল্য একেশ্বৰবাদী ধৰ্মৰূপে এইবোৰ কোনেও কাৰো পৰা ধাৰ কৰা বুলিব নোৱাৰি।

---

## আঠ

# মহম্মদীয় ধৰ্মত পূৰ্ব সমন্বয়

পৃথিবীৰ ঘাই তিনিটা ধৰ্ম বা আছিয়াৰ প্ৰধান পাঁচটা ধৰ্মৰ শেষ ধৰ্মৰূপে মহম্মদীয় ধৰ্মই তাৰ পূৰ্ববৰ্ত্তী ধৰ্মবোৰৰ সাৰ গ্ৰহণ কৰা বুলিও দাবী কৰে, আৰু সেই ধৰ্ম-প্ৰবৰ্ত্তকসকলক মানে বুলি স্বীকাৰ কৰে। পূৰ্ববৰ্ত্তী ধৰ্ম বুলি খৃষ্টান ধৰ্মৰ লগত ইয়াৰ সম্পৰ্ক আৰু খৰিয়াল ঘনিষ্ঠ; আৰু সেইদৰেই খৃষ্টান ধৰ্মৰ লগত বৌদ্ধ ধৰ্মৰ সম্বন্ধ অধিক। বেদান্তৰ কালত বৌদ্ধ ধৰ্মই আৰু বেদৰ কালত জৰথুস্ত্ৰ ধৰ্মই মূল বৈদিক ধৰ্মৰ লগত খৰিয়াল কৰি ফাটি আছে; নীতি-প্ৰধান ধৰ্মৰূপে বৌদ্ধ আৰু কন্‌ফুছিয়াছীয় ধৰ্ম সম্পৰ্কিত। এই অনুক্ৰমে জগতৰ এই আটাইকেইটা ঘাই ধৰ্মই পৰম্পৰা সম্বন্ধেৰে বান্ধ খোৱা।

"লা ইলাহা ইল্‌-আল্লাঃ" (এক ঈশ্বৰত বাদে কেও উপাস্য নহয়); এয়ে কোৰাণৰ "তৌহিদ্‌" (ঐক্য)। "তৌহিদ" বুলিলে "ধাৎ" (ব্যক্তি), "ছিফাৎ" (গুণ), আৰু "অফাল্‌" (কাম), তিনিও বিষয়ত তেওঁ "এক"। (১) ব্যক্তিত "এক" মানে (ক) বৈদিক দেৱতাৰ কল্পনাৰ নিচিনাকৈ ঈশ্বৰত বহুৰ কল্পনা ভুল, আৰু (খ) খৃষ্টানৰ ত্ৰিমূৰ্তি (পিতা, পুত্ৰ, পুণ্যাত্মা), বা বৈদিক ত্ৰিমূৰ্ত্তি (ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ) ঈশ্বৰত আৰোপ কৰা ভ্ৰমাত্মক। (২) গুণত "এক" মানে (গ) তেওঁৰ সমকক্ষ কেও নাই; আৰু (৩) কামত "এক" মানে তেওঁ কৰা কাম কেওঁ কৰিব নোৱাৰে। মুঠতে ঈশ্বৰৰ স্বৰূপৰ কোনো ৰূপ নাই। "তৌহিদ"ৰ বিপৰীত "শিৰ্ক্‌" (অংশাশী); ইও সেইদৰেই তিনি প্ৰকাৰ—ব্যক্তিগত, গুণগত, কৰ্মগত। কি ব্যক্তিত, কি গুণত, কি কৰ্মত, ঈশ্বৰক আনৰ সমান পতা মহা পাপ; আৰু কোৰাণৰ মতে (৪।৪৮) ঈশ্বৰে এই পাপৰ বাহিৰে আন যেই সেই পাপকে, ইচ্ছা কৰিলে, ক্ষমিব পাৰে। মাধৱদেৱে লিখিছে—

"কৃষ্ণ দেৱতাক যিটো অন্য দেৱতাৰ সম
বোলয় অধম মূঢ়মতি।
চৌৰাশী নৰক ভুঞ্জি পাপৰ যোনীত সিটো
অৱশ্যে হৈবেক উৎপতি ॥"

"শ্বৰ্ক্" চাৰি শ্ৰেণীত ভগাব পাৰি: (১) আটায়ে দেখা-শুনা আৰু সাধাৰণ হ'ল (ক) শিল, মূৰ্ত্তি, "কবৰ", আদি অচেতন, (খ) গছ, সাপ-বেঙ্, মানুহ আদি চেতন, আৰু (গ) জোন, বেলি, বায়ু, বৰুণ আদি প্ৰাকৃতিক শক্তিৰ উপাসনা; (২) যি খৃষ্টানে যীশুক "ঈশ্বৰৰ পুত্ৰ" বুলি, বা যি সাংখ্যবাদীয়ে প্ৰকৃতি-পুৰুষক স্বকীয়া সত্তা বুলি, বা যি জৰথুস্ত্ৰ ধৰ্মীয়ে চৈতানক (শনি) স্বতন্ত্ৰ শক্তি বুলি মানে তেনে ভাব; (৩) অন্ন বা আশ্ৰয় দাতা আদি বুলি মানুহক দেৱতা ৰূপে মনা; (৪) কাম-ক্ৰোধ, লোভ-মোহ, মদ্-মাৎসৰ্য্য মানি চলা (কোৰাণ ২৫।৪৩)। মূৰ্ত্তিপূজা আদিত কিবা আধ্যাত্মিক অৰ্থ থাকিব পাৰে বুলিও কোৰাণে নামানে, আৰু সি আধ্যাত্মিকৰ নিম্নতম স্তৰ হব পাৰে বুলিও স্বীকাৰ নকৰে (৩৯।৩৩)। তাৰ মতে (ক) ঈশ্বৰৰ ক্ষুদ্ৰাতিতম ক্ষুদ্ৰ পদাৰ্থই মহতোৰ্মহীয়ান ঈশ্বৰৰ ধাৰণা দিব পৰা আৰু (খ) তাৰ পৰা অনন্ত অসীম বিৰাট ৰূপৰ ধ্যান কৰিবলৈ প্ৰেৰণা পাব পৰা কথা ভুৱা বা ভ্ৰম। কোৰাণে যে তাৰ পূৰ্ববৰ্ত্তী ঐশ আদেশ-সম্পন্ন সকলো ধৰ্মশাস্ত্ৰ আৰু মহম্মদৰ আগৰ ধৰ্মপ্ৰৱৰ্ত্তকসকলকো মানে তাৰ চিন স্বৰূপে আকৌ কৈছে, 'মোৰ বাহিৰে আৰু ঈশ্বৰ নাই, এতেকে মোকে সেৱা কৰাঁ', এনে আদেশ বহন নকৰা কোনো ধৰ্ম-প্ৰৱৰ্ত্তক তোমাৰ (মহম্মদৰ) আগত মই পঠিওৱা নাই।" (২১।২৫)। আন এঠাইত কৈছে, "সকলো মানুহৰ জাতি একেটা; এতেকে ঈশ্বৰে শুভ সম্বাদ আৰু সতৰ্কবাণী দি ধৰ্মপ্ৰৱৰ্ত্তকসকলক তেওঁলোকৰ মাজলৈ সত্য বস্তু থকা ধৰ্মশাস্ত্ৰই সৈতে পঠাই দিছে।" (২১।২৫)। গীতা আৰু কোৰাৰ এই ভাব থকা শ্লোক-পদ অলেখ—

"নোহো জানা আমি চাৰি জাতি, চাৰিও আশ্ৰমী নোহো আতি।
নোহো ধৰ্মশীল দান-ব্ৰত-তীৰ্থ-গামী।
কিন্তু পূৰ্ণানন্দ সমূদ্ৰৰ গোপী-ভৰ্ত্তা পদ-কমলৰ,
দাসৰো দাসৰ তান দাস ভৈলোঁ আমি॥"
'সৰ্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বাং সৰ্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচ॥"

"কৃষ্ণ নিগদতি সব্যসাচি, পৰমাৰ্থ তত্ত্ব লৈয়ো বাচি,
সুদৃঢ় বিশ্বাসে শৰণ লৈয়ো আমাত।
মোতে মাত্ৰ সদা দিয়া চিত্ত গায়ো মোৰ গুণ-নাম-গীত,
সকল শাস্ত্ৰৰ কহিলোঁ সাৰ সাক্ষাত॥" ৬১৬।
"মোতে মাত্ৰ সদা দিয়াঁ মন মোৰ ভক্ত হোৱা সৰ্বক্ষণ,
মোকে পূজা মাত্ৰ, মোকে কৰাঁ নমস্কাৰ।
কহিলোঁ তোমাত সত্য বাণী পাইবা সুখে মোক মহামানী,
তুমি প্ৰিয়তম সুহৃদ সখি আমাৰ॥" ৬০৯।

যীশুৰ দৰেই মহম্মদে 'পৰকাল' আৰু 'শেষ বিচাৰৰ দিন'ৰ কথা কৈছে ; কিন্তু আচৰিতভাৱে, বুদ্ধৰ দৰেই মহম্মদেও এই জন্মতে মুক্তি বা পাপ-পুণ্যৰ ভোগ আৰম্ভ হোৱাৰ স্পষ্ট ইঙ্গিত দিছে। কোৰাণত "পৰকাল" মানে পৰ জন্ম ( মৃত্যুৰ পাছত ) বুবুজাবও পাৰে ; এই জন্মতে পাপ-পুণ্য ভোগেৰে সেই নতুন জীৱন আৰম্ভ হব পাৰে, যদিও সংসাৰৰ ধূলি-মাকতিৰ চামনিয়ে বহুতৰ সেই দৃষ্টি অনুভৱ ঢাকি ৰাখিব পাৰে। "নিশ্চয় তুমি আগতে ইয়ালৈ কাণ-সাৰ কৰা নাছিলাঁ ; পাছে এতিয়া আমি তোমাৰ চকুৰ চামনি গুচাই দিছোঁ, সেইদেখি আজি তোমাৰ দৃষ্টি তীক্ষ্ণ।" (৫০।২২)। নহয় ; কিবা উপায়েৰে তুমি জানিব পৰা হলে নৰকখন অৱশ্যে দেখিলাঁহেতেন।" (৮৯।২৭-৩০)। "নৰকৰ জুই ঈশ্বৰে জ্বলাই দিয়ে আৰু মানুহৰ বুকুৰ ওপৰতে উঠে।" (১০৪।৬-৭)। পৰজন্ম যে এই জন্মৰে ক্ৰমশঃ, কোৰাণৰ আৰু বহুত

ঠাইত তাৰ ইঙ্গিত আছে—"আৰু যিয়েই এই জন্মত ( আধ্যাত্মিক-ৰূপে ) কণা, পৰকালতো সেইদৰেই কণা হব নিশ্চয়।" "( পাপীৰ ) এনেকুৱাই শাস্তি, আৰু সিহঁতে জানিব লাগে পৰজন্মৰ শাস্তি ইয়াতোকৈ কঠোৰ ( ৬৮।৩৩ )।"

"অল-ছা" ( প্ৰলয় ), "অল-কুয়ামা" ( উত্থান ) আদি শব্দ আৰু বৰ্ণনা কোৰাণত এনেদৰে ব্যৱহাৰ কৰা হৈছে যে ই পুনৰ্জন্ম ( শাৰীৰিক ) বা পুনৰ্জীৱন ( আধ্যাত্মিক ) দুইটা অৰ্থ বুজাব পাৰে। "জীৱিত আৰু মৃত একে ধৰণৰ নহয়। ঈশ্বৰে যাকে দয়া কৰে তেৱেঁ শুনিবলৈ পাব নিশ্চয় ; আৰু মাটিত পোত গৈ থকাবোৰক তুমি শুনাব খুজিলেও শুনাব নোৱাৰাঁ।" ( ৩৫।২২-২৩ )। ইয়াৰ উল্লেখ-প্ৰসঙ্গ অৱশ্যে আধ্যাত্মিক, ভৌতিক নহয়। এই আধ্যাত্মিক উন্নয়ন মানুহৰ ইহ জন্মৰ অনুভৱ আৰু অভিমতৰ ভিতৰলৈ আনি দেখুৱাবলৈ কোৰাণে প্ৰয়াস পাইছে ; কিয়নো সেয়ে নহলে মানুহৰ জীৱনৰ লক্ষ্য ভেদ নহয়। "কি ? আমি তোমাক এনেয়ে পুনৰ আমাৰ কাষলৈ ঘূৰি নাহিবলৈ আৰু বিনা উদ্দেশ্যে সৃষ্টি কৰিলোঁ বুলি ভাবিছাঁনে ?" (২৩।১১৫)। "মানুহে ভাবে নে কি মানুহক বিনা উদ্দেশ্যে অনাই-বনাই ফুৰিবলৈকে এৰি দিয়া হব ?" ( ৭৫।৩৬ )। পৰমাণু এটাৰ সমান সমান বেয়া কাম কৰিলেও তাৰ কুফল ভোগিব।" ( ৯৯।৭-৮ )। গতিকে পুনৰুত্থান এই জনমতেই হব পাৰে, আৰু তাৰ দ্বাৰা মানুহে ইতৰ জীৱনৰ পৰা উচ্চ স্তৰৰ আধ্যাত্মিক জীৱন লাভ কৰিব পাৰে। মানৱী শক্তিক উদ্দীপনা যোগোৱাও কোৰাণৰ লক্ষ্য।

কিন্তু শাৰীৰিক প্ৰলয় আৰু মৃত্যুৰ পাছত জীৱনো যে আছে তাক কোৰাণৰ পৰাই বুজিব পাৰি। "সিদিনা পৃথিৱীখন এখন বেলেগ পৃথিৱী হব, আৰু তেনেকৈয়ে স্বৰ্গও।" ( ১৪।৪৮ )। ইয়াৰ একমাত্ৰ উদাহৰণ দিব পাৰি, নীহাৰিকাৰ পৰা যেনেকৈ এই সুন্দৰ জগতৰ সৃষ্টি হল, সেইদৰে এই সুন্দৰ জগত ধ্বংস হৈও ইয়াতকৈ

সুন্দৰ সৃষ্টি হব। এই তথ্য বিজ্ঞান-সম্মত বুলিব পাৰি, আৰু মানৱ সমাজো যে তাৰ লগে লগে আৰু উচ্চ স্তৰলৈ যাব তাক আশা কৰিব পাৰি। বুখাৰী হদিছত আছে (৫৯।৮), "চকুৱে তেনে (নতুন জগতৰ) দৃশ্য দেখা নাই, কাণেও শুনা নাই; মানুহৰ অন্তৰতো তেনে ধাৰণা সোমাব পৰা নাই।"

পৰজন্মত আত্মাই যি দেহ লভিব সি নিশ্চয় এই দেহৰ নিচিনা নহব; পৰজন্মৰ যি সুখ বা দুখ নিজ কৰ্ম অনুসৰি ভোগ কৰিব লাগিব তাৰ আভাস মৃত্যুৰ লগে লগেই অনুভৱ কৰা হয়; আৰু পৃথিবীত পুতি বা পুৰি পেলোৱা এই দেহে নিশ্চয় সেইবোৰ ভোগ কৰিবলৈ নাপায়। "শেষ বিচাৰৰ দিনা তুমি কি আশ্ৰয় মাতিবাঁ! তোমাৰ ওপৰত সম্মানিত পহৰীয়া আছে, তুমি কি কৰাঁ তেওঁলোকে অৱশ্যে জানে।" (৮২।৯-১২)। আন ঠাইতো (১৩।১১) কোৰাণে এই 'পহৰীয়া দেৱতা'ৰ কথা কৈছে। মাধৱদেৱে লিখিছে—

"তুমি মোক ভাণ্ডা, মই তোক ভাণ্ডো এ,
চৌধয় সাক্ষীক ভাণ্ডিবাঁ কোন প্ৰকাৰে।" ঘোষা।

এইবোৰৰ পৰা এনে অনুমান হয়, স্বপ্ন নিদ্ৰা জাগৰণ তিনিও অৱস্থাৰ ভিতৰেদি নিজ নিজ চিন্তা, ইচ্ছা আৰু কৰ্ম অনুসাৰে মানুহৰ এই ভিতৰ-ভৰপীয়া জীৱনটোৱে এটা গঢ় লয়; আৰু মাটিৰ মানুহ মাটিত মিলাৰ লগে লগে এই ভিতৰ-ভৰপীয়া জীৱনটোৱেই কিবা সূক্ষ্ম দেহী ৰূপে নতুন জীৱনৰ ভেটি হয় আৰু নিজত অতীতক ৰক্ষা কৰে। বৌদ্ধ দৰ্শনত সম্ভৱ ইয়াকে "ন সঃ, নান্যঃ" বুলিছে। কোৰাণত আছে, "যিজন মৃত হৈছিল আৰু যাক আমি পুনৰুত্থান দান কৰিলোঁ তেওঁ সেইজনেই নে?" (৬।১২৩)। "বিশ্বাসী (ভক্ত) সকলে সেই-দিনা দেখিব পোহৰে আগে-পিছে তেওঁলোকক আগবঢ়াই নিছে।" (৫৭।১২)। সেইদৰেই, এই জগতত যিবিলাকৰ অন্তৰত সদায় কামনাৰ যি জুই জ্বলি আছিল, সেয়ে সিজন্মত নৰকৰ জুই হয়গৈ (১০৪।৬-৭)।

কোৰাণত "কিতাব" শব্দটো 'লিখা'ৰ বাহিৰেও ঈশ্বৰৰ জ্ঞান

আদেশ আদি ভাবত ব্যৱহাৰ কৰা হৈছে ; আৰু 'ঈশ্বৰে নেৱ-দূতৰ হতুৱা প্ৰত্যেক মানুহৰ ভাল-বেয়া কাম লিখাই ৰাখিছে' মানে 'মানুহৰ অন্তৰাত্মাত কামৰ ফলাফলৰ সাঁচ বৈ গৈছে', এনে অৰ্থ কৰা যেন লাগে। "প্ৰত্যেক মানুহৰ কৰ্ম ( ফল ) তেওঁৰ ডিঙিত লাগি থকাৰ দিহা আমি কৰিছোঁ। আৰু পুনৰুত্থানৰ দিনা তেওঁ সেইবোৰৰ বিৱৰণ তেওঁৰ বিষয়ে লিখা কিতাপত মেলি থোৱা পাব।" (১৭।১৩)। ইয়াৰ পৰাও কৰ্মৰ ভাল-বেয়া ফল কৰ্মকৰ্তাৰ অন্তৰাত্মাত জড়িত থকাৰ কথা কোৱা বুলি বুজিব পাৰি। জীৱিত কালত এই অন্তৰাত্মাৰ স্বৰূপ বুলিবলৈ সৰ্বসাধাৰণ অসমৰ্থ হলেও, মৃত্যু অৰ্থাৎ এই দেহৰ পৰা বিচ্ছেদ হোৱাৰ লগে লগে সি জ্বলজ্বল পট্‌পট্ হৈ দেখা দিব।

"তোমাৰ কিতাপখন পঢ়ি চোৱাঁ ; এই পুনৰুত্থানৰ দিনৰ বাবে তোমাৰ নিজৰ আত্মাই যিবোৰ গণি-পঢ়ি থৈছে সেয়েই যথেষ্ট।" ( ১৭।১৪ )। গতিকে এই দেহৰ পৰা বিচ্ছিন্ন হলেই নিজ অন্তৰাত্মাই স্বতন্ত্ৰৰূপে নিজৰ সপক্ষে বা বিপক্ষে সাক্ষীৰূপে ঠিয় হব। তেনেকৈয়ে আকৌ, "পাপীৰ পুথি পোতাশালত" ( ৮৩।৭ ) ; সেইবাবে সিহঁত "ঈশ্বৰৰ সাক্ষাতৰ পৰা আঁতৰত" (৮৩।১৫)। কিন্তু "ধৰমীৰ পুথি উচ্চতম স্থানত" ( ৮৩।১৮ ) : এনেবোৰ উক্তিৰ পৰাও ওপৰত কোৱা মতেই সমৰ্থিত হয়।

বিশেষজ্ঞসকলৰ মতে "ফিৰদৌছ্" ( স্বৰ্গ ) শব্দটো কোৰাণত ( ১৮।১০৭ ) আৰু ( ২৩।১১ ) এই দুই ছুৰাত আৰু মুঠতে এই ছুৰাবেই আছে ; আৰু পিছৰ বাবত (২৩।১১) "জন্ন" (বহুবচন 'জন্নাৎ') শব্দৰ লগত আছে। এই পিছৰ শব্দটোৰ মৌলিক অৰ্থ "গোপন", আৰু ভাবগত অৰ্থ "ফুলনি" (য'ত ফুলগছে মাটিখিনি গোপন কৰে ) কোৰাণৰ কোনো কোনো ছুৰাত এই দুই সুকীয়া অৰ্থৰ সমন্বয় কৰি এনেভাৱে ব্যৱহাৰ কৰা হৈছে যে "ফিৰদৌছ" শব্দই গোপন অৰ্থাৎ ইন্দ্ৰিয়াতীত সুখৰ ঠাইহে যেন বুজাইছে ; গতিকে স্বৰ্গ এখন শাৰীৰিক সুখ-ভোগৰ ঠাই নহয়। আকৌ, "ফিৰদৌছ" ( স্বৰ্গ ) সৎ চিন্তা আৰু

সদ্ কাৰ্য্য কৰা লোকসকলৰ চিৰ-আবাস বুলিছে ; এতেকে ওপৰত কৈ অহা কথাৰ লগত মিলাই পঢ়িলে বুজিব পাৰি ইহ জন্মৰ আধ্যাত্মিক ( যেনে, অন্তৰাত্মা ) গুণবোৰে পৰজন্মত তাৰ উপযোগী ৰূপ ( যেনে সূক্ষ্ম দেহ ) ধাৰণ কৰে, আৰু ইন্দ্ৰিয়াতীত সুখৰ ঠাই ( জন্নাত, ফিৰ-দৌছ্, স্বৰ্গ ) সেইসকলৰ ঠাই।

পুনঃ, কোৰাণত সেই 'ফিৰদৌছ'ৰ প্ৰসঙ্গত কৈছে, "ধৰমীসকলৰ বাবে ফুলনিৰ অনুৰূপ সেই ঠাই নিৰ্দিষ্ট আছে ; তাৰ মাজে নৈ বৈ গৈছে ; ( সেই ফুলনিৰ ) ফল আৰু ছাঁয়া চিৰস্থায়ী। (১৩।৩৫)। এই উপমাৰ পৰাই প্ৰাকৃতিক ফুলনিৰ কথা ইয়াত কোৱা হোৱা নাই বুলি বুজিব পাৰি। পানীৰ পৰাই নৈ আৰু গুটিৰ পৰাই গছ হয় ; ইহ-জন্মৰ সত্য বিশ্বাসৰ পৱিত্ৰ পানীয়েই প্ৰাচুৰ্য্য লভি পৰজন্মত নৈ ৰূপে বৈ যায়, আৰু ইহজন্মৰ সৎ-চিন্তাৰ অঙ্কুৰ বাঢ়িয়েই পৰজন্মত গছ হৈ সি শাশ্বত ছাঁয়া দান কৰে। আন আন ছুৰাত নানাভাৱে কৈছে ; পাৰ্থিৱ নহয় দেখিয়েই স্বৰ্গ-সুখ কল্পনা কৰা কঠিন।

আকৌ কৈছে, "ধৰমীসকলৰ বাবে যি ফুলনি সজাই থোৱা আছে তাৰ নৈৰ পানীবোৰ সলনি নহয়।" ( ৪৭।১৫ )। "ধৰমীসকলৰ কামৰ পুৰস্কাৰ ৰূপে যি সাঁচি ৰখা হৈছে কোনেও তাৰ অনুৰূপ কি কব নোৱাৰে ; তাক দেখা হলে চকু জুৰ পৰিলহেতেন।" ( ৩২।১৭ )। "স্বৰ্গত যে আহাৰ যতাই থোৱা হৈছে, এই জন্মৰ আহাৰৰ লগত তাৰ নামৰ বাহিৰে কোনো সাদৃশ্য নাই।" বুলি আন ঠাইত কৈছে ; বুখাৰিৰ হদিছতো ঈশ্বৰৰ বাণী বুলিছে—"মোৰ ধৰমী সেৱকসকলৰ বাবে যি গুপুত কৰি ৰাখিছোঁ তাক কোনো চকুৱে দেখা নাই, কোনো কাণে শুনা নাই, আৰু কাৰো মনে তাক কেতিয়াও চুকি পোৱা নাই।" ( ৫৯।৮ )।

কোৰাণৰ স্বৰ্গৰ কল্পনা বুজিলে নৰকৰ কল্পনা বুজা কঠিন নহয় ; পাপ বাসনাৰ যি জুই পাপীৰ অন্তৰত জ্বলি থাকে, পৰজন্মত সেয়ে নৰকৰ জুইত পৰিণত হয় ( ১০৪।৬-৭ )। কিন্তু পাপীৰ শাস্তি ধ্বংসৰ

বাবে নহয়, গুধৰণৰ বাবেহে; কোৰাণত বাবে বাবে এই কথা কৈছে। তদুপৰি পুণ্য কৰিব লাগে আৰু পাপ কৰিব নালাগে, এই জ্ঞান নিজৰ উপকাৰৰ বাবেহে যে তাকো দঢ়াই দঢ়াই কোৱা হৈছে। "পুণ্য কৰিলে নিজৰ বাবে ভাল, আৰু পাপ কৰিলে নিজৰ বাবেই বেয়া।" (১৭।৭)। "পুণ্য কৰে নিজ আত্মাৰ মঙ্গল, পাপ কৰে নিজ আত্মাৰ অমঙ্গল।" (৪১।৪৬)। "পুণ্য কৰা নিজৰ সপক্ষে, পাপ কৰা নিজৰ বিপক্ষে।" (৪৫।২৫)। গতিকে প্ৰাৰ্থনা নিষ্কৰ্মাৰ কাম নহয়, বৰঞ্চ কৰ্ত্তব্যৰ বাবে অনুপ্ৰেৰণা লাভ কৰাৰ ঘাই উপায়।

মহম্মদীয় ধৰ্মত প্ৰাৰ্থনাৰ নিয়ম বৈশিষ্ট্যপূৰ্ণ, সন্দেহ নাই। আন আন ধৰ্মীৰ চকুত এই ধৰ্মৰ নৈষ্ঠিকতাও অতুলনীয়। ইমানৰ সত্ত্বেও জড়বাদী মনোবৃত্তিৰ বিস্তাৰৰ বাবে প্ৰাৰ্থনাৰ গুণত সন্দেহ, প্ৰাৰ্থনাৰ নীতি-নিয়মৰ পৰিবৰ্ত্তন আদি প্ৰশ্ন উঠিছে। প্ৰাৰ্থনাৰ সাৰ-বস্তু বিনয় বা অহঙ্কাৰৰ বিলোপ; উচ্চ আসনত বহি সেৱা কৰা হে নালাগে, নিয়মিত সেৱা গ্ৰহণ কৰাও অনিয়ম বুলি ধৰা হয়। সবল-চিতীয়া লোকৰ মনত কেতিয়াও উচ্চ আসনত বহি সেৱা জনোৱাৰ ভাব আহিব নোৱাৰে; সেইদৰে সাষ্টাঙ্গে অন্ততঃ মাটিত কপাল পেলাই, প্ৰণাম জনোৱা আৰু সাধাৰণভাৱে মূৰ দোঁওৱাৰ আধ্যাত্মিক মূল্য সম্পূৰ্ণ পৃথক। সাজ-পাৰ আৰু শৰীৰৰ শুদ্ধতাও উপাসনাৰ বাবে সামান্য আৱশ্যকীয় নহয়।

---

ন

## দ্ৰাবিড়ী দেশত ভক্তি ধৰ্ম

গুপ্ত যুগৰ বিশেষ বৈশিষ্ট্য হল, ই ভাগৱত শাস্ত্ৰ-ৰচনাৰ কীৰ্ত্তিৰে মণ্ডিত। ভাগৱত শাস্ত্ৰ যে সেই নামৰ পৰিয়ালটোওকৈ বহুত পাছৰ তাত সন্দেহ নাই ; মহাভাৰতৰ শান্তিপৰ্বত এই শব্দটোৱে যে শাশ্বত আদি নামৰ পৰিয়ালটোক বুজাইছিল ই নিশ্চয়। সপ্তম শতিকাৰ আগছোৱাত ৰচা বাণভট্টৰ "হৰ্ষচৰিত"ত উল্লেখ আছে, বৌদ্ধ আৰু জৈনৰ বাহিৰে শিলাদিত্যাই ভাগৱত তথা পঞ্চৰাত্ৰসকলকো দেখা কৰিছিল। নৱম শতিকাৰ আগছোৱাত শঙ্কৰাচাৰ্য্যৰ বেদান্তসূত্ৰৰ ভাষ্যত পঞ্চৰাত্ৰ বা ভাগৱতসকলৰ মত অসম্পূৰ্ণ আৰু অনৈষ্ঠিক বোলা কথায়ো তাকে দেখুৱায়। চতুৰ্থ শতিকাৰ আগত গীতা শাস্ত্ৰৰ নাম যিদৰে পোৱা হয়, ভাগৱত শাস্ত্ৰৰ নাম ক'তো ঘুণাক্ষৰেও পোৱা নহয়। তাম্ৰপৰ্ণী আৰু কাবেৰী নৈ বৈ থকা (দ্ৰাবিড়) দেশত নাৰায়ণৰ ভক্তসকলক সৰ্টালনিকৈ পোৱা হয় (ভাগৱত ১১।৫।৩৮-৪০), কথাষাৰে অৱশ্যে ভক্তি-গৃহ তামিল দেশৰ আলোৱাৰ প্ৰমুখ্যে ভক্ত-সকলৰ কথাকে নিৰ্দেশ কৰিছে।

খৃষ্টপূৰ্ব কালতে তামিল দেশত কৃষ্ণ-বলোৰাম (বাসুদেৱ-সঙ্কৰ্ষণ) উপাসনাৰ পাতনি মেলাৰ পোনপটীয়া প্ৰমাণ পোৱা হয়। মাদুৰা, কাবিৰিপদ্দিনম, আদি দাক্ষিণাত্যৰ নগৰবোৰত থকা কৃষ্ণ-বলোৰামৰ মন্দিৰৰ উল্লেখ "চিলপথ্থিকৰম্" আদি পুৰণি তামিল কাব্যত আছে। "কাবিৰিপদ্দিনম"ৰ কবি কৰিকান্নৰ পুৰণি কবিতাতো কৃষ্ণ-বলো-ৰামৰ গুণ-বৰ্ণনা পোৱা হয়। কৃষ্ণ-লীলাৰ মনোৰম বৰ্ণনা থকা "পেৰনথেৱলাৰ-ভৰথম্" নামৰ তামিল কাব্য কাৰো কাৰো মতে খৃষ্টপূৰ্ব যুগৰ। ভেঁৰ ছন্দত মহাভাৰতৰ ভাঙনি কৰোঁতা কবি পেৰম্ দেৱনৰেও কৃষ্ণৰ গুণ-বৰ্ণনা কৰা বুলি বুজিব পাৰি। সম্প্ৰতি পোৱা

আটাইতকৈ পুৰণি তামিল কাব্য "সংগম্" নামে অভিহিত ; বৰাথম্ পাড়ীয় পেৰন্ থেন্নানৰ এনে এজন সংগম কবি। "প্যাৰী পাদল" সংগম কবিতাৰ যুগৰে প্ৰাচীন-গন্ধী তামিলত লিখা এখনি সুমধুৰ ভক্তি-কাব্য। তামিলীসকলৰ শ্ৰেষ্ঠ মহাকাব্য "সিলপ্পথিকৰম্" খৃষ্টপূৰ্ব কালতে চেতিয়াৰ চেৰা ৰজাজনৰ ভায়েক ঈলম কো আদিগল্ নামৰ ৰাজ-সন্ন্যাসীয়ে ৰচা ; তাত কেইবাটাও কৃষ্ণ-ভক্তিৰ কবিতা পোৱা হয়।

অন্ততঃ খৃষ্টপূৰ্ব প্ৰথম শতিকাৰ আগতে সাত্বত ধৰ্ম দাক্ষিণাত্য সোমোৱাৰ কথা নানাঘাট লিপি আদিয়েও প্ৰমাণ কৰে। যজ্ঞশ্ৰী শাতকৰ্ণিৰ কালৰ চীনা লিপিয়ে খৃষ্টীয় দ্বিতীয় শতিকাত কৃষ্ণা নৈৰ অঞ্চলত সাত্বত ধৰ্ম প্ৰচলিত থকাৰ সাক্ষ্য দিয়ে। খৃষ্টীয় চতুৰ্থ শতিকাৰ সমুদ্ৰগুপ্তৰ বিখ্যাত আলাহাবাদ স্তম্ভলিপিৰ প্ৰশস্তিত থকা কাঞ্চিৰ অৰ্থপূৰ্ণ "বিষ্ণুগোপ" নামেও সেইকালত দাক্ষিণাত্যৰ দক্ষিণতম প্ৰদেশত এই ধৰ্ম প্ৰচলিত থকাৰ সঙ্কেত দিয়ে। ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰৰ মতে গুপ্ত সম্ৰাটসকলৰ মোহৰত তেওঁলোকৰ নামৰ আগত "পৰম ভাগৱত" থকা কথাই তেওঁলোকৰ সেই ধৰ্মৰ প্ৰতি থকা প্ৰগাঢ় শ্ৰদ্ধা আৰু পৃষ্ঠপোষকতা প্ৰমাণ কৰে ; কামৰূপৰ ৰজা সমুদ্ৰবৰ্মাৰ পিতাক পুষ্যবৰ্মা সমুদ্ৰগুপ্তৰ পৰম সুহৃদ্ আছিল আৰু সম্পূৰ্ণ সম্ভৱ, সেই সৌহাৰ্দ্যৰ সম্পৰ্কতে গুপ্ত ভাস্কৰ্য্য আৰু গুপ্তাব্দ সোমোৱাৰ দৰেই গুপ্ত পৃষ্ঠপোষকতাৰ সাত্বত ধৰ্মও সোমায়।

কিম্বদন্তি মতে, প্ৰসিদ্ধ বাৰজন আলৱাৰৰ প্ৰথমজনৰ কাল খৃঃ পূঃ ৪২০৩ আৰু শেষৰ জনৰ খৃঃ পূঃ ২৭০৬। কৃষ্ণস্বামী আয়েঙ্গাৰৰ বিচাৰত বাৰজন আলৱাৰ সময়ৰ ক্ৰমমতে—(১) পয়গয় বা সৰো-যোগিন্ ; (২) ভুতাত্তাৰ বা ভূতযোগিন্ ; (৩) পে বা মহদ্ (ভ্ৰান্ত) যোগিন্ ; (৪) তিৰুমালাসয় বা ভক্তিসাৰ ; (৫) নাম বা শথকোপ ; (৬) মধুৰ কবি ; (৭) কুলশেখৰ ; (৮) পেৰিয় বা বিষ্ণু চিত্ত ; (৯) অণ্ডাল ; (১০) তণ্ডৰাদিপ্পাদি বা ভক্তাঙ্‌ঘ্ৰিৰেণু ; (১১) তিৰুপা ৰান

যোগিবাহন; (১২) তিৰুমঙ্গয় বা পৰকাল। লিপিমূলক প্ৰমাণ অনুসাৰে প্ৰথমজনৰ কাল খৃষ্টীয় পঞ্চম বা ষষ্ঠ শতিকাৰ পাছ নহব, আৰু শেষৰ জনৰ খৃষ্টীয় অষ্টম শতিকাৰ আগছোৱাৰ আগ নহব। কিন্তু ভাণ্ডাৰকাৰৰ মতে সপ্তম জনৰ কাল দ্বাদশ শতাব্দীৰ আগছোৱা, কিয়নো সেই কুলশেখৰ আলৱাৰ ট্ৰেভাঙ্কৰৰ ৰজা আছিল আৰু তেওঁৰ ৰচিত "মুকুন্দমালা" পুথিত ভাগৱত পুৰাণৰ ১১।২।৩৬ শ্লোকৰ উদ্ধৃতি পোৱা হৈছে। সি যি হওক, এই আলৱাৰসকলেই জয়ে জয়ে তামিলত ভক্তিমূলক গীত ৰচি গাই প্ৰচাৰ কৰে; আৰু তাৰ দ্বাৰা আগৰ শৈৱ ধৰ্ম, জৈন ধৰ্ম আদি তল পেলায়।

আচৰিত কথা, আলৱাৰসকলৰ ৰচিত এই ভক্তি-গীতবোৰৰ লগত অসমীয়া দিহা-ঘোষাৰ ভাব আৰু অনুভৱৰ এনে অপূৰ্ব মিল আছে যে এবিধ আন বিধৰ ঘনিষ্ঠ অনুকৰণ যেন লাগে। অসমীয়াৰ দৰেই তামিলতো কৃষ্ণৰ মৰমৰ নাম কানু, কানাই ইত্যাদি; বৌদ্ধ ঘটজাতকতো কৃষ্ণ কান্‌হ বা কানু। সপ্তম আলৱাৰ পেৰিয় বা বিষ্ণু চিত্তৰ এটি গীতৰ কথা—

'কণুক-জুনুক কৰি পাৱৰ নূপুৰ,
কন্-জুন্ অলঙ্কাৰ ছুটি বাহুৰ,
ডিঙিৰে ওলমাই সোণৰে হাৰ
কাণু মোৰ হয় বোকোচাৰ ভাৰ;
লুকাই লুকাই অ', পিছৰ পৰাই।'

অসমীয়া দিহা-ঘোষাৰ "ধৰ ধৰ কলীয়া কলৈ পলায়?···কণুক-জুনুক কৰি নূপুৰ বজায়" তুলনীয়। আকৌ তেওঁৰে—

'মোৰে এখানি বাউনাটি,
মোৰে সৰগৰ অমিয়া পি—
মোৰে প্ৰভুৱে মাতে গৈ,
এখানি হাত বাউল দি ঐ !!

কলীয়াৰ সৈতে উমলিবাঁ ?
মন আছে যদি আহি যাবাঁ—
লুকাব এভিয়া লুকাব ঐ,
ভাৱৰো লুকাব জোনটি লৈ ।'

অসমীয়া দিহা-ঘোষাৰ "ৰাধিকা সুন্দৰী ছুয়ো জনা, কদমৰ তলকৈ মাতি আনা" তুলনীয় ।

নৱল আল্‌ৱাৰ অণ্ডল এই বিষ্ণুচিত্তৰে জীয়েক ; এওঁ ভক্তি-কন্যা বুলি প্ৰসিদ্ধ, আৰু এওঁক প্ৰায় সাত আঠ শ শতিকাৰ পাছৰ মীৰাবাইৰ প্ৰতিমা বুলিব পাৰি । কৃষ্ণৰ লগত আধ্যাত্মিক পৰিণীতা বুলি এওঁৰ কোনো মানুহৰ লগত বিয়া নহল, কিন্তু মীৰাবায়ে বিয়া হৈও সেই বিয়া ভঙ্গ কৰিলে । এওঁৰ গীত—

'কৃষ্ণ নামৰে ষাঁড় পোৱালিটি,
ৰামৰে পাছৰে ক'লা দামুৰিটি,
ক'তে ফুৰিছে উমলি—
দেখিলাঁ বাটতে খেমালি ?'
'দেখিলোঁ, দেখিলোঁ, গৰু চৰায় ;
বাটতে পোৱালি পানী পিয়ায় ।'
'বৃন্দাবন-বিহাৰী কাণু ;
ক'তে দেখিলাঁ জানো ?'

অসমীয়া দিহা-ঘোষা "আমাৰে কৃষ্ণাইক ক'তে দেখিলাঁ ? চাৰে বৃন্দাবনে ধেনু হে !" এনে গীতৰ লগত তুলনীয় ।

ঘোৰ আঙ্গিৰসৰ শিষ্য দৈৱকী পুত্ৰ বাসুদেৱ খৃষ্টপূৰ্ব যুগতে বেশনগৰ লিপি আদিত গ্ৰীক দূত হেলিয়দৰাৰ নমস্য "দেৱদেৱ"ৰ শাৰীলৈ উঠিলেও, সদৌ উপনিষদ-সাৰ গীতা শাস্ত্ৰত তেওঁ অকল বিষ্ণু ( সূৰ্য্য ) দেৱতাৰ দৰে প্ৰধান দেৱতাই নহয়—

"ত্বমাদি দেৱঃ পুৰুষঃ পুৰাণঃ
ত্বমস্য বিশ্বস্য পৰং নিদানম্।
বেত্তাসি বেদ্যঞ্চ পৰঞ্চ ধামঃ
ত্বয়া ততং বিশ্বমনন্তৰূপম্॥"

গীতা মহাভাৰতৰ কিছু পূৰ্ববৰ্তী, কিয়নো তাৰ শান্তিপৰ্বত (১২।৩৪৬। ১০-১১) হৰি-গীতা বুলি ইয়াৰ উল্লেখ আছে। দৈৱকী পুত্ৰ বাসুদেৱ কৃষ্ণৰ জন্ম যেনে তেনে খৃষ্টপূৰ্ব এক সহস্ৰ বছৰৰ অলপ আগ; গতিকে কৃষ্ণৰ আবিৰ্ভাবৰ প্ৰায় এক সহস্ৰ বছৰৰ পাছত গীতাত পোনতে উপনিষদৰ সেই ব্ৰহ্মাৰ লগত কৃষ্ণক এক কৰা হৈছে। তাৰ আগৰ উপনিষদবোৰত আৰু পাছৰ মহাভাৰততো কৃষ্ণ মথুৰাৰ সাত্বত যদু বা বৃষ্ণি বংশৰ ক্ষত্ৰিয় ৰজা, বীৰ, ৰাজনীতিক, মানৱী দেৱতা বা গুৰুৰূপেই প্ৰকাশ পাইছে।

কিন্তু ভাগৱত পুৰাণত কৃষ্ণৰ ৰূপ আৰু সুকীয়া; মহাভাৰততো তাৰ প্ৰকৃত আভাস নাই। ভাগৱত আৰু অন্যান্য পুৰাণত বৰ্ণোৱা গোপ-কৃষ্ণৰ কাহিনীবোৰৰ সৰহ ভাগেই বৈদিক বিষ্ণুৰ বিভিন্ন বৰ্ণনাৰ পৰা অনা। পোনতে ঋক্‌বেদৰ "ত্ৰিণি পদা বিচক্ৰমে বিষ্ণু গোপা অদাভ্যঃ" (১।২২।১৮)—ইয়াত "বিষ্ণুগোপা" শব্দটো মন কৰিব লগীয়া। তাতেই আকৌ বিষ্ণুৰ আৱাসত বহুত শিঙাল খৰটকীয়া গাই থকাৰ (১।১৫৪।৬), শৈশৱ পাৰ হৈ যৌৱনত ভৰি দিয়া কৃষ্ণ (১।১৫৫।৫৬), বিষ্ণুৰ হাতত পৰাজিত হোৱা সম্বৰৰ কাহিনী (৭।৯৯।৫) পোৱা হয়। বোধায়ন ধৰ্মসূত্ৰত (২।৫।২৪) বিষ্ণুক গোবিন্দ বা দামোদৰ বুলিছে। কিন্তু হৰিবংশ আৰু ভাগৱত পুৰাণত বৰ্ণোৱা গোপী-কৃষ্ণৰ সম্বন্ধৰ কোনো ঐতিহাসিক ভিত্তি নাই। যেনেকৈয়ে হওক, অতি সম্ভৱ, এই আল্‌ৱাৰসকলৰ অপূৰ্ব ভক্তি-ধৰ্মই ভাগৱত পুৰাণৰ ভেটি, আৰু গুপ্ত যুগতে বাসুদেৱৰ প্ৰচাৰিত সাত্বত বা কৃষ্ণ-ধৰ্মই ভাৰতৰ বৈষ্ণৱ-ধৰ্মৰ প্ৰথম গঢ় লৈছে।

আকৌ, ভক্তি-ধৰ্মৰ শ্ৰেষ্ঠতাৰ লগতে তাৰ সাম্যবাদ আৰু বৰ্ণ-বিচাৰহীনতাও সম্ভৱ এই আলৱাৰসকলতে আৰম্ভ হয়। পেৰিয় আৰু তেওঁৰ জীয়েক অণ্ডাল আলৱাৰৰ পাছৰ একাদশ আলৱাৰৰ নাম তিৰু পান ; এওঁৰ ঘৰ দাক্ষিণাত্যৰ ওৰাবুৰ নামে ঠাইত। এওঁ জাতত পৰিয়া (চণ্ডাল) আছিল ; নাৰদৰ দৰে হাতত বীণ লৈ কৃষ্ণ-কীৰ্ত্তন কৰি ফুৰাই তেওঁৰ কাম আছিল। এদিন সেইদৰে কৃষ্ণ-নাম গাই কৃষ্ণ-প্ৰেমত তন্ময় হৈ বাহিৰে প্ৰায় অচেতন অৱস্থাত দাক্ষিণাত্যৰ কাবেৰী অঞ্চলত ৰঙ্গনাথ মন্দিৰৰ সম্মুখত বাটত পৰি আছিল। এনেতে যোগী নামৰ পূজাৰী এজন আহি বাটত সেইদৰে চণ্ডাল এটা পৰি থকা দেখি নিলগৰ পৰা এটা দলি মাৰি তাক খেদি পঠিয়ায়। তাৰ পাছত মন্দিৰৰ দুৱাৰ মুখ পাই দেখে দুৱাৰ ভিতৰৰ পৰা মাৰি থোৱা আছে ; বহুত যত্নেৰেও দুৱাৰ মেলিব নোৱাৰি তেওঁ মন্দিৰৰ ভিতৰৰ পৰা অহা এটি মাত শুনিলে—'পূজাৰী, তুমি আজি মোক ভৰিবে প্ৰহাৰ কৰিলা ; গতিকে মন্দিৰত তোমাৰ প্ৰবেশ নিষেধ।' যোগীয়ে কান্দি-কাটি সুধিলে, "ভগৱান, মই কেতিয়া তেনে অকৰ্ম কৰিলোঁ ?' 'কাবেৰী তীৰ্থৰ যি মহাত্মাই মোৰ গুণকীৰ্ত্তন কৰি তন্ময় হৈ বাটত পৰি আছিল, তেওঁ মোৰ দ্বিতীয় বিগ্ৰহ ; আৰু তুমি তেওঁকে অবিবেচক-ভাৱে অপমান কৰিলা। এতিয়া যদি তুমি তেওঁক কান্ধত লৈ নিয়মিতৰূপে মন্দিৰ প্ৰদক্ষিণ কৰা, তেতিয়াহে দুৱাৰ মেল খাব।' যোগীয়ে তৎক্ষণাত গৈ তিৰুপ্পানক পোনতে ক্ষমা-ভিক্ষা খুজিলে ; তেওঁ আচৰিত হৈ কলে, 'প্ৰভু, মই অধম চণ্ডাল, মোৰ যদি কিবা অপৰাধ হৈছে'—। তেওঁৰ কথা শেষ হবলৈ নৌপাওঁতেই যোগীয়ে গাৰ বলেৰে তিৰুপানক কান্ধত তুলি সপ্তপ্ৰাকাৰ-বিশিষ্ট ৰঙ্গনাথ মন্দিৰ প্ৰদক্ষিণ কৰি দোষমুক্ত হল। তেতিয়াৰ পৰা তিৰুপানৰ নাম হল যোগীবাহন।

অসমীয়া দিহা-খোবাৰ দৰে কৃষ্ণ-ভক্তিমূলক অনুপম গীতবোৰ

তামিল মৌখিক সাহিত্যৰ বিশেষ ঠাই জিনিছে ; মাধৱদেৱৰ "হাজাৰী ঘোষা"ৰ দৰে তামিল সাহিত্যৰো হাজাৰী ঘোষা আছে। "কল্যাণ কল্পতৰু" আদি ধৰ্মমূলক আলোচনীত দিয়া বিৱৰণ অনুসাৰে আজিকালিলৈকে পুহ-মাঘ মহীয়া দহ দিন দহ ৰাতি জুৰি যি মাৰ্গলি উৎসৱ হয় তাত দাক্ষিণাত্যৰ বৈষ্ণৱ মন্দিৰবোৰ কৃষ্ণ-ভক্তি-গীতেৰে মুখৰিত হৈ উঠে। পুৱা আমাৰ শঙ্কৰদেৱ মাধৱদেৱৰ ৰচিত বৰগীতেৰে প্ৰথম প্ৰসঙ্গ চলাৰ দৰে, মাৰ্গলি উৎসৱত দোকমোকালিতে "থিৰুপ্পাৱি" বোলা শ্ৰীঅণ্ডালৰ ভক্তিগীতিবোৰ গোৱা হয়। আকৌ, উজনি অসমৰ হুচৰি আৰু নামনিৰ মহ-খেদা গীত গোৱাৰ দৰে মহানৱমী (দশেহৰা) উৎসৱত দাক্ষিণাত্যৰ সদৌ লৰা-ছোৱালীয়ে হাতে হাতে সৰু সৰু মাৰি লৈ তাকে বজাই ঘৰে ঘৰে কৃষ্ণ-লীলা বিষয়ক গীত গাই "কুম্মি" আৰু "কোলত্তম" বোলা চহা নাচ নাচে। সম্প্ৰতি দক্ষিণ ভাৰতৰ বৰ বৰ নগৰতো, ইংৰাজী আদৰ্শৰ বিদ্যালয়তো, এইবোৰ নাচ সোমাবলৈ ধৰিছে। ইমানেই নহয়, বিতোপন বসন্তৰ কোনো পূৰ্ণিমা নিশা ঝমক-জমক সাজ-পাৰ পিন্ধি কৃষ্ণ-লীলাৰ গীত গাই নচা তাৰ ডেকা-গাভৰুও দেখিবলৈ পোৱা হয় ; গৰখীয়া লৰাই কৃষ্ণ-ভক্তিৰ গীতেৰে পথাৰ বজন-জনা কৰে, কৃষ্ণ-যশোদাৰ কাহিনী লৈ গীত নুজুৰিলে মাকৰ লৰা নিচুকোৱাই নহয়। অসমীয়া সমাজৰ লগত ইমান সাদৃশ্য সচাকৈয়ে আচৰিত।

---

দশ

## ভক্তি-ধৰ্মৰ দাৰ্শনিক ভেটি

লেখৰ উপনিষদ ১০৮খন হলেও আন উপনিষদো বহুত আছিল; আৰু উপনিষদ সাহিত্য এনে দিগন্তপ্ৰসাৰী হৈ উঠিল যে তাৰ শৃঙ্খলীকৰণৰ আৱশ্যক হল। বুদ্ধদেৱৰ জন্মৰ আগে-পাছেও উপনিষদৰ ওপৰতে ইমানবোৰ বিভিন্ন মত হ'ল যে সেই কালৰ ব্ৰহ্মজাল-সূত্ৰত ৬৬খন স্বকীয়া দৰ্শনালয়ৰ উল্লেখ আছে, আৰু বৌদ্ধ সাহিত্যত পুৰাণ-কশ্যপ, কাত্যায়ন, গোশাল আদি অনেক বেদ-বিৰোধী প্ৰচাৰকৰ নাম পোৱা হয়। তেতিয়া বেদান্ত বা উপনিষদসমূহৰ নৈষ্ঠিক মত ৰক্ষাৰ বাবে আস্তিক ছয় দৰ্শনৰ উৎপত্তি হ'ল; তাৰ ভিতৰত গৌতমৰ ন্যায় আৰু কণাদৰ বৈশেষিক আৰম্ভবাদী, কপিলৰ সাংখ্য আৰু পতঞ্জলিৰ যোগ পৰিণামবাদী, আৰু জৈমিনিৰ পূৰ্ব-মীমাংসা আৰু বাদৰায়ণৰ উত্তৰ-মীমাংসা বিৱৰ্ত্তনবাদী। অনৈষ্ঠিক বা মূল বেদান্তৰ মতৰ পৰাই ফালৰি কাটি যোৱা বাবে বৌদ্ধ দৰ্শন আদি নাস্তিক বুলি এৰা পৰিল। আৰম্ভবাদী বৈশেষিক আৰু ন্যায় দৰ্শনৰ মতে কোনো মূল বস্তুৰ পৰা জগতৰ সৃষ্টি হৈছে; পৰিণামবাদী সাংখ্য আৰু যোগ দৰ্শনৰ মতে কাৰ্য্য আৰু কাৰণৰূপে প্ৰকৃতি-পুৰুষৰ পৰা সৃষ্টিৰ আৰম্ভ; আৰু বিৱৰ্ত্তনবাদী মীমাংসা-দৰ্শনৰ মতে "জগদ্বিপৰিবৰ্তন্তে" অৰ্থাৎ জগত এক ব্ৰহ্মৰে বিকাৰ মাত্ৰ, ইয়াৰ স্বকীয়া অস্তিত্বই নাই। আকৌ সেই ষড়দৰ্শনৰ ওপৰত বিভিন্ন মতবাদ গঢ়ি উঠিল, আৰু তাৰ শৃঙ্খলীকৰণৰ বাবে বহুত কালৰ মূৰত সূত্ৰ-সাহিত্য ৰচিত হ'ল। এই সূত্ৰ-সাহিত্যৰ ভিতৰত বাদৰায়ণৰ বেদান্ত-সূত্ৰ প্ৰধান; ব্ৰহ্ম ইয়াৰ প্ৰতিপাদ্য বিষয় বাবে ইয়াৰ নাম ব্ৰহ্মসূত্ৰও, আৰু যতি বা ভিক্ষুক-সকলে ইয়াৰ বিশেষ চৰ্চ্চা কৰা বাবে ইয়াক ভিক্ষুসূত্ৰও বোলে।

৪০০ খৃষ্ট পূৰ্বাব্দৰ শাস্ত্ৰজ্ঞ বোধায়নৰ ৰচনাত গীতা আৰু মহাভাৰতৰ উল্লেখ পোৱা হয়, আৰু গীতাত ( ১৩।৪ ) "ব্ৰহ্মসূত্ৰপদৈঃ" বোলাত মহাভাৰতত্তকৈ গীতা যিদৰে আগ, গীতাতকৈ ব্ৰহ্মসূত্ৰ তেনে আগ বুলি বুজিব পাৰি।

পৰবৰ্ত্তী আচাৰ্য্যসকলৰ প্ৰত্যেকে নিজ মত প্ৰতিষ্ঠাৰ বাবে এই ব্ৰহ্মসূত্ৰৰ ভাষ্য ৰচে, আৰু সেইসকলৰ ভিতৰত শঙ্কৰাচাৰ্য্যই ( ৭৮৮-৮২৮ ) এতিয়ালৈকে জনাৰ ভিতৰত প্ৰথম আৰু প্ৰধান। তেওঁৱেই অতি সাহসেৰে কয়—

"শ্লোকাৰ্দ্ধেন প্ৰৱক্ষ্যামি যদুক্তং গ্ৰন্থকোটিভিঃ।
ব্ৰহ্ম সত্য জগন্মিথ্যা জীৱ ব্ৰহ্মৈৱ কেৱলম্ ॥"

শঙ্কৰদেৱৰ "হৰমোহন"ৰ হৰ-স্তুতিত তাৰ মৰ্ম প্ৰকাশ পাইছে—

"নমো নমো মাধৱ বিধিৰ বিধি-দাতা।
তুমি জগতৰ গতি-মতি পিতা-মাতা ॥
তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিক তোমাত ব্যতিৰেক ॥ ৫২০।
তুমি কাৰ্য্য কাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণে কুণ্ডলে যেন নাহিক অন্তৰ ॥
তুমি পশু-পক্ষী সুৰাসুৰ তৰু-তৃণ।
অজ্ঞানত মূঢ়জনে দেখে ভিন্ন ভিন্ন ॥ ৫২১।
তোমাৰেসে মায়ায়ে মোহিত সৰ্ব্বজনে।
তুমি আত্মা তোমাক নজানে একোজনে ॥
সমস্ত ভূতৰ তুমি আছাঁ হৃদয়ত।
তথ্ নপাই তোমাক বিচাৰে বাহিৰত ॥ ৫২২।
তুমিসে কেৱলে সত্য মিছা সয়ে আন।
জানি জ্ঞানীজনে কৰে হৃদয়ত ধ্যান ॥
নমাগোঁহো সুখ-ভোগ নলাগে মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি ॥ ৫২৩।

মুখে লৌক নাম মোৰ কৰ্ণে তত্ত্ব কথা।
হৃদয়ত পাদ-পদ্ম থাকোক সৰ্বথা ॥
সজ্জনৰ সঙ্গ মুগুচোক সৰ্বক্ষণে।
এতেক প্ৰসাদ মাগোঁ তোমাৰ চৰণে ॥" ৫২৪।

"কীৰ্ত্তন" শাস্ত্ৰৰ আদিতেও এই ব্ৰহ্মৰ সেৱাই পোৱা হয়—

"প্ৰথমে প্ৰণমো ব্ৰহ্ম-ৰূপী সনাতন।
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ ॥
তযু নাভি কমলত ব্ৰহ্মা ভৈলা জাত।
যুগে যুগে অৱতাৰ ধৰাঁ অসংখ্যাত ॥" ১।

গীতাৰ "জগদ্বিপৰিবৰ্ত্ততে" মত অনুসাৰে এই ব্ৰহ্মা আদিও জগতৰ ইতৰ জীৱৰ দৰেই সেই বিকাৰৰ ফল, মায়াৰ ৰচনা। মাধৱ-দেৱৰ "ঘোষাত" সি স্পষ্টভাৱে প্ৰকাশিত হৈছে—

"ব্ৰহ্মা আদি কৰি জীৱ যত, ৰাম ৰাম ৰাম ৰাম ৰাম,
মায়া-শয্যা মাঝে আছয় ঘুমটি যাই।
তুমি সি চৈতন্য সনাতন ৰাম ৰাম ৰাম ৰাম ৰাম,
আমি অচেতন নিয়োক নাথ জগাই ॥" ৬৫৮।

"ঘোষা"ৰ আন আন ঠাইত সাংখ্য দৰ্শনৰ প্ৰকৃতি-পুৰুষৰ পৰা জগত সৃষ্টি হোৱা মত খণ্ডন কৰি বাদৰায়ণৰ উত্তৰ-মীমাংসা দৰ্শনৰ বিৱৰ্ত্তন-বাদকে সমৰ্থন কৰিছে—

"প্ৰকৃতি পুৰুষ দুইবো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ ॥" ৪০৫।
"প্ৰকৃতি পুৰুষ দুইতো কৰি পৰ,
দুই হানো নিজ কাৰণ।
পৰম ঈশ্বৰ নামক ধৰিয়া,
আছাঁ তাতে নাৰায়ণ ॥" ৭৩।

সি যি হওক, শঙ্কৰাচাৰ্য্যৰ এই বিশুদ্ধ অদ্বৈতবাদ মত বহুতৰ মনঃপুত নহ'ল। খৃষ্টীয় নৱম শতিকাৰ শেষ আৰু দশমৰ আগছোৱাত দাক্ষিণাত্যৰ ত্ৰিচনপল্লীৰ ওচৰৰ শ্ৰীৰঙ্গম নগৰত ৰঙ্গনাথ আচাৰ্য্য (নাথমুনি) বাস কৰিছিল। আলৱাৰসকলৰ, যাইকৈ পঞ্চমজন নাম বা শতগোপৰ, ভক্তিমূলক গীতৰ এওঁ পৰম উপাসক আছিল; আৰু সেই গীতবোৰ প্ৰতি খণ্ডত সহস্ৰেকৈ চাৰি খণ্ডত জুকিয়াই "ন্যায়-তত্ত্ব" নামে বিশিষ্টাদ্বৈতবাদ মতৰ এখন সংস্কৃত গ্ৰন্থ লিখিছিল। শঙ্কৰাচাৰ্য্যৰ বিশুদ্ধ অদ্বৈতবাদ মত এৰি, এই বিশিষ্টাদ্বৈতবাদ মতৰ ৰঙ্গনাথ (নাথমুনি)কে প্ৰথম আচাৰ্য্য বোলা হয়; ৯২০ খৃষ্টাব্দত এওঁ ঢুকায়। দ্বিতীয় আচাৰ্য্য পুণ্ডৰিকাক্ষ ৮২৬ত শ্ৰীৰঙ্গমৰ উত্তৰে তিৰু-ৱল্লৰিত জন্মে আৰু ৰঙ্গনাথৰ শিষ্য হয়। তৃতীয় আচাৰ্য্য ৰামমিশ্ৰ, আৰু চতুৰ্থ যমুনাচাৰ্য্য; ৰঙ্গনাথে তেওঁৰ পুতেক ঈশ্বৰ ভট্ট আৰু বোৱাৰীয়েকক লগত লৈ মথুৰা আদি তীৰ্থভ্ৰমণ কৰোঁতে ৯১৬ত যমুনাৰ পাৰত ওপজা-বাবে এওঁৰ সেই নাম হয়। এওঁৰ ৰচিত স্তোত্ৰৰত্ন, সিদ্ধত্ৰয়, গীতাৰ্থ-সংগ্ৰহ আদি বহুমূলীয়া গ্ৰন্থৰ ভিতৰত "মহাপুৰুষ-নিৰ্ণয়" পুঁথিও এখন। শঙ্কৰদেৱক মহাপুৰুষ বা তেওঁৰ প্ৰচাৰিত ধৰ্মক মহাপুৰুষীয়া বোলাৰ ওপৰত এই নামৰ কিবা প্ৰভাৱ আছেনে ভাবিব লগীয়া; কিয়নো 'মহাপুৰুষ' নামটো আন ঠাইত এনেদৰে ব্যৱহৃত হোৱা বিৰল। ১০৪০ত যমুনাচাৰ্য্যৰ মৃত্যু হোৱাত, এওঁৰ পাছত শ্ৰীৰঙ্গমত ৰামানুজ পঞ্চম আচাৰ্য্য হয়।

৯৩৮ শকত (১০১৬-১৭ খৃঃ) দাক্ষিণাত্যৰ চেঙ্গলপত জিলাৰ শ্ৰীপৰম্বুদুৰ গাঁৱত ৰামানুজৰ জন্ম। এওঁৰ পিতাক কেশৱ ত্ৰিপাঠী (সমাজী) হাৰিত গোত্ৰৰ যজুৰ্বেদী আপস্তম্ব শাখাধ্যায়ী আছিল; কিন্তু প্ৰপন্নামৃত গ্ৰন্থমতে এওঁ কুশিক গোত্ৰীয় নৃসিংহাচাৰ্য্যৰহে পুত্ৰ। ৰামানুজৰ পিতাক তোণ্ডীৰ মণ্ডলৰ ভূতপুৰী নগৰত বাস কৰিছিল আৰু তাৰ এজন অদ্বিতীয় পণ্ডিত আছিল। পিতাকৰ কাষতে ৰামানুজে পোন্ধৰ বছৰ বয়সলৈকে অধ্যয়ন কৰে; তাৰ পাছতহে শ্ৰীৰঙ্গমলৈ

গৈ মহাপূৰ্ণাচাৰ্য্যৰ শিষ্য হৈ তেওঁৰ কাষত বেদ-বেদাঙ্গ আৰু যাইকৈ বেদান্তৰ অধ্যয়ন কৰি অলপ দিনতে সেইবোৰত পাৰদৰ্শী হৈ উঠে। যাদৱপ্ৰকাশ নামে এজন অদ্বৈতবাদী গুৰুৰ ওচৰতো ৰামানুজে শিক্ষা লয়, আৰু তেওঁৰ বেদান্ত-ব্যাখ্যাত কিবা আসোঁৱাহ ধৰাৰ বাবে যাদৱ-প্ৰকাশে তীৰ্থস্নান কৰোৱাৰ ছলেৰে ৰামানুজৰ হত্যাৰ ষড়যন্ত্ৰ কৰে; সৌভাগ্যক্ৰমে আগতে তাৰ ভু পাই এজন চৰাইমৰীয়া আৰু তেওঁৰ ঘৈণীয়েকৰ সহায়ত ৰাতিয়েই দুৰ্গম অৰণ্যৰ মাজেদি পলাই আহি ৰামানুজে প্ৰাণ ৰক্ষা কৰে।

লৰাকালৰ পৰাই ৰামানুজৰ বিষ্ণু-ভক্তি প্ৰবল আছিল; সেইবাবে এতিয়া তেওঁ কোন গুৰুৰ আশ্ৰয় লব বুলি সোধাত মাকে কাঞ্চী-ক্ষেত্ৰত থকা ভক্ত কাঞ্চীপূৰ্ণৰ কাষলৈ পঠিয়ালে। সকলো কথা শুনি আশ্বাস যাচি, বৰদৰাজ মন্দিৰৰ বিষ্ণুমূৰ্ত্তিৰ আগত নিতৌ একলহ পানী আগবঢ়াবলৈ কাঞ্চীপূৰ্ণই ৰামানুজক উপদেশ দিলে। ইয়াকে আপ্ত বাক্যৰূপে লৈ পৱিত্ৰভাৱে অনেক কাল কটোৱাৰ পাছত কাঞ্চী-পূৰ্ণক স্বয়ং বৰদৰাজৰূপী বিষ্ণুৰ দ্বিতীয় বিগ্ৰহ যেন লাগিল, আৰু তেওঁৰ উচ্ছিষ্ট ভোজন কৰি জীৱন সাৰ্থক কৰিবলৈ স্থিৰ কৰিলে। কাঞ্চীপূৰ্ণৰ পিতাক শূদ্ৰ আৰু মাক পৰ্বতীয়া শবৰী জাতিৰ; বামুণ ৰামানুজক জানি-শুনি তেওঁৰ উচ্ছিষ্ট (এৰেহা ভাত) নিদিব বুলি বুজি, ছল কৰি তেওঁক এদিন ৰামানুজৰ ঘৰত এসাঁজ খাবলৈ মাতিলে। কাঞ্চীপূৰ্ণই তেওঁৰ অভিপ্ৰায় বুজিলে, পাছে ৰামানুজে নেৰাত তেওঁ যাবলৈ মান্তি হ'ল।

নানা কথা ভাবি-গুণি পলমকৈ ঘাই বাটেদি কাঞ্চিপূৰ্ণ ৰামানুজৰ ঘৰত ওলালগৈ। ইফালে পলম হোৱা দেখি এটা চমু বাটেদি ৰামানুজ আহিল কাঞ্চীপূৰ্ণক আগবঢ়াই নিবলৈ; সেইদৰে লৰালৰিকৈ ভাত খাই কাঞ্চীপূৰ্ণ সেই চমু বাটেদি ঘূৰি অহাত যাওঁতে বা আহোঁতে ৰামানুজৰ লগত তেওঁৰ ভেটাভেটি নহ'ল। ৰামানুজ উভতি আহি ঘৈণীয়েকক গা ধোৱা দেখি তাৰ কাৰণ সোধাত বামুণীয়ে কলে

বোলে নীচ জাতৰ কাঞ্চীপূৰ্ণই লৰালৰি কৰি আগতে ভাত খুজি খাই তেওঁৰ খোৱা পাত নিজে দূৰত পেলাই থৈ গল ; আৰু তেওঁ আগতে খোৱা বাবে চৰুৰ গোটেইখিনি ভাত এবেহাৰ নিচিনা হোৱাত সেইবোৰ দাস-দাসীবোৰক দি চৰু-হাড়ি পেলাই গা ধুই তেওঁ তেওঁলোক দুইলৈ নতুনকৈ ভাত ৰান্ধিব খুজিছে। এনে হীন জাত্যাভিমান দেখি ঘৈণীয়েকলৈ ৰামানুজৰ অতিশয় ঘিণ লাগিল, আৰু দুই-এটি কথাৰ চেলু লৈ ঘৈণীয়েক ৰক্ষাম্বাক মাকৰ ঘৰলৈ পঠিয়াই ৰামানুজে সন্ন্যাস গ্ৰহণ কৰিলে।

উচ্ছিষ্ট ভোজনৰ চেষ্টাত বিফল হৈ এদিন ৰামানুজে কাঞ্চীপূৰ্ণক বৰদৰাজ মন্দিৰত বহি থকা অৱস্থাত সেৱা জনাই কলে, 'কৃপাময়, আজি আপুনি মোক মোৰ পঞ্চ সংস্কাৰ সম্পন্ন কৰি উদ্ধাৰ কৰক। মই আপোনাৰ শৰণাগত; আপোনাত বাজে আৰু মোৰ সহায় কোন আছে! এই জগতত আপুনিয়ে সৰ্বশ্ৰেষ্ঠ ভক্ত; এতেকে আপুনি যেন মোক আওকাণ নকৰে।' ইয়াৰ উত্তৰত কাঞ্চীপূৰ্ণই অতি মৰমেৰে কলে, 'বৎস ৰামানুজ, ভৰদ্বাজ সংহিতাৰ মতেও যোগীসকলে সকলো যোনীতেই জন্মগ্ৰহণ কৰে। যিসকলে পৰমাত্মাৰূপী ভগৱানক প্ৰত্যক্ষ কৰিছে, তেওঁলোকৰ কুল আদিৰ বিচাৰ হব নোৱাৰে। তথাপি লৌকিক আচাৰ-বিৰুদ্ধ কাম কৰি মই সমাজৰ বিৰাগভাজন হব নোৱাৰোঁ।' হতাশ হৈ ৰামানুজে কলে, 'হে ভক্তশ্ৰেষ্ঠ, তেনেহলেনো মোৰ উপায় কি? মই কোন গুৰুৰ শৰণাগত হ'ম, আপুনিয়ে কৈ দিয়ক।' কাঞ্চীপূৰ্ণই পুনৰ মৰমেৰে কলে, 'বৎস ৰামানুজ, বাটচোৱাঁ; তোমাৰ উপযুক্ত গুৰু আপুনিয়ে পাবাঁ।'

এনেতে যমুনাচাৰ্য্যৰ মৃত্যুৰ বাতৰি পাই ৰামানুজ লৰালৰিকৈ গৈ সেই ঠাইত উপস্থিত হলগৈ। শৱৰ ওচৰ চাপি তেওঁ দেখে হাতৰ তিনিটা আঙুলি কোঁচ খাই আছে; কাৰণ সুধি জানিব পাৰিলে তিনিটা অপূৰ্ণ কামনাৰ লেখ লৈ আঙুলি কোঁচাওঁতেই তেওঁৰ মৃত্যু হৈছে। সেই কামনাকেইটাৰ প্ৰথমটো, বেদান্ত-সূত্ৰৰ বৈষ্ণৱ মত

পৰিপোষক এখন ভাষ্য লিখা ; দ্বিতীয় আৰু তৃতীয়, বিষ্ণুপুৰাণ প্ৰণেতা পৰাশৰ আৰু শঠাৰিসূত্ৰ ৰচয়িতা শঠগোপৰ নাম চিৰস্মৰণীয় কৰি ৰখা। ৰামানুজে প্ৰথম দুটা পূৰণৰ বাবে ব্ৰহ্মসূত্ৰৰ শ্ৰীভাষ্য আৰু বিষ্ণু-সহস্ৰনাম ভাষ্য আদি লিখি শঙ্কৰাচাৰ্য্যৰ বিশুদ্ধ অদ্বৈতবাদ মতৰ সংশোধন কৰি বিশিষ্টাদ্বৈতবাদ মত প্ৰচাৰ কৰে।

আদিতে বৈষ্ণৱ মতৰ পোষকতা কৰোঁতাসকলৰ ভিতৰত পঞ্চম আলৱাৰ শঠাৰি বা শঠগোপো একজন ; প্ৰথম বৈষ্ণৱাচাৰ্য্য ৰঙ্গনাথৰ ( নাথ মুনি ) দৰে এই চতুৰ্থ বৈষ্ণৱাচাৰ্য্য যমুনাও এওঁৰ প্ৰতি অতি শ্ৰদ্ধাৱান্ আছিল। শঠাৰি ( শঠগোপ ) হীন কুলত জন্মে, কিন্তু স্বৰ্গীয় প্ৰতিভাৰ গুণত তেওঁ অসাধাৰণ জ্ঞানৰ অধিকাৰী হয়। শ্ৰুতিৰূপ সমুদ্ৰ মথি দ্ৰাবিড়ী ভাষাত তেওঁ “শঠাৰি-সূত্ৰ” নামৰ বৈষ্ণৱ গ্ৰন্থ ৰচে। জন-সাধাৰণক তেওঁ বৈষ্ণৱ ধৰ্মত দীক্ষিত কৰিবলৈ যত্ন কৰিছিল, কিন্তু কোনো কাৰণত তেওঁ সফল নহল। শঠাৰিৰ আন নাম কাৰিপুত্ৰ ; এই নাম স্মৰণীয় কৰিবলৈ ৰামানুজে তেওঁৰ একজন শিষ্যৰ নাম ৰাখিলে কাৰিকেশ। দাক্ষিণাত্যৰ কুৰুকা নগৰত শঠগোপৰ এটি মূৰ্ত্তি আছিল ; ৰামানুজে তীৰ্থৰূপে সেই নগৰ দৰ্শন কৰিবলৈ গৈ সেই মূৰ্ত্তিক প্ৰণিপাত কৰিলে আৰু তাৰ পূজাৰীসকলে দিয়া প্ৰসাদ আৰু মালা ভক্তিৰে গ্ৰহণ কৰিলে। তাৰ পাছত কৃতাঞ্জলি হৈ এই শ্লোক পাঠ কৰি স্তৱ কৰিলে—

“বকুল-ধৱল-মালা বক্ষমং বেদবাহ্য
প্ৰবল সময়ৱাদচ্ছেদনং পূজনীয়ম্।
বিপুল কুৰুকনাথং কাৰিসূনং কবীশং
শৰণমুপগতোঽহং চক্ৰহস্তে ভৱত্তম্॥”

কাঞ্চীপূৰ্ণই এদিন “পাৰ্বা” বোলা গুৰু ৰামানুজে এইদৰেই পাইছিল বুলি ভাবিলে ভুল নহব। মহাবীৰ নৰনাৰায়ণেও এনেদৰেই শঙ্কৰদেৱক গুৰু পোৱাৰ কথা এই প্ৰসঙ্গত তুলনীয়। দ্বিজ ৰামানন্দ চৰিতত আছে—

"নৃপতি শুনিয়া খেদি আইলা ভূমি পাৱে।
সেৱে শৰীৰত মায়া কৰি নম্রভাৱে ॥১৬৮২।
হৰি হৰি কিনো মোৰ ভৈল বিড়ম্বন।
আগে মই পাপী কিনো নলৈলোঁ শৰণ ॥
এহি বুলি দুঃখ ৰাজা অনেক কৰিলা।
সো শৰীৰতে পাছে শৰণক লৈলা ॥" ১৬৮০ ॥

তদুপৰি কাঞ্চীপূর্ণৰ উচ্ছিষ্ট খাবলৈ ৰামানুজৰ ব্যগ্রতাৰ লগত শঙ্কৰদেৱৰ উচ্ছিষ্টলৈ অনন্ত কন্দলীৰ ধাউতি তুলনীয়।

কাঞ্চীপুৰৰ পৰা ৰামানুজ তিৰুপতিলৈ আহি বেঙ্কটাদ্রিৰ ওপৰত বিয়দগঙ্গা তীৰ্থত কিছুকাল তপস্যা কৰে আৰু তাৰ পৰা আহি তেওঁ বৈষ্ণৱ ধৰ্ম প্ৰচাৰত লাগি যোৱাত সহস্ৰ সহস্ৰ লোকে তেওঁৰ শৰণ লয়। ৰামানুজে সকলো লোকক উত্তেজিত কৰি চলিত ধৰ্মমত গুচাই পেলাইছে, এই অভিযোগ শুনি ত্রিশিৰাপল্লীৰ চোল ৰজা কৃমিকান্তই ৰামানুজক বধ কৰিবলৈ মানুহ পঠিয়াইছিল; প্ৰাণৰক্ষাৰ কাৰণে ৰামানুজে শ্ৰীৰঙ্গম এৰি মহিষাসুৰৰ যাদৱপুৰীত (মেলকোট) আশ্ৰয় ললেগৈ। তাৰ জৈনধৰ্মী ৰজা বল্লাৱন ৰামানুজৰ গুণত মোহিত হৈ বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি বিষ্ণুবৰ্দ্ধন নাম লয়। জৈন গুৰুসকল এই বাবে অতিশয় অসন্তুষ্ট হৈ ৰামানুজৰ বিৰুদ্ধে নানান অভিযোগ আনিলে, আৰু তাৰ বাবে বাধ্য হৈ ৰজাই শাস্ত্ৰীয় বিচাৰৰ বাবে উভয় পক্ষক মতাই আনালে। ইদিনৰ পিছত সিদিনকৈ তৰ্ক-যুদ্ধ চলিল। শেষত জৈন গুৰুসকল সম্পূৰ্ণ পৰাস্ত হৈ কোনোৱে বৈষ্ণৱ ধৰ্ম ললে, আৰু কোনোৱেবা দেশকে এৰিলে; যাদৱ পুৰীৰ বৰ্ত্তমান টোন্নাৰৰ জৈন মন্দিৰ ধূলিসাৎ হল আৰু তাৰ ঠাইত ৰামানুজৰ নাৰায়ণ স্বামীৰ মন্দিৰ মূৰ দাঙি উঠিল; তেতিয়াৰ পৰা সেই ঠাইৰ নাম "তেজ-নাৰায়ণপুৰ" হল। প্ৰপন্নামৃত গ্ৰন্থমতে ১০৯১ ত ৰামানুজে ইয়াত শ্ৰীনাৰায়ণ মূৰ্ত্তি প্ৰতিষ্ঠা কৰে; ইয়াৰ পাছত বাৰ বছৰ মেলকোটত থাকি তেওঁ ধৰ্ম প্ৰচাৰ কৰে।

চোল ৰজা কৃমিকান্ত চুকোৱাৰ বাতৰি পাই ৰামানুজ শ্ৰীৰঙ্গমলৈ উলটি আহে আৰু ৰঙ্গনাথৰ ( নাথমুনি ) পূজা-পদ্ধতিৰ সংস্কাৰ কৰি নিজৰ মতত লোকক দীক্ষিত কৰে। তাৰ পাছত সদৌ ভাৰতত নিজ মত প্ৰচাৰৰ বাবে তেওঁ বাহিৰ ওলাল ; পোনতে তেওঁ তিৰুপতিয়েদি আহি মহাৰাষ্ট্ৰত আৰু তাৰ পৰা জৈন-তীৰ্থ গিৰ্ণৰত অনেক লোকক দীক্ষিত কৰে। গিৰ্ণৰৰ দাঁতিকাষৰীয়া দত্তাত্ৰেয় ক্ষেত্ৰত অলপ দিন থাকি দ্বাৰকালৈ আহি তাত শঙ্কৰাচাৰ্য্য-পন্থী অনেকক নিজ শিষ্য কৰে। তাৰ পৰা ক্ৰমে প্ৰয়াগ, মথুৰা, বাৰাণসী, হৰিদ্বাৰ প্ৰভৃতি সোমাই সেই বোৰত বিশিষ্টাদ্বৈতবাদ মত প্ৰচাৰ কৰে ; তাৰ পাছত বদৰিকাশ্ৰম সোমাই এওঁ কাশ্মীৰলৈ আহি তাৰ মঠাধ্যক্ষসকলক তৰ্কত হৰুৱাই নিজ মতলৈ আনে। তাৰ পৰা কুৰুক্ষেত্ৰ সোমাই অযোধ্যাতে ৰামচন্দ্ৰৰ পৱিত্ৰ থান দৰ্শন কৰি বৌদ্ধাধিকাৰ গয়ালৈ আহি ইয়াতো বহুত লোক নিজ মতলৈ আনে। তাৰ পাছত কৰমণ্ডল উপকূলেদি পদ্মনাভ, সিংহাচল, কাঞ্চীপুৰ আদি তীৰ্থ ভ্ৰমি শেষত শ্ৰীৰঙ্গমলৈ ওলটে আৰু তাতে জীৱনৰ বাকী ছোৱা কাল কটায়। প্ৰপন্নামৃত, স্মৃতিকাল তৰঙ্গ, ভক্তমাল, আৰু প্ৰায় আঢ়ৈকুৰিখান ভাষ্য ৰচি ৰামানুজে নিজ মত প্ৰতিষ্ঠা কৰে, তাৰ ভিতৰত বেদান্তসূত্ৰৰ শ্ৰীভাষ্যই প্ৰধান। দাক্ষিণাত্যৰ পণ্ডিতসকলৰ মতে হীনকুলীয়া পঞ্চম আলৱাৰ নামৰ ( শথাৰি বা শথগোপৰ ) শথাৰি-সূত্ৰৰ ওপৰতহে শ্ৰীভাষ্য প্ৰতিষ্ঠিত ; আৰু এই শ্ৰীভাষ্যই জয়ে জয়ে বৈষ্ণৱ মত দৰ্শন-সিদ্ধ কৰে। ৪৩২৮ কলিযুগাব্দত (১১৩৬-৩৭ খৃঃ ) ছয় কুৰি বছৰ বয়সত ৰামানুজৰ মৃত্যু হয়।

---

## "বৈষ্ণৱ ধৰ্মৰ আঁতিগুৰি"—সমালোচনা

"আকাৰত সৰু হ'লেও পুথিখনিত বৈষ্ণৱ ধৰ্মৰ মূল তত্ত্ব সম্বন্ধে বহুত সত্য আৰু জানিবলগীয়া তত্ত্ব সন্নিবিষ্ট হৈছে। লেখকে অলপ কথাতে পুথিখনিত অসমৰ বৈষ্ণৱ ধৰ্মৰ এটা বুৰঞ্জীমূলক পৰিস্থিতিৰ নিৰ্ণয় কৰিবলৈ চেষ্টা কৰিছে, আৰু সেই চেষ্টাত তেওঁ বহুত পৰিমাণে কৃতকাৰ্য্য হৈছে। মূল তত্ত্বৰ আলোচনা অতি সংক্ষেপ হ'লেও, পুথিখন মূল্যবান হৈছে।

এই ক্ষুদ্ৰ পুথিখনিয়ে বহুতৰ মনৰ পৰা বহুত ভুল ধাৰণা আঁতৰাব বুলি আমাৰ দৃঢ় বিশ্বাস। অসমৰ বৈষ্ণৱ ধৰ্মাৱলম্বী লোক মাত্ৰই ইয়াক এবাৰ পঢ়ি চোৱা উচিত। তেওঁলোক তাৰ পৰা লাভৱান হ'ব আৰু তেওঁলোকৰ মনত কিবা সন্দেহ থাকিলে সিও আঁতৰিব। আমি বিশেষকৈ গোসাঁই মহন্তসকলক এই পুথিখনি এবাৰ পঢ়ি চাবলৈ অনুৰোধ কৰোঁ; তেওঁলোকেই বৈষ্ণৱ ধৰ্মৰ ধৰণী : বিশেষকৈ "বৈষ্ণৱ ধৰ্মৰ মূল তত্ত্ব" সম্বন্ধে লিখা কথাখিনি পঢ়ি চোৱা একান্ত উচিত। তাত তেওঁলোকে বহুত সৰুৱা আৰু জানিবলগীয়া কথা পাব।...শেষত কওঁ (শ্ৰীডিম্বেশ্বৰ নেওগৰ) এই ক্ষুদ্ৰ পুথিখনি সকলোৰে আদৰৰ যোগ্য।" —শ্ৰীকালিৰাম মেধি, এম্-এ, "জয়ন্তী" ১ পুহ ১৮৬৩ শক।

"আধুনিক তত্ত্বালোচনামূলক...সুচেতন শৈলী-সেৱী—ডিম্বেশ্বৰ নেওগ।.... ডিম্বেশ্বৰ নেওগৰ "বৈষ্ণৱ ধৰ্মৰ আঁতিগুৰি" (১৯৭০), "বৈষ্ণৱ ধৰ্মৰ ক্ৰমবিস্তাৰ" (১৯৪৩), ["বৈষ্ণৱ ধৰ্মৰ ভক্তিতত্ত্ব" (১৯৪৪)] আৰু "প্ৰাক্-ঐতিহাসিক অসম"ৰ (১৯৪৯) নাম এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি। ...ডিম্বেশ্বৰ নেওগে মিলন"ৰ (১৯২৩) কালতে আৰম্ভ কৰি অসমীয়া সাহিত্যৰ তাত্ত্বিক অধ্যয়নত লাগি আছে।" —অসমীয়া সাহিত্যৰ ৰূপৰেখা।

"নেওগ একাধাৰে কবি আৰু নিৰ্ভীক সমালোচক। ...অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰণেতাৰূপে নেওগ প্ৰসিদ্ধ। সাহিত্যৰ বুৰঞ্জী বিষয়ত নেওগ অগ্ৰগণী আৰু পথ-প্ৰদৰ্শক, সেই বিষয়ে সন্দেহৰ থল নাই।...... —অসমীয়া সাহিত্যৰ ইতিবৃত্ত।

# ॥ যুগনায়ক শঙ্কৰদেৱ ॥

● দ্বিতীয় পুথি ●

## উত্তৰ ভাৰতত নৱ-জীৱনৰ স্পন্দন

---

বিষয়-সূচী



---

## বাচকবনীয়া প্ৰমাণ-পঞ্জী (খ)

15. *Vaishnavite Reformers* by Raja Gopalachariya.

16. *Kabir and the Kabir Panth*, 1953, by G. H. Westcott.

17. *Materials for the study of the Early History of the Vaishnava Sect*, 1920, by A. C. Rai Chaudhuri.

18. *Vaishnavism, Saivism and Minor Religious Sects*, by R. G. Bhandarkar.

19. *Kamrup Sāsannāvali* by Mahamahopadhyaya Padmanath Bhattacharya.

20. *Indian Historical Quarterly*, Sept. 1947, "Miscellany: Indrapala's second Copper plate, and Prakrit of Pre-Ahom Times', dy Tripitakacharya Beni Madhav Barua.

এঘাৰ

## ৰামানুজৰ পৰবৰ্ত্তী প্ৰচাৰকসকল

অতি পুৰাকালত আৰ্য্য ঋষিসকলৰ হিয়াত যি জ্ঞান প্ৰতিফলিত হৈছিল, সেয়ে বেদ। ব্যাসদেৱে পোনতে এই জ্ঞান-উপদেশবোৰ জুকিয়াই ঋক্, যজুঃ, সাম, অথৰ্ব, এই চাৰি সংহিতাত ভাগ কৰে; শঙ্কৰদেৱে "কীৰ্ত্তন"ত কৈছে—

"ব্যাস নামে ভৈলা সত্যৱতীৰ সন্ততি।
দেখিলাঁহা প্ৰজা ভৈল অতি অল্পমতি॥
কৰিলাঁ অনেক শাখা চাৰিও বেদৰ।
পুৰাণ ভাৰত শাস্ত্ৰ নিৰ্ম্মিলাঁ বিস্তৰ॥" ২৫।

এই সংহিতাবোৰৰ ব্যাখ্যাই ব্ৰাহ্মণ। এই সংহিতা আৰু ব্ৰাহ্মণবোৰে যাগ-যজ্ঞ ক্ৰিয়া-পদ্ধতিৰ প্ৰচলন কৰা বাবে বেদৰ এই আগছোৱাক কৰ্ম-কাণ্ড বোলা হয়। শেষৰ কিছুমান ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদত আত্মা, ব্ৰহ্ম আৰু সৃষ্টিতত্ত্বৰ আলোচনা কৰা হয় বাবে বেদৰ এই শেষ ছোৱাক জ্ঞান-কাণ্ড বোলা হয়। য'ত বেদৰ শেষ লক্ষ্যৰ মূল তত্ত্বসমূহ পোৱা হয় আৰু যি জ্ঞান লভিলে যাগ-যজ্ঞৰ অন্ত-পৰে, ক্ৰিয়া-বাহুল্যৰ কোনো প্ৰয়োজন নাথাকে, সেয়ে বেদৰ অন্ত; গতিকে এই জ্ঞান-কাণ্ডকে বেদান্তও বোলা হয়। মূলতে আৰণ্যক আদি উপনিষদসমূহ; তাৰ চমুকৰণ ব্ৰহ্মসূত্ৰ, আৰু সাৰাংশ গীতা: গতিকে বেদান্ত বুলিলে উপনিষদ, ব্ৰহ্মসূত্ৰ, আৰু গীতা, তিনিওকে বুজায়; কিন্তু বেদান্তদৰ্শন বুলিলে শুদা ব্ৰহ্মসূত্ৰকহে বুজায়। আন প্ৰকাৰে, তিনি প্ৰস্থান: (ক) অনেক কাল পুৰুষ-পৰম্পৰা উপনিষদৰ জ্ঞান-উপদেশবোৰ শুনি অহা হৈছিল বুলি ইয়াৰ নাম শ্ৰুতি, আৰু ইয়াক বেদৰ শ্ৰুতিপ্ৰস্থান বোলা হয়; (খ) উপনিষদবোৰৰ জ্ঞানময় কথাৰ সামঞ্জস্য আৰু ন্যায় বিচাৰ কৰি দিয়াৰ বাবে ব্ৰহ্মসূত্ৰক বোলা হয় ন্যায় প্ৰস্থান; আৰু (গ) উপনিষদ-

বোধৰ সদৌ জ্ঞান সুমৰি তাৰ সাৰাংশ গ্ৰহণ কৰা যাবে গীতাক বোলা হয় বেদৰ স্মৃতি প্ৰস্থান। মাধৱদেৱে তাকে কৈছে—

"মাধৱে বোলন্ত শ্ৰুতি স্মৃতি মোৰ আজ্ঞা-বাণী জানা নিষ্ঠ,
আক যিটো জনে উলঙ্ঘিয়া প্ৰবৰ্ত্তয়।
ভৈল সিটো মোৰ আজ্ঞা-ছেদী, মোক দ্বেষ কৰিলেক আতি,
মোৰ ভক্ত হন্তো বৈষ্ণৱ সিটো নোহয়॥" ৬২৫।

বেদান্তদৰ্শন ন্যায়প্ৰস্থানৰ সূত্ৰ ৫৫৫টি; তাৰ ওপৰতে শঙ্কৰাচাৰ্য্য ৰামানুজ প্ৰভৃতিয়ে ভিন্ ভিন্ মত গঠন কৰি ভিন্ ভিন্ পথ প্ৰদৰ্শন কৰিছে। মূল বস্তু ব্ৰহ্মই যেতিয়া প্ৰতিপাদ্য বিষয়, আচাৰ্য্যসকলৰ মতভেদ মাত্ৰ ব্ৰহ্মৰ স্বৰূপ বা উপলব্ধি লৈহে, অস্তিত্বত নহয়। শঙ্কৰাচাৰ্য্যৰ শাৰীৰক ভাষ্য মতে, উপনিষদৰ "একমেৱাদ্বিতীয়ম্" ব্ৰহ্মই একমাত্ৰ সৎবস্তু; তাৰ বাহিৰে জীৱ আৰু জগৎ সকলো অসৎ। ৰজ্জুত (জৰী) যেনেকৈ সাপ বুলি ভ্ৰম উপজিব পাৰে, কিন্তু সৎ জ্ঞানৰ উদয় হলেই সেই জৰীত সাপৰ বিলয় হয়; তেনেকৈয়ে মায়াৰ প্ৰভাৱত ব্ৰহ্মতে জীৱ আৰু জগতৰ উৎপত্তি দেখিবলৈ পোৱা হয় আৰু মায়া আঁতৰিলেই জীৱ আৰু জগত ব্ৰহ্মতে লয় পায়। মাধৱদেৱে লিখিছে—

"হৰিসে কেৱলে সত্য মাত্ৰ, ৰাম ৰাম ৰাম ৰাম ৰাম,
তান্ত বিনে মিছা যত দেখি-শুনি মানে।
তাক যিটো মিছা কৰি আশা, ৰাম ৰাম ৰাম ৰাম ৰাম,
ছুৰাচাৰ মন মৰস কেনে অজ্ঞানে॥ ৬৩৩।"

শঙ্কৰাচাৰ্য্যৰ মতে "সো'হং"বা "অহং ব্ৰহ্মাস্মি" ভাৱৰ উপলব্ধিয়েই অৰ্থাৎ সৎ (ব্ৰহ্ম) বস্তুৰ জ্ঞান-লাভেই মায়া-তৰণৰ উপায়।

বিশিষ্টাদ্বৈতবাদ নামেই কয় শঙ্কৰাচাৰ্য্যৰ মৌলিক অদ্বৈতবাদ মতৰ ই এক সংস্কৰণ মাত্ৰ; অৰ্থাৎ ব্ৰহ্মই সৎ আৰু মূল, আৰু জীৱ আৰু জগৎ ব্ৰহ্মৰ পৰাই ওলাইছে, তাত সন্দেহ নাই: কিন্তু এই মতে ব্ৰহ্মৰ

পৰা ওলোৱা হেতুকেই জীৱ আৰু জগত তেনেই অসৎ নহয়, ইহঁতৰ এটা আপেক্ষিক আৰু স্বকীয়া সত্তা আছে ; আৰু সেই বাবেই ব্ৰহ্ম আৰু জীৱ একে নহয়, ভিন্। এই মতে, যেনেকৈ জুই আৰু ফিৰিঙতিৰ, গছ আৰু ডাল-পাতৰ, ভেদ আছে, তেনেকৈ ব্ৰহ্ম আৰু জীৱৰ ভেদ আছে ; এই ভেদ জাতিগত নহব পাৰে, স্বগত নিশ্চয় হয়। ব্ৰহ্ম সৰ্বজ্ঞ আৰু সৰ্বশক্তিমান, জীৱ অল্পজ্ঞ আৰু অল্পশক্তিমান, ব্ৰহ্ম দুঃখাতীত আৰু অখণ্ড, জীৱ দুঃখাধীন আৰু খণ্ড। ঘূৰি গৈ ফিৰিঙতি যেনেকৈ জুই, আৰু ডাল-পাত গছ, হবগৈ নোৱাৰে ; জীৱও তেনেকৈ ঘূৰি ব্ৰহ্ম হবগৈ নোৱাৰে : কেৱল মুক্তি-লাভৰ দ্বাৰা ব্ৰহ্মৰ সন্নিধি লভিব পাৰে।

বিশিষ্টাদ্বৈতবাদ মতে ভগৱানে লীলাবশতঃ "অৰ্চ্চা" (প্ৰতিমাদি), "বিভৱ" ( ৰামাদি অৱতাৰ ), "ব্যূহ" (বাসুদেৱ, সঙ্কৰ্ষণ, প্ৰদ্যুম্ন আৰু অনিৰুদ্ধ), "সূক্ষ্ম" (পাপহীনতা, বজঃ শূন্যতা, অমৰত্ব, বিশোকত্ব, অক্ষৰত্ব আৰু সত্যকাম-সত্যসঙ্কল্পত্ব পৰব্ৰহ্ম ), "অন্তৰ্য্যামী" ( জীৱৰ নিয়ামক )—এই পাঁচৰূপে অৱস্থান কৰে ; অৰ্থাৎ অৰ্চ্চা-উপাসনাৰ দ্বাৰা পাপক্ষয় হলে সাধক বিভৱ-উপাসনাৰ অধিকাৰী হয় ; তাৰ পাছত ব্যূহ-উপাসনাৰ অধিকাৰী হৈ সূক্ষ্ম-উপাসনাত নিৰত হলেহে শেষত অন্তৰ্য্যামীৰ উপাসনা কৰিব পাৰে। কোনো-কোনো মতে অভিগমন, উপাদান, কথা, অধ্যায় আৰু যোগ, বিশিষ্টাদ্বৈতবাদে এই পাঁচ-উপাসনা স্বীকাৰ কৰে।

দেখাতেই ৰামানুজৰ এই উপাসনা-বহুল পদ্ধতিৰ লগত শঙ্কৰদেৱৰ প্ৰচাৰিত নামধৰ্মৰ একেৰিও বাহি নাহে ; বৰঞ্চ "সো'হং" বা "অহং ব্ৰহ্মাস্মি" জ্ঞান-উপাসনা-পদ্ধতিৰ বাহিৰে সৰহখিনি কথাত শঙ্কৰাচাৰ্য্যৰ মতবাদৰ লগত যে মিল আছে তাক আগতে দেখুওৱা হৈছে। বিশিষ্টাদ্বৈতবাদ মত ভক্তিবাদৰ সপক্ষ সচা, কিন্তু ৰামানুজ, যমুনা বা ৰঙ্গনাথ, আন নালাগে শঠগোপ ( শঠাৰি ) কাকো তাৰ প্ৰথম আবিষ্কাৰক বুলিব নোৱাৰি ; তেওঁলোকৰ বহুত আগত যথাক্ৰমে ব্যাস, বোধায়ন,

গুহদেৱ, ভাৰুচি, ব্ৰহ্মনন্দী, দ্ৰমিড়, পৰাঙ্কুশনাথ প্ৰভৃতিয়ে ভক্তিবাদৰ বাবে তেনে বাট চোঙাই থৈ গৈছে। মহাভাৰতৰ শান্তিপৰ্বত উল্লেখ কৰা সাত্বত, পঞ্চৰাত্ৰ বা ভাগৱত ধৰ্মৰ আলম লৈয়ে ৰামানুজে এই মত প্ৰচাৰ কৰে বুলি ভাণ্ডাৰকাৰৰ দৰে পণ্ডিতেও কয়।

ৰামানুজৰ ( ১০১৭-১১৩৭ ) পাছত নিম্বাৰ্ক ( ১১৯৭—? ), মধ্ব (১১৯৭—?), বল্লভ (১৪৭৯-১৫৩১), ভাস্কৰ, বলদেৱ, প্ৰভৃতি আচাৰ্য্য-সকলে মৌলিক অদ্বৈতবাদৰ ওপৰতে সামান্য সাল-সলনিৰে নিজ নিজ মতবাদ প্ৰচাৰ কৰে। নিম্বাৰ্কৰ দ্বৈতাদ্বৈতবাদমতে ব্ৰহ্ম স্বৰূপতে সগুণ-নিগুণ দুইটাই ; ব্ৰহ্মৰ পৰাই জীৱ আৰু জগতৰ উৎপত্তি হলেও ব্ৰহ্ম উভয়ৰে অতীতৰূপে আছে দেখি বিভিন্ন, আৰু জীৱ আৰু জগৎ ব্ৰহ্মৰ পৰাই ওলাই ব্ৰহ্মতেই লয় পাব দেখি অভিন্ন। মধ্বৰ স্বতন্ত্ৰা-স্বতন্ত্ৰবাদ মতে ব্ৰহ্মা বিষ্ণুৰ স্বতন্ত্ৰ ( স্বাধীন তত্ত্ব ) আৰু জীৱ আৰু জগত দুয়ো অস্বতন্ত্ৰ ( ব্ৰহ্মাৰ অধীন তত্ত্ব ) ; জীৱ আৰু জগত ব্ৰহ্মৰ পৰা সদায় পৃথক, কেতিয়াও এক নহয়। সেৱাৰ দ্বাৰা সাৰূপ্য, সাযুজ্য বা সালোক্য মুক্তি লাভ কৰি তেওঁৰ সান্নিধ্য লাভ কৰিব পাৰি, ইমানেই। ৰামানুজৰ লগত এওঁৰ মত কেৱল দ্বৈতবাদৰ মাত্ৰাৰ আধিক্যত পৃথক। বল্লভৰ শুদ্ধ দ্বৈতবাদ মত অনুসাৰে ব্ৰহ্ম আৰু জীৱ উভয়েই শুদ্ধ ; গোলক ধামৰ কৃষ্ণৰূপী ব্ৰহ্মক পতি বুলি নিজক গোপী ভাব কৰি সেৱা কৰাই মোক্ষৰ প্ৰকৃষ্ট উপায়। চৈতন্যদেৱৰ ধৰ্ম এই বল্লভপন্থী। ভাস্কৰৰ ভেদাভেদবাদ মতে জীৱ আৰু জগত উভয়েই ব্ৰহ্মৰ লগত কাৰ্য্যৰূপে ভেদ, কিন্তু কাৰণৰূপে অভেদ ; ব্ৰহ্মই ভোগ্য শক্তিত জগৎৰূপে আৰু ভোক্তৃশক্তিত জীৱৰূপে পৰিণত। বলদেৱৰ অচিন্ত্য-ভেদাভেদবাদ মতে জীৱই মুক্তি-লাভ কৰিলেও নিৰ্বিকাৰ ব্ৰহ্মৰ লগত অভেদ হব নোৱাৰে ; আৰু অচিন্ত্য শক্তিৰ বলেৰে জগত ব্ৰহ্মৰেই পৰিণাম আৰু সত্য। অলপ মন কৰিলেই দেখিবলৈ পোৱা হয়, শঙ্কৰদেৱে এওঁলোকৰ একজনৰো মত সম্পূৰ্ণ মানি নলৈছিল।

বৈষ্ণৱ ধৰ্মৰ পূৰ্বৰ বিৱৰ্তনলৈ এইখিনিতে আকৌ উলটি চাবলগীয়া।

সাত্বত ( ভাগৱত, একান্তিক বা পঞ্চৰাত্ৰ ) ধৰ্ম মূলতে ঘোৰ আঙ্গিৰসৰ বিষ্ণু ( সূৰ্য্য ) উপাসনা-শিক্ষাৰ ভিতৰেদি ওলোৱা—"সাত্বতম্ বিধিমাস্থায় প্ৰাক্‌সূৰ্য্যমুখনিঃসৃতম্" ( নাৰায়ণীয়, শান্তিপৰ্ব, ১২।৩৩৫।১৯)। যদু বা বৃষ্ণি বা সাত্বত পৰিয়ালৰ বাসুদেৱৰ পৰাই উদ্ভৱ হৈছে বুলি ইয়াৰ নাম সাত্বত ধৰ্ম, ভাগৱত ধৰ্ম ইত্যাদি। মহা বসুদেৱৰ পুত্ৰক বাবে বাসুদেৱ বোলা হৈছে ( ৩।১৪।৮ ) যদিও, ঠায়ে ঠায়ে তাৰ এনে আধ্যাত্মিক অৰ্থ দিবৰ চেষ্টা কৰা হৈছে—

"বসনাৎ সৰ্বভূতানাং বসুত্বাদ্দেৱ যোনিতঃ।
বাসুদেৱাস্ততো বেদ্যঃ বৃহত্ত্বাদ্ বিষ্ণুৰুচ্যতে॥" ৫।৭০।৩।
"ছাদয়ামি জগদ্‌বিশ্বম্ ভূত্বা সূৰ্য্য ইবাম্‌শুভিঃ।
সৰ্বভূতাধিৱাশ্চ বাসুদেৱস্ততোহ্যহম্॥" ১২।৩৪১।৪১।

মহাভাৰততেই ( ১।১৮৬।১২ ) এক পৌণ্ড্ৰ ৰজা নকল বাসুদেৱ ৰূপে উল্লেখিত আছে ; কিন্তু যেনে তেনে মথুৰাৰ ৰাজকোঁৱৰ দৈৱকী-পুত্ৰই যাই বাসুদেৱ সন্দেহ নাই। শান্তি পৰ্বতেই আছে—

"সমুপোঢ়ে স্বামিকক্ষু কুৰু পাণ্ডৱয়োৰ্ম্মৃধে।
অৰ্জুনে বিমনস্কে চ গীতা ভগৱতা স্বয়ম্॥" ১২।৩৪৮।৮

মহাভাৰতে উল্লেখ কৰা "সৰ্কৰ্ষানুজ" ( ২।৭৯।২৩ ) অৰ্থাৎ বলোৰামৰ ভায়েক বাসুদেৱ কৃষ্ণই যে ভাগৱত বা সাত্বত সম্প্ৰদায়ৰ উপাস্য আছিল, খৃষ্টপূৰ্ব প্ৰথম আৰু দ্বিতীয়ৰ ভাগৱত লিপিবোৰেই প্ৰমাণ কৰে। ভাণ্ডাৰকাৰৰ মতে মেগাস্থেনিছ আৰু আৰিয়ান্ প্ৰভৃতি গ্ৰীক লেখকসকলে উল্লেখ কৰা সৌৰসেনীবিলাকেই সাত্বক, তেওঁলোকে বিশেষ সন্মান কৰা হেৰাকুলছ কৃষ্ণ, আৰু মথুৰাৰ বাহিৰে দ্বিতীয় নগৰ ক্লৈশোবোৰৰ নাম কৃষ্ণপুৰ ভিন্ন একো নহয়। মেগাস্থেনিছৰ দুই শতিকাৰ পৰৱৰ্তী পতঞ্জলিৰ "চিৰহতে কংসে", "প্ৰহৰ দৃশ্যতে কংসস্য চ অসাধুৰ্মাতুলে কৃষ্ণঃ," আৰু মহাভাষ্যৰ "জঘান কংসম্ কিল বাসুদেৱঃ" আদিয়ে কংস-হত্যাকাৰী কৃষ্ণ আৰু বাসুদেৱ একেজন,

আৰু খৃষ্টপূৰ্ব পঞ্চম শতিকাৰ পতঞ্জলিৰ বাবেও সেই ঘটনা বহু পূৰ্ববৰ্তী বুলি প্ৰমাণ কৰে। গতিকে বাসুদেৱৰ জন্ম আৰু কংস-বধ আদি ঘটনা খৃষ্টপূৰ্ব সহস্ৰেক বছৰৰ আগৰ বোলা সমীচীন, কিন্তু গ্ৰীক দূত হেলিয়ডৰাৰ নিচিনা উচ্চ সংস্কৃতিৰ লোকেও তেওঁক "দেৱ-দেৱ" বুলিবলৈ, বা গীতাত পূৰ্ণব্ৰহ্মৰ আসনত বহিবলৈ, তেওঁক নিশ্চয় পাঁচ ছয় শ বছৰ লাগিছিল।

ইয়াৰ ভিতৰতে বিষ্ণু ( সূৰ্য্য ) দেৱতাৰ উপৰি নাৰায়ণ প্ৰভৃতি দেৱতাৰ লগতো বাসুদেৱ একীভূত হয়। পোনতে বিষ্ণু পৰমেশ্বৰ, আৰু কৃষ্ণ তেওঁৰ পূৰ্ণ অৱতাৰ আছিল ; "বিপ্ৰপুত্ৰ আনয়ন"ত কৃষ্ণই অৰ্জুনক লৈ গৈ বিষ্ণুক দেখা পাই প্ৰণাম কৰাৰ কথা শঙ্কৰদেৱে "কীৰ্ত্তন"ত ঞ্চিতোপনকৈ বৰ্ণাইছে :

"অৰ্জুনক বুলি হেন বাণী। দিব্য ৰথে চড়ি চক্ৰপাণি ॥
ধৰিল উত্তৰ দিশ পথ। অৰ্জুন ডাকন্তে যান্ত ৰথ ॥ ১৫৯৪।
সাতোখান পৃথিবী এড়াইল। গৈয়া সাতো সাগৰ ছড়াইল ॥
ধৰি মহা মনোজয় গতি। গৈলা লোকালোকৰ সিভিতি ॥১৫৯৫।
প্ৰৱেশিলা ঘোৰ অন্ধকাৰে। ঘোড়া আৰ যাইবাক নপাৰে ॥
হেন দেখি যোগেশ্বৰ হৰি। আগক হানিলা চক্ৰ ধৰি ॥ ১৫৯৬।
মহা ৰশ্মিপুঞ্জে পসৰাই। আগত কিৰণে কাড়ি যায় ॥
যেন ৰাঘৱৰ শৰজাক। বিদাৰয় ৰাক্ষস সেনাক ॥ ১৫৯৭।
হাজাৰেক সূৰ্য্য যেন জ্বলে। তাহাৰ পাছত ঘোড়া চলে ॥
ঘোৰ তমো তৰিয়া সৰৰে। জ্যোতিপুঞ্জ পাইল তাত পৰে ॥১৫৯৮।
ৰশ্মি লাগি চক্ষু ফুটে দেখি। মুদিলা অৰ্জুনে দুই আখি ॥
তাক এড়ি জল পাইলা গই। ঘোৰ উৰ্ম্মি বায়ু উথলয় ॥ ১৫৯৯।
পাছে ধনঞ্জয় যদুৰাজে। প্ৰবেশিলা সেহি জল মাঝে।
দুয়ো গৈয়া দেখিলে প্ৰত্যেক। স্ফটিকৰ স্তম্ভ হাজাৰেক ॥ ১৬০০।
দিব্য গৃহ প্ৰকাশন্তে আছে। পশিলা ভিতৰ তাৰ পাছে ॥
অনন্তক গৈয়া ভৈলা ভেট। তুলি আছে হাজাৰেক ফেট ॥ ১৬০১।

ফণা মণি কৰে তিৰিৰ্মিৰি। প্ৰকাশন্ত যেন শুক্লগিৰি ॥
তান শৰীৰত সুখাসনে। প্ৰকাশন্ত বসি নাৰায়ণে ॥ ১৬০২ ।
সুন্দৰ শৰীৰ মেঘ শ্যাম। পীত বস্ত্ৰে অতি অনুপাম ॥
প্ৰসন্ন বদন মনোহৰ। আয়ত লোচন ৰুচিকৰ ॥ ১৬০৩ ।
অদ্ভুত ৰূপ দেখি ধনঞ্জয়। কম্পিল শৰীৰ ভৈলন্ত ভয় ॥
আত্মাক কৃষ্ণে দৰশন পাই। পড়ি প্ৰণমিল মাথা দোঁৱাই ॥ ১৬০২ ।
অৰ্জুনো দণ্ডৱতে পড়ি আগে। নমিলা গৈয়া অতি অনুৰাগে ॥
বিষ্ণুৰ পৰম মহিমা দেখি। কৰিলা কৰযোৰ দুই সখি ॥ ১৬১০ ।
দেখিয়া পাছে দুইকো চক্ৰপাণি। হাসিয়া হেন বুলিলন্ত বাণী ॥
তোমৰা নৰ-নাৰায়ণ দুই। ভৈলা অৱতাৰ মনুষ্য দুই ॥ ১৬১১ ।
ধৰ্মক দ্বিজক ৰাখিবে লাগি। ব্ৰহ্মদেৱে দুইকো নিলন্ত মাগি ॥
পৃথিৱীৰ সৱে ভাৰ সংহৰি। আসা মোৰ ঠাইক সত্বৰ কৰি ॥১৬১২।
তোমৰা দুইক দেখিবাক মন। আনিলোঁ সৱে দ্বিজপুত্ৰগণ ॥
ভৈলোঁ দেখাদেখি অচিৰকালে। পৃথিৱীক এড়ি আসা সকলে॥১৬১৩।
যদি' পূৰ্ণ কাম দুয়ো তোমৰা। সৃষ্টিৰ অৰ্থে আসি তপ কৰা ॥
হাসিয়া এহি বুলি চক্ৰপাণি। ব্ৰাহ্মণৰ দশ পুত্ৰক আনি ॥৬১১০।
দিলন্ত কৃষ্ণ-অৰ্জুনৰ হাতে। নমিলা পাছে দুয়ো প্ৰণিপাতে ॥
তোমাৰ আজ্ঞাক পালিবোঁ স্বামী। থাকিয়ো গৃহক লড়িলোঁ আমি ॥ ১৬১৫ ।
এহি বুলি কৃষ্ণ-অৰ্জুন দুই। উঠিলা ৰথত আনন্দ হুই ॥
ব্ৰাহ্মণৰ সৱে পুত্ৰক লৈলা। পুৰাণি পথে দ্বাৰকা গৈলা॥”১৬১৬।

গীতাতো কৃষ্ণ প্ৰত্যক্ষভাৱে ৰাজকোঁৱৰেই; অত্যন্ত আৱশ্যক বুজি অৰ্জুনৰ নিতান্ত প্ৰত্যয় জন্মাবৰ বাবে অগত্যা তেওঁৰ ভিতৰৰ পূৰ্ণব্ৰহ্ম ৰূপ দেখুৱাইছে। এই প্ৰসঙ্গত শতপথ ব্ৰাহ্মণৰ (৫।২, ৫।৩) “মানুহেই বিষ্ণু” বোলা আচৰিত আৰু আৰু মহৎ উক্তিটি সদায় মনত ৰাখিব লাগিব; কৃষ্ণয়ো পূৰ্ণব্ৰহ্ম ৰূপ দেখুওৱাৰ আগ মুহূৰ্ত্তত অৰ্জুনৰ সন্দেহৰ উল্লেখ কৰি কৈছে দৈৱকী-পুত্ৰ অৰ্থাৎ মানুহ ৰূপেও সকলো

প্ৰকৃততে "তত্বমসি"। উচ্চ মানৱত্ব আৰু দেৱত্বৰ সীমা-ৰেখা অতি ক্ষীণ; মানৱত্বৰ পূৰ্ণ বিকাশ ঘটা সকলো লোকেই মানৱত্ব আৰু দেৱত্বৰ দোমোজাত বাবে কৃষ্ণৰ দৰে তেওঁ'লোকক মানৱ বুলিবও পাৰি, দেৱতাও বুলিব পাৰি। গতিকে কৃষ্ণত দেৱত্ব কিয়, পূৰ্ণ ব্ৰহ্মত্বৰ আৰোপো সেই বাবে অস্বাভাৱিক নহয়। গুপ্ত যুগতে সাত্বত বাসুদেৱৰ কৃষ্ণ-ধৰ্মই সম্পূৰ্ণ বৈষ্ণৱ ধৰ্মৰ ৰূপ পোৱাৰ লগতে অৱতাৰবাদেও পৰিপুষ্টি লাভ কৰিছে। মহাভাৰতৰ নাৰায়ণীত (১২।৩৪৯।৩৭) বৰাহ, বামন, নৰসিংহ, বাসুদেৱ আদি অৱতাৰৰো উল্লেখ আছে; আন এখনত হংস, কূৰ্ম, মৎস আৰু কল্কি অৱতাৰৰ লেখ লৈছে। তোৰমানৰ কালৰ এৰান্ লিপিত বৰাহ অৱতাৰৰ স্পষ্ট উল্লেখ আছে আৰু জুনগধ লিপিত বামন অৱতাৰৰ সঙ্কেত পোৱা হয়। এই যুগৰ কোনো লিপিত শ্ৰীৰাম অৱতাৰৰ উল্লেখ নাথাকিলেও, কালিদাসৰ "মেঘদূত"ত (৫, ১৫) কৃষ্ণৰ বৰ্ণনা থকাৰ দৰে ৰঘুবংশত "ৰামাভিধানো হৰিঃ" (১৩।১) বুলিছে। মৎস পুৰাণত (১।৩২৪) বুদ্ধদেৱো আন আন অৱতাৰৰ ভিতৰত সোমাইছে। এইদৰে সেই কালতে দশ অৱতাৰ প্ৰায় সম্পূৰ্ণকৈ সোমাইছে; মাধৱদেৱৰ ভাষাৰে—

"মৎস কূৰ্ম নৰসিংহ বামন পৰশুৰাম
হলিৰাম বৰাহ শ্ৰীৰাম্।
বুদ্ধ কল্কি নামে দশ আকৃতি ধৰিছা কৃষ্ণ
তযু পাৱে কৰোঁহো প্ৰণাম॥" ৩। ঘোষা।

যেনেকৈয়ে হওক, ৰামানন্দৰ প্ৰচাৰৰ আগত ৰাম অৱতাৰৰ প্ৰাধান্য নাছিল; সম্ভৱ, দক্ষিণ ভাৰতৰ ধৰ্মত ই উত্তৰ ভাৰতৰ দাবী ৰূপেই স্বভাৱতে সোমাইছিল। সেইদৰে গীতাৰ "সৰ্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ" ধৰ্মত লক্ষ্মী, সীতা, ৰাধা আদিৰে যুগল-উপাসনাৰ পদ্ধতি কেনেকৈ কেতিয়া সোমাবলৈ পালে সিও বিশেষ মন কৰিব লগা কথা। পোনতে, বিশিষ্টাদ্বৈতবাদী ৰামানুজৰ উপাসনা-বহুল শ্ৰীসম্প্ৰদায়তে লক্ষ্মী-বিষ্ণুৰ দ্বৈত উপাসনা সোমায়; সাংখ্য

দৰ্শনৰ প্ৰকৃতি-পুৰুষ, সেই কালত তিকতাৰ সমস্বত্ব দাবী বা দাক্ষিণাত্যৰ ইতৰ সমাজৰ "আম্মন" দেৱীৰ পূজাক তেওঁৰ প্ৰচাৰিত ধৰ্মৰ অন্তৰ্গত কৰাৰ চেষ্টা, এনে যি কাৰণেই হওক, গীতাৰ এক শৰণ ধৰ্মত এই দ্বৈত শৰণ সুমুওৱাৰ বাবে ৰামানুজেই দায়ী। তাৰ পাছত ৰামানন্দৰ প্ৰচাৰিত ধৰ্মত সীতা-ৰাম আৰু চৈতন্যদেৱৰ প্ৰচাৰিত ধৰ্মত ৰাধা-কৃষ্ণৰ দ্বৈত উপাসনা সোমায়। সৌভাগ্যৰ বিষয়, শঙ্কৰদেৱৰ ধৰ্ম তেনে এক-শৰণ-বিৰোধী প্ৰভাৱৰ পৰা সম্পূৰ্ণ মুক্ত।

---

## বাব

# ৰামানন্দ, কবীৰ প্ৰভৃতি প্ৰচাৰকসকল

শিষ্য-পৰম্পৰা ৰামানুজৰ চতুৰ্থ বা পঞ্চম স্থানীয় প্ৰচাৰক ৰামানন্দই উত্তৰ ভাৰতত চতুৰ্দশ শতাব্দীত ধৰ্ম-প্ৰচাৰ কৰে। ভক্তমাল গ্ৰন্থ মতে ৰামানুজ—দেৱাচাৰ্য্য,—ৰাঘৱানন্দ—ৰামানন্দ; আন মতে ৰামানুজ—দেৱানন্দ—হৰিনন্দ—ৰাঘৱানন্দ—ৰামানন্দ। যেনে তেনে, ৰাঘৱানন্দৰ পাছত ৰামানন্দ (১২৯৯—১৪১০); এই ৰাঘৱানন্দয়ে ৰামানুজে প্ৰবাসত শ্ৰী-সম্প্ৰদায়ৰ নিয়ম অনুসৰি ভোজ্য আৰু ভোজন গোপন কৰা নাই বুলি অভিযোগ কৰাত ৰামানন্দ তেওঁলোকৰ পৰা কাটি আহি কাশীৰ পঞ্চ-গঙ্গা ঘাটত থাকি ৰামাৎ নামে এটা নতুন সম্প্ৰদায় গঠিত কৰে। এওঁলোকে শ্ৰীৰাম, সীতা, লক্ষ্মণ আৰু হনুমানৰ উপাসনা কৰে; তথাপি বিষ্ণুৰ আন মূৰ্ত্তি, তুলসী গছ, শালগ্ৰাম শিল আদিও মানে, আৰু কাশীত এই সম্প্ৰদায়ৰ দুটা মন্দিৰত ৰাধাকৃষ্ণ মূৰ্ত্তিৰ উপাসনাও থকা বুলি জানিবলৈ পোৱা হয়।

খোৱা-পিয়া সম্পৰ্কে ৰামাৎ সম্প্ৰদায়ে ৰুচি আৰু লৌকিক ব্যৱহাৰ মতেই চলে; এওঁলোকৰ বীজ-মন্ত্ৰ “শ্ৰীৰাম”, আৰু অভিবাদন বাক্য “জয় ৰাম”, “জয় শ্ৰীৰাম”, বা “সীতা-ৰাম”। ৰামানুজৰ শ্ৰী-সম্প্ৰদায়ৰ দৰে তেওঁলোকৰো তিলক-সেৱা (ফোঁট লোৱা) নিয়ম আছে, কিন্তু সিও তেনে কটকটীয়া নহয়। বৌদ্ধ ধৰ্মৰ দৰে এওঁলোকৰ বিষয়ী বা গৃহী, আৰু ধৰ্মব্ৰতী বা উদাসীন, দুটি ভাগ আছে; এই উদাসীনসকলে তীৰ্থভ্ৰমণত হয় ভিক্ষা নহয় বাণিজ্য কৰি জীৱিকা উলিয়ায়। ঠায়ে ঠায়ে এওঁলোকৰ মঠ থাকে; এই মঠবোৰ সাধাৰণতে গুৰুসকলৰ থকা ঠাই: মঠত এটা বিগ্ৰহ-মন্দিৰ, গৰাকীজনৰ থান (সমাধি), আৰু শিষ্য-সতীৰ্থসকলে

সৈতে মহন্তসকলৰ বাহ্য থাকে; ইয়াৰ উপৰি তীৰ্থযাত্ৰী আৰু উদাসীনসকলৰ জিৰনিৰ বাবে একোটি ধৰ্মশালা আছে, তালৈ সোমোৱাত কাৰো বাধা নাই। একোখন প্ৰদেশত ভিন্ ভিন্ সম্প্ৰদায়ৰ নিজ নিজ মঠ আছে; মঠৰ গৰাকীবিলাকে তেওঁলোকৰ ভিতৰৰ এজনক মুখিয়াল বুলি মানে। যিটো মঠ সেই সম্প্ৰদায়ৰ মুখিয়ালজনৰ নামে থাকে, গোটেই প্ৰদেশৰ বিভিন্ন মঠৰ গৰাকীবিলাকে সেই মঠ়েৰ নিৰ্দেশ মানি চলে। এই মহন্ত উপযুক্ত নহলে আন কোনো প্ৰসিদ্ধ মঠৰ অধিকাৰেই সেই সম্প্ৰদায় বা সমাজৰ নেতা বুলি পূজিত হয়। সকলোবোৰ মঠৰ ভৰণ-পোষণৰ বাবে সৰহতাকৰ দেৱোত্তৰ থাকেই। ৰামাৎ পন্থী উদাসীনসকলৰ কোনো জাতবিচাৰ নাই। ৰামানন্দই শূন্য কৰি যোৱা ধৰ্মৰ গাদী ৰঘুনাথে পায় আৰু তেওঁ আশানন্দ নাম লয়। ৰামানন্দৰ নিজা কোনো পুথি পাবলৈ নাই; তেওঁৰ মতসমূহ শিষ্যবিলাকে লিখি ৰাখি এতিয়া তেনেদৰেই চলে। ৰামানন্দৰ লেখৰ ৭২ জন শিষ্যৰ ৫৬ জনেই অন্ত্যজ, আৰু তাৰ ভিতৰত কবীৰ প্ৰসিদ্ধ। হিন্দী ৰামায়ণ লেখক তুলসীদাসো ৰামানন্দৰ শিষ্য বুলি কয়।

ৰহস্যবাদী কবীৰৰ জীৱনীও নানা ৰহস্যেৰে ঢকা। কবীৰপন্থীবিলাকৰ মতে আজমগড় অঞ্চলৰ বেলহৰ গাঁৱত ১৩৯৮ত কবীৰ ওপজে আৰু ছয় কুৰি বছৰ জীয়াই থাকি ১৫১৮ত ঢুকায়। তেওঁৰ জন্ম সাধাৰণ বা অসাধাৰণ যিদৰেই হওক, আৰু হিন্দু বা মুছলমান যাৰ ঘৰতেই হওক, মুছলমান নীৰু (জোলা বা তাঁতী) আৰু নীমাৰ ঘৰত ডাঙৰ হৈ তাঁতীৰ ব্যৱসায়েৰে জীৱিকা নিৰ্বাহ কৰে। পত্নী লোইৰ গৰ্ভত তেওঁৰ কামাল আৰু কামালী নামে পুত্ৰ-কন্যা দুইৰ জন্ম হয়। পূৰ্ব জন্মৰ সংস্কাৰৰ ফলতে এওঁ জন্ম-জাতৰূপে ব্ৰহ্মজ্ঞান লাভ কৰে বুলি কয়; ৰামানন্দক গুৰু পাবলৈ হাবিয়াস কৰাত ম্লেচ্ছ বুলি আটায়ে উপহাস কৰাতো হতাশ নহৈ তেওঁ এটা উপায় উলিয়ালে। এৰাতি কবীৰে ৰামানন্দৰ ঘৰৰ বাহিৰ কালে দুৱাৰ-মুখত

পৰি থাকিল আৰু পুৱা গুই উঠি দুৱাৰ মেলি ওলাই আহোঁতেই কবীৰৰ গাত ভৰি লগা দেখি "ৰাম, ৰাম" বুলি ৰামানন্দ আঁতৰি যায়। শিষ্যৰূপে গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰা দ্ৰোণাচাৰ্য্যকো একলব্যই অন্তৰেৰে গুৰু মানি লোৱাৰ দৰে কবীৰেও ৰামানন্দকে গুৰু মানিলে ; আৰু তেওঁৰ মুখত ওলোৱা "ৰাম" নামেই তেওঁৰ শৰণৰ বীজমন্ত্ৰ হল।—"প্যাস অহদ্‌কা সাথ হাম লায়া, ৰামানন্দ চেতায়ো।"

মন কৰিবলগা কথা, কৃষ্ণ-ভক্তিৰ আৰাধ্য কৃষ্ণ যেনেকৈ বাসুদেৱ-দৈৱকীৰ পুত্ৰ ঐতিহাসিক কৃষ্ণ নহয়, কিন্তু তেওঁৰ ভিতৰেদি সেই পূৰ্ণব্ৰহ্ম বিষ্ণু, কবীৰৰ উপাস্য ৰামও সেইদৰে দশৰথ-কৌশল্যাৰ পুত্ৰ নহয়, সেই পূৰ্ণব্ৰহ্ম ৰামহে। মাধৱদেৱে সেই "ৰাম"ৰ বিতোপন সংজ্ঞা দিছে—

"চৈতন্য শক্তিৰ দ্বাৰে ইটোজড় জগতক
ৰমায়ন্ত কৰ্ম অনুৰূপে।
এতেকেসে ঈশ্বৰৰ পৰম প্ৰসিদ্ধ ৰাম
নাম আৰু জানিবা স্বৰূপে॥ ১৫৩।
"অনন্ত চৈতন্য আত্মা, সদানন্দ ঈশ্বৰত
যোগীজনে সদায়ে ৰময়।
এহি হেতু ৰাম পদে পৰম ব্ৰহ্ম স্বৰূপতে
কহে ৰাম নামৰ অন্বয়॥" ১৫৪।

ইফালে নিৰ্গুণ ব্ৰহ্মও কবীৰৰ উপাস্য নহয়, যিহেতুকে ভক্তৰ ভগৱান সগুণ হবই লাগিব। প্লেটোৰ, তথা ছক্ৰেটিছৰ, "সৎ" বস্তুৰ বিচাৰৰ প্লেটিনছে চূড়ান্ত প্ৰকাশ কৰিছিল ; তেৰোঁ শেষত সেই নিৰ্গুণক নিজতহে উপলব্ধি কৰিবৰ যত্ন কৰিছিল। আলেকজেণ্ড্ৰিয়াৰ ক্লেমেণ্টে সেই "সৎ" বস্তু বিচাৰি শেষত পালেগৈ—সেই সৎ 'কি' তাক নিবিচাৰি 'কি নহয়' তাক বিচৰাটোহে শ্ৰেষ্ঠ উপায়। ক্লেমেণ্টৰ দৰেই কবীৰক ঈশ্বৰ লাগে চিন্তা কৰিবলৈ নহয়, ভাল পাবলৈহে। মাধৱদেৱৰ সেই বিতোপন ঘোষাটি—

“অব্যক্ত ঈশ্বৰ হৰি কিমতে চিন্তিবা তাক,
ব্যাপকত কিবা বিসৰ্জন।
এতাৱন্ত মূৰ্ত্তিশূন্য কেন মতে চিন্তাবাহা,
ৰাম বুলি শুদ্ধ কৰা মন॥” ৫।

কবীৰক ভাৰতীয় মাৰ্টিন লুথাৰও (১৪৮৪-১৫৪৬) বোলা হয়। ধৰ্ম-গুৰুৰূপে কবীৰৰ কাষত ঋণ স্বীকাৰ কৰোঁতাৰ ভিতৰত শিখগুৰু নানক শাহ প্ৰধান; তেওঁৰ “আদিগ্ৰন্থ”ৰ পৰা কবীৰৰ সম্পৰ্কে ভালে-খিনি লগতিয়াল বাতৰি পোৱা হয়। “বীজক” ৰমৈনী, শব্দ “সাখী” আদি ভাগত কবীৰৰ শিক্ষামূলক দোহাবোৰ পোৱা হয়। এটা দোহাত কবীৰে কৈছে, মৃত্যুৰ আগতে এজনে সহস্ৰ কিতাপ পঢ়িব পাৰে, সেই বুলিয়ে তেওঁ পণ্ডিত নহল; “ভক্তি” এই আঢ়ৈটা আখৰৰ অৰ্থ যি বুজিব পাৰে তেওঁহে প্ৰকৃত পণ্ডিত।

কবীৰ নিজে শাস্ত্ৰজ্ঞ হোৱাৰ প্ৰমাণ নাই, কিন্তু সহজ জ্ঞানৰ দ্বাৰাই শাস্ত্ৰজ্ঞ কথা ভালেখিনি তেওঁ উপলব্ধি কৰিছিল বুলি বুজিব পাৰি। আজন্ম ৰহস্যবাদীৰূপে ওমৰ খৈয়াম আদি ছুফী ৰহস্যবাদী, লুইপাদ আদি বৌদ্ধ ৰহস্যবাদী, বাইবোলৰ খৃষ্টান ৰহস্যবাদী, আৰু মাধৱ-দেৱৰ দৰে বৈদান্তিক ৰহস্যবাদী আদিৰ লগতো কবীৰৰ বহুত দোহাৰ আচৰিত মিল। কবীৰৰ অযোনী-সম্ভৱতা, সাময়িক ধৰ্মগুৰুবিলাকৰ লগত বিবাদ, এহাল লৰা-ছোৱালীক মৰাৰ পৰা জীওৱা, চলিত ধৰ্ম-বিৰোধী বুলি ৰজাৰ বিচাৰত দণ্ডভোগ আদি ভালেখিনি কাহিনী যীশুৰ জীৱনীৰ লগত মিলে। বাইবোলত কৈছে, ‘সৃষ্টিৰ আদিতে নাম (ওঙ্কাৰ); নাম ঈশ্বৰৰ লগত আছিল; নামেই ঈশ্বৰ।’ কবীৰে “সাখী”ত কৈছে, ‘পুনঃ পুনঃ জন্ম-মৰণৰ হাত সাৰিব খোজা যদি নামৰ লগত বান্ধা বান্ধা। ‘নামৰ তত্ত্ব বুজাব পাৰে, এনে গুৰু ল’বাঁ।’ নিজৰ উপমা দিও কৈছে, ‘নামেই গুৰু। (ৰাম)-নাম শুনিয়ে ভাব ভকত হওঁ।’ মাধৱদেৱে লিখিছে,—

"অপৰাধ-বিনাশন, তযু নাম নাৰায়ণ,
জানি নামে পশিলোঁ শৰণে
আন গতি নাহিকে মৰণে।" ৭১। ঘোষা।

মূৰ্ত্তি আৰু মালা-মন্ত্ৰৰ বিৰুদ্ধে কবীৰৰ ভৰ্ৎসনা তীব্ৰ। তেওঁ কৈছে,—'শিল পূজিলেই যদি ঈশ্বৰক পায়, তেন্তে মই পৰ্বত এটাকে পূজা কৰিব পাৰোঁ; পিছে মূৰ্ত্তিৰ শিল পূজাতকৈ ঘাঁতৰ শিল পূজিলে অন্ততঃ খাবলৈ আতাখিনিকে পোৱা হয়।' 'মালাগুটি জপ কৰা শেষ নৌ হওঁতেই জীৱনৰ দিনবোৰেই শেষ হৈ যায়, আৰু ইফালে হৃদয়ৰ কপাট (দুৱাৰ) জাপ খায়ে থাকে। হাতৰ মালা দলিয়াই দি "মন্‌কা" (মনৰ) "মন্‌কা" (মালা) জপ কৰিবলৈ ধৰাঁ।' 'কাঠৰ মালা কাটে-ফুটে। মনৰ মালা কাহা ছুটে॥"

তীৰ্থ-স্নান আৰু বহু-দেৱতাৰ বিৰুদ্ধেও কবীৰৰ তিৰস্কাৰ তীক্ষ্ণ; তেওঁ কয়, 'তীৰ্থস্নান কৰি যদি মুক্তি পায়, তেন্তে ভেকুলিবোৰে নিতৌ গা ধোৱে। ভেকুলিৰ দৰে এওঁলোকেও পুনঃ পুনঃ যোনীত ঠাই লয়।' 'তুমি এজনৰ পত্নী হৈ বহুত উপপতি লৈছা; ইমানবোৰৰ পত্নী হৈ কোনটোৰ লগত বাৰু সতী-দাহ হবা?' মাধৱদেৱে নামধৰ্ম সম্পৰ্কে কৈছে—

"কলিত হৰিৰ কীৰ্ত্তন এৰিয়া
আন মতে চাৱে গতি।
যেন কুল-বধূ নিজ স্বামী এৰি
ভজে গৈয়া উপপতি॥" ঘোষা।

গুৰু গ্ৰহণ সম্পৰ্কে কবীৰে কৈছে, 'পিয়াৰ আগতে পানী চাই লোৱাৰ দৰে মনাৰ আগতে গুৰু পৰীক্ষা কৰি লবাঁ।' 'শগুণ আকাশত উৰি ফুৰিলেও তাৰ মন পৃথিৱীৰ পচা শৱতহে থাকে; আকাশত উৰা বাবেই সি সাধু নহল।' 'যেনিয়ে তেনিয়ে গুৰুৰ দলহে দেখোঁ; কৰবাত এজন শিষ্য ওলোৱা হলে অলপ আশা আছিল।' মুক্তি-লাভ

সকলো প্ৰকৃত ভক্তৰ দৰে কবীৰৰো লক্ষ্য নহয়; "সাখী"ৰ একাকি কবিতাত আছে—

'অ' ৰাম, মই যে তোমাৰ দুৱাৰত আহি ঠিয় !'
'অ' কবীৰ, তুমি মোত মিলিত নোহোৱা কিয় ?'
'অ' ৰাম, তুমি ই সৃষ্টিৰ সৱাতো মিলিত সচা ;
মোৰ হলে নাই তোমাতেই লীন হবৰ সম্পূৰ্ণ ইচ্ছা।'

আকৌ মাধৱদেৱৰ অমৃতোপম ভাষাৰে—

"মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো,
ৰসময়ী মাগোঁহো ভকতি।
সমস্ত মস্তক-মণি নিজ ভকতৰ বশ্য,
ভজোঁ হেন দেৱ যদুপতি ॥" ১।

কবীৰৰ হিন্দু-মুছলমানক এক কৰাৰ চেষ্টা মহৎ হলেও বিফল, আৰু তেওঁ তাৰ বাবে অশেষ নিৰ্য্যাতন ভুগিব লগা হল। কবীৰ-পন্থীবিলাকৰ গৃহী আৰু যতি বুলি দুটা ভাগ; গৃহীবিলাকে নিজ আচাৰ-ব্যৱহাৰ মানি চলে আৰু যতিবিলাকে কবীৰৰ ভজনা কৰে। এওঁলোকৰ বাৰটা বেলেগ ঠাল আছে বোলে আৰু প্ৰতিটি ঠালৰে একোজন স্বকীয়া প্ৰৱৰ্ত্তক। গোৰখপুৰ জিলাৰ মঘৰত কবীৰৰ মৃত্যু হয়।

---

৩তেৰ

## প্ৰাক্‌-শঙ্কৰী অসমত ধৰ্মৰ যুক্ত-বাগৰ

শঙ্কৰদেৱ ঈশ্বৰ-অৱতাৰ বুলি ভবা আৰু নভবা-বিলাকৰ মাজত ভাবগত প্ৰভেদ থাকিলেও বস্তুগত প্ৰভেদ নাই ; কিয়নো এই পিছৰ বিলাকেও শঙ্কৰদেৱৰ অভূতপূৰ্ব কাৰ্য্যকুশলতা অস্বীকাৰ নকৰে আৰু কৰিব নোৱাৰে। তেতিয়া হলে মহাত্মা গান্ধীয়ে তেওঁৰ গীতা-ভাষ্যত দিয়া অৱতাৰবাদৰ অৰ্থ গ্ৰহণ কৰিলেই কোনো খৰিয়াল নাথাকে ; স্বৰূপতে জীৱ-মাত্ৰই ঈশ্বৰৰ অংশৰূপে অৱতাৰ বুলি ধৰিব পাৰিলেও একোটা যুগত যিজনত শাৰীৰিক, মানসিক, নৈতিক, আধ্যাত্মিক এই চতুঃশক্তিৰ শ্ৰেষ্ঠতম বিকাশ দেখিবলৈ পোৱা হয় তেওঁকে সৰ্ব-সাধাৰণতে অৱতাৰ বুলি অভিহিত কৰা হয়। এই অৱতাৰবাদকে খৃষ্ট-ধৰ্মত ঈশ্বৰৰ পুত্ৰ আৰু মহম্মদীয় ধৰ্মত ঈশ্বৰৰ প্ৰেৰিত পুৰুষ (ৰছুল) বোলা হৈছে ; আৰু মহম্মদে তেওঁৰ পূৰ্বৰ সকলো ধৰ্ম-প্ৰৱৰ্ত্তকক এইৰূপে নিজেও মানিছিল আৰু মানিবলৈ তেওঁৰ মতাৱলম্বীবিলাককো আদেশ দিছিল।

শঙ্কৰদেৱৰ দৰে যে সেই যুগত আমাৰ দেশত এই চতুৰ্শক্তিৰ উচ্চতম বিকাশ দেখুওৱা লোক নাছিল, সি অবিসম্বাদী সত্য। অৱতাৰ-বাদীবিলাকেও এই কথা পাহৰিলে নচলিব যে তথাকথিত অৱতাৰ সকল মানুহৰূপেহে অৱতীৰ্ণ হৈ মানুহৰ মাজত চলন-ফুৰণ কৰি মানুহৰ আদৰ্শ দাঙি ধৰে ; কৃষ্ণদেৱ, বুদ্ধদেৱ বা শঙ্কৰদেৱ চতুৰ্ভুজ কেতিয়াবা হৈছিল যদিও সি ভক্তৰ চকুতহে। যীশুখৃষ্ট প্ৰভৃতিৰ চৰিত্ৰই ইয়াকেহে হাতে-মুখে ঘোষণা কৰে : "এতেকে তোমালোক তোমালোকৰ বৈকুণ্ঠত থকা পৰম-পিতাৰ দৰে পৰিপূৰ্ণ হোৱাঁ।" ( মেথু, ৫।৪৮ )। অৱতাৰ বা ঈশ্বৰৰ পুত্ৰ বা প্ৰেৰিতসকলে আমাৰ

বাবেই আমাৰ মাজত জনম লৈ আমাতকৈও সহস্ৰ গুণে অধিক দুখ-কষ্ট ভুগি আমাক দেখুৱাই গৈছে, তেওঁলোক যেনে পৰিপূৰ্ণ আৰু পৱিত্ৰ, আমিও আটায়ে যত্ন কৰিলেই তেনে পৱিত্ৰ আৰু পৰিপূৰ্ণ হব পাৰোঁ। গতিকে তেওঁলোক যে ঐশ্বৰিক এই সত্যতকৈও তেওঁলোক যে মানৱীও এই মহান সত্য সদায় মনত ৰাখি কায়মনোবাক্যে তেওঁলোকৰ দৰে ঐশ্বৰিক হবৰ যত্ন কৰিব লাগে।

ধৰ্ম-প্ৰৱৰ্তকসকল ঐশ্বৰিক গুণৰ বলেৰে যিমানেই মহৎ বা উচ্চ হওক, পৃথিবী এৰি যে পাৰ দিবৰ ঠাই নাই আৰু তেওঁলোকে যে নিজ সময়ৰ নিজ সমাজত খোপনি পুতিহে ঠিয় হয়, এই কথাও আমি মনত ৰাখিব লাগিব। গতিকে শঙ্কৰদেৱৰ ধৰ্মমতৰ বিচাৰ কৰোঁতে তেওঁ অপাৰ্থিৱ কিবা এটাক ভেটি কৰি ঠিয় হৈছিল, তেনে পূৰ্বধাৰণা মনত ঠাই দিব নালাগিব। সামাজিক আৰু পাৰিবাৰিক যি পৰিবেষ্টনত তেওঁ জনম লৈছিল তাৰ আভাস দিয়া হৈছে; আৰু সেই পৰিবেষ্টন অনুসাৰেই তেওঁ বাৰ বছৰ তীৰ্থভ্ৰমণ কৰিলে যে বাহিৰে দেখাত তাত নোহোৱা-নোপজা একো নাই। কিন্তু এই বাহ্যিক ব্যৱহাৰৰ আঁৰে আঁৰে শঙ্কৰদেৱৰ স্ব-মত লাহে লাহে গঢ় লৈ উঠা লক্ষ্য কৰিব পাৰি; আৰু তাৰ গুৰিত শঙ্কৰদেৱৰ অধ্যয়ন আৰু পৰ্য্যবেক্ষণৰ বিচক্ষণ বিচাৰৰ বৈশিষ্ট্যই প্ৰধান।

যি সাগৰ-মন্থনত দানৱৰ ভাগত গৰল পৰিল, সেই একে সাগৰ-মন্থনতে দেৱতাৰ ভাগত অমৃত-ভাণ্ড পৰিছিল। শঙ্কৰদেৱে মহেন্দ্ৰ কন্দলীৰ টোলত কেনেদৰে কি কি শাস্ত্ৰ পঢ়িছিল আমি তাৰ সঠিক ভু নাপাওঁ; কিন্তু সেই অধ্যয়নৰ প্ৰথম প্ৰমাণ স্বৰূপে তেওঁ "চিহ্ন-যাত্ৰা"ৰ গীত-নাট ৰচি যি ভাৱনা দেখুৱালে তাত আন সৱাৰো আগতে মহেন্দ্ৰ কন্দলীয়েই মোহিত হৈ সেই বিচক্ষণ শিষ্যক নিজ নতুন ধৰ্মগুৰু ৰূপে মানিছিল পোন-প্ৰথমে। ইয়াৰ পৰা বুজিব পাৰি মহেন্দ্ৰ কন্দলীৰ টোলত অধ্যাপনা শেষ কৰিয়ে শঙ্কৰদেৱে নিজ দিব্য-জ্ঞান বা বিচক্ষণতাৰে যি দেখিছিল, তেওঁৰ শিক্ষা-গুৰুৱে তাক দেখা

নাছিল। এই কথা আমি মনত ৰাখিব লাগিব দেখোঁতা বা পঢ়োঁতা আমাৰ চকু বা মুখ নহয়; আমাৰ মন আৰু বুদ্ধিহে: গতিকে পঢ়োঁতাৰ মন আৰু বুদ্ধি ভেদে শাস্ত্ৰৰ অৰ্থৰ লৰ হয়।

আন এটা কথালৈ আমি চকু ৰাখিব লাগিব, শঙ্কৰদেৱৰ প্ৰায় সহস্ৰ বছৰৰ আগতে ভাৰতত নৱ-বৈষ্ণৱ ধৰ্মৰ মত প্ৰচাৰিত হৈছিল, আৰু তাৰ একোটি জিলিঙনি সময়ে সময়ে আহি অসমত ভুমুকি মাৰিছিল; তাৰ ঘাই প্ৰমাণ ভৌম ৰজাবিলাকৰ তামৰ ফলিবোৰ আৰু স্বয়ং কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰ নামৰ ভাৰত-প্ৰসিদ্ধ শাক্ত শাস্ত্ৰ দুখন। শৈৱ ভৌম ৰজাসকলৰ প্ৰশস্তিবোৰত বা শাক্ত শাস্ত্ৰ-বোৰত সেইবোৰ ধৰ্মৰ বিৰোধী নৱ-বৈষ্ণৱ মত কেনেকৈ থাকিব পাৰে, ই দেখাত আচৰিত যেন লাগিলেও প্ৰকৃততে তেনে নহয়। পুৰণি আদৰ্শ, ধৰ্ম, নীতি আদিৰ সলনি হয় সচা, কিন্তু "ৰাতিটোৰ ভিতৰত হাতীটো" নহয়; এই সলনি বৰ লাহে লাহে হয়। পুৰণিটো তিল পৰিমাণে টুটে সচা, পাছে নতুনটো বেল পৰিমাণে নাবাঢ়ে। জাতিৰ বা সমাজৰ আগৰ পুৰুষ শেষ হৈ পিছৰ পুৰুষ কেতিয়া হয় তাৰ সময়-ৰেখা নিৰ্দিষ্ট কৰা যেনে কঠিন, জোনৰ পোহৰ মলঙি গৈ বেলিৰ পোহৰত কোন মুহূৰ্ত্তত মিহলি হয় তাক কোৱা যেনে টান, তেনেদৰে পুৰণি লোপ পাই কেতিয়া নতুনৰ জন্ম হয় তাক সঠিক কব নোৱাৰি। তদুপৰি বেলিৰ পোহৰত জোনৰ পোহৰ মিলি থকাৰ দৰে নতুনৰ পৰা পুৰণি একেবাৰে এৰা নপৰে নিশ্চয়, যদিও আমি নতুন আৰু পুৰণি দুটা কথা সুমেৰু কুমেৰু বুলি ভাবিব পাৰোঁ ভুলক্ৰমে।

সপ্তম শতিকাৰ আগছোৱাত সম্ৰাট ভাস্কৰবৰ্মাই বৰ্ত্তমান পশ্চিম বঙ্গত দিয়া তামৰ ফলিখন তেওঁৰ বৃদ্ধ প্ৰপিতামহ ভূতিবৰ্মাই দিয়া তামৰ ফলিৰ নতুন সংস্কৰণ বুলি তাতে লিখা আছে: "ৰাজ্ঞা শ্ৰীভূতি বৰ্ম্মণা কৃতং যৎ তত্তাম্ৰপট্টাভাৱাৎ কৰদমিতি মহাৰাজেন জ্যেষ্ঠভদ্ৰান্ বিজ্ঞাপ্য পুনৰস্যাভিনৱ পট্টকৰণায় শাসনং দত্বা···শাসনদাহাদৰাগ-মিনৱলিখিতানি ভিন্নৰূপ তেভ্যো'ক্ষৰাণি যস্মাত্তস্মান্নৈতানি কূটানি।"

পতিকে স্বৰূপতে এই তামৰ ফলিৰ কথা পঞ্চম-ষষ্ঠ শতাব্দী মানৰ বুলিব পাৰি। "ওঁ প্ৰণম্য দেৱং শশিশেখৰ প্ৰিয়ং পিনাকিনং ভস্মকৈৰ্বিভূষিতং" বুলি শিৱ-বন্দনাৰে ইয়াৰ প্ৰশস্তি পোনতে আৰম্ভ কৰি, "জয়তি জগদেক বন্ধুলোক-দ্বিতীয়স্য সম্পদো হেতু পৰহিত মূৰ্ত্তিৰদৃষ্টঃ ফলানুমেয়স্থিতি ধৰ্মঃ" বুলি বৌদ্ধ ত্ৰিৰত্নৰ "ধম্ম"ক দ্বিতীয়তে শ্ৰদ্ধা জনাই, তৃতীয়ত "ধাত্ৰো মুচ্ছিক্ষিপ্তোৰস্থুনিধেকপটকোলৰূপস্য চক্ৰভৃত সুনুঃ" বুলি বৰাহৰূপী চক্ৰপাণিৰ উল্লেখ কৰি নৰকাসুৰৰ পৰা নিজ উৎপত্তিৰ পৰিচয় দিছে। উল্লেখযোগ্য, এই ভূতিবৰ্মাকে "পৰম ভাগৱত" বোলা হৈছে আন ঠাইত।

নৱম শতিকাৰ আগভাগৰ "পৰম মাহেশ্বৰ" হৰ্জৰ বৰ্মাৰ প্ৰশস্তি বিনষ্ট হলেও "কমলনিবাসিনী" লক্ষ্মীৰ নিচিনা ৰাণীৰ পুত্ৰ যুৱৰাজ বনমালে "মহাপ্ৰতিহাৰ জনাৰ্দ্দন মহামাত্য শ্ৰীগোৱিন্দ মধুসূদন"ৰ যোগে এই ফলিদান কৰা কথা অৰ্থপূৰ্ণ। নৱম শতিকাৰ মাজভাগৰ বনমাল ৰজাৰ তামৰ ফলিত যেনেকৈ "শ্ৰীমৎকৈলাস"ৰ "পিনাকো"ৰ প্ৰশস্তি আছে, তেনেকৈ "নৰক ইতি সুনুৰাসীদাদি বৰাহস্য"ৰ উল্লেখ; দশম শতিকাৰ আগভাগৰ ৰজা বলবৰ্মাৰ তামৰ ফলিতো "ভৱতি-মিৰভিদূৰস্তজো বৌত্ৰং" প্ৰশস্তিৰ দৰেই "প্ৰলয় পয়োধৌ মগ্নামুদ্ধৰতো বসুমতীম্ .....অসুৰসুহৃৎ কোড়ৰূপধৃতঃ" উল্লেখ; একাদশ শতিকাৰ আগভাগৰ ৰজা ৰত্নপালৰ দুইখন ফলিতে প্ৰায় একেলগে শঙ্কৰৰ প্ৰশস্তিৰ লগতে "ধৰাং হৰেকদ্ধৰতঃ কিৰাকৃতে পয়োধিমগ্না" উল্লেখ ৰহস্যপূৰ্ণ।

দক্ষিণায়ণ সংক্ৰান্তি বা মাঘ বিহুৰ মেজিৰ পৰাই অগ্নিৰ তেজ বাঢ়ি অহাৰ দৰে একাদশ শতিকাৰ পৰা বিষ্ণু-উপাসনাৰ তেজ বঢ়াৰ প্ৰমাণো এই ফলিবোৰত পোৱা হয়। একাদশ শতিকাৰ মাজছোৱাৰ ৰজা ইন্দ্ৰপালৰ প্ৰথম ফলিৰ পৰাই "মে জলবহা গঙ্গেতি গৌৰীগিৰা শম্ভোহ্যতকলাজিতস্য জয়তি ব্ৰীড়াবিনম্ৰ শিৰঃ" বুলি শিৱৰ মাথোন যৎকিঞ্চিৎ বন্দনা কৰিয়েই "জয়তি পশুপতিঃ প্ৰজাধিনাথো মহিতৱ

পূৰ্ণমহিমা মহাবৰাহঃ” এনে বিশেষভাৱে বিষ্ণুৰ বন্দনাকে প্ৰাধান্য দিছে; “পশুপতি” শব্দই সাধাৰণ অৰ্থত শিৱক বুজালেও, ইয়াত শ্লেষাৰ্থত যজ্ঞমূৰ্ত্তি বৰাহক বুজোৱা বুলি মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য্যই কয়। কিন্তু পূৰ্বপুৰুষৰ চিৰকলীয়া নিয়মৰ প্ৰশস্তিত শিৱৰ একস্বত্ব গুচাই বিষ্ণুকো প্ৰশস্তিত তেওঁৰ সমানে ঠাই দিয়েই এওঁ ক্ষান্ত হোৱা নাই; “পাতাল পঙ্কপটলোদৰ সন্নিলীনাং ক্ৰীড়াকৃতিবসুমতিং হৰিকজ্জহাৰ” “দ্ৰংষ্ট্ৰ ক্ষুৰোদ্ধৃতধৰাপৰিবস্ত গৰ্ভসম্ভোগসম্ভৃত ৰসালসমানসস্য” আদি নানা চলেৰে বিষ্ণুক আকৌ বৰ্ণনা কৰিছে।

একাদশ শতিকাৰ মাজভাগৰ ৰজা এই ইন্দ্ৰপালৰে দ্বিতীয়খন ফলি আৰু ৰহস্যজনক; ইয়াতো প্ৰশস্তিত শিৱৰ সমানে অথচ অধিক বিশেষভাৱে বিষ্ণুৰ বন্দনা আছে। কিন্তু “বসুদেৱ ইতি শ্ৰীমান বসুদেৱ দেৱাত্মজঃ। তস্য জশে (?) সুহৃন্নন্দ সুপ্ৰীত পুৰুষোত্তমঃ ॥” (শ্লোক ২২-২৪) আদি লিখিত বৰ্ণনাৰ উপৰিও, এটি বৈশিষ্ট্যপূৰ্ণ অলিখিত কাহিনী আছে। লিখা কথাৰে ফলি সম্পূৰ্ণ নোহোৱাত সেই মুকলি ঠাইত শঙ্খ, চক্ৰ, গৰুড়, পদ্মৰ চিত্ৰ আঁকি তাৰ বাঁওহাতে তাৰ লেখয়িতাৰ নাম দিছে “সনি” (শনিৰাম ?), “চনি” (ধনীৰাম ?) আৰু “অনি” (অনিৰুদ্ধ ?)

দ্বাদশ শতিকাৰ আগভাগৰ ৰজা ধৰ্মপালৰ তিনিওখন তামৰ ফলি বিশেষ তাৎপৰ্য্যপূৰ্ণ। ইয়াৰ প্ৰথম দুখনত আগৰ অলপ গতানুগতিকতা ৰক্ষা কৰি পোনতে “বন্দেতমৰ্দ্ধযুৱতীশ্বৰমাদিদেৱ” বুলি শিৱৰ আৰু “দেৱস্য শূকৰ” বুলি বিষ্ণুৰ প্ৰশস্তি দিছে; কিন্তু তৃতীয়খনত ভৌম-বংশৰ অন্ততঃ চৈধ্য পুৰুষীয়া ৰজাসকলৰ চিৰাচৰিত প্ৰাধান্যপূৰ্ণ শিৱ-বন্দনা বা উল্লেখ একেবাৰে উঠাই দি পোনপটীয়াকৈ বিষ্ণুৰ বন্দনা জুৰি দিছে: “স্বস্তি শ্ৰীমান স ক্ৰোড়ৰূপো জয়তি”, “সুমুৰ্বৰাহবপুষো গৰুড়ধ্বজস্য” বুলি বংশ-পৰিচয় দিছে। তদুপৰি এই শাসনত ভূমি-দান পোৱা পণ্ডিতৰ বিষয়ে লিখিছে—“সকলবিপ্ৰবহুল প্ৰদীপঃ শ্ৰীমান বভূৱ মধুসূদন নামধেয়ঃ। যো বাল্যতঃ প্ৰভৃতি মাধৱ পাদপদ্ম পূজা-

প্ৰপঞ্চ-ৰচনা সুচিৰং চকাৰ ॥" আৰু ভৌম বংশৰ সকলো শাসনৰ ভিতৰত এইখন ফলিৰ সমান সৰহীয়া দান কেতিয়াও দিয়া হোৱা নাছিল।

লিপিমূলক প্ৰমাণ আৰু বুকানন্ হেমিল্টন আদি পণ্ডিতৰ বিচাৰৰ পৰা ধৰ্মপালতে কামৰূপী পালবংশৰ ওৰ পৰিছে বুলি বুজিব পাৰি। ৰামচৰণৰ গুৰু-চৰিততো এই সম্পৰ্কৰ এটি অৰ্থপূৰ্ণ উল্লেখ আছে ঃ

"ধৰ্মপাল ৰাজা আছিলেক কামেশ্বৰ।
তাহান্ত খাটয় যত ভূঞা নিৰন্তৰ ॥
কামাখ্যা দেৱীয়ে যেৱে তাঙ্ক শাপ দিলা।
আপোনাৰ ৰাজ্য এৰি বিদেশক গৈলা ॥"

নৰক বংশত চিৰকাল আচৰণ কৰি অহা শৈৱ ধৰ্মৰ প্ৰতি ভাস্কৰ বৰ্মাৰ নিচিনা ৰজাৰো কেনে দৃঢ় নিষ্ঠা আছিল, বাণভট্টৰ হৰ্ষচৰিতত লিখা মতে, তেওঁৰ দূত হংসবেগ গৈ উত্তৰ ভাৰতৰ ৰজা হৰ্ষবৰ্দ্ধনক কোৱাৰ পৰাই বুজিব পাৰি ঃ "অয়মস্য চ শৈশৱাদাৰভ্য সঙ্কল্পঃ স্থেয়ান্ স্থাণুপাদাৰবিন্দদ্বয়াদৃতে নাহমন্যং নমস্কুৰ্যামিতি ঈদৃশশ্চায়ং মনোৰথস্ত্ৰিভুৱনদুৰ্লভ স্ত্ৰয়াণামন্যতমেন সম্পদ্যতে সকল ভুবন বিজয়েন বা মৃত্যুনা যদিবা প্ৰচণ্ডপ্ৰতাপজ্বলন দিগ্দাহেন জগত্যেকবীৰেন দেৱোপমেন মিত্ৰেন।" এনে শৈৱ-ধৰ্ম নিষ্ঠাৰ বিৰুদ্ধে ধৰ্মপালেই জয়ে জয়ে বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰা কথা স্বভাৱতে আচৰিত; ধৰ্মপালৰ পতনৰ হেতু যিয়েই হওক, জনসাধাৰণৰ উপকল্পা মতত শিৱৰ পত্নী কামাখ্যাই শাপ দিছিল, তাকে চৰিত-লেখকে লিপিবদ্ধ কৰিছে।

শঙ্কৰদেৱৰ জন্ম-প্ৰসঙ্গ শিৱৰ লগত সম্পৰ্কিত ৰূপে এটা কিম্বদন্তি আছে। কথা-গুৰুচৰিত মতেও অনন্ত কন্দলী আদিতে শিৱ-উপাসক আছিল; ঘৈণীয়েকৰ নিৰ্দেশমতেহে তেওঁ সেই বিশ্বাস ত্যাগ কৰি গুৰুজনৰ শৰণ লয়।

নৰকবংশী ৰজাবিলাকৰ শাসনৰ উপৰিও বৈদ্যদেৱৰ (১১৪১-৫০ খৃঃ) শাসন, আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ সধয়াপুৰীৰ ৰজা লক্ষ্মী-

নাৰায়ণৰ ১৩৯০-১৪০১ খৃঃ-ৰ ভিতৰত দিয়া দুখন প্ৰাকৃশঙ্কৰী তামৰ ফলিত বৈষ্ণৱ ধৰ্মৰ উল্লেখ আছে। ইয়াৰ প্ৰথমখনৰ প্ৰথম ছোৱাত "নমো গণপতয়ে বন্দে" বুলি গণেশ, বাসুদেৱ, শিৱ, পাৰ্বতী আদি আটাইকে প্ৰণাম জনাই শেষৰ ছোৱাত সধয়াপুৰীৰ সত্যনাৰায়ণ বুলি শাসনদাতা ৰজা জনৰ চিনাকি দিছে। দ্বিতীয়খন ফলিয়েও তেনেকৈয়ে "গণেশং কাৰ্য্যসিদ্ধাৰ্থং দেৱাসুৰম্ সমস্কৃতম্ পাৰ্বতী-হৃদয়ানন্দম্" বুলি আৰম্ভ কৰি শাসন-দাতা ৰজা সত্যনাৰায়ণৰ পুতেক লক্ষ্মীনাৰায়ণৰ চিনাকি দিছে; আৰু সাণ্ডিল্য গোত্ৰৰ ব্ৰাহ্মণ, বাসুদেৱৰ সেৱক আৰু হৰিৰ পুতেক, ৰতিদেৱক ১৩২৩ শকৰ বিষুৱৰ ( বিহুৰ ) পৱিত্ৰ দিনত এই শাসন দান কৰা হৈছিল বুলিছে। সম্ভৱ সধয়াপুৰী বৰ্ত্তমান সদিয়া আৰু তাৰ ৰজা কোনোবা চুটিয়া বংশী; তেন্তে প্ৰসিদ্ধ তাম্ৰেশ্বৰী মন্দিৰৰ কেচাইখাতী গোসানীৰ ভক্ত শাক্ত চুটিয়া ৰজাসকলো শঙ্কৰদেৱৰ জন্মৰ আঢ়ৈ কুৰি বছৰ মানৰ আগতেই বৈষ্ণৱ ধৰ্মৰ প্ৰতি আস্থাৱান হৈ উঠিছিল।

কালিকা পুৰাণৰ কাল দশম আৰু যোগিনী তন্ত্ৰৰ কাল চতুৰ্দশ শতিকাৰ পাছ নহব নিশ্চয়। কালিকা পুৰাণত তান্ত্ৰিক ধৰ্মৰ ভৰা স্তুতিৰ প্ৰায় সমান্তৰালভাৱে কিন্তু বিপৰীতমুখে নৱ বৈষ্ণম ধৰ্মৰ চিৰ্‌চিৰ্‌কৈ বোৱা এটি নতুন সুঁতি তলত উদ্ধৃত কৰা শ্লোকবোৰৰ পৰা অনুভৱ কৰিব পাৰি। কালিকা পুৰাণৰ প্ৰথম অধ্যায়ৰ প্ৰথম শ্লোকৰ পৰাই ছেগা-চোৰোকাকৈ এনেবোৰ শ্লোক পোৱা হয়:

"যদ্ যোগিভি র্ভৱভয়াৰ্ত্তিবিনাস যোগ্য-
মাসাম্ভ বাদিতমিতি ৱাৰক্ৰচিত্তৈঃ।
তদ্বৎ পুনাতু হৰিপদসৰোজযুগ্মঃ মভি-
র্ভৱৎ ক্ৰমাবিলজ্জিত ভূভু্‌ৰঘ॥" ১।১।

"শঙ্খ-চক্ৰগদাপদ্মপাণিঃ কায়ঃ সবৈষ্ণৱঃ।" (১২।৩১)।
"হিৰণ্যকশিপুৰ্জয়ে নৰসিংহঃ সৰূপিন্।" (১৩।২৬)।

"ততো নিসেহিত্য তে সৰ্বে শক্ৰাত্তমুনিভিঃ সহ।
শৰণ্যাম্ শৰণম্ যগ্মুৰ্নাৰায়ণমজম্ বিভুম্॥
তম্ সমাসাদ্য গোবিন্দং বাসুদেৱং জগৎপতিম্।
প্ৰণম্য সৰ্বেত্ৰিদশ স্তুষ্টুভুঃ গৰুড়ধ্বজম্॥
নমস্তে দেৱদেৱস জগৎকৰম কাৰক।
কলা স্বৰূপিন্ ভগৱান্ প্ৰধান পুৰুষোত্তমেকঃ॥" (১৩।২৮)।

কালিকা পুৰাণত কালিদাসৰ "মেঘদূত"ৰ কোনো কোনো শাৰীৰ অনুকৰণ থকা দৰে গীতাৰ শাৰীৰ অনুকৰণো পোৱা হয়। বিশেষ মন কৰিবলগা কথা, কালিকা পুৰাণৰ অষ্টাশীতম্ অধ্যায়ত বিষ্ণু-যজ্ঞৰ বিৱৰণ আছে, আৰু তাৰ সামৰণিত ( ৮০।৭০-৭১ ) তাৰ মূল উদ্ধৃত কৰা হৈছে। এনেকৈয়ে যোগিনী তন্ত্ৰতো "বৈষ্ণৱে তুলসী মালা" ( ২।৪৫ ), "বিষ্ণুচক্ৰ যথাব্যৰ্থম্" (৩।৩২) আদি উক্তিৰ উপৰি, বেল গছনো কেনেকৈ বিষ্ণু-বণিতা বা হৰিপ্ৰিয়া হল, পঞ্চম পটলত তাকো বৰ্ণাইছে।

তেন্তে বুজিব লাগিব, নব-দেহত যেনেকৈ পূৰ্ব জন্মবোৰৰ সাপ-বাঘ আদিৰ তেজ মিহলি থাকে, তেনেকৈ উত্তৰ-ধৰ্মসংস্কাৰত পূৰ্ব-ধৰ্ম-সংস্কাৰৰ বীজ একেবাৰে বৰ্জিত নহয় আৰু হব নোৱাৰে। পুৰণিৰ পৰা কিচি বা তথ্য আৱশ্যক অনুযায়ী বাচি নিজ আদৰ্শ অনুসাৰে যি সজোৱা হয় তাকে নতুন বোলা হয়, গতিকে নতুন-পুৰণি ভাব-গত আৰু মাত্ৰাগত কথা শঙ্কৰদেৱ-বিৰোধী পণ্ডিত-বিলাকে মূৰ্ত্তি-পূজা সম্পৰ্কীয় কথাত গুৰুজনৰ প্ৰশ্নৰ যি উত্তৰ দিছিল, সি সম্পূৰ্ণ বৈষ্ণৱ মতৰ জ্ঞান; অথচ তেওঁলোকে তাৰ বিপক্ষ আচৰণ কৰিছিল। গতিকে ঘূৰি আমি তাকেই পাওঁ যি সাগৰ-মন্থনত দানৱবিলাকৰ ভাগ্যত গৰল মিলিছিল, তাতে দেৱতাৰ ভাগ্যত অমৃত লাভ হৈছিল।

---

## চৈধ্য

## শঙ্কৰদেৱলৈ সমাজৰ সকীয়ন

শঙ্কৰদেৱ তথা, পৃথিৱীৰ সদৌ ধৰ্ম-প্ৰৱৰ্তকৰ, প্ৰতিভা-বিকাশৰ বাবে পৰা দুই শক্তিয়ে সকীয়াই দিয়ে: প্ৰথম, ঐতিহাসিক বা সামাজিক বিশৃঙ্খলা; দ্বিতীয়, দৈৱিক বা নিজা বিপদ-আপদ। প্ৰাক্-বৌদ্ধ ভাৰত, প্ৰাক্-খৃষ্ট ইউৰপ, বা প্ৰাক্-মহম্মদ আৰবৰ দৰে প্ৰাক্শঙ্কৰী অসম ধৰ্মৰ নামত নানা অধৰ্ম্মৰ তাণ্ডৱ নৃত্যৰ লীলাভূমি হৈ পৰিছিল। দৈত্যাৰিৰ গুৰুচৰিতত ইয়াৰ যৎসামান্য ইঙ্গিত দিছে—

"ই দেশত পূৰ্বকালে নাছিল ভকতি।
নানা ধৰ্ম-কৰ্ম লোকে কৰিল সম্প্ৰতি ॥ ৮।
নানা দেৱ পূজয়:কৰয় বলিদান।
হাঁস ছাগ পাৰ কাটে অসংখ্য প্ৰমাণ ॥ ৯।
তল গৈল লোক কলি পাপ-সাগৰত।
কৃপাময় কৃষ্ণে জানি-শুনিয়া মনত ॥ ১০।
সিতো লোক-সমস্তক কৰিবে উদ্ধাৰ্।
শঙ্কৰ-মাধৱ ৰূপে ভৈলা অৱতাৰ ॥" ১১।

অসম-বুৰঞ্জী লেখক ছাৰ এড্‌ৱাৰ্ড গেইটেও শঙ্কৰদেৱৰ আবিৰ্ভাব এইদৰে বৰ্ণাইছে: 'আদিমবাসীবোৰৰ অনাৰ্য্য দস্তুৰৰ লগত অধঃ-পতিত হিন্দু-ধৰ্মক বজিতা খুৱাই ধৰ্মৰ নামত যি ভয়ঙ্কৰ আৰু জঘন্য ভেকো-ভাৱনা চলিছিল, তাক অনিৰ্দিষ্ট কাললৈ চলি থাকিবলৈ দিয়া অসম্ভৱ বুলিয়ে শঙ্কৰদেৱৰ দ্বাৰা প্ৰৱৰ্ত্তিত বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰেৰে নৰনাৰায়ণৰ ৰাজত্ব গৌৰৱ-মণ্ডিত হৈ পৰিছিল।' (২য়-৫৬।৫৭ পিঠি)। আৰ্য্য-অনাৰ্য্য ধৰ্মৰ খিচুৰিৰ বিষয়ে "দৰং-ৰাজবংশাৱলী"য়েও প্ৰমাণ দিয়ে যে নৰনাৰায়ণে ৰাজ-আজ্ঞাৰে তাক বেলেগ কৰিবলগা হৈছিল:—

"সাতো দুৱাৰৰ ভোট কছাৰী আনিলা।
আদেশ কৰিয়া সত্য শপত খুৱাইলা॥
ফুলগুৰি বিজনিৰ নৃপতি সহিতে।
প্ৰজাসকলক তৈক নিয়াইলা শ্বৰিতে॥ ৩৩৫।
শপত খুৱাই ৰাজা বুলিলা বচন।
শুনিয়ো সমস্তে মোৰ বাক্য নিবন্ধন॥
গোহাঁই কমল আলি মধ্যে সীমা কৰি।
উত্তৰৰ ফালে আছে যতেক কছাৰী॥ ৩৩৬।
সেহিফালে দেৱালয় আছে যত যত।
কোচে-মেচে পূজিবেক মোহোৰ বাক্যত॥
দক্ষিণৰ ফালে পূজা ব্ৰাহ্মণে কৰিব।
এহি নিবন্ধনে সৱে ধৰ্ম প্ৰৱৰ্তিব॥" ৩৩৭।

কামাখ্যা মন্দিৰ আদিতে অনাৰ্য্য দেৱতাৰ মন্দিৰ থকাৰ দৰে "পূৰৱ কামাখ্যা" বুলি প্ৰখ্যাত সদিয়াৰ কেচাইখাতী তাম্ৰেশ্বৰী মন্দিৰৰ নৰ-বলি সৌ সিদিনালৈকে প্ৰচলিত আছিল। "শাকে তুৰঙ্গগজবেদ শশাঙ্কসংখ্যে" বা "মুনি-নাগ-বেদ-শশভৃৎ শাকে" অৰ্থাৎ ১৪৮৭ শকত (১৫৬৫ খৃঃ) মল্লদেৱ (নৰনাৰায়ণ) আৰু শুক্লধ্বজ (চিলাৰায়) মিলি কালাপাহাৰে ভাঙি যোৱা কামাখ্যা মন্দিৰ পুনৰ্নিমাণ আৰু প্ৰতিষ্ঠা কৰোৱা প্ৰসঙ্গত "দৰং ৰাজবংশাৱলী"য়ে লিখিছে :

"মহিষ ছাগল হংস মৎস্য পাৰাৱত।
হৰিণ কচ্ছপ বলি উপহাৰ যত॥
পূজা কৰাইলন্ত চতুঃষষ্টি উপচাৰে।
সপ্ত দিন আছে দুই ভাই নিৰাহাৰে॥ ৫৪৭।
তিনি লক্ষ হোম দিলা এক লক্ষ বলি।
সাত্ত কুড়ি পাইক দিলা কৰি তাম্ৰ ফলি॥
সুবৰ্ণ ৰজত তাম্ৰ কাংস্য পাত্ৰ চয়।
অখণ্ড প্ৰদীপ উছৰ্গিলা মনোময়॥ ৫৪৮।

বোলে গোসানীৰ পূজা প্ৰথমে কৰিব।
গোসানীৰ প্ৰসাদ আমাক আগে দিব ॥
এহি মতে নাৰায়ণে কৰি নিবন্ধন।
দণ্ডৱতে প্ৰণমিলা দুৰ্গাৰ চৰণ ॥" ৫৫২।

এই ঘটনা শঙ্কৰদেৱৰ তিৰোভাৱৰ মুঠেই বাৰ বছৰৰ আগৰ ঘটনা; আৰু এই নৰনাৰায়ণ-চিলাৰায়েই এই ঘটনাৰ অলপ দিনৰ পাছতেই শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত ধৰ্ম-গ্ৰহণৰ বাবে ব্যাকুল হৈছিল। সি যিহওক, ইয়াত স্পষ্ট নোকোৱাত এক লক্ষ বলিৰ ভিতৰত নৰ-বলি আছিল-নাছিল ধৰা টান; কিন্তু অন্ততঃ দশম শতিকাৰ ভিতৰত এই কামৰূপতে ৰচিত বোলা ভাৰত-প্ৰসিদ্ধ কালিকা পুৰাণত কামাখ্যাকে কেন্দ্ৰ কৰি অসংখ্য পীঠৰ বৰ্ণনাৰ (৫২।১-১৪৮) বাহিৰেও তাৰ ৬৭তম অধ্যায়ত নৰ-বলিৰ বিধান বিশদভাৱে বৰ্ণোৱা আছে: তাৰ কেইটি-মান শ্লোক উদ্ধৃত কৰা হল:

শাৰ্দ্দূলশ্চ নৰশ্চৈব স্বগাত্ৰৰুধিৰম্ তথা। ৪।
মৃগাণাং শোণিতৈৰ্দ্দেবী নৰাণামপি শোণিতৈঃ।
অষ্টমাসানৱাপ্নোতি তৃপ্তিম কল্যাণান্দ চ
নৰেণ বলিনা দেৱী সহস্ৰং পৰিবৎসৰম্।
বিধিনা দত্তেন চাপ্নোতি তৃপ্তিং লক্ষং ত্ৰিভিৰ্নৰৈঃ ॥
নৰেনবাম মাংসেন ত্ৰিসহস্ৰাঙ্ক বৎসৰাণ।
তৃপ্তিমাপ্নোতি কামাখ্যা ভৈৰৱীমমৰূবাধ্বক্ ॥ ২০।
সত্বপুৰান্ শোণিতান্তু পীয়ুৰান্ জগতে সদা। ২১।
মস্ত্ৰকাঞ্চাপি তস্যাস্তি মাংসাঞ্চাপি তথা শিৱ।
তস্মাত্তু পূজনে দদ্যাদ্বলিং শীৰ্ষ চ মোহিতম্ ॥

মানুহৰ মূৰ কেনে ধৰণে দেৱীৰ আগত দিব লাগে আৰু ছিগা মূৰে হাঁহিলে কি হয়, তাকে এনেবোৰ শ্লোকত বৰ্ণাইছে সেই একে অধ্যায়ত:

নৰং মৰ্ত্ত্য শিৰোৰক্তম্ দেব্যাঃ সম্যক্ নিবেদয়েৎ। ১১২।
হসতি ছিন্নশীৰ্ষশ্চেন্নৰম্ স্যাত্তু বিপুক্ষয়ঃ।
শ্ৰীবৃদ্ধিৰায়ুষো বৃদ্ধি সদা দাতুৰসংশয়ঃ ॥ ১৪১।

অসমত প্ৰায় চতুৰ্দশ শতাব্দীৰ আগে আগে ৰচিত বুলি প্ৰসিদ্ধ ভাৰত-প্ৰখ্যাত যোগিনী তন্ত্ৰতো তেনেদৰে কামাখ্যা প্ৰভৃতি পীঠৰ মাহাত্ম্য আদি বৰ্ণিত হৈছে :

মাহাত্ম্যং কীৰ্ত্তিতং তস্য পুৰশ্ৰীশৈল মন্দিৰে।
বাৰাণস্যাং কামাখ্যায়াং নেপালে মণ্ডলে চলে ॥ ( ১।৩ )

ইয়াৰে ষষ্ঠ পটলত ষোড়শী যুৱতীক ধ্যান কৰিবৰ দিহা দিছে—

বিন্দুত্ৰয়ং কলাক্ৰান্তং প্ৰথমং পৰিচিন্তয়েৎ।
তত্তাস্মাদ্ ভাৱয়েজুতং স্ত্ৰীৰূপং ষোড়শব্দীকাম্ ॥ ৮।
বালাৰ্ক কোটিসমজ্যোতিঃ প্ৰকাশিত দিগন্তৰম্।
মূৰ্দ্ধাদিস্তনপৰ্য্যন্তামূৰ্দ্ধবিন্দোঃ সমুদ্ভৱম্ ॥ ৯।
বিন্দু জৱন্মধ্যদেশং কণ্ঠাদি কটিশীৰ্ষকম্।
স্তনদ্বয়েন ভাষন্তন্ ত্ৰিবলি পৰিমণ্ডিতম্ ॥ ১০।

এই অধ্যায়তে আকৌ কৈছে বোলে মদ, মঙহ, মৈথুন আদি বীৰত্ব-সূচকহে, পাশৱিক নহয় :

মদ্যম্ মাংসম্ তথা মৎস্যম্ মুদ্ৰাং মৈথুনম্।
ইদমাচৰণং দেবী প্ৰসন্ন দিব্য বীৰয়োঃ ॥

অকল ইমানেই নহয়, পঞ্চমকাৰ-সেৱী বীৰবোৰ—"ব্ৰহ্মা বিষ্ণু শিৱাদিনাং সুপ্ৰিয়াঃ সাধকোত্তমাঃ।" (৬।২৮)। ইয়াৰ পাছত কেনে মদ আৰু কেনে স্ত্ৰী বিভিন্ন জাতৰ বাবে উপভোগ্য তাকো বৰ্ণাইছে ( ৩৫-৪০ )। এই প্ৰসঙ্গত এই পৰ্য্যন্ত কোৱা হৈছে,—"মাতৃযোনিং পৰিত্যজ্য মৈথুনং সৰ্বযোনিষু।" (৬।৪৪)

"দ্বাদশাব্দাধিকা যোনিৰ্জ্যাবাত ষষ্ঠী প্ৰজায়তে।
তাৱত্তী মৈথুনং তস্যাং স্বয়ম্ভৱঃ।" ( ৬।৪৫ )

কোৱা বাহুল্য, নগা আদি বিভিন্ন জাতিৰ মাজত নৰবলিৰ প্ৰথা প্ৰায় এতিয়ালৈকে চলি আছে। আইন-ই-আকবৰি আদি মুছলমানী গ্ৰন্থতো সেই কালৰ অসমৰ ধৰ্ম আৰু সমাজৰ এনে দুৰ্গতিৰ কথা বৰ্ণোৱা আছে। ই ধৰ্ম-প্ৰহসন নিশ্চয়।

ভূতৰ ওপৰতে দানৱৰ দৰে, শঙ্কৰাচাৰ্য্যই সেই কালত প্ৰচলিত বৌদ্ধ মত খণ্ডন কৰাৰ পাছত সি নানা গুপ্ত সম্প্ৰদায়ত বিভক্ত হৈ অসমতো বিয়পি পৰে আৰু ধৰ্মৰ নানা ব্যভিচাৰ ঘটায়। মাধৱদেৱে সেইবোৰক লক্ষ্য কৰিয়ে কৈছে,

"অন্ন যোনি কিছু নকৰে বিচাৰ
জাত কুল ভৈল ভ্ৰষ্ট।
বৈষ্ণৱৰ বেশ ধৰিয়া ফুৰয়
বেদ-পথ কৰি নষ্ট॥"

অথচ সেই মাধৱদেৱেই দশাৱতাৰ বৰ্ণনাত বুদ্ধক প্ৰণাম জনাইছে:

"মৎস্য কূৰ্ম নৰসিংহ বামন পৰশুৰাম
হলিৰাম বৰাহ শ্ৰীৰাম।
বুদ্ধ কল্কি নামে দশ আকৃতি ধৰিছা কৃষ্ণ
তযু পাৱে কৰোঁহো প্ৰণাম॥"

অকল মাধৱদেৱেই নহয়, তেওঁৰ পূৰ্ব্বৱৰ্ত্তী জয়দেৱেও প্ৰণমিছে:

"নিন্দসি যজ্ঞবিধেৰহহশ্ৰুতিজাতম্
সদয় হৃদয় দৰ্শিত পশুঘাটম্।
কেশৱ ধৃত বুদ্ধ শৰীৰ জয় জগদীশ হৰে।"

শঙ্কৰদেৱেও জয়দেৱৰ দৰেই বুদ্ধদেৱক বিষ্ণুৰ অৱতাৰ বুলি স্বীকাৰ কৰিছে, কিন্তু একেলগে এই পৰৱৰ্ত্তী ধৰ্মভ্ৰষ্ট বৌদ্ধবিলাকৰ নিন্দা কৰিছে—

"বুদ্ধ অৱতাৰে বেদ-পদ কৰি ছন্ন।
বামানয় শাস্ত্ৰে মোহি আছা সৰ্ব্বজন॥

নিচিন্তে চৰণ নাম নলয়ে তোমাৰ।
সদায়ে প্ৰমত্ত লোক পাষণ্ড আচাৰ॥"

"দীপিকা-চন্দ্ৰ"তো পুৰুষোত্তম গজপতিয়ে তেনে নিন্দা কৰিছে—

"তাতে বৌদ্ধ পাষণ্ড হইবেক যত যত॥
এহিমতে বৌদ্ধ সৱে লোকক ভাণ্ডিব।
নহৈবেক গতি তাৰ নৰকে পৰিব॥" (৫।৩৫)

তান্ত্ৰিক বৌদ্ধ আদি ধৰ্মৰ অধঃপতনৰ লগত পৰ্বতীয়া জাতিৰ নৰ-বলি প্ৰভৃতি একাকাৰ হৈ সমাজক নৰকগামী কৰা এই অৱস্থাতে গীতাৰ "যদাযদাহিধৰ্মস্য গ্লানিৰ্ভবতি" বাণী সাৰ্থক কৰি শঙ্কৰদেৱৰ আবিৰ্ভাৱ সম্পূৰ্ণ স্বাভাৱিক। তদুপৰি যি শিৰোমণি ভূঞাৰ এজন উপৰি পুৰুষ চণ্ডীবৰৰ নাম দেৱীদাস হোৱাৰ অৰ্থ—

"ভক্তি কৰি দেৱীক কৰিল দাসী প্ৰায়।
দেৱীদাস নাম ভৈলা এহি কাৰ্য্যে যাই॥ ৰা, চ, ৫৫।

সেই অভেদ্য দেৱীপূজাৰ দুৰ্গৰ ভিতৰতে শঙ্কৰদেৱ জন্মি সেই দুৰ্গ ভেদ কৰিবৰ ইঙ্গিত বিশেষ মন কৰিবলগীয়া :

"চাৰি দণ্ড ৰাতি যেৱে গৈল সিদিনৰ।
তেৱেসে জানিবা জন্ম ভৈল শঙ্কৰৰ॥
ৰামথাঁয়ে দিয়া আছে হাৱলত বাতি।
তেতিক্ষণে সমস্ত পৰিল হুয়া কাতি॥" (ৰা, চ, ৩৬৭)

---

## পোদ্ধৰ

# শঙ্কৰদেৱলৈ দৈৱিক সকীয়ন

শঙ্কৰদেৱৰ, তথা পৃথিবীৰ সদৌ ধৰ্মৰ, প্ৰৱৰ্তকৰ প্ৰতিভা বিকাশৰ বাবে দৈৱশক্তিয়ে সকীয়াই দিয়া মন কৰিব পাৰি। বুদ্ধদেৱৰ দৰে শঙ্কৰদেৱো ওপজাৰ চৈধ্য দিনৰ পিছতে মাক ঢুকায়;—

"সেহি দিনা শুক্ৰবাৰ পঞ্চদশ দিন।
সেহি বেলা সতীৰ ভৈলেক আয়ু খীণ ॥ ৬২৪।
সত্য সন্ধা বোলে ওবা শুনিয়োক স্বামী।
পৰলোকে স্বামী হেৰা যাওঁ আৰে আমি ॥ ৬২৭।
খেৰসূতী বুঢ়ী তাতে কান্দে ৰাও বান্ধি।
সূৰ্যবৰে ওচৰে বসিল কান্দি কান্দি ॥" ৬২৮।

তাৰ পাছতেই পাঁচ বছৰ বয়সীয়া শঙ্কৰদেৱক বুঢ়ীমাক খেৰসূতীৰ হাতভ গতাই পিতাক কুসুম্বৰ ঢুকায় :—

"বছৰ পঞ্চেক পুনু আসিয়া মিলিলা ॥ ১০৬৭।
"চক্ষুক মুদিয়া    নিশ্বাস তেজিয়া
  কুসুমে কৰিয়া শোক।
ছাড়িলন্ত প্ৰাণ    গৈল মায়া থান,
  গেড়ি পাৰি কান্দে লোক ॥" ১১৩৪।

বুঢ়ীমাকৰ বচনতে বাৰ বছৰ বয়সত শঙ্কৰদেৱ পঢ়াশালিলৈ যায়, আৰু অলপ দিনৰ ভিতৰতে আন ছাত্ৰবোৰক চেৰ পেলাই শঙ্কৰদেৱ আগ বাঢ়ে। ভূষণে লিখিছে :—

"আজিকালি কৰি শীঘ্ৰে পঢ়ন্ত শঙ্কৰ।
ধৰিলন্ত লাগ আন ছাত্ৰ সমস্তৰ ॥

এক দুই ৰূপ মাত্ৰ গুৰু পঢ়াৱন্ত।
কতো কতো সূত্ৰচয় আপুনি পাৱন্ত ॥ ৪৭।
শুনিয়োক তান যেন পঢ়িবাৰ নীতি।
শয্যাৰ দুপাশে লগাৱন্ত দুই বাঁতি ॥
দুইখান ঠগিত দুই পুস্তক থৱন্ত।
দুগোটা সস্ফুৰা ভৰি তাম্বুল লৱন্ত ॥ ৪৮।
ডাহিনৰ সস্ফুৰাৰ ভুঞ্জি তাম্বুলক।
ঠগিৰ পুস্তক মেলি পঢ়ন্ত শ্লোকক ॥
তেন মতে বামৰো পুস্তক মেলি চান্ত।
প্ৰভাতে উঠিয়া পুন্নু ছাত্ৰশালি যান্ত ॥ ৪৯।
ব্যাকৰ্ণ পঢ়িয়া চৈধ্য শাস্ত্ৰক পঢ়িলা।
পুৰাণ ভাৰত ৰামায়ণো বাখানিলা ॥
পঢ়িলন্ত নিৰন্তৰে কত কাব্য কোষ।
গুৰুৰ মনত মহা পৰম সন্তোষ ॥" ৫০।

দৈত্যাৰিয়েও চমুকৈ শঙ্কৰদেৱৰ পৈণত অধ্যয়নৰ কথা কৈছে :

"পঢ়িলন্ত নিৰন্তৰে শাস্ত্ৰ সমস্তই।
অপ্ৰমাদী পণ্ডিত ভৈলন্ত মহাশয় ॥ ৫২।
অবিৰত সমস্ত শাস্ত্ৰক বিচাৰন্ত।
শাস্ত্ৰালাপ বিনে আন কৰ্ম নাচৰন্ত ॥ ৫৩।
ধৰ্মত সদায় ৰতি কৃপাময় মন।
শিশু হন্তে ধৰ্ম মাত্ৰ কৰন্ত সঘন ॥" ৫৪।

ভূষণে শঙ্কৰদেৱৰ যোগ-সাধনাৰ সফলতা বৰ্ণাইছে ( ৬৬-৬৮ পদ ); দৈত্যাৰিয়ে তাকে আৰু প্ৰাঞ্জলভাৱে লিখিছে :

"প্ৰাণ অপান সমান উদান
আদি কৰি বায়ুচয়।
বশ্য কৰিলন্ত চলাইবে পাৰন্ত
যি বায়ু যৈত লাগয় ॥

বায়ুক ক্ষেপিয়া উশাস ধৰিয়া
আসন ভিৰি হৰিষি।
থাকন্ত সদায় সুনিশ্চল কায়
দিন দুই চাৰি বসি ॥ ৫৬।
জলে বুৰ দিয়া থাকন্ত বসিয়া
জলৰ ভিতৰে যাই।
জল দূৰ কৰি পৰ দুই চাৰি
জলে নিভিজয় কায় ॥ ৫৭।
আনো আনো মত কৰন্ত সতত
বায়ু সমে ক্রীড়া আতি।
যোগ শাস্ত্র মত ধৰি যোগ যত
আচৰন্ত দিনে ৰাতি ॥ ৫৮।
ধ্যান ধাৰণা সমাধি আসন
প্রাণায়াম আদি যত।
বিষয়ত ৰতি ত্যজিয়া সম্প্রতি
আচৰা মাত্র সতত ॥
শৰীৰৰ ছয় চক্রক ছিণ্ডন্ত
মনত কৰি নিয়ম।
পাছে ভাগৱত শাস্ত্রক পাইলন্ত
সৱাতো কৰি উত্তম ॥ ৫৯।
ভাগৱত তত্ত্ব জানিয়া পাছত
এড়িলা যোগ অভ্যাস ॥” ৬০।

তাৰ পাছত “সৱ শাস্ত্র পঢ়ি তেৱে আসিলন্ত ঘৰ”, “সপ্তদশ বৎসৰে শঙ্কৰ গৈল গ্রাম” ( ৰা-চ, ১৪০২, ১৪০৫ )। ৰামানন্দৰ মতে শঙ্কৰদেৱৰ আৰু বনগঞা গিৰিৰ ফুকলীয়া কালতে পিতাক কুসুম্বৰ হানি হোৱাত ককাক সূৰ্যবৰে ভায়েক জয়ন্তক সাম্প্রতিকভাৱে শিৰোমণি ভূঞাৰ বাব দি ৰাখিছিল ( ১১৯-২০ )। এতিয়া শঙ্কৰদেৱ

সাবালক হবৰ হৈ পঢ়ি-শুনি ঘুৰি আহিলত সেই বাব তেওঁক গতাই দিয়া হল ; ৰামচৰণ লিখিছে :

"ভৈলন্ত প্রসিদ্ধ ভূঞা পাছে ডেকাগিৰি।
আপোনাৰ গ্ৰামক চাহন্ত ফুৰি ফুৰি ॥
সমস্ত ভূঞায়ে আসি তাহাত খাটন্ত।
পিতৃৰ সমান ভূঞা প্রসিদ্ধ ভৈলন্ত ॥ ১৪০৬।

সোতৰ বছৰত গুৰু-গৃহৰ পৰা আহি ওঠৰ বছৰত শিৰোমণি ভূঞাৰ বাব লৈ, উনৈশ বছৰত শঙ্কৰদেৱে ভূঞাসকলৰ অনুৰোধত চিহ্নযাত্ৰা নাট লিখি, দৃশ্যপট আঁকি খোল আদি বাজনা নিজ নির্দ্দেশেৰে তৈয়াৰ কৰাই ভাৱনা পাতে। ৰামচৰণে কৈছে :

"আত অনন্তৰে শঙ্কৰদেৱৰ
উনৈশ বৎসৰ ভৈল।
গৃহত বসিয়া আছন্ত শঙ্কৰ
বুঢ়াথাঁয়ে তৈক গৈল ॥
জয়ন্ত মাধৱ কৰিয়া উৎসৱ
আলোচি গৈল সিঠাই।
কর্ণপূৰ চতু- ৰ্ভুজ সমম্বিতে
গৈলন্ত যে দুয়ো ভাই ॥ ১৪৫১।
আনো ভূঞাগণ সুহৃদ সজ্জন
আসে শঙ্কৰৰ পাশ।
শ্ৰীমন্ত শঙ্কৰে সবাহাক্ষে তেৱে
কৰিলা পাছে আশ্বাস ॥ ১৪৫২।
বুঢ়াথাঁ বোলন্ত কহিবোঁ তোমাত
আমাথেৰ প্রয়োজন।
ভূঞা বন্ধু যত আসিল সমস্ত
আছয় কার্য্য গহন ॥

বিদ্যাত পাৰ্গত শাস্ত্ৰ আছে যত
সমস্তকে আছা পঢ়ি।
সমস্ত লোকৰ হৰিষ বিস্তৰ
বৈকুণ্ঠ দিয়োক গঢ়ি ॥ ১৪৫৩।
শঙ্কৰে বোলন্ত শুনিয়ো পেসাই
আছা আজো তিনিজন।
নৰোত্তম কৰ্ণ- পূৰ্ব চতুৰ্ভুজ
তিনিও অতি গহন ॥ ১৪৫৬।
তোমাসাৰ বাক্যে সত্যে সত্যে সত্যে
দেখাইবো বৈকুণ্ঠপুৰ।
চিহ্নু নামে যাত্ৰা কৰিবোঁ বেকত
হৰিষ পাইবা প্ৰচুৰ ॥" ১৪৫৭।

যিবিলাকে তীৰ্থযাত্ৰা কৰি কৰবাত কেনেবাকৈ এইবোৰ ভাৱনা চাই আহিবলৈ নিদিয়াকৈ শঙ্কৰদেৱক চিহ্নুযাত্ৰা পাতিবলৈ নিদিয়ে, তেওঁলোক স্বভাৱতে অঠাই সাগৰত কাঠি জাল পেলায়। সকলো সমসাময়িক মনীষীয়ে যাৰ শ্ৰেষ্ঠতা সহস্ৰবাৰ স্বীকাৰ কৰিবলৈ বাধ্য হৈছে, সেইজনৰ প্ৰতিভাক নিজ ক্ষুদ্ৰতাৰ জোখেৰে জুখিবলৈ যোৱা হাঁহিয়াতৰহে কথা। তদুপৰি যি কালত ইংলণ্ডৰ দৰে উন্নত দেশতো নাট আৰু নাটশালৰ সৃষ্টি হোৱা নাছিল, সেই কালত শঙ্কৰদেৱে তীৰ্থভ্ৰমণ কৰিয়ে বা ক'ত তেনে নাটভাৱনা দেখি আহিব পাৰে তাকো তেওঁলোকৰ বিচাৰে ঢুকি নোপোৱা পৰিতাপৰ কথা। যিহওক, পঢ়া-শুনা, যোগাভ্যাস বা শাৰীৰিক অন্যান্য উৎকৰ্ষ যিমানেই আগতে দেখুৱাওক লাগে, ধৰ্মজাগৃতিৰ ফালৰ পৰা শঙ্কৰদেৱৰ প্ৰতিভাৰ এয়ে প্ৰথম আধ্যাত্মিক উন্মেষ বুলি মানিব লাগিব।

কুৰি বছৰত শিৰোমণি ভূঞা শঙ্কৰদেৱ ভূঞাসকলৰ সৈতে আলি-পুখুৰীৰ পৰা তেম্বুৱানি বৰদোৱালৈ উঠি গৈ আটায়ে

তেওঁলোকৰ নিজ নিজ পূৰ্ব-পুৰুষৰ ভেটি চিনি তাত বহি যায় (ৰা, চ, ১৬০৪-১৪)। তাতে দৈৱক্ৰমে এনে ঘটনা ঘটিল :

"শঙ্কৰে কীৰ্ত্তন-ঘৰ সাজিবাক গৈল।
ভিঠি বান্ধিবাক লাগি সমস্তে আসিল॥
আপুনি শঙ্কৰে পাছে কোড়ক ধৰিলা।
পৃথিবীত চতুৰ্ভুজ মূৰ্ত্তিক দেখিলা॥ ১৬১৫।
কোড় এৰি শঙ্কৰেয়ো মূৰ্ত্তিক ধৰিল।
দেখিয়া মনত বৰ হৰিষ মিলিল॥
শিলৰ প্ৰতিমা গাৱ কালা অতিশয়।
চিকমিক কৰে গাৱ অধিকে শোভয়॥ ১৬১৬।
ৰামৰাম গুৰুৰ আগত কৰে কথা।
দেখা দেখা মোহক হৰিৰ কেনে বেথা॥
অনেক যতন কৰি মূৰ্ত্তিক নপায়।
দেখিয়োক হৰি আনি দিলেক ঠেকাই॥ ১৬১৭।
পূজিবোঁ ঈশ্বৰ ঐত সিদ্ধি হৈব কাম।
দেৱীপূজা এৰি সৱে লৈব কৃষ্ণ নাম॥
এই বুলি কীৰ্ত্তন ঘৰক সজাইলন্ত।
ভিঠি বান্ধি আসনত মূৰ্ত্তি থাপিলন্ত॥" ১৬১৮।

শঙ্কৰদেৱৰ ধৰ্ম-প্ৰৱৰ্ত্তক জীৱনৰ এইটি দ্বিতীয় খুটি। ইয়াত কোনো-কোনোৱে গুৰুজনৰ মূৰ্ত্তি-পূজাৰ ধাউতি দেখিব পাৰে, কিন্তু "দেৱী-পূজা এড়ি সৱে লৈব কৃষ্ণ নাম" কথাটিহে যে ইয়াৰ প্ৰাণ-বস্তু তাক স্বীকাৰ নকৰি নোৱাৰিব।

একুৰি এবছৰত কৰা দোল (ফাকুৱা) উৎসৱৰ পাতনি শঙ্কৰদেৱৰ অসমত পতা নতুন অনুষ্ঠান (ৰা-চ, ১৬৩১-৫২)। ইয়াৰ তলে তলে শঙ্কৰদেৱৰ সংসাৰৰ বিষয়-আশয়ৰ প্ৰতি বিৰক্ত বাঢ়িবলৈ ধৰিলে আৰু তাৰ প্ৰমাণ স্বৰূপে ফাকুৱাৰ নতুন আনন্দ-উৎসৱৰ পাছতে :

"জয়ন্ত মাধৱ দুই সূৰ্য্যবৰ ভাই।
শ্ৰীমন্ত শঙ্কৰে তাঙ্ক আনিল মতাই ॥ ১৬৫৩।
পিতৃৰ কালৰ যত সম্পত্তি আছিল।
সৱে ৰাজ্য-ভাৰ ম্যানে দুহান্তক দিল ॥
শাস্ত্ৰ কৰিবাক মনে মন্ত্ৰ কৰিলন্ত।—

কিন্তু ককাকৰ ভায়েক দুজনৰ চকুত শঙ্কৰদেৱৰ এই বিষয়-বিমুখতাৰ প্ৰমাণ ধৰা নপৰি নাথাকিল ঃ গতিকে—

পাছে দুই পিতামহে আলচ কৰন্ত ॥ ১৬৫৪।
শঙ্কৰৰ আবে আসি ভৈল যুৱাকাল।
কৰাইবোঁহো বিহা কন্যা পাই কৈত ভাল॥ ১৬৫৫।

সিদ্ধাৰ্থক বিষয়-বিমুখ দেখি শুদ্ধোধনে মাউৰা পুত্ৰৰ বাবে যি কৰিছিল, এওঁলোকেও তাকেই কৰিলে। সতানন্দ ভূঞাৰ জীয়েক সূৰ্য্যাৱতীৰ লগত সোণকালে মহা-আড়ম্বৰেৰে শঙ্কৰক বিয়া পাতি দিলে (১৬৫৬-৮০ পদ)। কিন্তু সাত হাল হাতীয়ে ইফালে টানিলেও ভাগ্যই মহাপুৰুষৰ গুণৰ প্ৰকাশৰ বাবে যেনি টানিলে সেইফালেই গ'ল।—

"শুনা আত পৰে শঙ্কৰদেৱৰ
যেন মতে ঝিৱ ভৈল।
বৈশাগ মাসৰ নৱ দিন যান্তে
তাহান বীৰ্য্য ৰহিল ॥
পুষ যে মাসৰ আঠ দিন গতে
মনু কন্যা উপজিল।
দেখি সমস্তয় হৰিষ বিস্তৰ
সমস্ত লোকে কৰিল ॥ ১৭৪০।
"মনু কন্যা উৎপত্তিৰ নৱ মাস ভৈলা যেৱে
শুনা যেন অথান্তৰ ভৈলা ॥ .....
নৱ মাস আসি যেৱে নাপড়া পড়িল তেৱে
শঙ্কৰৰ ভাৰ্য্যা সূৰ্য্যাৱতী ॥ ১৭৫০।

"আশ্বিন মাসৰ দুই দিন যাস্তে
শুন্য যেন ভৈল পাছে ॥
বুধ বাসৰৰ দুই দণ্ড বেলা
যেৱে ভাঠি দিয়া গৈলা।
হৰি মনে স্মৰি শঙ্কৰক ধৰি
বৈকুণ্ঠ লাগি লড়িলা ॥" ১৭৬১।

এতেকে শঙ্কৰদেৱৰ একুৰি দুবছৰত ১৪৭১ খৃঃৰ আহিনত সূৰ্য্যবৰ্তী বৈকুণ্ঠী হয়। ফুকলীয়া কালতে মাতৃ-পিতৃ হেৰোৱাই গুৰুজনৰ মনত বিষাদৰ যি গভীৰ ছাঁয়া পেলাইছিল এতিয়া সি দুগুণে ডাঠ হৈ বিভীষিকা স্ৰজন কৰিলে।—

"শঙ্কৰে বোলন্ত বিলম্বত কাৰ্য্য নাই।
তিনি পিতামহ তাঙ্ক আনিলা মতাই ॥ ১৮১৮।
ক্ষেত্ৰক যাইবাক মোৰ হুয়া আছে মন।
মনুৰ বৰক লাগি কৰিয়ো যতন ॥ ১৮১৯।
তাঙ্ক বিহা দেওঁ কন্যা সাত বৎসৰৰ। ১৮২০।
শঙ্কৰে বোলন্ত কালি বৃহস্পতিবাৰ।
আঘন মাসতে বিহাঁ দিবোঁ নিষ্টে তাৰ ॥ ১৮২২।
শঙ্কৰে বোলন্ত বাপু শুনিয়ো জমাই।
একগুটি ঝিয় মোৰ পুত্ৰ আন নাই ॥ ১৮৩৬।
তুমি যে আমাৰ পুত্ৰ থাকা মোৰ ঘৰে।
যতেক সৰ্বস্ব আছে সৱেয়ো তোমাৰে ॥" ১৮৩৭।

মনুৰ বিয়াৰ ঠিক পাছতে এই বিয়া হয় যেতিয়া, ১৪৭৮ খৃঃৰ আঘোণ-পুহ মানতে অৰ্থাৎ গুৰুজনৰ ২৯ বছৰ পাৰ হোৱাৰ পাছতে এই তীৰ্থ-যাত্ৰা আৰম্ভ হয়। মন কৰিব লগা কথা, ঠিক এনে বয়সতে বুদ্ধদেৱৰো মহাভিনিষ্ক্ৰমণ হয়। এই তীৰ্থ-যাত্ৰাৰ আৰম্ভৰ পৰা শেষলৈকে জীৱন্ত বৰ্ণনা ৰামচৰণে দিছে; তদুপৰি দৈত্যাৰি আদি আনসকলৰ চৰিতবো মূলতে একেদৰেই আছিল।—

"সৰ্বজয় বলোৰাম আৰু সৰ্বানন্দে।
দামোদৰ শ্ৰীৰাম দুয়ো চলিলা আনন্দে ॥ ১৮৪৬।
বুঢ়ী আইক বোলে মোক দিয়োক বিদায়।
চলিবোঁহো মঞি জগন্নাথ ক্ষেত্ৰ লাই ॥ ১৮৪৯।
শনিবাৰ বিনা প্ৰাতসতে ভুঞ্জিলন্ত।
বিদায় কৰিয়া দেৱ শঙ্কৰ গৈলন্ত ॥ ১৮৫০।
ৰামৰাম গুৰু আগ পাছত শঙ্কৰ।
নৌকাত হৰিষে চলে আনো যত নৰ ॥" ১৮৫৪।

এই বাৰ বছৰীয়া তীৰ্থ-ভ্ৰমণত গুৰুজনে যি যি ঠাই ফুৰিছিল ৰামচৰণৰ উদ্ধৃতিৰেই তাৰ সঙ্কেত দিয়া হওক :

(ক) নৱ দিন মন্দ তিনি মাস যেৱে যাই ॥ ১৯১০।
প্ৰথমতে গঙ্গা দেখি কেহো সুভুঞ্জিল ॥ ১৯১২।
এহিমতে তেৱে নৱ দিন আছা ৰহি ॥ ১৯২৮।

(খ) গয়া নামে তীৰ্থে গৈয়া উপসন্ন ভৈল ॥ ১৯২৯।

(গ) তিনি ৰাত্ৰি তৈতে ৰতি পাছে ক্ষেত্ৰে গৈলা। ১৯৩০।
পুনু দশ দিনে গঙ্গা তীৰ্থক পাইলন্ত। ১৯৩০।
গঙ্গা হন্তে একৈশ দিবসে ক্ষেত্ৰ পাইলা। ১৯৩১।

জগন্নাথ ক্ষেত্ৰৰ পৰা সৰ্বজয়, বলৰাম আৰু সৰ্বানন্দক লৈ গুৰুজন বৃন্দাবনলৈ যায় আৰু গুৰুজনৰ আদেশমতে অনিচ্ছাসত্ত্বেও মহেন্দ্ৰ কন্দলী, ৰামৰাম প্ৰভৃতি ঘৰলৈ উলটি আহে ( ২০১১-১৯ পদ )।

(ঘ) আত অনন্তৰে দেৱতা শঙ্কৰে
সমস্তকে প্ৰবোধিলা।
বিদায়ক কৰি সৱাকো সাদৰি
বৃন্দাবন লাগি গৈলা ॥ ২০১৮।

(ঙ) শুনিয়োক যিটো মহা তীৰ্থক পাইলন্ত। ২০৩২।
নামে সীতাকুণ্ড সিটো মহা মোক্ষ থান।
অতি পুণ্যভাগী তীৰ্থ গঙ্গাৰ সমান ॥ ২০৩২।

(চ) উত্তৰ-বাহিনী গঙ্গা দেখিবাক মনে।
চলি গৈল পাঞ্চজন পৰম যতনে ॥ ২০৫৫ ।

(ছ) বৰাহ ক্ষেত্ৰক লাগি গৈলা ৰঙ্গ কৰি ॥ ২০৫৭ ।
সিটো পুণ্যভাগী ক্ষেত্ৰ দেখিলা শঙ্কৰ।
তেৱে আসি ভৈলা তান চল্লিশ বৎসৰ ॥ ২০৫৮ ।

(জ) প্ৰয়াগ তীৰ্থক লাগি তেৱে চলি গৈল।
পৰম কৌতুকে তাত স্নান-দান কৈল ॥ ২০৫৮ ।

(ঝ) তাত পাছে পুষ্কৰিণী তীৰ্থক লৰিল ॥ ২০৫৯ ।

(ঞ) কতো দিন অন্তৰে মথুৰা পুৰী পাই ॥
ছয় মাস ৰহিলন্ত তহিতে শঙ্কৰ। ২০৬০ ।

(ট) আমাক দেখায়ো বাপ দ্বাৰকা নগৰ ॥ ২০৬১ ।
চৈত্ৰ বিষু সংক্ৰমণ আসিয়া মিলিব।
সেহি দিনা ৰুক্মিণীৰ মন্দিৰ উঠিব ॥ ২০৬৩ ।
ৰবিবাৰ দিনা হৈব বিষু সংক্ৰমণ।
সমুদ্ৰক লাগি সৱে কৰিবোঁ গমন ॥ ২০৬৫ ।

(ঠ) যমুনাক স্নানিবাক কৰিয়ো যতন ॥ ২০৮৭ ।

(ড) পুনৰপি গোকুলক লাগি লড়িলন্ত ॥ ২০৮৯ ।
দ্বাদশ বছৰ তীৰ্থ কৰি ফুৰিলন্ত।
অনন্তৰে আসি নিজ মন্দিৰ পাইলন্ত ॥ ২১২৯ ।

তেন্তে ১৪৯০ খৃঃত ৪১।৪২ বছৰত গুৰুজনে তীৰ্থ-ভ্ৰমণৰ সমাপনেৰে আদ্যলীলা সম্পূৰ্ণ কৰে।

---

## ষোল

# শঙ্কৰদেৱৰ তীৰ্থভ্ৰমণৰ তাৎপৰ্য্য

যুগনায়ক আৰু জন-সাধাৰণৰ প্ৰভেদ এই, জন-সাধাৰণ যুগৰ ৰথৰ চকৰিৰ তলত পৰে, আৰু যুগনায়কসকলে সেই ৰথৰ ওপৰত থাকি তাক চলাই দিয়ে ; অৰ্থাৎ জন-সাধাৰণ হয় অৱস্থাৰ দাস আৰু যুগ-নায়কসকল হয় তাৰ নিয়ন্তা। কালিকা পুৰাণ আৰু যোগিণী তন্ত্ৰৰ বিচাৰতে দেখা পোৱা হ'ল তান্ত্ৰিক ধৰ্মৰ ভৰা সুঁতিৰ সমান্তৰালভাৱে, কিন্তু বিপৰীত মুখে, নৱ বৈষ্ণৱ ধৰ্মৰ খীণ সুঁতি ব'ব লাগিছে ; জন-সাধাৰণে ভাবে যি মুখেই বওক, খীণ সুঁতি এৰি ভৰা সুঁতি ধৰাই জ্ঞানীৰ কাম। কিন্তু মনীষীসকলৰ বিচাৰ সুকীয়া, আৰু সেইখিনিতেই দুই পক্ষৰ প্ৰভেদ: খীণ সুঁতিয়ে বা সোতৰ বিপৰীত মুখে চলা কঠিন, কিন্তু লক্ষ্যস্থান সুনিশ্চিত ; ভটিয়নী সোতত নল-খাগৰিৰ দৰে যিবোৰ উটি যায়, সিবোৰৰ সমূলে উৱাদিহ হেৰায়। বাইবোলত কৈছে, "ঠেকখন দুৱাৰেদি সোমাবাঁ, সেইপিনে মানুহৰ ভিৰ নাই ; সি জীৱন মুখী। বহলখন দুৱাৰত ভিৰ-সৰহ, সি মৰণ-মুখী।" ( মেথু ৭।১৩-১৪ )। শঙ্কৰ-বিৰোধী পণ্ডিতবিলাকৰ দৰে মাজৰ এক শ্ৰেণী লোক আছে ; তেওঁলোকে, বাইবোলৰ ভাষাৰে, "দেখিও নেদেখে, শুনিও নুশুনে আৰু নুবুজে।" (মেথু, ১৩।১৩)। "একালে গোটেই জগতখনকে জানিবাঁ লাভ কৰিলে, ইফালে তাৰ বাবে নিজ আত্মা হেৰুৱালে ; তেওঁৰ লাভ হ'ল নে? নিজ আত্মাক বেচিব পৰা মোলৰ কিবা আছেনে ?" ( ১৬।২৬ )।

বুদ্ধদেৱৰ দৰেই সুখ-ঐশ্বৰ্য্যৰ কোলাত লালিত-পালিত, অভাৱ-অনাটন নজনা, মহা প্ৰতাপী শিৰোমণি ভূঞাৰ উত্তৰাধিকাৰী আৰু দেৱীদাসৰ বংশধৰ ঘোৰ শাক্ত পৰিয়ালত জন্মি, স্বাভাৱিক গতিত শঙ্কৰদেৱে সেই "বহল দুৱাৰেদি" সোমাব লাগিছিল ; কিন্তু তেওঁৰ

প্ৰতিভা আৰু তেওঁৰ বিচাৰ-বিচক্ষণতাই তেনে কৰিবলৈ নিদি সেই জীৱন-মুখী "ঠেক ছুৱ..." দেখুৱালে ; আৰু সমাজৰ কল্যাণ আৰু জগতৰ মঙ্গলৰ বাবে তেওঁ খীন স্মৃতিয়ে উজনি সোতত জীৱনৰ নাও বাবলৈ সাজু হল। ফুকলীয়াতে তেওঁৰ মাতৃ-পিতৃৰ আৰু প্ৰথম যৌৱনত পত্নীৰ হানি কৰি দৈৱিক শক্তিয়ে ইয়াৰ বাবেই তেওঁক সকীয়াই দিলে। ব্ৰহ্মচৰ্য্য জীৱনৰ পূৰ্ণ সাৰ্থকতা দেখুৱালে তেওঁৰ "চিহ্নযাত্ৰা" ভাৱনাই আৰু পণ্ডিতসকলক শৰণ দিবৰ বাবে ভাগৱতৰ সাৰ কাঢ়ি ৰাতিটোৰ ভিতৰতে ৰচনা কৰা "উদ্ধৱ সম্বাদ" পুথিয়ে। তাৰ পাছত তেওঁৰ দ্বাদশ-বৰ্ষব্যাপী তীৰ্থভ্ৰমণ, তেওঁৰ পত্নী-বিয়োগৰ শেষত বিষয়-বিৰক্তি পূৰ্ণ হোৱাৰ ফলত এতিয়া তীৰ্থভ্ৰমণৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া লক্ষ্য কৰিব লগীয়া, কিয়নো তীৰ্থভ্ৰমণ আটায়ে কৰে যদিও এজন ভবিষ্যত যুগ-নায়কৰ তীৰ্থ-ভ্ৰমণ নিশ্চয় বৈশিষ্ট্যপূৰ্ণ।

মহামানৱসকলক কেৱল মূৰ্ত্তিমান অধ্যাত্ম শক্তি বুলি বিচাৰ কৰা ভুল ; মানুহৰূপে পূৰ্ণব্ৰহ্মই প্ৰকৃততে জন্মগ্ৰহণ কৰিলেও মানৱী ব্যৱহাৰ তেওঁৰ যে লুপ্ত নহয় ৰামচন্দ্ৰ কৃষ্ণদেৱ প্ৰভৃতিতে তাৰ উদাহৰণ দেখিবলৈ পোৱা হয়। ভবিষ্যত যুগনায়ক মহামনীষী শঙ্কৰদেৱে যৌৱনৰ পৰাই "চিহ্নযাত্ৰা" আদিৰে মহাভবিষ্যতৰ ইঙ্গিত দিলেও, পত্নী-বিয়োগে তেওঁৰ মনত শেষ আঘাত দিহে যে তীৰ্থযাত্ৰা বা দেশভ্ৰমণৰ বাবে সকীয়াইছিল, তাক সহজে বুজিব পাৰি। ভূষণ দ্বিজে লিখিছে,

> "ভৈলন্ত উদাস পাছে শঙ্কৰৰ মন।
> তীৰ্থ কৰিবাক লাগি কৰিলা যতন ॥" ১২৪

দ্বিতীয় কথা, সোতৰ বছৰত অধ্যয়ন সমাপন আৰু ওঠৰ বছৰত শিৰোমণি ভূঞা বিষয় গ্ৰহণ কৰি, উনৈশ বছৰত "চিহ্নযাত্ৰা" ভাৱনা পাতি সেই প্ৰসঙ্গতে ভাগৱতৰ "উদ্ধৱ সম্বাদ" ভাঙি মহেন্দ্ৰ কন্দলী প্ৰভৃতি বিপ্ৰসৱক শৰণ কৰালেও বা কুৰি বছৰত বৰদোৱাৰ নামঘৰ সাজি চতুৰ্ভুজ মূৰ্ত্তি থাপি "দেৱী পূজা এড়ি সৱে লৈব কৃষ্ণ নাম"

বুলি প্ৰচাৰ কাৰ্য্য প্ৰথমে আৰম্ভ কৰিলেও, তেতিয়াই তেওঁ আগৰ সকলো আচাৰ ত্যাগ কৰিছিল বুলি নধৰিব পাৰি। গতিকে তাত তীৰ্থ-দৰ্শনৰ নিয়ম-সংযম মানি চলাত অৱতাৰবাদী বা তাৰ বিৰোধী-বিলাকে বিভীষিকা দেখিবৰ বিশেষ হেতু নাই নিশ্চয়।

কিন্তু এই গতানুগতিকতাৰ আঁৰে আঁৰে শঙ্কৰদেৱৰ ঐশ্বৰিক শক্তিৰ বিকাশ আৰু প্ৰচাৰ হোৱা কথা মন কৰিব লগীয়া। তীৰ্থ-যাত্ৰাৰ দিহা কৰিয়েই গুৰু-শিষ্য মহেন্দ্ৰ কন্দলীক ভু দিলে :

"মহেন্দ্ৰ কন্দলী গুৰু পঠাইলন্ত মাতি।
শুনিল মাত্ৰকে গুৰু শীঘ্ৰে গৈল আতি॥ ১৮৪১।
কন্দলী বোলন্ত তুমি মোক লগে নিয়া।
পুৰুষৰ ভাগ্য হৌক মোক ভেটাই দিয়া।" ১৮৪৩।

অন্তৰ্চক্ষুযুক্ত এই কন্দলীজনেই শিক্ষা-গুৰু থকা কালৰে পৰা শঙ্কৰ-দেৱৰ ফুলি অহা পদুম যেন ঐশ্বৰিকত্বৰ বিকাশ লক্ষ্য কৰি আহিছে। লগতে তীৰ্থলৈ গলেও জীৱন্ত তীৰ্থ-দেৱ স্বৰূপ শঙ্কৰদেৱৰ প্ৰতি তেওঁৰ দৃষ্টি কস্মিন কালেও আঁতৰি নগৈছিল :

"মহেন্দ্ৰ কন্দলী বোলে কিনো মোৰ শঙ্কৰ।
জগন্নাথ সমে দুইৰো তুল্য কলেৱৰ॥ ১৯০৭।
জগন্নাথ প্ৰভু পাশে যাঞ কিক লাগি।
নিচিনিলোঁ শঙ্কৰক আমি মন্দভাগী॥" ১৯০৮।

চাৰি কুৰি এদিন মূৰত যেতিয়া তেওঁলোক গঙ্গাৰ কাষ পালেগৈ, সেই প্ৰথম ৰাতিও স্বপ্নত গঙ্গাদেৱীয়ে শঙ্কৰদেৱক বিষ্ণু বুলি তুতি কৰা দেখা পালে :

"তযু দাসী কিঙ্কৰী জানাহা নাৰায়ণ।
পৱিত্ৰ কৰিবে লাগি আইলা এহি থান॥
তোমাৰেসে পদ পাই পূৰ্বে মুক্ত ভৈলোঁ।
জগত পৱিত্ৰকাৰী সিকাৰণে হৈলোঁ॥ ১৯১৫।

কিবা ব্ৰহ্ম ঈশ্বৰ নজানে একো নৰে।
শঙ্কৰক গঙ্গা দেৱী বহু স্তুতি কৰে ॥" ১৯২৭।

গঙ্গাৰ পৰা একুৰি এদিনৰ মূৰত যেতিয়া ক্ষেত্ৰ পালেগৈ, তাতো পাণ্ডাবোৰে তেনেকৈয়ে স্বপ্নাদেশ পোৱা আদি কথাও শঙ্কৰদেৱৰ প্ৰতিভাত কেন্দ্ৰীভূত :

"পাণ্ডাগণে বোলে শুনা দ্বিতীয় ঠাকুৰ।
জগন্নাথ তুমি সমে নুহিকা বিদূৰ ॥ ১৯৪৮।
শঙ্কৰে প্ৰসাদ খাই অৱশেষ থৈল।
তাক খাইবে প্ৰতি দাৰু ব্ৰহ্ম চলি গৈল ॥" ১৯৫৮।

তীৰ্থ-যাত্ৰা সমাপন কৰাৰ আগতে আকৌ যেতিয়া ক্ষেত্ৰলৈ গৈ ব্ৰহ্ম-পুৰাণৰ ব্যাখ্যা কৰে, তেতিয়া পাণ্ডাবোৰৰ সেই ভক্তি-বিমিশ্ৰিত শ্ৰদ্ধা :

"ব্ৰহ্ম পুৰাণক চাই শঙ্কৰে কহন্ত।
যেন মতে জগন্নাথ সাক্ষাত ভৈলন্ত ॥
সিসৱ বৃত্তান্ত কথা শুনিয়া সমস্ত।
ক্ষণপ্ৰায় গৈল দিন সৱাৰ মনত ॥" ২১২৭।

অতি সম্ভৱ, এই তীৰ্থ-ভ্ৰমণৰ শেষত এই ব্ৰহ্মপুৰাণৰ চৰ্চ্চাকে মনত লৈ শঙ্কৰদেৱে "উৰেষা বৰ্ণন" ৰচে ; কিন্তু পাছত ইয়াৰ বিকৃত তাৎপৰ্য্য হোৱাৰ শঙ্কাত ইয়াক একেবাৰে নষ্ট নকৰি মাধৱদেৱৰ মিনতি মতে "কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত" আৰু মাধৱ বান্ধৱ" ঘোষাৰে নাম-মাহাত্ম্য-সূচক দুটি অধ্যায় যুক্ত কৰি "কীৰ্ত্তন"ৰ শাৰীৰ মূৰত ঠাই দিয়ে।

তীৰ্থৰ পৰা ঘূৰি অহাত শঙ্কৰদেৱৰ সম্পূৰ্ণ উদাস ভাব লক্ষ্য কৰিয়ে কুসুম্বৰৰ দুই থুৰাক আহি তেওঁক প্ৰথম বাধা দিলে :

"জয়ন্ত মাধৱ দুই ভাই আসিলেক।
শঙ্কৰক পাই পাছে বাক্য বুলিলেক ॥
বিবাহ কৰিবে ইচ্ছা নাহিকে তোমাৰ।
শুনিয়া মনত দুখ মিলিল অপাৰ ॥ ২১৩৯।

কন্যা যাচি দেই বিহা কৰিয়ো শঙ্কৰ।
গোত্ৰ-বৃদ্ধি হৌক বাপু আমাৰ বংশৰ॥
শুনিয়া শঙ্কৰে তাক মৌন হুয়া ৰৈলা।
সালঙ্কৃতা কৰি কন্যা বিবাহক দিলা॥" ২১৪০।

এই প্ৰথম চেষ্টাত সফল হৈ জয়ন্ত-মাধৱে দ্বিতীয় চেষ্টাৰূপে শঙ্কৰ-দেৱক নিজ শিৰোমণি ভূঞাৰ বিষয় গ্ৰহণ কৰিবলৈ ফুচুলালে; কিন্তু কৃতকাৰ্য্য নহল:

"জয়ন্ত মাধৱ দুয়ো প্ৰিয় বাক্য আশ্বাসিয়া
সম্বুধি বুলিলা শঙ্কৰক।
তোমাৰ পিতৃৰ লোকে তোমাতে থাটোক বাপ,
চৰ্চ্চিয়োক পূৰ্ব বিষয়ক॥
শঙ্কৰে বোলন্ত মোক নালাগে পিতৃৰ লোক,
প্ৰয়োজন নাহিকে আমাৰ।
পঢ়িলোঁহো শাস্ত্ৰ দুঃখে গৃহত থাকিয়া সুখে
কৰিবোঁহোঁ অৰ্থক বিচাৰ॥ ২১৪৯।
শঙ্কৰে বোলন্ত ভাই, শুনিয়োক ৰাম ৰায়,
দেৱ-গৃহ সাজিয়ো যতনে।
হেন কথা শুনিলন্ত, সত্ৰ-গৃহ সজাইলন্ত
ৰামৰায় মহাৰঙ্গ মনে॥
ৰামৰাম গুৰু সঙ্গে সেহি গৃহে বহি ৰঙ্গে
ভাগৱত কৰিলা বিচাৰ।
তত্ত্ব-মৰ্ম জানিলন্ত মনে খেদ কৰিলন্ত,
মায়াময় অনিত্য সংসাৰ॥" ২১৫১।

এই কথাখিনি বিশেষভাৱে লক্ষ্য কৰিব লগীয়া। সাধাৰণ ভাষাত কবৰ দৰে দেখি-শিকা আৰু ঠেকি-শিকা দুটা সুকীয়া কথা। শঙ্কৰদেৱৰ মনীষাক আমি আচৰিত ঐশ্বৰিক যি নামকে দিওঁ লাগে, সেই মনীষাই

কেৱৰ শাস্ত্ৰৰ কথা সহজে আয়ত্ত কৰাত সহায় কৰিব পাৰে ; গতিকে চিহ্নযাত্ৰা ৰচনা, ভাগৱতৰ পৰা উদ্ধৱ-সম্বাদ ৰচি শৰণ-দান, বৰদোৱাৰ নাম-ঘৰত চতুৰ্ভুজ মূৰ্ত্তি-থাপন আদি দেখি-শিকাতকৈ বৰ সৰহ জ্ঞান সুবুলিব পাৰি। পত্নী-বিয়োগত বিষয়-বিৰক্তিৰ হলাহল উপচি পৰিল, আৰু বাৰ-বছৰীয়া তীৰ্থ-ভ্ৰমণে শাস্ত্ৰ-জ্ঞানৰ লগত সংসাৰ-জ্ঞান মিলাই ঠেকি-শিকা জ্ঞান লাভৰ অৱকাশ যাচিলে। সেই তীৰ্থ-ভ্ৰমণৰ সুক্ষ্মবিৱৰণৰ মাজত তীৰ্থ-ভ্ৰমণৰ পৰা শঙ্কৰদেৱে কোনো পূণ্য গাত সানি অনা বা কৰবাত কোনোবাই শিক্ষা-দীক্ষা দি কল-কৌশল শিকাই-বুজাই পঠিওৱাৰ লেশমাত্ৰ আভাস পাবলৈ নাই। তাৰ বিপৰীতে, শঙ্কৰদেৱেহে স্বয়ং জগন্নাথ-ক্ষেত্ৰত ব্ৰহ্মপুৰাণ আদি শাস্ত্ৰৰ ব্যাখ্যাৰে নিজ পাণ্ডিত্য আৰু মাহাত্ম্য স্থাপিত কৰি অহাৰ সম্পূৰ্ণ সঙ্কেত পোৱা হয়।

শঙ্কৰদেৱৰ সমসাময়িক নাৰায়ণ ঠাকুৰৰ পুতেক পুৰুষোত্তম ঠাকুৰে তেওঁৰ 'গুৰু-গুণমালা' পুথিত ভাৰতবৰ্ষৰ নানা ঠাইত এই তীৰ্থ-ভ্ৰমণত হোৱা শঙ্কৰদেৱৰ শিষ্যসমূহৰ উল্লেখ এনেদৰে কৰিছে :

"ৰাধাদাস সন্ত' গুৰু মানিলন্ত।
শৰণ লৈলন্ত হৰি ভজিলন্ত ॥ ৯১।
ত্ৰিজটা সন্ন্যাসী তেহোঁ পৰবাসী।
গুৰুক উপাসি ভজিলন্ত আসি ॥ ৯২।
গোপীনাথ সন্ত কৰ্ম্মী আছিলন্ত।
শৰণ লৈলন্ত হৰি ভজিলন্ত ॥ ৯৩।
সেতুৰ খণ্ডত বিশ্বনাথ সন্ত।
গুৰু মানিলন্ত শৰণ লৈলন্ত ॥ ৯৪।
ৰামভদ্ৰ সন্ত পৰম মহন্ত।
কৰ্ম এড়িলন্ত হৰি ভজিলন্ত ॥ ৯৫।
কৃষ্ণকান্ত সন্ত পৰম মহন্ত।
গুৰু মানিলন্ত হৰি ভজিলন্ত ॥ ৯৬।

ৰুদ্ৰপদ নাম ত্যজি আন কাম।
গুৰুক প্ৰণাম ভজিলন্ত ৰাম॥ ৯৮।
শ্ৰীধৰ আছন্ত পৰম মহন্ত।
শৰণ লৈলন্ত হৰি ভজিলন্ত॥ ৯৯।
ৰামভট্ট সন্ত গুৰু মানিলন্ত।
শৰণ লৈলন্ত হৰি ভজিলন্ত॥ ১০০।
বিষ্ণুদন্ত নাম অতি অনুপাম।
কৈলা পৰণাম গুৰুক প্ৰণাম॥ ১০১।
আমো যত সন্ত শৰণ লৈলন্ত।
তাক কহি অন্ত কোনে কৰিবন্ত॥" ১০৪।

ৰামানন্দৰ চৰিতত ৰামচৰণৰ বৰ্ণনাৰ ওপৰঞ্চি কেবাখনো তীৰ্থ ভ্ৰমণ কৰাৰ উল্লেখ কৰিছে :

"শুনা সৱে কন কৰি ওড়েষাক পৰিহৰি
লড়ি গৈলা দক্ষিণ দেশক।
সেতু খণ্ড আদি কৰি সমস্ত তীৰ্থত স্নানি
পাছে গৈলা দিশ পশ্চিমক॥
বাৰাণসী প্ৰবেশিয়া দেখি বিন্দু মাধৱক
তাৰ পৰা গৈলা প্ৰয়াগক।
বৃন্দাবন গোবৰ্দ্ধন কালীৰ হ্ৰদক চাই
দেখিলন্ত গৈয়া কদম্বক॥ ২৩০।
যৈতে কৃষ্ণে ক্ৰীড়িলন্ত ফুৰি ফুৰি চাহিলন্ত
বাহ্ৰুয় বৎসৰ নিৰন্তৰ।
পৰম বৈষ্ণৱ বুলি সৰ্বালোকে আদৰয়
ৰূপ দেখি কৌতুক বিস্তৰ॥ ২৩১।
তাত পাছে মথুৰাত প্ৰবেশ ভৈলন্ত গৈয়া
... ... ... ...

উপ-বদৰিকাশ্ৰম তাত পাছে দেখিলন্ত,
যৈত যৈত আছয় বিস্তৰ ॥" ২৩২ ।

ৰামানন্দ দ্বিজৰ মতে তীৰ্থৰ পৰা উলটি অহাৰ পাছত বুঢ়ীমাক খেৰসুতীক জয়ে জয়ে নাম-ধৰ্ম দিছে :

"প্ৰথমত বুঢ়ী আইত নাম-ধৰ্ম কহিলন্ত
তাৰিবাক লাগি সৰ্বজন ।"

দৈত্যাৰিয়ে এই প্ৰসঙ্গত আন কথাহে কৈছে :

"আসিলা শঙ্কৰদেৱ শুনি বুঢ়ী আই ।
দিলা বেগ খাটত পড়িলা ঝুটি খাই ॥ ৭০ ।
লাগিয়া খাটৰ খুড়া ঘাৱ ভৈল ভৰি ।
কান্দিবে লাগিলা শঙ্কৰৰ গলে ধৰি ॥ ৭১ ।
এতদিন বাপু তুমি কিসক নাসিলা ॥" ৭২ ।

শঙ্কৰদৱেৰ তীৰ্থ-ভ্ৰমণৰ তাৎপৰ্য্য বিচাৰ কৰিলে তীৰ্থ-ভ্ৰমণৰ পৰা ঘুৰি আহি মাধৱদেৱক লগ পোৱাৰ আগতে ধুঞাহাটত তীৰ্থভ্ৰমণ অভিলাষী গয়াপাণিৰ সাক্ষাৎ-প্ৰসঙ্গৰ উল্লেখ কৰিলেই যথেষ্ট হব। দৈত্যাৰিৰ মতে,

"তেহে কহিলন্ত, 'হোঙ্কৰা কুঞ্চিয়া
গিৰিৰ আমি তনয় ।'
'জানিলোঁ' শঙ্কৰ- দেৱে বুলিলন্ত
'কহিয়োক মহাশয় ॥
কিবা পঢ়ি আছা ?' তেহে বোলে 'অল্প,
নাহিকে পঢ়া বিস্তৰ ।'
'এক গুটি শ্লোক পঢ়িয়ো, এতেকে
জানিবোঁ' বোলে শঙ্কৰ ॥ ২২৭ ।

"তত্ৰৈব গঙ্গা যমুনা চ তত্ৰ
গোদাবৰী তত্ৰ সৰস্বতী চ।
সৰ্বাণি তীৰ্থানি বসন্তি তত্ৰ
যত্ৰাচ্যুতোদাৰ কথা-প্ৰসঙ্গ ॥"

এহি শ্লোক গুটি পঢ়িলন্ত তেহে,—
'ইতো সৰ্বশাস্ত্ৰ সাৰ।
আৰ বাৰ পঢ়োঁ', পঢ়িলন্ত পুনু ;
বোলে "পঢ়োঁ আৰ বাৰ ॥"
এহিমতে তিনি বাৰ পঢ়াইলন্ত
শঙ্কৰদেৱে এতেক।
ৰাখিলন্ত শ্লোক বুলিলন্ত তাঙ্ক,
'বুঝিৱ আৰ অৰ্থক' ॥ ২২৮।

তেহেঁ কহিলন্ত, 'মুবুঝিৱ অৰ্থ' ;
শুনিয়া শঙ্কৰে হাসি।
শ্লোকৰ সমস্ত অৰ্থ বাখানিয়া
কহিলা তান্ত প্ৰকাশি ॥
'কৃষ্ণৰ উদাৰ কথাৰ প্ৰসঙ্গ
যথাত হোৱে নিশ্চয়।
গঙ্গা গোদাবৰী আদি যত তীৰ্থ
নিবাস তথা কৰয় ॥' ২২৯।

হেন শুনি তেহেঁ বোলৈ, 'কৈক যাইবোঁ,
তীৰ্থত কাৰ্য্য কমন।'
তীৰ্থৰ আশাক ত্যজি সেহি দিনে
কৃষ্ণত লৈলা শৰণ ॥ ২৩০।

সমস্ত তীৰ্থৰ আশা এড়ি সেহিক্ষণে।
কৃষ্ণৰ অভয় পদে পশিল শৰণে॥
শঙ্কৰদেৱক গুৰু পশিয়া নিশ্চয়।
তান সঙ্গে আনন্দে ৰহিল মহাশয়॥ ২৩২।
গয়াপাণি নাম তান দূৰ কৰিলন্ত।
ৰামদাস নাম দেৱ শঙ্কৰে দিলন্ত॥" ২৩৩।

কবীৰে তীৰ্থ-প্ৰসঙ্গত দুটি মনত ৰাখিব লগা কথা কৈছে :—

(১) "তীৰথ মে ত সব্ পানী হ্যায়। হোৱে নাহি কুছ্ নাহি দেখা॥"
(২) "বাগো না যাবে নাযা, তেৰি কায়া মে গুল্জাৰ।"



## সোতৰ

## শঙ্কৰদেৱৰ মাধৱদেৱৰে মিলন

শঙ্কৰদেৱৰ সঠিক ধৰ্ম-মত বুজিবৰ বাবে তেওঁৰ ৰচিত পুথিৰ আলোচনাৰ আগতে মাধৱদেৱৰ লগত যি তৰ্ক-আলোচনা আৰু তাৰ মীমাংসা হৈছিল, তাকেই পোনতে সাৱধানে বিচাৰ কৰিবলগীয়া। ভূষণৰ এই বিষয়ৰ পদ ৰামচৰণৰ লগত একে; ৰামানন্দৰ বৃত্তান্ত অনির্দিষ্ট; দৈত্যাৰিৰ বৰ্ণনা সাধাৰণ হলেও ৰামচৰণৰ পাছত ওপৰঞ্চিৰূপে লোৱা হ'ব। মাধৱদেৱেই পোনতে আলোচনা মুকলি কৰিলে—

"শৰৎ কালত পূজা সমস্তে কৰয়।
পূৰ্ব হন্তে ইটো বিধি নিয়ম আছয়॥
বেদ আজ্ঞা লঙ্ঘিলেও মহা পাপ হয়।
অৱশেষে মৰি ঘোৰ নৰকে পড়য়॥
বেদৰ বিহিত কৰ্ম লাগে কৰিবাক।
নকৰিলে শাস্ত্ৰে দুৰাচাৰ বোলে তাক॥ ২২১২।
এতেকতে আমি দেবী-পূজা কৰোঁ জানি।
ঈশ্বৰৰ আজ্ঞা ইটো, আছে বেদ-বাণী॥ ২২১৪।
শঙ্কৰে বোলন্ত পাছে মাধৱক চাই।
শুনিয়োক কহোঁ মই শাস্ত্ৰ অভিপ্ৰায়॥
ঋষিগণে কৰে মিটো বেদক ব্যাখ্যান।
নিজ অৰ্থ ভকতিক ত্যজি কৰে আন॥ ২২১৫।
তপ জপ যজ্ঞ কৰি ব্ৰহ্মালোকে চৰে।
পূণ্য ক্ষীণ ভৈলে দুনাই নৰকত পৰে॥
বেদমতে কৰ্ম যদি অছিদ্ৰে কৰয়।
অৰ্পণা নভৈলে একো ফল নধৰয়॥ ২২১৬।

যদি ফল পাৱে তাৰ আছয় বিনাশ।
মহন্তসকলে তাত নকৰে বিশ্বাস॥
যজ্ঞ কৰি ধৰি আনি পশুক ছেদয়।
অৰ্পণা নভৈলে একো এল নধৰয়॥ ২২১৭।

যদি এহিজন কৰে স্বৰ্গক গমন।
নৰকত তেৱে পড়িবেক কোন জন॥
যি কাৰ্য্যে কাটিলা বলি তাতো নাহি আশ।
তম নৰকত চিৰকাল হোৱে বাস॥ ২২১৮।

সংসাৰত আয়া-যাত মুগুচে জীৱৰ।
এতেকে প্ৰবৃত্তি-পথ পৰম দুষ্কৰ॥ ২২১৯।

ভাৰত পুৰাণ ব্যাস ঋষি কৰিলন্ত।
যাৰ যেন জাতি-ধৰ্ম্ম সৱে বিহিলন্ত॥
চাৰিয়ো বেদৰ কৰিলেক শাখা-ভেদ।
তথাপিতো মুগুচে মনৰ মহা খেদ॥ ২২২২।

পশু-হিংসা ধৰ্ম্ম বিহিলন্ত জগতত।
সি কাৰণে সুস্থ নাহি ব্যাসৰ মনত॥
বৈকুণ্ঠৰ শাস্ত্ৰ ইটো মহা ভাগৱত।
নাৰায়ণে কহিলন্ত ব্ৰহ্মাৰ আগত॥ ২২২৩।

ব্ৰহ্মা নাৰদত কৈলা নাৰদে ব্যাসত।
ব্যাসে কহিলন্ত পাছে মহা ভাগৱত॥
শুকক পঢ়াইলা ব্যাসে ইটো শাস্ত্ৰ-সাৰ।
শুকে পৰীক্ষিত আগে কৰিলা প্ৰচাৰ॥ ২২২৪।

সাধু সঙ্গে কৃষ্ণ-ভক্তি কেহ নলৱয়।
কাৰ্য্য কৰ্ম্ম কৰি ঘোৰ নৰকে পড়য়॥
পদ-বন্ধে নিবন্ধিলোঁ শাস্ত্ৰ ভাগৱত।
শ্ৰৱণ-কীৰ্ত্তন কৰি তৰোক জগত॥ ২২২৫।

মাধৱে পুছিলা পাছে কৰযোৰ কৰি।
বৃথা দুখ পাৱে ক্ৰিয়া-কৰ্মক আচৰি॥
কোন কাৰ্য্যে তৰিবেক ঘোৰ সংসাৰত।
তাহাৰ উপায় আছে কহিয়ো সাম্প্ৰত॥ ২২২৬।
শঙ্কৰে বোলান্ত মাধৱৰ মুখ চাই।
ভকতি সাধন সৎসঙ্গ বিনে নাই॥
ভাগৱত পুৰাণৰ যতেক সাধন।
সৎসঙ্গ ভক্তিৰ কথা শুনা দিয়া মন॥ ২২২৭
প্ৰথমতে মহন্তৰ সেৱা কৰিবেক।
শুদ্ধ ভাব দেখি তান কৃপা মিলিবেক॥
কহিবন্ত ধৰ্ম ধৰিবেক শুদ্ধ মতি।
হৰি-কথা শ্ৰৱণত কৰি দৃঢ় মতি॥ ২২২৮।
কৃষ্ণত হুইবেক প্ৰেম দৃঢ়-ভক্তি জাত।
দেহ-ব্যতিৰেক আত্মা জানিবা সাক্ষাৎ॥
কৃষ্ণৰ পৰম কৃপা হুইবে তান প্ৰতি।
সৰ্বজ্ঞাত আদি গুণ জানিবাঁ সম্প্ৰতি॥ ২২২৯।
সংসাৰক তৰিবাক যাৰ আছে মন।
প্ৰথমে কৰোক সাধু সেৱাক যতন॥
গুৰু-সেৱাতেসে পাই ভুকুতি-মুকুতি।
অন্যথা নপাৱে কৈলোঁ শাস্ত্ৰৰ যুগুতি॥ ২২৩০।
শঙ্কৰৰ প্ৰৌঢ়ি বাণী শুনি মাধৱৰ।
গুচিল সংশয় যত আছিল মনৰ॥ ২২৩১।
কৃতাঞ্জলি কৰি আসনৰ উঠিলন্ত।
গুৰু মানি শঙ্কৰত শৰণ লৈলন্ত॥" ২২৩২।

দৈত্যাৰিয়ে ৰামচৰণৰ ওপৰক্ষি দুই এক কথা কৈছে:

"মাধৱে শাস্ত্ৰক দেখাই প্ৰবৃত্তি কহন্ত।
নিবৃত্তি দেখাই তাঙ্ক শঙ্কৰে খণ্ডন্ত॥

প্ৰভাতৰ পৰা তিনি পৰ বেলি গৈল।
দুইহন্তৰো কথা সাঙ্গ তথাপি নভৈল ॥ ২৬৩।

দুইৰো কথা দুয়ো খণ্ডিবাক নপাৰন্ত।
অনন্তৰে শ্লোকেক শঙ্কৰে পঢ়িলন্ত ॥
"যথা তৰোৰ্মূল নিষেচনেন
তৃপ্যতি তৎস্কন্ধ ভুজোপশাখাঃ।
প্ৰাণোপহাৰাশ্চ যথেন্দ্ৰিয়াণাং
তথাচ সৰ্বাৰ্চ্চন মুচ্যতেভ্যঃ ॥"

এহি শ্লোক পায়া দেৱ মাধৱে মনত।
নিশ্চয় কৰিয়া এড়িলেক পূজা যত ॥
মনে গুৰু মানি তেতিক্ষণ উঠিলন্ত।
শঙ্কৰদেৱক নমস্কাৰ কৰিলন্ত ॥ ২৬৫।

বোলন্ত শঙ্কৰদেৱে যাইবন্ত জানিলোঁ।
মাধৱে বোলন্ত গুৰু তোমাক মানিলোঁ ॥
শুনি দেৱ শঙ্কৰ ভৈলন্ত হৰিষিত।
আনন্দে শ্লোকৰ অৰ্থ লাগিলা কহিত ॥ ২৬৬।

বৃক্ষৰ মূলত যেন দিলে আনি জল।
হোৱয় তৃপিত ডাল-পাত পুষ্প-ফল ॥
ডালে-পাতে সিঞ্চে যদি মূলত নেদয়।
যাক দেই তাহাৰো তৃপিতি নাহিকয় ॥ ২৬৭।

ক্ষুধাতুৰজনে যদি অন্নক ভুঞ্জয়।
হোৱয় তৃপিত তাৰ যত ইন্দ্ৰিচয় ॥
ভোজন নকৰি পিন্ধে নানান ভূষণ।
মুহিকে তৃপিতি তাৰ যত ইন্দ্ৰিগণ ॥ ২৬৮।

সেহিমতে অচ্যুতক যিজনে পূজয়।
সৱে দেৱগণে তাৰ তৃপিত হোৱয় ॥

কৃষ্ণক সুপূজি যিটো পূজে দেৱগণ।
একো দেৱ তাত নাহিকন্ত তুষ্ট মন ॥ ২৬৯।
সাত কঠিখন দেৱ শঙ্কৰক দিলা।
শঙ্কৰদেৱক গুৰু মাধৱে মানিলা ॥" ২৭১।

ইয়াত কোনো লুক-ঢাক কথা নাই; গতিকে শঙ্কৰদেৱৰ ৰচিত পুথিৰ মতৰ লগতে ইয়াকো প্ৰামাণ্যৰূপে গ্ৰহণ কৰিব লাগিব।

শঙ্কৰ-মাধৱৰ সোণত সুৱগাৰ দৰে এই মিলন ঘটিছিল সেই বাৰৰ দুৰ্গা পূজাৰ মাথোন অলপ দিনৰ আগতে; গতিকে, অনুমান কৰিব পাৰি, মাধৱদেৱে বলিৰ ছাগলিৰ বাহিৰে আন সকলো যো-জা প্ৰায় সম্পূৰ্ণ কৰিছিল। শঙ্কৰদেৱক সেৱা জনাই তেতিয়াই ৰামদাসৰ সৈতে-উলটি যোৱা প্ৰসঙ্গত ৰামচৰণে লিখিছে—

"নমস্কাৰ কৰি দুয়ো গৃহক গৈলন্ত ॥
কথা-মাতে যান্তে পথে হৰষিত মন।
মাধৱে বুলিলা ৰামদাসক বচন ॥ ২২৩৪।
পূৰ্ব হন্তে শুনো শঙ্কৰৰ কথা যত।
তথাপিতো কিঞ্চিত্তেকো নধৰোঁ মনত ॥
তুমি বৰ আমাক কৰিলা উপকাৰ।
একেই কুটুম্ব আৰু সুহৃদ আমাৰ ॥ ২২৩৫।
মহা ভাগ্য আসি মোৰ ভৈল উপসন।
শঙ্কৰদেৱৰ আসি দেখিলোঁ চৰণ ॥ ২২৩৬।
এহি কথা-মাতে দুয়োজনে গৃহ পাইলা।
আসিল অষ্টমী তিথি মাধৱে জানিলা ॥" ২২৩৭।

এতিয়া মাধৱদেৱে আগতে দুৰ্গা পূজাৰ বাবে যোগাৰ কৰা উপচাৰ কৰিলে তাক সাৱধানে মন কৰিবলগীয়া:

"দীপ ধূপ তাম্বুল চন্দন উপহাৰ।
কৰিলা মাধৱে আনো নৈবেদ্য সম্ভাৰ ॥

আপুনি কোদাল ধৰি পথ চাঞ্চলিন্ত।
অদন্তৰে ৰামৰাম গুৰু আসিলন্ত ॥ ২২৩৮।
পন্থে মাধৱক পাই বুলিলা বচন।
বেলি ভৈল এভো তুমি নকৰিয়ো স্নান ॥
মাধৱে বোলন্ত গুৰু শুনা মোৰ বাক।
নৈবেদ্য উছৰ্গি সৱে দিলন্ত কৃষ্ণক ॥ ২২৩৯।
অৰ্দ্ধেক নৈবেদ্য লৈয়া অৰ্দ্ধেক থৈলন্ত।
অৰ্দ্ধেক নৈবেদ্য লৈয়া তেখনে গৈলন্ত ॥
বসিছা শঙ্কৰ তান থৈলন্ত আগত।
নমস্কাৰ কৰিলন্ত পড়ি চৰণত ॥
শঙ্কৰে বুলিলা পাছে চাহি মাধৱক।
আজি কেনে আনিলাহা দেৱী নৈবেদ্যক ॥ ২২৪১।
মাধৱে বোলন্ত দেৱী নৈবেদ্য নোহয়।
কৃষ্ণক উছৰ্গি দিলা গুৰু কৃপাময় ॥ ২২৪২।
শুনিয়া শঙ্কৰে মাধৱক প্ৰশংসিলা।...
আপুনি ভুঞ্জিবোঁ মঞি কৃষ্ণ-প্ৰসাদক ॥ ২২৪৩।
আন ভক্ত সমস্তক শঙ্কৰে মাতিলা।
ৰামৰায় আদি কৰি সৱাকে বুলিলা ॥ ২২৪৪।
মাধৱে নিশ্চয় মন বুদ্ধি কৰিলন্ত।
কৃষ্ণত একান্তভাৱে শৰণ লৈলন্ত ॥" ২২৪৫।

অকল দেৱী-পূজা-ত্যাগেই নহয়, তাৰ লগে লগেই মাধৱদেৱে জোৰণৰ কন্যাও ত্যাগ কৰি গুৰু-সেৱা আৰম্ভ কৰিলে :

"যেহি দিনা শঙ্কৰদেৱক লাগ পাইলা।
সেহি দিনা হন্তে মন নিশ্চয় কৰিলা ॥...
কি কৰিয়া জুৰণৰ কন্যাক এৰিবোঁ। ২৩৪৮।
প্ৰতি ভাঠি বেলা দেৱ মাধৱ যাৱন্ত।
শঙ্কৰৰ পাৱে পৰি প্ৰণাম কৰন্ত ॥" ২৩৬৩।

ইহাতে, মাধৱদেৱক লগ পোৱাৰ পৰা শঙ্কৰদেৱৰ জীৱনৰো এটি নতুন অধ্যায় আৰম্ভ হল; জোঁৱায়েক হৰি ভূঞাক শিৰোমণি ভূঞাৰ বিষয়-বাব চলাবলৈ এৰিদি দিনে-ৰাতিয়ে ধৰ্ম-চৰ্চা কৰিবলৈ ধৰিলে:

"মাধৱদেৱক লাগ যেহি দিন হন্তে পাইল,
শঙ্কৰে এৰিলা আন কৰ্ম।
আন নাহি ৰাত্ৰি-দিনে কৃষ্ণৰ কথাত বিনে
মাধৱৰ চৰি যায় মৰ্ম ॥ ২৩৮৭।
কৃষ্ণ যেন মতে উদ্ধৱত ভক্তি
কহিল যিটো ৰহস্য।
মাধৱদেৱৰ প্ৰেম-ভকতিত
ভৈলন্ত শঙ্কৰ বশ্য ॥" ২৩৯৬।

ধৰ্ম, সাহিত্য, সমাজ, সদৌ ক্ষেত্ৰত শঙ্কৰ-মাধৱৰ মিলন সোণত সুৱগাৰ দৰেই জিলিকি আছে। ভক্ত-চৰিত্ৰকাৰে দুইৰো শেষ বিদায়ৰ চিত্ৰ এনেদৰে আঁকিছে:

"অনন্তৰে শঙ্কৰে গণককুছি পাইলা।
মাধৱদেৱৰ যাই গৃহত ৰহিলা॥
মাধৱে বসাইয়া পখালিলন্ত ভৰি।
ভকতসৱক থান দিলন্ত সাদৰি॥ ৩৮৩২।
শঙ্কৰে বুলিলা পাছে মাধৱক চাই।
ভুঞ্জিবো তোমাৰ হাতে অন্ন ৰান্ধা যাই॥ ৩৮৩৩।
হেন শুনি মাধৱে কৰন্ত অসন্তোষ। ৩৮৩৪।
তযু পাত্ৰে ভাত দিবে মোৰ যোগ্য নাই।
অধমৰ হাতে বোলা কোনে অন্ন খায়॥ ৩৮৩৭।
মাধৱে বোলন্ত অৱশেষ অন্ন দিয়ো। ৩৮৪০।
হেন শুনি গুৰু দিলা অৱশেষ অন্ন।
মাধৱে আনন্দ মনে কৰিলা ভোজন॥

মাধৱৰ অন্ন পাছে শঙ্কৰে খুজিলা।
তাহাৰ পাতৰ অন্ন আপুনি ভুঞ্জিলা ॥ ৩৩৪১ ।
শঙ্কৰে বোলন্ত আৰ কিছু দোষ নাই।
ভিন্ন ভাব নাই তুমি আমি একে কায় ॥ ৩৮৪২ ।
অনন্তৰে পাৰিলন্ত শয্যা শয়নৰ।
মাধৱক হাতে ধৰি নিলন্ত শঙ্কৰ ॥
দুয়োজনে যাই পাছে শয্যাত বসিলা।
মাধৱ দেৱতা গুৰু পাৱক যান্তিলা ॥ ৩৮৪৫ ।
মহা প্ৰেমে ভৈলা দুয়ো একোহি শৰীৰ।...
শঙ্কৰৰ গাৱে মাধৱ গৈলা লীন ॥ ৩৮৪৭ ।
হেন শুনি ভক্তসৱে জিজ্ঞাসিয়া চাইলা।
শঙ্কৰদেৱক মাত্ৰ শয্যাত দেখিলা ॥ ৩৮৪৮ ।

---

# ওঠৰ

## শৰঙ্কদেৱৰ ভাগৱত-পাণ্ডিত্য

বাৰ বছৰীয়া তীৰ্থ-ভ্ৰমণ সমাপনৰ পাছৰ সৰ্বপ্ৰধান ঘটনা মাধৱদেৱৰ লগত মিলন ; কিন্তু আধুনিক বিৰোধীবিলাকে বিকৃত অৰ্থৰ সহায়ক বুজি গুৰুত্ব দিয়ে তাৰ আগৰ এটি সামান্য ঘটনাত। গতিকে পোনতে তাৰেই মুকলি বিচাৰ কৰা হওক :

"তিৰুটি দেশৰ এক বিপ্ৰবৰ
ভাগৱত গ্ৰন্থ লৈলা।
জগন্নাথ আগে পঢ়িবাক ৰঙ্গে
ক্ষেত্ৰক লাগি আসিলা॥
জগন্নাথে তাঙ্ক স্বপ্নত বুলিলা
শুনিয়োক বিপ্ৰবৰ।
উদয় ৰাজ্যত বৰদোৱা গ্ৰামে
আছন্ত শঙ্কৰ বৰ ॥ ২১৫৮।
তান আগে গৈয়া পঢ়িয়োক ইটো
মহাগ্ৰন্থ ভাগৱত।
তাহান আমাৰ নাহিকে অন্তৰ
কৈলো ইটো স্বৰূপত ॥
চেতন লভিয়া গুণন্ত মনত
দেখিয়া স্বপ্ন বিশেষ।
উদয় ৰাজ্যত যাইবে জগন্নাথে
কৰিলা মোক আদেশ ॥ ২১৫৯।
জগন্নাথ আজ্ঞা শিৰোগত কৰি
দ্বিজবৰ লড়িলন্ত।

যাত্ৰীৰ লগত পৰম হৰিষে
কামৰূপে আসিলন্ত ॥ ২১৬০ ।
অনুক্ৰমে সৱে দেশক এড়ায়া
ৰাজ্য পাইলা আসামৰ ।
তেম্বৰনি বন্ধে বৰদোৱা গ্ৰাম
পাইলা পাছে শঙ্কৰৰ ॥ ২১৬১ ।
মনত বোলন্ত এহেন্তে শঙ্কৰ
দৰশন ভৈলোঁ আসি ।
মহা ভাগ্যোদয় মিলিল আমাৰ,
দূৰে গৈলা পাপৰাশি ॥ ২১৬৫ ।
তুই মাস পূৰ্ণ ভৈলেক পথত,
আসিলোঁহো ৰঙ্গ মনে ।
মহা ভাগ্য মোৰ মিলিল তোমাক
দেখিলোঁ আসি নয়নে ॥
তযু দৰশনে পাপ দূৰ ভৈল,
আনন্দ কৰে হৃদয় ।
এতেক ৰোলন্তে প্ৰেম উপজিল,
নয়নে নীৰ সৰয় ॥” ২১৭০ ।

ৰামচৰণৰ এই বৃত্তান্তৰ লগত দৈত্যাৰিৰ সংক্ষিপ্ত কথাও মিলে ঃ

ভাগৱত শাস্ত্ৰ লৈয়া এক বিপ্ৰজনে ।
জগন্নাথ ক্ষেত্ৰ গৈলা পঢ়িবাক মনে ॥ ৮২ ।
স্বপনত জগন্নাথে বুলিলো বচন । ৮৩ ।
শুনা দ্বিজৰাজ তুমি কামৰূপে যায়ো ।
শঙ্কৰক ভাগৱত শাস্ত্ৰক শুনায়ো ॥
শঙ্কৰে শুনিলে মই শুনা হেন জানা ।
শঙ্কৰকে মোকে তুমি এক কৰি মানা ॥ ৮৪ ।

ভূষণৰ এই প্ৰসঙ্গৰ প্ৰায়খিনি পদ ৰামচৰণৰ লগত একে ; ৰামানন্দত বিশেষ নাই। সি যি হওক, তাৰ পাছত :

“ব্ৰাহ্মণৰ কাৰুণ্যক শুনিয়ো শঙ্কৰ।
মনত হৰিষে পাছে দিলন্ত উত্তৰ ॥ ২১৭৪।
শঙ্কৰ বদতি শুনা বিপ্ৰ মহাশয়।
জগন্নাথ দয়া মোক সম্পূৰ্ণে আছয় ॥ ২১৭৫।
কালি আৰম্ভিবা মহা গ্ৰন্থ ভাগৱত।
গীত-পদ কৰি মই আছোঁহো পূৰ্বত ॥
তাত কৰি অৰ্থ কিবা বিলক্ষণ হয়।
শুনিবাক মোৰ মহা আনন্দ আছয় ॥ ২১৭৬।
এহি কহি মৌনে পাছে ৰহিলা শঙ্কৰ।
পৰম হৰিষ মন ভৈলা ব্ৰাহ্মণৰ ॥
এত হন্তে ভক্তসৱ আসিয়া মিলিলা।
নেৱ-গৃহে পশি মহা নাট আৰম্ভিলা ॥ ২১৭৭।
যিসৱ অৰ্থক কহে গীতা-ভাগৱতে।
সৱ অৰ্থ ব্যক্ত হুয়া আছয় গীততে ॥
হাতে তাল ধৰি গীত গায়নে গাৱয়।
শঙ্কৰৰ গীত শুনি হুইলা বিস্ময় ॥
অনন্তৰে নাম ধৰিলন্ত ভক্তগণে।
অমৃত বৰিষে যেন ব্ৰাহ্মণৰ মনে ॥
কীৰ্ত্তন কৰয় পালী ঘোষাক গাৱয়।
ওঝা পদ বোলে যেন অমৃত সিঞ্চয়।।” ২১৭৯।

বাইবোলত কোৱাৰ দৰে যিবিলাকে “দেখিও নেদেখে, শুনিও নুশুনে, আৰু নুবুজে” সেইবিলাকৰ বাবে নহয়, কিন্তু তেনে দোষ নথকা সকলক কবৰ আৱশ্যক নাই যে উনৈশ বছৰত চিহ্নযাত্ৰা অঙ্ক আৰু উদ্ধৱ-সম্বাদ পদ কৰোঁতা, আৰু তাৰ পাছতো ওপৰত কোৱা দৰে

ভাগৱতৰ "গীত-পদ কৰি মই আছোঁহো পূৰ্বত" বোলোঁতা, আৰু কথাত নহয় কামত, সেই গীত-পদ সেই বামুণক শুনাই মুগ্ধ কৰোঁতা শঙ্কৰদেৱে তেতিয়ালৈকে ভাগৱত শাস্ত্ৰ নোপোৱাকৈ বা নেদেখাকৈ নাছিল। ৰামচৰণৰ পদতে পুনৰপি তাৰ প্ৰমাণ পোৱা হয়:

"প্ৰথম স্কন্ধৰ পৰা দ্বাদশ পৰ্য্যন্ত।
পঢ়িলন্ত বিপ্ৰে ব্যাখ্যা কৰি ভাগৱত॥ ২১৮১।
পৰম হৰিষ মনে পঢ়ে বিপ্ৰবৰ।
দোষণ সিদ্ধান্ত দেন্ত আপুনি শঙ্কৰ॥" ২১৮২।

সদ্ বুদ্ধি থকা কোনো লোকক বুজাই বুজাব নালাগিব যে আগতে কোনো কালে ভাগৱত নেদেখা হলে বামুণে পঢ়াৰ লগে লগে ভাগৱত-পাঠৰ "দোষণ সিদ্ধান্ত" দি যাব কেতিয়াও নোৱাৰিলেহেঁতেন। আগতে কোৱা হৈছে এই প্ৰমাণ উল্লেখ-কৰোঁতা অন্য একমাত্ৰ লেখক দৈত্যাৰিৰ ডাল-জোৰা দিয়া কথাই ৰামচৰণৰ কথা অপ্ৰমাণ কৰিব নোৱাৰে। তেওঁ পিতাক ৰামচৰণৰ গুৰুচৰিত চুকি নোপোৱাৰ কাৰণ যিয়েই হওক, তেওঁৰ কথা অন্য প্ৰমাণ বিনে যে গ্ৰহণ কৰিব নোৱাৰি তাৰ কাৰণ তেওঁৰ নিজৰ পদতেই আছে:

"এহি কথা বুঢ়ীৰ পো গোবিন্দতো
পুছিলোঁ আমি প্ৰবন্ধে।
গোবিন্দ আতই বড় মনে বুলি-
লন্ত লিখা পদবন্ধে॥ ১৭০২।
যিমান জানন্ত তেহেঁ কহিলন্ত,
আনতো যিবা শুনিল।
ৰামচৰণত শুনিছোঁ যি মত
সৱাকো আমি লিখিল॥ ১৭০৪।
নানান প্ৰকাৰে ইসব কথাক
চৰ্চ্চন্ত নানা ভকতে।

এতেকৰ মত নপাৰি লিখিত
যেমন জানয় যিটে ॥ ১৭০৬।
নাহিকে আৰিস মুখৰ কথাক
কহন্তো তেখনে লড়ে। ১৭০৭।

অকল দৈত্যাৰিৰ কথাত ভিৰ দিব নোৱৰাৰ এটা স্পষ্ট সতর্ক বাণী এই: জগদীশ মিশ্রক লগ পোৱাৰ পাছত ভাগৱত গ্রন্থ বিচাৰ কৰি শঙ্কৰদেৱে ভক্তি-গ্রন্থ প্রকাশ কৰা, আৰু পোনতে কীৰ্ত্তনৰ ছন্দ ৰচনা কৰা বুলি উমানতে ৯৫-৯৭ পদত কৈ তাৰ লগতে লিখিলে—

"শঙ্কৰো পলাই গৈলা লোকৰ লগত।
কীৰ্ত্তন-ঘোষা পুথিখন ৰহিল ঘৰত ॥
তাক নিবে লাগি একেশ্বৰে আসিলন্ত।
আসামে বেঢ়িল যেৱে ঘৰ পশিলন্ত ॥ ৯৯।

যেন জগদীশে ভাগৱত পঢ়াৰ লগে লগেই ততাতৈয়াকৈ "কীৰ্ত্তন-ঘোষা" লিখা শেষ হৈ গল, আৰু তাৰ বহুত কালৰ পাছতহে "সাত কঠিখান দেৱ শঙ্কৰক দিয়া। শঙ্কৰদেৱক গুৰু মাধৱে মানিয়া ॥" (২৭১ পদ): গতিকে দৈত্যাৰিৰ এই বৃত্তান্তৰ সকলো কথা নির্ভৰযোগ্য নিশ্চয় নহয়।

শঙ্কৰদেৱৰ আধুনিক বিৰোধীবিলাকে ৰামচৰণ প্রভৃতিৰ এই সকলো জলৃজ্বল্-পট্পট্ প্রমাণলৈ আওকাণ কৰি তেওঁলোকৰ কাল্পনিক মত এনেদৰে ৰচনা কৰে যেন শঙ্কৰদেৱ কৰবাত কেতিয়াবা কোনোবা বিষ্ণুপুৰী সন্ন্যাসীৰ বা তেওঁৰ কোনোবা শিষ্যৰ শিষ্য আছিল গতিকে জগদীশ মিশ্রই সেই কাল্পনিক লোকজনৰ ভাৱী স্বৰূপেহে ভাগৱতখন আনি শঙ্কৰদেৱক দিছিল! এই দুষ্ট ভ্রান্ত মত দূৰীকৰণৰ বাবেই আমি আকৌ বিষ্ণুপুৰী সন্ন্যাসীক খেদি ধৰিব লগা হল বাস্তৱতে অনাৱশ্যক সত্বেও।

দ্বিতীয়বাৰ দেশ-ভ্রমণত কেনেকৈ এজন সন্ন্যাসী শঙ্কৰদেৱৰ অনুৰক্ত

হয় আৰু তেওঁ নিজৰ আগ-গুৰি বৰ্ণোৱা প্ৰসঙ্গতহে গুৰুজনাই কেনেকৈ বিষ্ণুপুৰীৰ নাম আৰু কাহিনী প্ৰথম শুনে ৰামচৰণে তাৰ বিতং বিৱৰণ দিছে :

"এহি বুলি মৌন হুয়া সন্ন্যাসী ৰহিল।
পুনৰপি তুনাই আৰো শঙ্কৰে বুলিল ॥ ৩৩৮৮।
কোন গ্ৰামে থাকাঁহা কাহাৰ তুমি শিষ্য।
বৈষ্ণৱ চৰিত্ৰ ইটো কহিলা ৰহস্য ॥
হেন শুনি সন্ন্যাসী হৰিষ বৰ ভৈলা।
আপোনাৰ কথা শঙ্কৰৰ আগে কৈলা ॥ ৩৩৮৯।
আছিলন্ত সন্ন্যাসী মহন্ত অনুপাম।
কৃষ্ণৰ সেৱক তেহ্নে বিষ্ণুপুৰী নাম ॥
তান শিষ্য আছে ব্ৰহ্মানন্দ অতিশয়।
তাহ্বান সেৱক আমি জানিবা নিশ্চয় ॥ ৩৩৯০।
হেন শুনি শঙ্কৰে বুলিলা পুন্থ কথা।
বিষ্ণুপুৰী নাম তান ভৈল কিক তথা ॥
অনন্তৰে বুলিলা সন্ন্যাসী মহামতি।
অল্প কৰি কহোঁ কিছু কথাক সম্প্ৰতি ॥ ৩৩৯১।
এড়িলন্ত ভাৰ্য্যা নৱগুণ পূৰি থাই।
সন্ন্যাস ধৰ্মক তেহোঁ ধৰিলন্ত যাই ॥
তাতো পাছে এহিমতে কতো দিন আছে।
শুনিয়োক বাপ যেন কথা ভৈল পাছে ॥ ৩৩৯২।
একদিন ৰহিলন্ত গঙ্গাৰ তীৰত।
এক জনী স্ত্ৰী তথা কাপোৰ ধোৱন্ত ॥
হলফল কৰে তন গাৱে বস্ত্ৰ নাই।
বিষ্ণুপুৰী দেখি তেৰ কৰি আছে চাই ॥ ৩৩৯৩।
যৌৱন শৰীৰ তাইৰ গৌৰ বৰ্ণ গাৱ।
সন্ন্যাসীৰ দেখি উপজিল প্ৰেম-ভাৱ ॥

মনত বোলন্ত আৰে কৰোঁ কোন কৰ্ম।
পৰ-স্ত্ৰীক আলাপিলে ভ্ৰষ্ট হুইবে ধৰ্ম ॥ ৩৩৯৪ ।

কৰিলন্ত থিৰ মনে বিমৰসি চাই।
বোলে আপোনাৰ স্ত্ৰীক আলাপিবোঁ যাই ॥
এহি বুলি বিপ্ৰবৰ চলি গৈলা ঘৰে।
আপোনাৰ গৃহ যাই পাইলা অন্তৰে ॥ ৩৩৯৫ ।

শৃঙ্গাৰ সুখক তেৱে ভাৰ্য্যাক খুজিল।
ব্ৰাহ্মণী শুনিয়া কৃষ্ণ বিষ্ণুক স্মৰিল ॥
নৱগুণ পুৰি থাই সন্ন্যাসী ভৈলাঁহা।
ধৰ্ম-ভ্ৰষ্ট কৰি কেনে অন্যায় কৰাঁহা ॥ ৩৩৯৬ ।

হোৱে নোহে মোৰ কথা মনে চাৱা গুণি।
কৰা মন থিৰ তুমি সজ্জন আপুনি ॥
এহি বুলি আনি দিলা পানী-দিয়া ভাত।
দিলা তাম্বুলৰ চোবা তাৰ ওপৰত ॥ ৩৩৯৭ ।

ভাৰ্য্যাৰ বিতণ্ডা হেন দেখি মহামানী।
আপোনাক গৰিহি গৈলন্ত মনে জানি।
হেন কদৰ্থনা দেখি লাগিল বিকাৰ।
অগ্নি-ঝাস কৰোঁ বুলি মনে কৈলা সাৰ। ৩৩৯৮ ।

ই কথা শুনিলে লোকে গৰিহা কৰিবে।
হাসিবেক লোকে হেন দুৰ্যশ ঘোষিবে ॥
জীৱনত কৰি মোৰ মৰণেসে ভাল।
এহি বুলি অগনি জ্বালিলা তৎকাল ॥ ৩৩৯৯ ।

জাম্প দিয়া অগণিত পৰিবাক গৈলা।
হেন দেখি হৰি সন্ন্যাসীৰ আগ ভৈলা ॥
বোলে বিপ্ৰবৰ তুমি মৰা কিক জানি।
নমৰিবি কহোঁ মই, শুনা মোৰ বাণী ॥ ৩৪০০ ।

দেহৰ বিকাৰ যত শোক-মোহচয়।
তিনিও লোকক ইটো জুড়িয়া আছয়॥ ৩৪০১।
শুনিয়োক বিপ্ৰবৰ কহোঁ আৱে মই।
ভাগৱত শাস্ত্ৰক অভ্যাস কৰা তই॥
কৃষ্ণত ভকতি তোৰ হুইবেক প্ৰচুৰ।
কাম-ক্ৰোধ লোভ-মোহ সৱে হুইব দূৰ॥ ৩৪০২।
ভাগৱত শাস্ত্ৰ পাছে অভ্যাস কৰিলা।
এহি কথা কহিয়া সন্ন্যাসী চলি গৈলা॥" ৩৪০৩।

আধুনিক বিৰোধীবিলাকে বিচাৰি পাই অনা "শঙ্কৰদেৱৰ গুৰুৰ গুৰু" এই বিষ্ণুপুৰীয়েই!! কিন্তু তেওঁ যদি কেনেবাকৈ গুৰুৰূপে কটা যায়, তেন্তে বিকল্পে আকস্মিক ঘটনাৰ খাবে আচুতীয়াকৈ ৰখা সেই বিষ্ণুপুৰীৰে শিষ্য ব্ৰহ্মানন্দ বা 'তস্য শিষ্য' (?) ৰামভট্টক সেই ঠাইত ঠিয় কৰায়; আৰু তাৰ বাবে শঙ্কৰদেৱে মাধৱদেৱক বিষ্ণুপুৰীৰ ৰত্নাৱলী ভাঙিবলৈ আদেশ দিয়া কথাই আকৌ তেওঁলোকৰ মূলধন! এতিয়া আমি আকৌ তেওঁলোকক খেদি ধৰিব লগা হ'ল; আৰু এই প্ৰসঙ্গ কণ্ঠভূষণৰ কাহিনীত পোৱা হয়:

"কণ্ঠভূষণ নামে ব্ৰাহ্মণ আছিলা।
চাৰিখান কল্পক অহিতে পঢ়িলা॥
বেদান্ত শাস্ত্ৰক পঢ়িবাক ইচ্ছা কৰি।
বাৰাণসী প্ৰদেশক গৈল যত্ন কৰি॥ ১৪২৫।
ৰামভট্ট নামে তৈত বিপ্ৰ একজন।
পৰম বৈষ্ণৱ বেদান্তত সুশোভন॥
অনেক পণ্ডিত বিপ্ৰ পঢ়ে সেহি ঠাই।
অতি আনন্দিত ভৈল বাৰাণসী পাই॥ ১৪২৬।
অনেক পঢ়ুৱা সেহি থানত থাকয়।
কণ্ঠভূষণক তাৰাসৱে নোছোৱয়॥

কামৰূপী বিপ্ৰ এতে মৎস্যক ভুঞ্জয়।
এহি বুলি ছুইলে স্নান তেক্ষণে কৰয় ॥ ১৪২৮ ।

এক কথা শুনা ভাগৱতত আছয়।
নিমি-নৱ সিদ্ধৰ সম্বাদ যেন নয় ॥
শঙ্কৰে তাহাৰ কৰিছন্ত পদচয় ।
শুনন্তে লোকৰ বহু আনন্দ মিলয় ॥ ১৪৩২ ।

আৱৰণ কৰিছন্ত প্ৰথম কালত।
কণ্ঠভূষণৰ পুথি আছিল লগত ॥
ৰাত্ৰি অৱসানে তাক গাইবাক লাগিলা।
এক চিত্ত কৰি গুৰু শুনিয়া আছিলা ॥ ১৪৩৩ ।

প্ৰভাতত গুৰু ছাত্ৰশালক গৈলন্ত।
কণ্ঠভূষণেও উঠি তৈকে আসিলন্ত ॥
ৰামভট্টে বুলিলন্ত কণ্ঠভূষণক।
কৈত পাইলা তুমি ভাগৱতৰ পদক ॥ ১৪৩৪ ।

উত্তম পঠন আক কোনে বিৰচিলা।
কণ্ঠভূষণেও শুনি কহিবে লাগিলা ॥
আমাৰ দেশত আছে নামত শঙ্কৰ।
পৰম মহন্ত অগ্ৰগণী বৈষ্ণৱৰ ॥ ১৪৩৫ ।
তেন্তে কৰিছন্ত ভগৱতৰ পদক।
শুনি ৰামভট্ট গুৰু পাইলা আনন্দক।
পুনৰ্বাৰ গুৰু সম্বোধিয়া বুলিলন্ত।
শুনা কণ্ঠভূষণ তুমি মহা ভাগৱত ॥ ১৪৩৬ ।

যি দেশত মহা ভাগৱত প্ৰচাৰয়।
তাহাৰ সমান পুণ্য ভূমি নাহিকয় ॥
কণ্ঠভূষণ তুমি কিসক আসিলা।
মহা ভাগৱত পঢ়ি কেনে নৰহিলা ॥ ১৪৩৭ ।

তেজিয়া আসিলা ভাগৱত অমৃতক।
চৰ্বন কৰিবে লাগি বেদান্ত কাষ্ঠক ॥
মোহোৰ বচন কৰ্ণ পাতি শুনিয়োক।
পুনৰ্বাৰ শঙ্কৰৰ পাশক যায়োক ॥ ১৪৩৮।
শঙ্কৰত জনাইবাহা মোৰ নমস্কাৰ।
কলিত বৈষ্ণৱ বিষ্ণু, সৰ্ব-শাস্ত্ৰ-সাৰ ॥ ১৪৩৯।
এহি বুলি আনি ৰত্নাৱলী পুস্তকক।
সম্বোধি বুলিবে লৈলা কণ্ঠভূষণক ॥
বিষ্ণুপুৰী সন্ন্যাসী অমৃত ইটো কৃত।
বৈষ্ণৱজনৰ ইটো মহা মনোনীত ॥ ১৪৪০।
এহি পুথিখনি দিবা শঙ্কৰ হাতত।
তাৰ পৰা প্ৰচাৰিবে সমস্ত ৰাজ্যত ॥
কণ্ঠভূষণেও প্ৰণমিয়া পুস্তকক।
নবীন বস্ত্ৰত বান্ধি কৰি আদৰক ॥ ১৪৪১।
সম্বোধন কৰি পাছে ছাত্ৰ-সমস্তক।
গুৰুত অনুজ্ঞা মানি লৱিলা গৃহক ॥ ১৪৪২।
কণ্ঠভূষণক পাছে শঙ্কৰে পুছিলা।
বেদান্ত নপঢ়ি কেনে উলটি আসিলা ॥ ১৪৪৪।
দেখি কণ্ঠভূষণৰ আনন্দ ভৈলন্ত।
ৰত্নাৱলী পুথিখান হাতত লৈলন্ত ॥
পৰম গৌৰৱে শঙ্কৰৰ হাতে দিলা।
ৰামভট্টৰ স্তুতি-নতি সমস্তে কহিলা ॥" ১৪৭৫।

ইমানৰ মূৰতো আধুনিক বিৰোধীবোৰে পাতে বিকল্পে ৰামভট্ট বা ব্ৰহ্মানন্দক শঙ্কৰদেৱৰ গুৰু, যেন সাতকাণ্ড ৰামায়ণত পণ্ডিত হৈ আহি সোধে বোলে সীতা ৰামৰ মাক নে ভনীয়েক ? সি যি হওক, সেই বিষ্ণুপুৰীৰ ৰত্নাৱলী পাই পোনতে শঙ্কৰদেৱে কেনে ব্যৱহাৰ কৰিছিল তাকো লক্ষ্য কৰিব লগীয়া। দৈত্যাৰিৰ মতে :

"শুনিয়া শঙ্কৰদেৱে হেলা কৰিলন্ত।
সন্ন্যাসীৰ কৃত জ্ঞান কৰ্ম কহিলন্ত॥ ৭০৫।
তান বাক এড়াইবাক শঙ্কৰে নপাই।
লভিলা হৰিষ সিটো গ্ৰন্থখান চাই॥" ৭০৬।

ৰামভটৰ ইমান ভক্তি আৰু তুতি-নতিৰ সত্ত্বেও সন্ন্যাসীয়ে ৰচা শাস্ত্ৰবুলি শঙ্কৰদেৱে পোনতে আওহেলা কৰা কথায়ো যে বিষ্ণুপুৰী প্ৰভৃতিত শঙ্কৰদেৱৰ গুৰু অনুসন্ধানৰ পৰা কিছুমান জীৱক বিৰত কৰিব নোৱাৰে, ইয়াতকৈ আচৰিত কি?

## ঊনৈশ

## শঙ্কৰদেৱৰ আগতীয়া গ্ৰন্থসমূহ

শঙ্কৰদেৱৰ প্ৰথম ৰচনা "চিহ্নযাত্ৰা" অঙ্কৰ নিদৰ্শন পাবলৈ নাই; ৰামচৰণৰ বৰ্ণনাৰ পৰা তাৰ বিষয়-বস্তুৰ আভাস পোৱা হয়:

"বৈকুণ্ঠ নগৰ পটত লেখিয়া
অঙ্ক কৰিলন্ত তাৰ॥ ১৪৬১।
ধেমালিৰ ঘোষা প্ৰথমে লিখিয়া,
দ্বিতীয়ে শ্লোক ৰচিলা।
সূত্ৰ ভটিমাক গীতক কৰিয়া
চিহ্নসৱ বিভাগিলা॥
যাৰ যেন থান যিমত লক্ষণ
কল্পতৰু উপবন।
সৰোবৰচয় অধিক শোভয়
অনন্ত শয্যা শোভন॥ ১৪৬২।
লক্ষ্মী সৰস্বতী চৌদ্ধ পাৰিষদ
গীততে সৱকে দিলা।
সাত বৈকুণ্ঠৰ সাত গোটা নট
সৱাকো তাতে নিৰ্মিলা॥
গীত নাট সূত্ৰ সমস্তে কৰিয়া
যেৱে সাঙ্গ কৰিলন্ত।
ভূঞা সৱে ৰভা- ঘৰ সাজি তেৱে
শঙ্কৰত জনাইলন্ত॥" ১৪৬৩।

দ্বিতীয় ৰচনা "উদ্ধৱ সম্বাদ" মহেন্দ্ৰ কন্দলী প্ৰভৃতিক শৰণ লগাবৰ "চিহ্নযাত্ৰা" ভাৱনাৰ পিছ ৰাতি লিখা; "কীৰ্ত্তন" পুথিৰ বৰ্ত্তমান "গোপী-

উদ্ধৱ সম্বাদ" ৰচনাই সেই পুথি যদি হয়, তেন্তে তাত ভক্তি-প্ৰাধান্য মন কৰিবলগীয়া। "চিহ্নযাত্ৰা"ই চকু-কাণ উভয়ৰ বাবে বৈকুণ্ঠ ৰচিলে আৰু "উদ্ধৱ সম্বাদে" ভাগৱতৰ দশম স্কন্ধৰ কাহিনীৰে সেই বৈকুণ্ঠৰ উত্তৰাধিকাৰী ভক্তসৱৰ মাহাত্ম্য উত্তমৰূপে প্ৰকাশ কৰিলে :

"উদ্ধৱে গোপীৰ দেখিয়া ভাৱ।
বিস্ময় হুয়া শিহৰাইলা গাৱ ॥
নন্দৰ ব্ৰজে যত গোপীজাক।
শিৰে বন্দো তান পদধূলাক ॥ ১২৫৫।
ৰাত্ৰি দিনে গাৱে হৰি-চৰিত্ৰ।
তিনিও লোকক কৰে পৱিত্ৰ ॥ ১২৫৬।
আলাস ত্যাজিয়া ভজিয়ো হৰি।
সমস্ত নৰে ডাকি বোলা হৰি ॥" ১২৬৩।

ইয়াৰ পাছৰ কেবছৰত শঙ্কৰদেৱে কি ৰচিছিল সঠিক কোৱা টান; কিন্তু প্ৰথম তীৰ্থ-ভ্ৰমণত বদৰিকাশ্ৰমত গুৰুজনে এই বৰগীতটি ৰচিছিল বুলি প্ৰসিদ্ধি আছে :

"ধ্ৰুং। মন মেৰি ৰাম-চৰণহি লাগু :
তই দেখ না অন্তক আগু ॥
মন, আয়ু ক্ষণে ক্ষণে টুটে।
দেখ, প্ৰাণ কোন দিনে ছুটে ॥
মন, কাল অজগৰে গিলে।
জান, তিলেক মৰণ মিলে ॥
মন, নিশ্চয় পতন কায়া।
তই, ৰাম ভজ ত্যাজি মায়া ॥
ৰে মন, ই সৱ বিষয় ধান্ধা।
কেন, দেখি নেদেখস আন্ধা ॥

মন, সুখে পৰ কৈছে নিন্দ।
তই, চিত্তে চিন্ত গোবিন্দ ॥
মন, জানিয়া শঙ্কৰ কহে।
দেখ, ৰাম বিনে গতি নহে ॥"

দৈত্যাৰিৰ "প্ৰথমতে কৰিলন্ত কীৰ্ত্তনৰ ছন্দ" কথা অৱশ্যে অনির্দিষ্ট। "কীৰ্ত্তন"ৰ "কংস-বধ" আদি কোনো কোনো ছোৱা যে গুৰুজনৰ অন্ততঃ বৰদোৱাত থকা সময়ৰ ৰচনা তাক মুই কৰা কঠিন; কিন্তু "পাষণ্ডমৰ্দন" আদি যে ধুৱাহাটত থকা সময়ৰ আগৰ ৰচনা নহয় তাৰ নানান প্ৰমাণ আছে। গতিকে "কীৰ্ত্তন" পুথি এক আৰু মূল শাস্ত্ৰ বুলি ধৰি তাৰ আলোচনা একেলগে পাছতহে কৰা সমীচীন। "হৰিশ্চন্দ্ৰ উপাখ্যান" আৰু "ভকতি-প্ৰদীপ" গুৰুজনা ধুৱাহাটত থকা সময়ত বা তাৰ আগতেও ৰচা সম্ভৱপৰ; কিয়নো এই দুই শাস্ত্ৰই শঙ্কৰদেৱ যথাক্ৰমে পাটবাউসী আৰু চুণপৰাত থকা অৱস্থাৰ আগতে প্ৰসিদ্ধি লাভ কৰিছিল বুলি কথিত আছে। আভ্যন্তৰীণ প্ৰমাণ আদিৰ পৰা "ভকতি-প্ৰদীপ"তকৈ "হৰিশ্চন্দ্ৰ উপাখ্যান" আগতে ৰচিত হৈ গুৰুজনাৰ 'ধৰ্মৰ চাবি খুটি' মাৰি সকলোৰে মুখে মুখে প্ৰচলিত হোৱা বুলি জানিব পাৰি।—

"মাৰ্কণ্ডেয় পুৰাণৰ কথাতে প্ৰধান।
পয়াৰে ৰচিবোঁ হৰিশ্চন্দ্ৰ উপাখ্যান ॥ ২।
বিষ্ণু-বৈষ্ণৱৰ কথা দুয়ো সমতুল।
শ্ৰৱণ-কীৰ্ত্তনে কৰে পাপৰ নিৰ্মূল ॥
চাণ্ডাল পৰ্য্যন্ত কৰে সৱাকো পৱিত্ৰ।
জানি নিৰন্তৰে শুনা বৈষ্ণৱ চৰিত্ৰ ॥" ৪।

সুভাৰ্য্যা শৈব্যা আৰু সুপুত্ৰ ৰোহিতাশ্বক লৈ মহাসুখী হৰিশ্চন্দ্ৰ ৰজাই যজ্ঞ পাতিলে। কিন্তু বশিষ্ঠই ষেতিয়া সৰ্ব-সিদ্ধিদাতা গণেশৰ পূজাৰে যজ্ঞ আৰম্ভিব খুজিলে, তেতিয়া লাগিল কলি।

"প্ৰথমে বোলন্ত পূজিয়োক গণপতি।
বজায়ে বোলন্ত গুৰু কমন যুগুতি ॥
পৰম পুৰুষ হৰি তাঙ্ক এৰি আগে।
কিবা গুণে গণেশক পূজিবাক লাগে ॥ ২৫।
জগতৰ নাথ সংসাৰৰ আদি মূল।
বিষ্ণুক পূজিবোঁ প্ৰথমতে দিয়া ফুল ॥
বিষ্ণুত অৰ্পিবোঁ যত পূজা যজ্ঞ দান।
বিষ্ণু ব্যতিৰেকে দেৱ নজানোহোঁ আন ॥ ২৬।
হৰি তুষ্ট ভৈলে তুষ্ট হোৱে চৰাচৰ।
হেন বিষ্ণু এৰি পূজিবোঁহো লম্বোদৰ ॥ ২৭।
বশিষ্ঠ বদতি শুনা নৃপতি প্ৰধান।
গণেশক কিসক কৰাঁহা এতমান ॥
নৃপতি বোলন্ত গুৰু বুজুলিবাঁ মোক।
মাধৱক আৰাধিলে যেই লাগে হোক ॥ ২৮।
বিঘিনৰ শঙ্কায়ে নুপূজিবোঁ হৃষীকেশ।
ওকণিক ভয়ে কোনে মুণ্ডি আছে কেশ ॥ ২৯।
বশিষ্ঠ ভৈলন্ত আনো ঋষিত সম্মতি।
গণেশক এড়ি পূজিলন্ত লক্ষ্মীপতি ॥" ৩০।

বাহ্যিক প্ৰমাণৰ অভাৱ হলেও আভ্যন্তৰীণ প্ৰমাণৰ পৰা আখ্যান-মূলক "ৰুক্মিণীহৰণ কাব্য" "হৰিশ্চন্দ্ৰ উপাখ্যান" ৰচাৰ সময়ৰে বুলি ধৰিব পাৰি, যদিও ইখনত সিখনৰ দৰে কোনো প্ৰতিপাদ্য বিষয় নাই।

"কৃষ্ণ পদ-পঙ্কজ-যুগল মনে ধৰি।
গুৰুৰ চৰণ মনে নমস্কাৰ কৰি ॥
হৰিবংশ কথা কবি শঙ্কৰে সম্প্ৰতি।
ৰুক্মিণীহৰণ পদ-বন্ধে নিগদতি ॥ ৪।
একে হৰিবংশ কথা অমৃত সাক্ষাৎ।
আৰো ভাগৱত কথা মিশ্ৰ দিলোঁ তাত ॥

দুয়ো কথা পদবন্ধে কৰিছোঁ মিলাই।
যেন মধু মিশ্ৰ দুগ্ধে অতি স্বাদ পায়॥” ৫।

“ইয়াৰ শ্ৰৱণ কীৰ্ত্তনে সাক্ষাতে সাধয় পৰম গতি” বুলি লেখকে এই “পাতক-তাৰণ ৰুক্মিণীহৰণ” কাহিনী শেষ কৰিছে।

“ভকতি-প্ৰদীপ শাস্ত্ৰ মহন্তৰ গতি।” “গৰুড় পুৰাণ কৃষ্ণ-অৰ্জ্জুন সম্বাদ।” হৰিশ্চন্দ্ৰ উপাখ্যানৰ দৰেই ইয়াতো :

“যত দেৱঋষি ৰাজঋষি ব্ৰহ্মঋষি।
ভৈলন্ত একত্ৰ সেহি সভাত হৰিষি॥ ১০।
যজ্ঞে দানে ব্ৰতে মোক্ষ কাহাৰো যুগুতি।
কেহোঁ বোলে মহাজ্ঞান যোগত মুকুতি॥
কেহোঁ বোলে সাধে গতি এই ৰাজসূয়।
অঙ্গিৰা নাৰদে বুলিলন্ত কিছু দুই॥ ১১।
জ্ঞান কৰ্ম যোগক কৰন্তো মহা কষ্ট।
অল্প ছিদ্ৰে কৰে তাক তেতিক্ষণে ভ্ৰষ্ট॥
ৰাজসূয় কৰি যেৱে ব্ৰহ্মলোকে চৰে।
পুণ্য ক্ষয় ভৈলে দুনাই সংসাৰত পৰে॥ ১২।
বঞ্চে ব্ৰহ্ম-লোকত আচৰি তপ-যোগ।
নাহি একো সুখ ইন্দ্ৰিয়ৰ মাত্ৰ ভোগ॥
মায়াময় দেৱ-ধৰ্ম সমস্তে বিনাশী।
আতো মোক্ষ আছে শুনি উঠে মোৰ হাসি” ॥ ১৩।

এই প্ৰসঙ্গত অৰ্জ্জুনৰ সন্দেহ-উদয় হোৱাত কৃষ্ণই অঙ্গিৰা আৰু নাৰদৰ মত সমৰ্থন কৰি নানা কথা বুজাই এই বুলি সামৰণি মাৰে :

“বোলন্ত কেশৱে শুনা উত্তৰ ইহাৰ।
হৌক নৰ যদ্যপি পৰম দুৰাচাৰ॥
মোক মাত ভজয় সুপূজি দেৱ আন।
তথাপি পৰম সাধু সেই মোৰ প্ৰাণ॥ ৩৪।

নবাধয় দাষে তাক তেজিয়ো সংশয়।
সত্যে সত্যে দিবোঁ মোক্ষ সখি ধনঞ্জয় ॥
অনাচাৰ কৰি অপৰাধ মোৰ মুহি।
আন দেৱ পূজে যিটো সেই মোৰ দ্ৰোহী ॥ ৩৫।
মহা মোক্ষ দাতা মোত পৰে নাহি কেৱ।
তথাপিতো ত্যজি মোক পূজে আন দেৱ ॥
যিটো মহা ম্লেচ্ছ খায় কুকুৰক মাৰি।
তাতো কৰি অপৱিত্ৰ সিটো অহঙ্কাৰী ॥ ৩৬।
দেখি বুৰ দিব লাগে নাই আন চিত্ৰ।
চাণ্ডালৰো অস্পৃশ্য সেহিসে অপৱিত্ৰ ॥
মই নিজ পিতৃক কৰিলে অপমান।
ব্ৰহ্মাণ্ডতো নাই পাপ তাহাৰ সমান ॥" ৩৭।

এইবোৰৰ অলপ পাছৰ কালত ভাগৱতৰ বিভিন্ন স্কন্ধৰ ওপৰত ভেজা দি লিখা অন্যান্য গ্ৰন্থৰ ভিতৰত "নৱ সিদ্ধ কথা ইটো একাদশ স্কন্ধ" বিবিধ ভক্তি-তত্ত্ব-পূৰ্ণ। "হৰিশ্চন্দ্ৰ" আৰু "ভকতি-প্ৰদীপ"ৰ দৰে ইও নিমিৰ ৰাজসূয় সম্পৰ্কীয় আলোচনা :

"কোন ভাগৱত ধৰ্ম, ভক্ত বুলি কাক।
কোন মায়া, কোন বা উপায়ে তৰে তাক ॥ ৪০।
কোন বুলি ব্ৰহ্ম কৰ্ম, যোগ কাৰ নাম।
অৱতৰি কেশৱে কৰন্ত কোন কাম ॥
কোন যুগধৰ্ম, অভক্তৰ কোন গতি।
এহি নৱ গোট প্ৰশ্ন পুছিলা নৃপতি ॥" ৪১।

নৱ সিদ্ধই এই নৱ প্ৰশ্নৰ বিশদ সমিধান প্ৰতি-প্ৰতিকৈ দিলে, তাৰ সাৰাংশ :

"কৃষ্ণ-পদ সেৱাতেসে হৰে সৱ দুখ।
তাহাকে বোলয় ৰাজা অত্যন্তিক সুখ ॥ ৪৫।

পৰম ভকতে যাক নিতে কৰে ৰতি।
সেহি ভাগৱতী ধৰ্ম জানিবা নৃপতি ॥ ৪৭।
আন ধৰ্মে মন্ত্ৰে-তন্ত্ৰে বহু ছিদ্ৰ হয়।
ভাগৱত ধৰ্মে নাহি সিসৱ সংশয় ॥ ৪৮।
ইটো হৰি-নাম ধৰ্ম মহা গুহ্যতম্।
ইহাত বিশ্বাস যাৰ সেহি নৰোত্তম ॥
ভজে মাধৱক নাম স্মৰি সৰ্বক্ষণ।
এক বাৰে সিজে তাৰ তিনি প্ৰয়োজন ॥ ৭২।

প্ৰথমে ওপজে প্ৰেম-লক্ষণা ভকতি।
গৃহ-শৰীৰত পাছে মিলে বিৰকতি ॥
প্ৰেমৰ আস্পদ কৃষ্ণ-মূৰ্ত্তি স্ফূৰ্ত্তি হয়।
এক কালে মিলে আহি সম্পদ ত্ৰিতয় ॥ ৭৩।

ওপজে পৰম প্ৰেম একান্ত ভজনে।
মিলে মহা তুষ্টি যেন প্ৰচুৰ ভোজনে ॥ ৭৫।

বেদ-শিৰোৰত্নে কহে ইহাক সম্প্ৰতি।
কৈলোঁ ভাগৱত ধৰ্ম তোমাত নৃপতি ॥ ৭৭।

ঈশ্বৰত দেখে যিটো সমস্ত প্ৰাণীক।
প্ৰাণী সমস্তক দেখে ঈশ্বৰ মূৰ্ত্তিক ॥
সমস্ত ঐশ্বৰ্য্য ব্যাপি আছে জগতত।
হেন যিটো দেখে সিটো মহা ভাগৱত ॥ ৮০।

একান্তে কৰয় প্ৰেম যিটে ঈশ্বৰত।
সতত আচৰে হৰি ভকতসৱত ॥
অজ্ঞক কৰুণা ক্ষমা কৰে বিপক্ষত।
সেহিজন জানিবা মধ্যম ভাগৱত ॥ ৮১।

সুপূজে ভক্তক মান্য নকৰে প্ৰাণীক।
একে প্ৰতিমাত মাত্ৰ অৰচে হৰিক ॥

সেহিজন জানিবাহাঁ প্ৰাকৃত ভকত ।
আৰুঢ় হৈয়াছে তেহোঁ ভক্তিৰ পথত ॥ ৮২ ।
স্থূল দেহ ভগ্ন হৈলে যত জীৱৰাশি ।
পুনৰপি লীন হোৱে প্ৰকৃতিত আসি ॥ ১১৭ ।
যিটো ব্ৰহ্মা মাধৱৰ ভকতি-বিহীন ।
তেহোঁ হোৱে আসি পুনু প্ৰকৃতিত লীন ॥
ব্ৰহ্মাৰো মুকুতি নাই নভৈলে ভকতি ।
সামান্যৰ কিবা কথা কহিবোঁ নৃপতি ॥ ১১৮ ।
যেন কাষ্ঠ দহিলে অগনি নৰহয় ।
সেহি মতে হোৱে সৱে প্ৰকৃতিত লয় ॥ ১১৯ ।
ব্ৰহ্মা আদি কৰি কীট-পতঙ্গ পৰ্যান্ত ।
মায়ায়ে সৱাৰো হেতু সৃষ্টি স্থিতি অন্ত ॥ ১২৪ ।
যতেক জগৎ দেখা মায়াৰ নিৰ্মাণ ।
চিনাইলোঁ মায়াক ৰাজা দেখাঁ বিদ্যমান ॥ ১২৫ ।
মায়াৰ তাৰণ নিমি শুনিয়ো সম্প্ৰতি ।
উপজাইবে প্ৰথমে সৱাতো বিৰক্তি ॥ ১৩১ ।
দুখ দূৰে যাইবে সুখ হৈবে বুলি মনে ।
কৰ্মক আৰাধে কোন মহা মূঢ়জনে ॥
দুখকেসে মিলাৱে সুখ নাহিকে কিঞ্চিৎ ।
দেখিবে কৰ্মৰ ফল হেন বিপৰীত ॥ ১৩২ ।
যদি বোলা ধন হন্তে ধৰ্ম উপজয় ।
সেহি ধন হন্তে স্বৰ্গ সুখক পাৱয় ॥
শুনিয়ো স্বৰ্গত আছে যত যত সুখ ।
সমস্তে বিনাশী সদা পাৱে মাত্ৰ দুখ ॥ ১৩৪ ।
অন্তৰে অল্পায়ে ব্ৰহ্মাৰো সুখ নাই ।
সামান্যৰ কোন লেখা শুনা নিমি ৰায় ॥ ১৩৬ ।

ভুঞ্জিবো বিশিষ্ট ভোগ লভিয়া স্বৰ্গক।
হেনয় কামনা কৰি অৰ্চে ঈশ্বৰক ॥
বাঢ়ে প্ৰীতি শুনিয়া বেদৰ ফল শ্ৰুতি।
পাছে সেহি কৰ্মে তাৰ সাধিবে মুকতি ॥ ২১২।
যেন পিতৃ শিশুক লাৰু লোভ দিৱয়।
তাক পাইবোঁ বুলি শিশু ঔষধ পিয়য় ॥ ২১৩।
পাছে বেদে বোলে এৰাঁ ইসব কামনা।
নিষ্কামে কৰিবাঁ এক কৃষ্ণত অৰ্পণা ॥
সেহি কৰ্মে কৰায় বিষয়ত বিৰকতি।
উপজাইবে মাধৱত পৰম ভকতি ॥ ২১৪।

অঙ্কবোৰত আৰু ভাগৱত-ভাঙনিৰ ভিতৰত থকা বিভিন্ন উপদেশবোৰ বিভিন্ন প্ৰসঙ্গত আলোচনা কৰা হ'ব। সম্প্ৰতি "বৃহৎ অজামিল উপাখ্যান" আৰু "অনাদি পাতন"ত গুৰুজনাই নিজ মতৰ প্ৰতিষ্ঠা কি দৰে কৰিছে যথাক্ৰমে তাৰ আলোচনা কৰা হওক।

## কুৰি

### শঙ্কৰদেৱৰ শেষতীয়া ৰচনা

অজামিল উপাখ্যান ভাগৱতৰ এক তাৎপৰ্য্যপূৰ্ণ কাহিনী। গুৰুজনাই "কীৰ্ত্তন"ৰ ৪২টি পদত ইয়াৰ চমু বিৱৰণ দি "বৃহৎ অজামিল উপাখ্যান"ৰ ৩৭৫ পদত তাৰ ব্যাখ্যা দিছে। ইয়াৰ মূল প্ৰতিপাদ্য বিষয় হল :

"হৰিৰ কীৰ্ত্তনে মহা পাতকক
যি মতে কৰে নিৰ্য্যাণ।
আন প্ৰায়শ্চিত্তে পৱিত্ৰ কৰিবে
নোৱাৰে তাৰ সমান॥
যিটো পাতকৰ প্ৰায়শ্চিত্ত কৰে,
তুনাই তাতে মন মজে।
চিত্তৰ শোধন হৰিৰ কীৰ্ত্তন
পাপৰ আলু উভজে॥" ১৮৫ ( কীৰ্ত্তন )।

পৰীক্ষিত ৰজাৰ প্ৰশ্ন : সকলো জাতিৰ বাবে উত্তম প্ৰায়শ্চিত্ত কি ; আৰু তাৰ উত্তৰত শুক মুনিৰ এই অজামিল উপাখ্যান কথন।—

"যেন ধুৱাইলেক হাতী তুনাই লৱে কুটা-মাটি,
শৰীৰত বান্ধে আতি মল।
কেহো বেলা এৰে পাপ, কেহো বেলা কৰে তাক,
প্ৰায়শ্চিত্ত এতেকে বিফল॥ ৫৫।
অজ্ঞানী যতেক প্ৰায়শ্চিত্ত কৰে
শাস্ত্ৰৰ সম্মত চাই।
পাপকেসে শোষে বীজ নুগুচয়,
ওপজে পাপ তুনাই॥ ৫৭।

লয়ে মাত্ৰ এক কৃষ্ণত শৰণ
আন দেৱে নাই ৰতি।
তপ ধৰ্ম সৱে এৰিব কৃষ্ণত
কেৱলে কৰি ভকতি ॥ ৫৮।
একবাৰ মাত্ৰ কৃষ্ণ চৰণত
কৰাইলে মন নিবেশ।
এতেকে সকল ভৈল প্ৰায়শ্চিত্ত
গুচিল পাপ নিশেষ ॥ ৬২।
পৰম জ্ঞানত কৰ্মত কৰিয়া
ভকতিসে শ্ৰেষ্ঠ আতি।
ভকতি কৰিলে পৰম পৱিত্ৰ
হোৱে মহা অন্ত্য জাতি ॥" ৬৩। ( বৃঃ অঃ উঃ )

ইয়াৰ চূড়ান্ত প্ৰমাণ কনৌজপুৰৰ পতিত বামুণ অজামিলৰ উপাখ্যান। "কীৰ্ত্তন"ৰ চমু কাহিনীৰ পৰা প্ৰস্তাৱটো মুকলি কৰা হওক :

"হৰিৰ নামৰ শুনিয়ো মহিমা
সাৱধান কৰি চিত্ত।
অজামিল নামে আছিল ব্ৰাহ্মণ
বেশ্যাত ভৈল পতিত ॥
বিপ্ৰৰ ঔৰসে বেশ্যাৰ গৰ্ভত
দশ পুত্ৰ জাত ভৈল।
অতি দয়াভৰে কনিষ্ঠ পুত্ৰৰ
নাৰায়ণ নাম থৈল ॥ ১৭৫।
জাতি কুল ক্ৰিয়া সমস্তে ত্যজিল,
মিলিল কৰ্ম বিপাক।
যত মহাপাপ সমস্তে সিজিল
পোষন্তে পুত্ৰ ভাৰ্য্যাক ॥

অনেক অধৰ্ম কৰন্তে বিপ্ৰৰ
আয়ু ভৈল সমাপত।
ভয়ঙ্কৰ তিনি গোটা যমদূত
আগে ভৈলা উপগত ॥ ১৭৬।
ব্ৰাহ্মণক ধৰি জীৱ বাজ কৰি
বান্ধিলেক হাত তুলি।
ভয়ে অজামিল পুত্ৰক ডাকিল
আইস নাৰায়ণ বুলি ॥ ১৭৭।
মৰন্তে বিপ্ৰৰ মুখত শুনিয়া
হৰিৰ কীৰ্ত্তন বাণী।
প্ৰভু নাম লয়ে বুলি খেদি আইল
বিষ্ণু-দূত চাৰি প্ৰাণী ॥" ১৭৮।

ইয়াত কোৱা হৈছে, পাপী অজামিলে পুতেককহে মাতিছিল, বিষ্ণুক মতা নাই ; কিন্তু ঘটনাক্ৰমে বিষ্ণুৰ নামেই পুতেকৰ নাম হোৱাত সেই নাম উচ্চাৰণ কৰা বাবেই,

"কোটি জনমৰ যত মহাপাপ
তাৰ প্ৰায়শ্চিত্ত ভৈল ॥ ১৮৩।
হৰি-নামে সৱ পাতক দহয়,
জ্ঞানে বা অজ্ঞানে বোলে।
যেন হুতাশনে শুকান কাষ্ঠক
অতি অপ্ৰয়াসে পোলে ॥
প্ৰমাদত থাকি যিটো হৰি বোলে
সিয়ো সৱ দুখ তৰে।
যেন মহৌষধি নজানি ভুঞ্জিলে
তাৰো গৰ্ভ-ৰোগ হৰে ॥" ১৮৭।

স্বাভাৱিকৰূপে নাম-ধৰ্ম সাম্প্ৰতিকভাৱে স্বীকাৰ কৰি আমাৰ এতিয়া

বিচাৰ্য্য হল, (১) অনিচ্ছাত বা অজ্ঞানতাত (যেনেকৈ অজামিলে পুতেকক মাতোঁতে ঘটনাক্ৰমে বিষ্ণুৰ নাম উচ্চাৰণ কৰা হ'ল) ঈশ্বৰৰ নাম ললেও অন্ততঃ এই জন্মৰ সকলো পাপৰ প্ৰায়শ্চিত্ত হব পাৰে নে? (২) যদি পাৰে, তেন্তে "মৰিবাৰ বেলা" যেনে তেনে বা লোকে সোঁৱৰাই দিয়া মতে হৰি-নাম লবৰ দুঃসাহস কৰিলে তেনে কৰিব পাৰিনে? (৩) যদি এনে দুঃসাহসৰ দ্বাৰা এক নিমিষত ("কোটি জন্মৰ" কথা এৰিও) এই জন্মৰ পাপৰ পৰা উদ্ধাৰ পাবলৈ এশৰ ভিতৰত দহ জনৰো পক্ষে সম্ভৱ হয়, তেন্তে তাক নিষিদ্ধ পথ বুলিও পাৰি নে? ইত্যাদি। যদি এই শেষৰ প্ৰশ্নৰ সমিধান স্বীকৃতিমূলক হয় তেন্তে ধৰ্ম-জীৱন যাপন অনৰ্থক। যি হওক, এই বিচাৰ ইয়াৰ পাছলৈ ৰাখি বৃঃ অঃ উপাখ্যান যমদূত আৰু বিষ্ণুদূতৰ বাদ-বিসম্বাদ কি কথাৰ ওপৰত হৈছে তাকে আগতে চোৱা হওক। যমদূত কৈছে :

"জানা জগতৰ যত মহা পুণ্য
সৱাৰো বেদে প্ৰমাণ। ১১৬।
বেদে বিহে যাক তাকে বুলি ধৰ্ম,
যজ্ঞ তপ জপ যাগ।
বেদৰ নিষিদ্ধ যত কৰ্ম মানে,
জানা সেহি মহা পাপ॥
বেদৰ বিহিত যিজনে আচৰে
সেহি জন পুণ্যৱন্ত।
বেদ-নিষিদ্ধক কৰে যিটো নৰ
সেহিতো পাপী অত্যন্ত॥ ১১৭।
চাৰিও জাতিৰ যেন ধৰ্ম তাক,
বেদেসে দি আছে সীমা।
দেখিও নেদেখে প্ৰধান ধৰ্মৰ
বেদৰ গুনা মহিমা॥

যিটো নাৰায়ণ পৰম ঈশ্বৰ
পুৰুষ মহা মহন্ত।
ব্ৰহ্মাদিকো যিটো সৃজন্ত পালন্ত
প্ৰলয়ন্ত সংহাৰন্ত ॥ ১১৮।
তাহান প্ৰথম নিশ্বাসত আসি
উপজে আপুনি বেদ।
এতেকে পৰম প্ৰমাণ বেদেসে
দিয়া যত পৰিচ্ছেদ ॥
বেদে যিবা কহে জানিবা সকলে
কৃষ্ণৰেসে আজ্ঞা বাণী।
তাক ভঙ্গ কৰে যিটো মহাপাপী
তাক দণ্ড কৰোঁ আমি ॥" ১১৯।

বিষ্ণু-দূতে এইবোৰ বিষয়ৰ যথোচিত সমিধান দিছে :

"ডাকিয়া বোলন্ত শুন যমৰ কিঙ্কৰ।
পৰম ৰহস্য ধৰ্ম নজান বেদৰ ॥ ১৩৫।
যতেক কহিলি মানে ধৰ্ম মায়াময়।
মহাপুণ্য কোন তাক নজান নিশ্চয় ॥ ১৩৬।
শুনা সাৱধানে হেৰা ইহাৰ উত্তৰ।
জান-নজানস কিছু মহিমা নামৰ ॥ ১৪১।
তোৰাসৱে ধৰিলা বিপ্ৰৰ ধাতু যায়।
নাৰায়ণ নাম উচ্চাৰিলে অনিচ্ছায় ॥
এতেকে কৰিলে বিপ্ৰে ইটো যথোচিত।
কোটি জনমৰ পাতকৰ প্ৰায়শ্চিত্ত ॥ ১৪২।
মোক্ষকো পাইবেক হুয়া কৰ্মতো মুকুত।
ইটো অদভুত নেদেখিবা যমদূত ॥
হৰি হেন ৰাম নাম লৈলে একবাৰ।
মোক্ষকো যাইবাক সি ভৈল কাচ-পাৰ ॥ ১৪৩

হেন বা বুলিবা নাম কৰ্মবেসে অঙ্গ।
উচ্চাৰিলে কৰ্মকেসে কৰয় সুসাঙ্গ ॥
স্বতন্ত্ৰে সাধিবে গতি কিমতে লোকৰ।
ইটো শঙ্কা নকৰিবা যমৰ কিঙ্কৰ ॥ ১৪৪।
দ্ৰব্যে সমে কৰে যেন জলক ভোজন।
স্নানে পান কেৱলে সিজয় প্ৰয়োজন ॥
সেহি মতে হৰে পাপ নাশে কৰ্ম-সঙ্গ।
কেৱলে স্বৰস্তে পলায় পাতক বীৰঙ্গ ॥ ১৪৫।
নাহি চিত্ত অনিশ্চাতো যিটো বোলে হৰি।
তথাপিতো পলায় পাপ কম্পে থৰথৰি ॥
যেন ক্ষুদ্ৰ মৃগে নাদ শুনিলে সিংহৰ।
জীৱ ৰাখি হৰে তাৰ তেখনে আঁতৰ ॥ ১৪৬।
নাৰায়ণ নাম বুলিলেক ইটো পাপী।
ভৈল প্ৰায়শ্চিত্ত সৱে পাপৰ তথাপি ॥
এক নামে কৰে মহা প্ৰলয় পাপৰ।
ইটো দ্বিজে উচ্চাৰিলে চাৰিও অক্ষৰ ॥ ১৪৭।
তপ জপ তীৰ্থ ব্ৰত যজ্ঞ যত দান।
লক্ষ কোটি ভাগে নোহে নামৰ সমান ॥ ১৪৮।
ব্ৰহ্ম-বধ সুৰা-পান অগম্যাগমন।
মহাপাপ ব্ৰহ্মাণ্ডৰ সুৱৰ্ণ হৰণ ॥ ১৫০।
আনো আনো জগতৰ যত পাপগণ।
সৱাৰো নিষ্কৃতি হৰি-নামৰ কীৰ্ত্তন ॥ ১৫১।
নাম লৈলে মাধৱে নেৰন্ত তাৰ কাষ।
যেন ধেনু স্নেহত বৎসৰ নেৰে পাশ ॥” ১৫২।

তাৰ পাছত যমদূতৰ বেদৰ মহিমা-কীৰ্ত্তন স্তব্ধ কৰি বিষ্ণুদূতে উত্তৰ দিছে :

“নাম-ধৰ্ম হেনসে কৃষ্ণক কৰে বশ্য।
নামৰ মহিমা ইটো বেদৰ ৰহস্য ॥

ঋষিগণে বিহি আছে প্ৰায়শ্চিত্ত যত।
যাগ-যোগ যজ্ঞ-জপ-তপ তীৰ্থ ব্ৰত ॥ ১৫৩।

কৰিবে নপাৰে সৱে সিমতে শুদ্ধিক।
হৰি নামে কৰে যেন পৱিত্ৰ বুদ্ধিক ॥
যদি কোটি শত বাৰ কৰে প্ৰায়শ্চিত্ত।
তথাপিতো পাপৰ পথত পৰে নিত ॥ ১৫৪।

মনৰ মলক কৰ্মে চাইতে শুনপাৰে।
হৰিৰ নামেসে পাপ সমূলে উভাৰে ॥
আন ধৰ্ম কৰ্ম মানে সকলো বিৰোধ।
হোৱে হৰিগুণেসে কীৰ্ত্তনে চিত্ত শুধ ॥ ১৫৫।

তপ জপ তীৰ্থ বেদ বিধিৰ কিঙ্কৰ।
নামৰ কীৰ্ত্তন ইটো বিধিৰ ঈশ্বৰ ॥ ১৫৮।
নাহি কাল নিয়ম নামত একো বিধি।
যেই সেই মতে লৈলে নামে কৰে সিদ্ধি ॥ ১৫৯

পুত্ৰ নাম ধৰি যদি উপহাস্য কৰি।
উচ্চৰে হেলাত যদি ৰাম কৃষ্ণ হৰি ॥ ১৬০।

তথাপি মহন্ত তাৰ পাপ ভৈলা ক্ষয়।
নকৰিবি যমদূত ইহাত সংশয় ॥ ১৬১।
উচ্চাৰিলে হৰি-নাম যিটো একবাৰ।
এড়িয়া সমস্তে পলায় পাতক তাহাৰ ॥ ১৬২।
হৰিৰ নামত নাই সিসৱ নিয়ম।
সমস্ত পাপৰ নাম কালান্তক যম ॥
শৰীৰৰ মাত্ৰ প্ৰায়শ্চিত্তে পাপ হৰে।
নামৰ কীৰ্ত্তনে পাপ সমূলে উভাৰে ॥ ১৬৪।
নাথাকে পাপৰ বীৰ্য্য শুদ্ধ হোৱে চিত্ত।
পুনৰপি পাতক নোপজে কদাচিত ॥

বুজিবি নামৰ ইটো হেনসে আশয়।
পূৰ্বাপৰে কৰি আছে যত পাপচয় ॥ ১৬৫।
সিসৱ পাতক একতিলে হোৱে নাশ।
বাৰেক কৰিলে মাত্ৰ নামক অভ্যাস ॥
যেন চিৰকাল আছে ঘোৰ অন্ধকাৰ।
নষ্ট হোৱে প্ৰদীপ জ্বালিলে একবাৰ ॥ ১৬৬।
নলজ্ঘে পাতকে হুনি নামৰ প্ৰভাৱে।
নতু অন্ধকাৰে জিনে দীপ থাকে যাৱে ॥
তেৱেসে বাসনা গুচে চিত্ত হোৱে শুদ্ধি।
সিহেতু সদায় স্মৰে যাৰ আছে বুদ্ধি ॥" ১৬৭।

এতিয়া অজামিল শৰ্মাৰ চৰিত্ৰ কঁহিয়াই চোৱা হওক :

"জাতিত ব্ৰাহ্মণ সিটো কামত চাণ্ডাল।
পুত্ৰ ভাৰ্য্যা পোষন্তে অনেক গৈল কাল ॥
ভৈল অষ্টাধিক আশী বৎসৰ প্ৰমাণ।
বৃদ্ধ বয়সতো তাৰ মুপজিল জ্ঞান ॥ ৭৭।
আৰ এক কৰ্ম কৰিবাক সংখ্যা নাই।
কনিষ্ঠ পুত্ৰক মাত্ৰ থাকে ওমলাই ॥
প্ৰাণতো অধিক সিটো পুত্ৰ নাৰায়ণ।
মিলে সুখ শুনি তাৰ মধুৰ বচন ॥ ৭৮।
তাতে মন নিমজিল দ্বিজৰ সদায়।
পৰম কৌতুকে তাৰ লীলা থাকে চাই ॥
খুৱাই-ধুৱাই মহা স্নেহে নিতে তাক।
আইস নাৰায়ণ বুলি ৰায় দিলে ডাক ॥ ৭৯।
উঠ নাৰায়ণ হেন বৈস নাৰায়ণ।
ভুঞ্জ নাৰায়ণ বুলি ডাকে সৰ্বক্ষণ ॥
প্ৰাণ পশি আছে সেই কনিষ্ঠ পুত্ৰত।
নাৰায়ণ বিনে নাই বচন মুখত ॥ ৮০।

শয়নতো থাকে মন পুত্ৰত সমূলি।
সপোনতো ডাকে সিটো নাৰায়ণ বুলি॥
ক্ষণে ক্ষণে মন তাৰ তনয়ত পৰে।
সপোনে-সচিতে নাৰায়ণ নাম নেৰে॥” ৮১।

ইয়াক বৈষ্ণৱ বা ধৰ্মমূলক প্ৰসঙ্গ বুলি এখন্তেকৰ বাবে হলেও যদি আমি পাহৰি যাওঁ, আৰু যদি সেই কনিষ্ঠ পুত্ৰৰ নাম নাৰায়ণ নহৈ নদাই বা এনে কিবা বুলিও ভাবি লওঁ, তেতিয়া আমি স্বতন্ত্ৰভাৱে ওপৰত পদ কেই ফাঁকি পঢ়িলে তাৰ প্ৰথম শাৰীয়ে আমাৰ অন্তৰত স্বভাৱতে আঘাত দিব সেই পিতা আৰু সেই পত্নিৰ প্ৰতি নিৰ্মম ব্যৱহাৰ কৰা হৈছে বুলি। যি পিতৃয়ে আঠ ওপৰ আশী বছৰ কাল অকপটভাৱে লৰা-তিৰুতা পুহিও এতিয়া মুমৰ্ষীয়া শিশুৰ লগত এক-প্ৰাণ হৈ সংসাৰৰ দুশ্চিন্তা পাহৰি দিন-ৰাতি মাস-বছৰ কটাই দিব পাৰে তেওঁৰ অন্তৰ শিশুৰ দৰে স্বৰ্গীয় নহয় বুলি কোনে কব? ইয়াতকৈ পৱিত্ৰ আৰু আধ্যাত্মিক ক্ষেত্ৰ কি হব পাৰে?

“যীশুৱে এটি শিশু মানুহবিলাকৰ মাজলৈ আনি কলে, মই দঢ়াই কৈছোঁ তোমালোক যেতিয়ালৈকে এই শিশুটিৰ নিচিনা হব নোৱাৰা, তেতিয়ালৈকে তোমালোকে বৈকুণ্ঠতো ঠাই নাপাবাঁ। আৰু যেয়ে মোৰ নামত এনে এটি শিশুক গ্ৰহণ কৰিব, তেওঁ মোকেইহে গ্ৰহণ কৰিব।” (মেথু, ১৮।২-৫)।

এতিয়া সেই কনিষ্ঠ পুত্ৰৰ নাৰায়ণ নামকৰণলৈ মন কৰোঁ। “কীৰ্ত্তন”ত লিখিছে, “অতি দয়াতৰে কনিষ্ঠ পুত্ৰৰ নাম থৈল।” (১৭৫)। “জাতিত ব্ৰাহ্মণ সিটো কামত চাণ্ডাল”, “অনেক অধৰ্ম্ম কৰন্তে বিপ্ৰৰ আয়ু ভৈল সমাপত”; তেনে মহাপাপীয়ে কনিষ্ঠ পুত্ৰৰ আন নাম দিবলৈ পৃথিবীত ঠাই নাপাই “নাৰায়ণ” নামকে বা “অতি দয়াতৰে” দিবলৈ পালে কেনেকৈ? ইয়াক নিশ্চয় “ঘটনাক্ৰমে” বা “দৈৱক্ৰমে” বুলিব নোৱাৰি।

সংসাৰত আৰু জীৱনত পাপ নকৰা কোন আছে ? অজামিলেও সেইদৰেই পাপ কৰিছিল বেশ্যাত পতিত হৈ ; সমাজত তেনে অজামিলৰ আকাল নাই : কিন্তু সেই সকলোৱেই তেনে বেশ্যাক উদ্ধাৰ কৰি পত্নী পাতি লোৱা নাই, আৰু তাইৰ দ্বাৰা দশ পুত্ৰৰ বাপেকি হৈ "পোষন্তে পুত্ৰ-ভাৰ্য্যাক" "অষ্টাধিক আশী" বছৰ কটোৱা নাই। গতিকে ব্যাসৰ ভাগৱতৰ এই অজামিল এলা-পেচা "পতিত" নাছিল নিশ্চয়। শঙ্কৰদেৱৰ এই লিখা আৰু দেখা পদ আৰু আখৰৰ মাজত নিলিখা আৰু নেদেখা পদ আৰু আখৰ কিবা আছে ; তাক অলপ যত্নেৰে আৰু সাৱধানে পঢ়িলে আমি ইয়াকে পাওঁ :—

ব্ৰাহ্মণ অজামিলৰ জীৱনৰ গড়াত পাপৰ ওখ গছ গজিছিল সঁচা, কিন্তু তাৰ তলেদি চিৰ্ চিৰ্ কৈ পুণ্যসলিলা অশ্ৰু-নদী বৈ আছিল ; সেই নৈৰ তলসুঁতিয়ে কোনেও, আন নালাগে অজামিলে নিজেও, নজনাকৈ সেই পাপ-বৃক্ষৰ শকত শিপাও মনে মনে খানি আছিল। ইহাতে, একালৰ বেশ্যা হলেও এতিয়া অজামিলৰ কাৰ্য্যতঃ ধৰ্মপত্নীৰ সৈতে পৱিত্ৰ গাৰ্হস্থ্য জীৱন যাপনৰ ফলত সেই পাপ-বৃক্ষতে কোনেও মন নকৰাতে পুণ্যৰ ফল ফলিছিল। কনিষ্ঠ পুত্ৰৰ প্ৰতি অত্যন্ত প্ৰীতিৰ হেতুকে পৃথিৱী চ'লাথ কৰি বিচাৰি অতি হেপাহেৰে, কিম্বা, অজামিলে নিজে নজনাকৈও হব পাৰে, তাৰ নাম থলে "নাৰায়ণ" : "নাৰায়ণত"কৈ সোৱাদ নাম "প্ৰাণতো অধিক সিটো পুত্ৰ"ৰ বাবে অজামিলে বিচাৰি নাপালে, ইয়াৰ তাৎপৰ্য্য এয়ে : কোনেও, আন নালাগে অজামিলে নিজেও, নজনাকৈ অজামিলক কৃষ্ণ-গ্ৰাহে ধৰিছিল আৰু কনিষ্ঠ পুত্ৰৰ "অতি দয়াভৰে" নামকৰণ কৰাত আগতে তেওঁৰ অন্তৰ নাম-মাহাত্ম্যই মথি পেলাইছিল। শেষ মুহূৰ্ত্ততো "কৃষ্ণ বৰ্ণ কায়, দেখি ধাতু যায়"—তেনেকুৱা "ভয়ঙ্কৰ তিনি গোটা যমদূত, আগে ভৈল উপগত" দেখি সিহঁতৰ পৰা ৰক্ষা কৰিবলৈ ৰব লৰা বা তিকতাক নামাতি "আইস নাৰায়ণ" বুলি কনিষ্ঠ পুত্ৰক মাতিবৰ হেতু সেয়ে ; অজামিলৰ নিজৰ অজ্ঞাতে হলেও কনিষ্ঠ পুত্ৰ নাৰায়ণৰ

পবিত্ৰ প্ৰীতিৰ যমুনাত সেই পৰম পিতা নাৰায়ণৰ ঐকান্তিক ভক্তিৰ গঙ্গা মিলি মুক্তিৰ প্ৰয়াগ ৰচনা কৰিছিল। শিশু কৃষ্ণৰ উকখলত লাগি অৰ্জ্জুন গছ ভাগি চিন-চাব নোহোৱা হৈ কুবেৰৰ দুই পুত্ৰই মুক্তি পোৱাৰ দৰে, অজামিলৰ জীৱনৰ গড়াত বাহিৰে লহপহকৈ বঢ়া সেই পাপৰ গছ তাৰ আলুৱে সৈতে ততালিকে আপুনি উভালি পৰিল। পোনতে অনুতাপৰ পৱিত্ৰ পানীৰে পাপ ধুই নললে তাৰ ওপৰত নাম-মাহাত্ম্যই ক্ৰিয়া কৰিব কেতিয়াও নোৱাৰে নিশ্চয়।

---

# ॥ যুগনায়ক শঙ্কৰদেৱ ॥

● তৃতীয় পুথি ●

## শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম-নীতি

---

বিষয়-সূচী



---

"( মধ্যযুগৰ ) সেই ঘোপমৰা আন্ধাৰতে শুনিবলৈ পোৱা হ'ল নৱজন্মৰ কেঁহুজালি ; ( জ্ঞানৰ ) এই নৱজন্মৰ আন্দোলনে মধ্যযুগৰ আন্ধাৰ তথা আত্মাৰ নাগ-পাশ বন্ধনৰ বিৰুদ্ধে ধৰ্মযুদ্ধ ( ক্ৰুছেড্ ) আৰম্ভ কৰিলে। মানৱ শৰীৰ অনিত্য সচা, সংসাৰেই অনিত্য ; কিন্তু অনিত্যক পাবলৈ বা ভৱ-সাগৰ তৰিবলৈ ইয়াতকৈ ভাল তৰণী নাই : ইন্দ্ৰিয়সমূহ লাগতিয়াল কিন্তু বিশ্বাসঘাতক লগুৱা সচা, এতেকে সাৱধানে সিহঁতক সঙ্গ কামত সততে লগাই থ'ব লাগে যাতে আমি পাছত তাৰ বাবে অনুতাপ কৰিবলগা নহয়—"নকৰিলোঁ শিৰে মাধৱক নমস্কাৰ। ইটো মাথা গোট মোৰ ভৈল মহাভাৰ॥" ইত্যাদি। এয়ে আত্মাৰ মুক্তিৰ বাবে ( জ্ঞানৰ ) নৱজন্ম আন্দোলনৰ অভিনৱ পন্থা।

একে বাৰ্নপানীয়েই নৈক নৈ, খালক খাল, পুখুৰীক পুখুৰী আৰু বিলক বিলৰূপে পৰিপূৰ্ণ কৰে ; একে নৱজন্মৰ আন্দোলনেই সেইদৰে স্বকীয়া জাতিৰ স্বকীয়াৰূপে নিজ অভীষ্ট আৰু বৈশিষ্ট্য পূৰণ কৰি দিলে। ইউৰপীয় নৱজন্মৰ আবিৰ্ভাৱ হ'ল গ্ৰীছ আৰু ৰ'মৰ পুৰণি সাহিত্য-কলা আদিৰ পৰা, আৰু ভাৰতীয় নৱজন্মই পাশ্চাত্য পুৰাণৰ ফীনিক্স্ চৰাইৰ দৰে মৰি নিজ অসমৰ পৰা অৰ্থাৎ গীতা-উপনিষদৰ মৰ্মৰ পৰাই নৱ-বৈষ্ণৱ ধৰ্মৰ ৰূপ ললে। আকৌ ইউৰপতেই ইংলণ্ড জাৰ্মাণী প্ৰভৃতি দেশে এই নৱ-জন্ম আন্দোলনক গঢ় দিলে ধৰ্ম-নীতিৰ ভিতৰেদি ; কিন্তু ফ্ৰান্সে গ্ৰীছ্ ইটালি আদিৰ দৰেই ইয়াক ৰূপ দিলে ইন্দ্ৰিয়ালুতা তথা কলা-সৌন্দৰ্যৰ মাজেদি। কিন্তু এই ইন্দ্ৰিয়ালুতা ইন্দ্ৰিয়-সেৱাৰ কথাৰ নিচিনা বুলি ভাবিলে হব ; ইয়াৰ গুৰিত থকা নৈতিক দৰ্শন এনে : দেহ আত্মাৰ মন্দিৰ, আৰু আত্মাৰ দৰেই ইয়াক পৱিত্ৰভাৱে ৰাখিব লাগে। ভাৰতবৰ্ষতো আকৌ তেনেকৈ এই অসমে, ইংলণ্ড জাৰ্মানী আদিৰ দৰে গীতা-ভাগৱতৰ ধৰ্ম ( নীতি ) নিৰহ-নিপানী দাস্য ধৰ্মৰূপে গ্ৰহণ কৰিলে ; আৰু বঙ্গই ফ্ৰান্স্ আদিৰ নিচিনাকৈ তাক ন ন মছলাৰে সুগন্ধি কৰি ৰাধা-যুক্ত "মধুৰ" ধৰ্ম-ৰূপে ল'লে। ই জাতীয় স্বভাৱৰ গুণ নিশ্চয়।"

—নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী, ১৯৬৫

## একৈশ

## শঙ্কৰদেৱৰ ধৰ্মৰ বিচাৰ-পদ্ধতি

শঙ্কৰদেৱৰ ধৰ্মশিক্ষাৰ আলোচনা কৰিবৰ বাবে এনে নিৰ্দিষ্ট নীতি মান্য কৰা হৈছে: (১) শঙ্কৰদেৱৰ কীৰ্ত্তন দশম, আৰু মাধৱদেৱৰ ঘোষা ৰত্নাৱলীত থকা সেই দুজনৰ নিজা উপদেশ (ভণিতা) প্ৰাথমিকভাৱে "মূল পাঠ" বুলি ধৰা হ'ব; (২) সেই দুজনৰ নামত চলা প্ৰক্ষিপ্ত পুথি আৰু প্ৰক্ষিপ্ত পাঠ বৰ্জন কৰি দুয়োজনৰ ৰচিত আন আন গ্ৰন্থৰ পৰাও "মূল পাঠ"ৰ পৰিপোষক কথা লোৱা হ'ব; (৩) মৌলিক বা প্ৰক্ষিপ্ত সম্পৰ্কে সংশয় উপস্থিত হ'লে "মূল পাঠ"ৰ কষটিত তাৰ বিচাৰ লোৱা হ'ব; (৪) "মূল পাঠ"ৰ ভিতৰতে কিবা আসোঁৱাহ ওলালে সম্পূৰ্ণ মূল পাঠৰ সমন্বয়ত তাৰ বিচাৰ কৰা হ'ব; (৫) মূল ৰচনা আৰু গুৰু-চৰিত পুথিৰ ভিতৰত বৈষম্য থাকিলে মূল ৰচনাকে মান্য কৰা হ'ব; (৬) গুৰু-চৰিত পুথিসমূহৰ ভিতৰত বিবাদ থাকিলে তাৰ ভিতৰৰ অধিক পুৰণিখনৰ কথাকে গ্ৰহণ কৰা হ'ব; (৭) অন্যান্য চৰিত বা পুথিৰ লগত গুৰু-চৰিতৰ বৈষম্য থাকিলে গুৰু-চৰিতৰ কথাকে মান্য কৰা হ'ব; (৮) "মূল পাঠ" বা গুৰু-চৰিত আদিত নাথাকিলেও গুৰুজনাৰ আদৰ্শৰ লগত মিলা কথা মান্য হ'ব পাৰে; (৯) কোনো পৰবৰ্ত্তী গুৰু-চৰিত বা ধাৰ্মিক কিম্বদন্তীত চলি অহা কথাও সাধাৰণ বিচাৰত গুৰুজনাৰ আদৰ্শ-বিৰোধী বুলি গণ্য হ'লে সি বৰ্জনীয় হ'ব; (১০) অনৈতিহাসিক আৰু অযৌক্তিক সকলো কথাই বৰ্জনীয়।

"মূল পাঠ" আৰু "কীৰ্ত্তন" পুথিৰ কথা কওঁতে "উৰেষা বৰ্ণন" অধ্যায় কেইটাৰ কথা মনলৈ আহে; কিয়নো শঙ্কৰদেৱৰ ধৰ্মশিক্ষা সম্পৰ্কৰ বাদ-প্ৰতিবাদত ইয়াৰ উল্লেখ উদ্ধৃতি আদি বাদ নপৰে।

"উবেষা বৰ্ণন" প্ৰক্ষিপ্ত বা ই শঙ্কৰদেৱৰ আগ-বয়সৰ ৰচনা নহয় বুলি কেৱেঁ নকয়; অথচ "কীৰ্ত্তন" পুথি প্ৰকৃততে "শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ-প্ৰয়াণ"ত শেষ হোৱাৰ পাছত ৰত্নাকৰ কন্দলীৰ "সহস্ৰনাম বৃত্তান্ত" আৰম্ভ। তাৰ শেষতহে ই ঠাই পাবৰ হেতু কি? সচা কথা, শঙ্কৰদেৱৰ নিজ কালত সিচৰতি হৈ থকা এই অধ্যায়বোৰ একেলগ কৰা হোৱা নাছিল; ৰামচৰণ ঠাকুৰে বিভিন্ন ঠাইৰ পৰা ইয়াক গোটাই নি দিয়াত মাধৱদেৱে "যৈত যিবা কথা, থৈৰ লাগে থৈছে, বিচাৰি দেখিল পাছে।" আৰু "নলাগে লাৰিবে; ভালে আছে সৱে, এহি বুলি হাসিলন্ত।" দৈত্যাৰিৰ গুৰু-চৰিতৰ পৰা গোটেই প্ৰসঙ্গ তুলি দিব লাগিল—

"পাছে কতোদিনে শ্ৰদ্ধা ভৈল মনে,
ৰামচৰণৰ জান।
ঠাই ঠাই ঘোষা কীৰ্ত্তন আছয়
কৰো আনি একখান॥
কতো আছে হাজো দক্ষিণ কূলত,
কতো বৰ নগৰত।
কতো বড়পেটা অসম ৰাজ্যত,
কতোহো কাল-কালঝাৰত॥ ১৫৬৬।
বছৰেক মান ফুৰি এক থান
কৰিল ঘোষা কীৰ্ত্তন।
মাধৱদেৱক পুনু দেখিবাক
গৈলন্ত ৰামচৰণ॥ ১৫৭৮।
..দেখি পুথিখান আনন্দিত মন,
তাৰক্ষণে উঠিলন্ত।
শিৰৰ উপৰ পুথিখান ধৰি
আনন্দতে নাচিলন্ত॥ ১৫৮৫।
বোলা উচ্চ কৰি কেনে উপকাৰী
আমাৰ ৰামচৰণ।

দেখা দেখা লোক কহোঁ শুনিয়োক
পূৰ্বে এই পুথিখন ॥
পায়া সংসাৰক আমি পাসৰিলোঁ
ইতো থানে থানে গৈল।
আৰু একখান কবিৰাক প্ৰতি
পূৰ্বে মোৰ মন ভৈল ॥ ১৫৮৬।
এতেকে ই ৰাজ্য আইলোঁ একখান
কবিৰাক নপাৰিল।
ৰামচৰ্ণে আৰু এক ঠাই কৰি
মোৰে সে কাম কৰিল ॥
এহি বুলি পুথি মেলি চাহিলন্ত
কৈত কোন কথা আছে।
যৈত যিবা কথা থৈৰ লাগে থৈছে
বিচাৰি দেখিল পাছে ॥ ১৫৮৭।
নলাগে লাৰিবে, ভাল আছে সৱে
এহি বুলি হাসিলন্ত।"১৫৮৮।

ইয়াৰ পৰা বুজিব পাৰি "কীৰ্ত্তন" পুথিৰ ক্ৰমবোৰ গুৰুজনৰ দিনৰ পৰাই সম্পূৰ্ণ নিৰ্দ্ধাৰিত আছিল। ঊনৈশ শতিকাৰ মাজভাগত হৰি-বিলাস আগৰৱালাই ইয়াক পোনতে ছপাই উলিয়ায়, আৰু তেতিয়াৰ পৰা এতিয়ালৈকে "উৰেষা-বৰ্ণন" কীৰ্ত্তন-পুথিৰ শেষত আৰু ৰত্নাকৰ কন্দলীৰ "সহস্ৰনাম বৃত্তান্ত"ৰ পাছত ঠাই পাইছে; ইয়াত কিবা হীন-ডেঢ়ি থকা হলে নিশ্চয় এই বিষয়ৰ বিশেষজ্ঞসকলে কেতিয়াবাই তাৰ নিবাকৰণৰ চেষ্টা কৰিলেহেঁতেন। এতিয়া মাথোন কথা উঠে, গুৰুজনৰ নিজ ৰচনা হৈও "উৰেষা বৰ্ণন" কীৰ্ত্তন-পুথিৰ শাৰীৰ মূৰতহে চিৰ-কাললৈ ঠাই পালে কিয় ?

বাইবেল বা কোৰাণৰ দৰে বৈদিক ধৰ্মত কাৰ্য্যতঃ দৈৱবাণী বুলি পোৱা শাস্ত্ৰৰ কথা নাই; গীতামৃত-দুগ্ধও সৰ্বোপনিষদ গাই

খীৱাইছে পোৱা। তাৰ বিপৰীতে আৰু বিজ্ঞানসম্মত বা স্বাভাৱিক নিয়মমতে গোটেই বৈদিক ধৰ্মই যেনেকৈ মানৱ মনৰ তথা ধৰ্ম জাগৃতিৰ এক ক্ৰম-বিৱৰ্ত্তনৰ বুৰঞ্জী মাথোন, ইয়াৰ প্ৰত্যেক প্ৰৱৰ্ত্তকৰো তেনেকৈ নিজ ক্ৰম-বিকাশৰ কাহিনী ধৰা পৰে। ধৰ্মৰ দৰে সাহিত্যৰ কালৰ পৰাও কালিদাস, শেক্সপীয়েৰ আদি কোনো কবিয়েই আলাসত বৰ পোৱা নাছিল ; জ্ঞানৰ অগাধ সমুদ্ৰত ভালকৈ এবুৰ মাৰিহে সৰস্বতীৰ কৃপা লাভ কৰিছিল। সৰস্বতীৰ তথাকথিত বৰপুত্ৰ কালিদাসৰ আগবয়সৰ ৰচনা "ঋতু-সংহাৰ" বিজ্ঞ সমালোচকসকলে ইমান হীন বুলি ভাবে যে তেওঁলোকৰ কোনো কোনোৱে তাক কালিদাসৰ নামৰ স্বীকৃতি নিদি আন কোনো দ্বিতীয় শ্ৰেণীৰ কবিৰ ৰচনা বুলিব খোজে।

গুৰু-চৰিত আলোচনা প্ৰসঙ্গত আমি দেখুৱাম, আগবয়সত শঙ্কৰদেৱৰ জগন্নাথ-ক্ষেত্ৰ ভ্ৰমণত যেনে প্ৰীতি আছিল, ব্ৰহ্মপুৰাণৰ ব্যাখ্যাতো তেনে পাৰদৰ্শিতা পুৰী আদিৰ পণ্ডিত-সমাজত ভুৰি ভুৰি বাৰ স্বীকৃত হৈছিল, এই দুটি বস্তুৰ মিলনৰ ফলেই যে গুৰুজনাৰ আগ বয়সৰ "উৰেষা বৰ্ণন" ৰচনা তাত সন্দেহ নাই ; কিম্বদন্তী মতে ব্ৰহ্ম-পুৰাণৰ হুবহু ভাঙনি কৰোঁতে তাত পৈণত বয়সৰ ধৰ্মশিক্ষাৰ অনুকূল নোহোৱা শ্ৰাদ্ধ-বিধি আৰু মূৰ্ত্তিপূজাৰ কথা থকা বাবে গুৰুজনাই সেই "উৰেষা বৰ্ণন" পাছত "কীৰ্ত্তন"ৰ পৰা একেবাৰে বাদ দিব খুজিছিল, কিন্তু "বড়াৰ পো"ৰ অনুৰোধমতে তাক একেবাৰে বাদ নিদি "কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত। নাম-ধৰ্ম কৰিলা বিদিত॥" আৰু "মাধৱ বান্ধৱ উদ্ধাৰা বাপ। কতনো সহিবোঁ সংসাৰ তাপ॥" এই বিতোপন অধ্যায় দুটিৰে সামৰণি মাৰি তাক "কীৰ্ত্তন"ৰ শেষত ৰাখিবলৈ প্ৰাৰ্থনা কৰিলে, আৰু সেই মতেই সি "যৈত যিবা কথা, থৈৰ লাগে থৈছে, বিচাৰি দেখিল পাছে।"

কিতাপ-ব্যৱসায়ীয়ে আজিকালি নকৈ ছপোৱা দুই এখন "কীৰ্ত্তন"ত "ভৃগু-পৰীক্ষা" আৰু "ৰুক্মিণীৰ প্ৰেম-কলহ" নামে পদ কিছুমান

সুমুৱাই দিছে; শঙ্কৰদেৱৰ ৰচনাৰ মাহাত্ম্য-বৰ্জিত এই পদখিনি "কীৰ্ত্তন"ত সুমুৱাই দিয়াত এই ব্যৱসায়জীৱীবিলাকৰ যি দুৰাভিসন্ধিয়েই থাওক সি নিন্দনীয় নিশ্চয়। স্বৰূপতে "কীৰ্ত্তন"ৰ ভিতৰৰ বস্তু হোৱা হলে ই কেতিয়াও ইমান দিন এওঁলোকলৈ বাট চাই নাথাকিলহেতেন। ইয়াৰ বাহিৰেও "ৰাম-মালিকা" আদি শঙ্কৰদেৱৰ নামত আৰু "আদি-চৰিত" আদি মাধৱদেৱৰ নামত লিখি কোনো কোনো লোকে নিজ নীচ স্বাৰ্থ-সিদ্ধিৰ উপায় কৰিছিল; শঙ্কৰদেৱ মাধৱদেৱৰ পুথিৰ শাৰীৰ পৰা সেইবোৰ বৰ্জনীয় নিশ্চয়।

মূলপুথিৰ ভিতৰত "দশম" "ৰত্নাৱলী" আদি পদ-ভাঙনি, "ভক্তি-ৰত্নাকৰ" সাৰ-সংগ্ৰহ আৰু "ঘোষা"ৰ সৰহখিনি পদ-ভাঙনি: এইবোৰৰ সকলো কথাই গুৰুজনাৰ ধৰ্ম-মত বুলিলে যেনেকৈ ৰাসক্ৰীড়া হৰমোহন আদি কাৰ্য্যও কৰণীয় বোলাৰ নিচিনা মাৰাত্মক ভুল কৰা হয়, তেনেকৈয়ে প্ৰসঙ্গ-বৰ্জিতভাৱে "ভক্তি-ৰত্নাকৰ" "ঘোষা" আদি ব্যৱহাৰ কৰিলে সি সচাকৈয়ে ভূতৰ মুখত ৰাম-নামৰ দৰেই হয়। উদাহৰণৰূপে, "মাধৱে বোলন্ত শ্ৰুতি-স্মৃতি, মোৰ আজ্ঞাবাণী জানা নিষ্ঠ" ঘোষাটি সংস্কৃতৰ ভাঙনি; ইয়াত যে বেদৰ শ্ৰুতি-প্ৰস্থান উপনিষদসমূহ আৰু স্মৃতি-প্ৰস্থান গীতাৰহে ইঙ্গিত কৰিছে, অৰ্বাচীন সঙ্কীৰ্ণতা-দুষ্ট স্মৃতি বোলা ৰচনাবোৰ মাধৱে (কৃষ্ণই) ঘুৰি আহি আজ্ঞা দি যোৱা হব নোৱাৰে, শাস্ত্ৰ-ইতিহাসৰ এইখিনি জ্ঞান নোহোৱাকৈ অজ্ঞানে বা 'বে-জ্ঞানে' তেনে ব্যাখ্যা দিবলৈ যোৱা ধৰ্ম-নিন্দা-বা অধৰমী কাৰ্য্য নিশ্চয়।

ব্যৱসায়ৰ বাহিৰেও ধৰ্ম-হিংসাত্মক ভাবৰ পৰা হুপোৱা "কীৰ্ত্তন" আদিত অনেক শব্দও নিলৰ্জ্জভাৱে ভেজাল কৰা হৈছে; যেনে,

"ধৰ্ম হোম ব্ৰত তীৰ্থত স্নান।
যতেক আছে মহা যজ্ঞ দান॥
আৰু-এৰে কৰে নামৰ সৰি।
কতনো বাওনা ভুজিবে মৰি॥" নামাপৰাধ, ৫৩।

"আক-এৰে" ( যেনে, হাত এৰে=হাতেৰে ) অৰ্থাৎ হোম ব্ৰত তীৰ্থ-স্নান আদিৰে, যি নামক সমান পাতে সি মৰি কিমান যে যাতনা ভুঞ্জিব তাৰ লেখ-জোখ নাই ; ইয়াক বিকৃত কৰিবৰ বাবে "আক-এৰে"ৰ ঠাইত "আক এৰি" অৰ্থাৎ হোম-ব্ৰত নকৰি যি নাম লয় ( যদিও অৰ্থ কোনোমতে সঙ্গত নহয় ) এনে বিপৰীত ভাব বুজাবৰ অপচেষ্টা কৰিছে। সেই অধ্যায়তে আকৌ,—

"গুণ নাম যত বিষ্ণু শিৱৰ।
তাক ভিন্ন বুদ্ধি কৰে যি নৰ॥
নামৰ সিয়ো মহা অপৰাধী।
নৰকত পৰে দৈৱে নৰাধি॥" ৪৯।

শিৱক পৰম বিষ্ণুভক্তৰূপে "কীৰ্ত্তন"ৰ "হৰমোহন" আৰু নানা বৈষ্ণৱ শাস্ত্ৰৰ নানা ঠাইত বিতোপনভাৱে বৰ্ণনা কৰিছে ; ভগৱন্ত আৰু তেওঁৰ ভক্তৰ ভেদ নাই, এই ভাবকে ইয়াত প্ৰকাশ কৰিছে অতি সঙ্গতিপূৰ্ণভাৱে। কিন্তু ইয়াক বিকৃত কৰি ভক্তি-বিৰোধীবোৰে বুজাব খোজে যে শিৱক বিষ্ণুৰ সমানে মানিব লাগে ; যদিও তেনে অদ্ভুত উক্তি কোনো যুক্তিয়ে সমৰ্থন নকৰে। শঙ্কৰদেৱ-বিৰোধী এনেবোৰ লোকৰ উচটনিতে এক "বঙ্গদেশী মাধৱ"ক শিখণ্ডি কৰি বিৰুকাৰ্য্যৰ দুষ্ট পৰিচালনাত কোচ ৰাজ্যত মাধৱদেৱৰ লগত তৰ্ক হৈছিল:

"............কহিয়োক এতিক্ষণ।
মহেশক বোলা তুমি জড় কি চৈতন্য॥
গুণৰ ভিতৰ শম্ভু মাধৱে কহন্ত।
এতেকে জানিবা জড়, চৈতন্য নোহন্ত॥ ১৬১১।
যেৱেসে চৈতন্য হোন্ত স্ত্ৰী ৰূপ ধৰি।
তেৱে কিয় মহেশক মুহিলন্ত হৰি॥ ১৬১২।
আৰো বৃকাসুৰক আপুনি বৰ দিলা।
পুনু তাকে ভয়ে পলাই ত্ৰৈলোক্য ভ্ৰমিলা॥

চৈতন্যৰ মোহ নাই বুজিবাঁ নিশ্চয় ।
জড়ৰেসে মোহ-ভ্ৰম জানা অৱশ্যই ॥ ১৬১৩ ।
শুনি বিক্ক কাৰ্য্যী ক্ৰোধ কৰিয়া বোলয় ।
মহেশক জড় বোলা তোৰা সমস্তই ॥
কৰিলাঁ সমস্ত ৰাজ্য নষ্ট তুমিসৱে ।
তোৰাক ৰাজ্যৰ পৰা লাগে খেদাইবে ॥ ১৬১৪ ।
আনো নানা বীৰো ক্ৰোধ কৰিয়া বোলয় ।
তোমাৰ কথায় শম্ভু ঈশ্বৰ নোহয় ॥
মহেশ ঈশ্বৰ হোস্ত মাধৱে কহন্ত ।
তথাপিতো স্বতন্ত্ৰ ঈশ্বৰ নুহিকন্ত ॥ ১৬১৫ ।
পুনৰপি বিক্ক মাধৱত পুছিলন্ত ।
মোক্ষ দিবে মহেশে পাৰন্ত নপাৰন্ত ॥
মাধৱে বোলন্ত মোক্ষ দিবে নপাৰন্ত ।
মুকুতিৰ অধিকাৰ মহেশ নোহন্ত ॥ ১৬১৬ ।
বিষ্ণুৰেসে জানা মোক্ষ দিবে অধিকাৰ ।
বিষ্ণু বিনে মোক্ষ-দাতা নাহিকয় আৰ ॥ ১৬১৭ ।
শুনি বিক্ক কাৰ্য্যী মুণ্ড ঝঙ্কাৰি ঝঙ্কাৰি ।
বুলিবে লাগিলা মাধৱক ক্ৰোধ কৰি ॥ ১৬২১ ।
একে দ্বিজগণে মাধৱক নসহয় ।
আৰো বল পায়া বিক্ক কাৰ্য্যীত নিশ্চয় ॥ ১৬২২ ।
ব্ৰাহ্মণসৱৰ বাক্য মাধৱে শুনিয়া ।
বুলিবে লাগিলা বিক্ক কাৰ্য্যীক চাহিয়া ॥ ১৬২৪ ।
নৃপতি থাকন্তে তুমি নপাৰা খেদাইবে । ১৬২৫ ।
নানা শাস্ত্ৰ দেখাই সৱে বাদ কৰিলন্ত ।
নপাৰোঁ আমৰা বিপ্ৰসৱে জানিলন্ত ॥ ১৬২৬ ।
মাধৱদেৱৰ বায়ু উঠিবাক দেখি ।
আগ ভৈলা ৰামচৰ্ম খানিকো নাপেক্ষি ॥ ১৬২৭ ।

মাধৱদেৱক ঢাকি দিলন্ত উত্তৰ।
শুনি মনে বিস্ময় মিলিল ব্ৰাহ্মণৰ ॥
অনন্তৰে বিপ্ৰগণ নিজম পৰিল। ১৬২৮।
অনন্তৰে কাৰ্য্যীয়ে বিদায় তাঙ্ক দিল ॥ ১৬২৯।
হাতে ধৰি বোলয় মাধৱ শুনিয়োক।
এখানি কাৰ্য্যক বোলোঁ তাক কহিয়োক ॥ ১৬৩০।
এইখানি তাৰা দেখে তোৰাৰ দূষণ।
মাধৱে বোলন্ত মুবুলিবা ই বচন ॥
ই মত শাস্তিক তুমি নপাৰা কৰিবে।
গোড় হস্তে মুণ্ড লাগি মোট কাঢ়া যেৱে ॥ ১৬৩১।
শুনি বিক কাৰ্য্যী পাছে অসন্তোষ মনে।
মাধৱক পঠাই গৈলা আপোন ভৱনে ॥" ১৬৩৩।

ৰামচৰণৰ ৰচিত এই গুৰু-চৰিত যে নিজ চকুৰে দেখা সাক্ষী ৰূপে গণ্য তাত সন্দেহ নাই; মাধৱদেৱৰ লগত এওঁৰ সম্বন্ধৰ বিষয়ে দ্বিতীয় গুৰুচৰিত-লেখক দৈত্যাৰি ঠাকুৰে স্পষ্ট লিখিছে :

"মাধৱদেৱৰ বহিনাই ৰামদাস।
আছা এক চণ্ডালে দুই হস্তো কৰি বাস ॥
ৰামদাস-সুত ৰামচৰণ নিশ্চয়।
মাধৱদেৱৰ তেও ভাগিন হোৱয় ॥ ৯৪১।
পঢ়াইলা মাধৱদেৱে ৰামচৰণক।
পাৰিলা পঢ়িৱে ভাল পদ-পয়াৰক ॥ ৯৫০।
ৰত্নাৱলী ৰত্নাকৰ আদি গ্ৰন্থ যত।
কয়লি-কৃত্য ভৈল আন শাস্ত্ৰ পাৰ্গত ॥
শিখাইলন্ত কায়স্থিকা বৃত্তি সমস্তয়।
অদ্ভূত লেখক ভৈলন্ত মহাশয় ॥ ৯৫১।
শুনা পাছে যেন ৰামচৰ্ণে কৰিলন্ত। ৯৫৮।

ঢম্বুৰিক গৈয়া ছয় বৎসৰ আছন্ত।
হাল গৰু ক্ষেত্তি ভূঞ্জি বাড়ী কৰিলন্ত ॥
টকা-কড়ি আৰ্জিবে মনত তান আশ।
নিতে নিতে তাঙ্ক বুঝাই বোলা ৰামদাস ॥ ৯৫১ ।
তেহে বোলা মমা তোৰ পৰম ভকত।
ৰত্নাৱলী ৰত্নাকৰ তাহান সঙ্গত ॥
বুঝিলি দুখান গ্ৰন্থ অৰ্থ এই যেৱে।
জান বাপু মোৰ মনে ভাল মানো তেৱে ॥ ৯৬০ ।
এহিমতে বৎসৰেক বোলা বাপ খনে।
পাছে শ্ৰদ্ধা ভৈল ৰামচৰণৰ মনে ॥
মায়োখনে পাছে তাঙ্ক বুলিলন্ত বাক।
যায়ো বাপু ৰামচৰ্ণ স্নুন্দৰীদিয়াক ॥ ৯৬১ ।
ভৈল ছয় বৰ্ষ বাৰ্ত্তা দদাৰ নপাই।
আস গৈয়া বাপু বহিনিয়েৰক চাই ॥ ৯৬২ ।
শুনি ৰামচৰণে মনত আলোচন্ত।
মমাৰ পাশক যাইবে আতায়ো বোলন্ত ॥
আয়ো যাইবে বোলা মোক বহিনিৰ ঠাই।
একেলগে আসোঁ গৈয়া দুই হন্তকো চাই ॥” ৯৬৩ ।

শঙ্কৰদেৱৰ স্নুমলীয়া পুতেক হৰিচৰণে ৰামচৰণৰ ভনীয়েকক বিয়া কৰায় ; দুয়ো লগ লাগি মাধৱদেৱৰ কাষলৈ যোৱাত মাধৱে ৰামচৰণক ৰখায় আৰু এওঁৰ পিতাক ৰামদাসকো আনি ওচৰা-ওচৰিকৈ আগৰ দৰে থাকিবাৰ বাঞ্ছা কৰে—

“বুঢ়া ভৈলোঁ আমি আৱে সঙ্গ নছাড়িবি।
নাপৰা পৰিলে কোন পানীফোট দিবি ॥ ৯৭২ ।
তোৰ পিতৃ ৰামদাস মহা উপকাৰী।
তাৰ গুণ জানা আমি শুজিতে নপাৰি ॥

তাহান প্ৰসাদে শঙ্কৰৰ পাইলোঁ সঙ্গ ।
তান লগে থাকিবাক মনে মহা ৰঙ্গ ॥ ৯৭৩ ।
তাঙ্কো আনগই বাপু একে লগে থাকি ।
আমাৰ লগত থাকি দুঃখ পাইবি নিকি ॥
কোন দুঃখ নপাইবি আস গৈ ওচৰ ।
কোলায়ে-বোকায়ে তুলি কৰিলোঁ ডাঙৰ ॥ ৯৭৪ ।
পাছে ৰামচৰণে মনত আলোচন্ত ॥ ৯৮০ ।
মমাৰ সঙ্গত আসি থাকিলি নিশ্চয় ।
ইহ পৰলোক সুখ সমস্তে মিলয় ॥
এহি বুলি কয়জন মানুষ নিলন্ত ।
ঢকুৰিৰ পৰা সুন্দৰীক আসিলন্ত ॥ ৯৮১ ।
ঢকুৰিত আছা ৰামচৰণ যৈসানি ।
জানিবাঁ মথুৰাদাস আসিলা তৈসানি ॥
মাধৱদেৱৰ সঙ্গ পায়া মহাশয় ।
পাছে তান মহাভাগ্য ভৈল সি উদয় ॥ ৯৮২ ।
মাধৱদেৱৰ মুখে শুনি কথাচয় ।
দূৰ ভৈল তান যত মনৰ সংশয় ॥
তেৱে বঙ্গদেশীৰ মতক এড়িলন্ত ।
মাধৱক গুৰু মানি শৰণ লৈলন্ত ॥ ৯৮৩ ।
তেৱেসে ঈশ্বৰ বুলি মানি শঙ্কৰক ।
ধিক বুলি খেদ কৰিলন্ত আপোনাক ॥
মথুৰাদাসৰ সঙ্গে আনো তান্তি যত ।
গুৰু মানি উপদেশ কৈল মাধৱত ॥ ৯৮৪ ।
বুলিলা মাধৱদেৱে মথুৰা দাসক ।
তোৱা নিয়া ঠাই দিয়া ৰামচৰণক ॥ ৯৮৫ ।
শুনি তাৱা সাদৰ কৰিয়া তাঙ্ক নিলা ।
তান্তিকুছিতে তাঙ্ক ঘৰ বান্ধি দিলা ॥

যেৱে মাধৱৰ ভাত ৰান্ধিবে লাগিল।
সুন্দৰীক তেৱে ৰামচৰণ আসিল ॥ ৯৮৬।
ৰামচৰণৰ ঘৰ আছিল যথাত।
পোড়া ভিঠা সত্ৰ জানা হুই আছে তাত ॥ ৯৮৭।

গতিকে চৈতন্যদেৱৰ ষোল-নাম এৰি শঙ্কৰদেৱৰ ধৰ্ম গ্ৰহণ কৰা আৰু পাছত বৰপেটা সত্ৰৰ গৰাকি হোৱা মথুৰাদাস ৰামচৰণৰ কাণ-সমনীয়া আছিল বুলি অনুমান কৰিব পাৰি। ৰামচৰণৰ এই চিনাকি সম্পূৰ্ণ।

ৰামচৰণৰ পিছত তেওঁৰ পুতেক দৈত্যাৰি ঠাকুৰৰ গুৰুচৰিত মাত্ৰ বুলিব লাগিব। তাৰ পাছত ভূষণ দ্বিজ; ১৯২৫ত এওঁৰ গুৰুচৰিত চপাওঁতাই নিজ পাতনিত কৈছে: "৺ভূষণ দ্বিজ কবিৰ বিষয়ে বিশেষ একো জনা নাযায়। মাথোঁ নৰনাৰায়ণ ৰজাৰ সময়ত তেওঁ ৰাজ-কবি আছিল ইয়াকে বুজি।" আমি আচৰিত মানো; শঙ্কৰদেৱৰ নামটো পালেই কোনো পুথি-ৰচয়িতা "নৰনাৰায়ণ ৰজাৰ সময়ত তেওঁ ৰাজকবি আছিল" বোলা কেনে কথা আমি ভাবি নাপাওঁ। "ৰায় চাহেব শ্ৰীদুৰ্গাধৰ বৰকটকী দ্বাৰাই সম্পাদিত আৰু প্ৰকাশিত" এই পুথিখনিৰ ভিতৰলৈ সম্পাদক-প্ৰকাশক "ৰায় চাহেবে" চকু দিয়া হলেই তলৰ কথাখিনি নেদেখিবৰ কোনো কাৰণ নাছিল যেন লাগে:

"শঙ্কৰদেৱৰ নাতি অতি অনুপাম।
পৰম পণ্ডিত শ্ৰীপুৰুষোত্তম নাম ॥ ৪৮১।
জৱসিয়া গ্ৰামে আসি তেহো ৰহিলন্ত।
বৎসৰ ছয়ক মানে ঐতে আছিলন্ত ॥
কৰিলন্ত সত্ৰ হৰি কথা দিনে-ৰাতি।
তেহেন্তে আমাক দয়া কৰিছন্ত আতি ॥ ৪৮৩।
চতুৰ্ভুজ নামে আছা নাতি শঙ্কৰৰ।
যাৰ মহা গুণগণে নাহি পটন্তৰ ॥

মোৰ মুখে তান গুণ বৰ্ণাইবোঁহো কত।
অদ্যাপি আছন্ত বিষ্ণুপুৰ নগৰত ॥ ৪৮৪ ।
যাৰ মহন্ত সন্ত জগতে যে প্ৰধান।
তানো মোক দায়া আছে সৱাতে প্ৰমাণ ॥” ৪৮৫ ।

শঙ্কৰদেৱৰ তিৰোভাবৰ ১৫।১৬ বছৰৰ পাছতে নৰনাৰায়ণৰ মৃত্যু হয়; গতিকে গুৰুজনৰ বৰ-পো আৰু সৰু-পোৰ নাতিয়েক পুৰুষোত্তম-চতুৰ্ভুজৰ কালত ভূষণ দ্বিজ নৰনাৰায়ণৰ ৰাজকবি হোৱাটো গছত গৰু উঠা কথা যে সন্দেহ নাই। সি যিহওক, নিজ গুণত এই গুৰু-চৰিতৰ প্ৰমাণ লবলৈ গ'লে পোৱা হয় জন-গণৰ মুখৰ পৰা লুপ্ত-প্ৰায় শঙ্কৰ-চৰিত উদ্ধাৰৰ চেষ্টাত অ'ৰ-ত'ৰ পৰা শুনি তেওঁ এই চৰিত লিখিছে:

“পূৰ্বে যত যত মহা পণ্ডিত আছিলা।
অন্যো-অন্যে এহি কথা আনন্দে চৰ্চ্চিলা।
অন্তকালে পাইলা সৱে বৈকুণ্ঠ ভুৱন।
সিসৱ কথাক আৰ কহে কোনজন ॥ ৭ ।
লুপ্ত হোৱে কথা খেদ মিলিল মনত।
কহিলোঁ আমাৰ ইটো প্ৰয়োজন যত ॥” ৮ ।

আচৰিত কথা, ৰামচৰণ আৰু দৈত্যাৰিৰ দুখন গুৰু-চৰিত আগত থকাতো তেওঁ লিখিছে—

“মুহি শ্লোক বন্ধে আৰু পদে নিবন্ধিব।
নাহিকে আৰিসি তাক চাহিয়া থাকিব ॥
শুনা কথা কতো পৰে নপৰে মনত।
হোৱে আগ-পাছ মোৰ বুদ্ধিৰ দোষত ॥” ৫৬ ।

“নাহিকে আৰিসি” বোলা জনৰ এই পুথিত ৰামচৰণ ঠাকুৰৰ পদ পাতে পাতে আছে। দৈত্যাৰি ঠাকুৰেও সেইদৰে পিতাকৰ চিনাকি দিছে—

"আছিলন্ত ৰাম- দাস নামে ভক্ত
শঙ্কৰদেৱৰ ঠাই।
সমস্ততে আগে শঙ্কৰ দেৱত
তেহেঁ ভক্তি আছে পাই ॥ ১৭০৮।
মাধৱদেৱকো তেহেন্তে সে নিলা
শঙ্কৰদেৱৰ পাস।
শঙ্কৰদেৱেসে দিলন্ত জানিবাঁ
তান নাম ৰামদাস ॥ ১৭০৯।
তাহান তনয় ভৈলা শোভনয়
নামত ৰামচৰণ।
মাধৱদেৱৰ ভাগিন হোৱন্ত
জানিৱয় সৰ্বজন ॥
তাহান সন্ততি আতি শিশুমতি
দৈত্যাৰি দিল নামত।" ১৭১০।

অথচ ভূষণ দ্বিজে এওঁৰো অস্বীকাৰ কৰাৰ দৰে, এৱোঁ ৰামচৰণক গুৰু-চৰিতৰ উল্লেখ নকৰি ভূষণ দ্বিজৰ দৰেই লিখিছে—

"মিনতি বচন বোলোঁ শুনা সৰ্বজন।
কতো মহাজনে মোক বুলিলা বচন ॥
দুয়ো মহাপুৰুষৰ কথা যত যত।
পদবন্ধে এক থান কৰিয়ো সমস্ত ॥ ৬।
তাসম্বাৰ বাক্য পালি কৰোঁ এক থান।
ক্ষমিবা দোষণ বঢ়া-টুটা যত মান ॥
কতো পাই কতো নপাই জানিবাঁ নিশ্চয়।
আৰো আত কত কথা আগ-পাছ হয় ॥ ৭।

তদুপৰি আকৌ সামৰণিত সেই "নাহিকে আৰিসি" বুলিছে—

"এহি কথা বুঢ়ীৰ পো গোবিন্দতো
পুছিলোঁ আমি প্ৰবন্ধে।

গোবিন্দ আতই বঙ্গমনে বুলি-
লন্ত লিখাঁ পদবন্ধে ॥ ১৭০২ ।
যিমান জানন্ত তেহেঁ কহিলন্ত,
আনতো যিবা শুনিল ।
ৰামচৰণত শুনিছি যিমত
সৱাকো আমি লিখিল ॥ ১৭০৪ ।
নানান প্ৰকাৰে ইসব কথাক
চৰ্চ্চন্ত নানা ভকতে ।
ততেকৰ মত নপাৰি লিখিত
যেমন জানয় যিটে ॥ ১৭০৬ ।
নাহিকে আৰিসি মুখৰ কথাক
কহন্তো তেখনে লবে ॥" ১৭০৭ ।

বাইবোলৰ নিউ টেষ্টামেণ্টৰ দুজন লেখক মেথু আৰু জন্ খৃষ্টৰ শিষ্য আছিল ; আন দুজন মাৰ্ক্ আৰু লুক প্ৰত্যক্ষদৰ্শী আছিল: এইবাবেই এই চাৰিজনৰ লিখিত বৰ্ণনাই বাইবোলৰ নৱবিধান থাপনা কৰিছে। শঙ্কৰদেৱ-মাধৱদেৱৰ জীৱনী বিষয়ত ঠিক তেনে ঠাই অধিকাৰ কৰে অকল ৰামচৰণে ; আৰু সেই অনুসাৰে ৰামচৰণৰ গুৰু-চৰিত যথেষ্ট বিস্তৃত আৰু প্ৰামাণিক। সেই গুৰু-চৰিত থাকোঁতে পুতেক দৈত্যাৰিয়ে আন এখন লিখা অনিয়ম নহয় নিশ্চয় ; কিন্তু "নাহিকে আৰিসি" বোলা কথাটো ভাবিব লগীয়া। তদপি দৈত্যাৰিৰ গুৰু-চৰিতকো স্বীকাৰ নকৰি শঙ্কৰদেৱৰ নাতি-বয়সীয়া দ্বিজ ভূষণে "নাহিকে আৰিসি" বুলি লিখা কথাই স্বভাৱতে এনে উক্তিৰ গাম্ভীৰ্য্য পাতলায় ; তেতিয়া ভাবিব লগা হয় আজি-কালিৰ কোনো কোনো পণ্ডিতে অন্যায়কৈ হলেও নিজৰ গুৰুত্ব দেখুৱাবলৈ পূৰ্বজনক স্বীকাৰ নকৰাৰ দৰে ভূষণ তথা দৈত্যাৰিয়ে সেইদৰে লিখাৰ ধুন এটা লৈছিল ; নহলে, বাস্তৱতে তেওঁলোক পূৰ্ব-গুৰু-চৰিতৰ অস্তিত্ব সম্পৰ্কে অজ্ঞ আছিল। দৈত্যাৰিয়ে তেওঁৰ পিতাকৰ গুৰু-চৰিত নেদেখা বা নজনা

কথা যদি টান বুলি ধৰা হয়, তেন্তে শঙ্কৰদেৱ মাধৱদেৱৰ তথ্য সম্পৰ্কত জীৱন্ত অধিকাৰী নিজ পিতাক ৰামচৰণ থাকোঁতে বাটৰ বাটৰুৱাক সুধি পুতেকে গুৰুচৰিত লিখা কথা আচৰিত বুলিব লাগিব নিশ্চয়। এই সম্বন্ধত মাথোন এটা কথা কব পাৰি, ৰামচৰণে বহুত বয়সত বিয়া কৰাইছিল, আৰু শেষ বয়সত জন্মা পুত্ৰই পিতৃৰ তেনে জ্ঞানৰ অধিকাৰী হবলৈ অৱশ্যে সময় লাগিছিল।

তদুপৰি কোনো-কোনোৱে সোধে, ৰামচৰণে নিজে কীৰ্ত্তন-ঘোষা একেঠাই কৰিছিল যে তাক তেওঁ লিখা চৰিত্ৰত উল্লেখ নকৰিলে কিয়? সেই প্ৰশ্ন যদি স্বীকাৰ কৰা হয়, তেন্তে তাক লিখিব লাগিছিল দৈত্যাৰিয়ে লিখা দ্বিতীয় গুৰুচৰিতত; তাত থকা নিজ বংশ-পৰিচয়, ককাক-পিতাকৰ গুণ-যশ লিখাৰ লগত। ৰামচৰণে নিজে সেই কথা নিলিখিলে, দৈত্যাৰিৰ গুৰু-চৰিতত মাধৱদেৱৰ কথা যিমান বহলাই আছে, কিয়নো তেওঁ লিখিছিল গুৰু-চৰিত, ৰামচৰণ-চৰিত নহয়। সৰহ নালাগে, ৰামচৰণৰ গুৰু-চৰিতত নিশ্চয় সিমান নাই; কিয়নো গুৰু-চৰিত লিখাহে তেওঁৰ লক্ষ্য আছিল, মোমায়েকৰ সম্পূৰ্ণ চৰিত লিখিবলৈ তেওঁ মন নকৰিছিল। ৰামচৰণৰ এই সংযম সাধাৰণ নহয়; কিয়নো তেওঁৰ দৰে ভক্ত আৰু পণ্ডিত, মাধৱদেৱৰ তোলন-পুত্ৰৰ নিচিনাকৈ সকলো গুণৰ অধিকাৰী হৈ লালন-পালন কৰি মৰা প্ৰত্যক্ষদৰ্শী এজন দ্বিতীয় নাছিল। শঙ্কৰদেৱৰ নাম নলৈ মাধৱক গুৰু বোলা বাবে কোনো-কোনোজনক মাধৱে কদৰ্থনা কৰা সময়তো ৰামচৰণক নিজ শিষ্য বুলি ঘোষণা কৰিছে:

"গোমাৰ গোবিন্দ নাম আছিলন্ত একজন
তেহেঁ দেৱে মাধৱ সেৱক।
তিনি খান নাৱ ভৰা দিয়া লোক সমন্বিতে
আসিলা দেখিবে মাধৱক ॥ ১১৮৯।
খঙ্গিয়া মাধৱে বোলা অন্যায় কৰস তই,
নাম কহ শিষ্য মাধৱৰ।

কৈসানিব শিষ্য তই কোন তোৰ গুৰু মই,
যত গুটি দেখস লগৰ ॥
মুহি কেহ শিষ্য মোৰ সমস্তে জানিবা সঙ্গী,
আছে শিষ্য এগুটি আমাৰ।
নাম তাৰ ৰামচৰণ সম্বন্ধে ভাগিন জন,
সোহি মাত্র শিষ্য মোৰ সাৰ ॥” ১১৯০। দৈত্যাৰি।

ৰামানন্দ দ্বিজৰ গুৰু-চৰিত সম্ভৱ ভূষণ দ্বিজৰ যথেষ্ট পাছৰ; কিয়নো ভূষণতকৈও ইয়াত ঘটনাবোৰৰ ভুল আৰু বেমেজালি সৰহ। পোনতেই শঙ্কৰদেৱৰ জন্ম-মাস আদিৰ ভুলৰ উপৰিও জীয়েক মনু আৰু জোঁৱায়েক হৰিৰ নাম সলনা-সলনি কৰিছে; আনবিলাক ঘটনাৰ বিৱৰণো জীৱন্ত নহয়। তথাপি ৰচনা কৌশললৈ চাই এই পুথি অষ্টাদশ শতিকাৰ পাছৰ বুলিব নোৱাৰি। ইয়াৰ পাছৰ এখন কথা-গুৰুচৰিত প্রকাশিত হৈছে; তাৰ পাতনি ইংৰাজীত লিখা জনে ইয়াক সপ্তদশ শতাব্দীৰ আৰু অসমীয়াত লিখাজনে “১৭১৬ খৃষ্টাব্দৰ থিক পিছতে” বুলি কয়; কিন্তু তাত “ফিৰিঙ্গিয়ে” বটলত “গঙ্গাজল” খোৱাৰ উপমা থকা বাবে ইয়াক উনৈশ বা অষ্টাদশ শতিকাৰ শেষ ছোৱাৰ পূৰ্ব্বৰ বুলিব নোৱাৰি। উপযোগী-অনুপযোগী নানান ধাৰ্মিক কিম্বদন্তিৰে সেই সময়ৰ বৈষ্ণৱ গন্থৰ আৰ্হি আৰু কথা-প্রসঙ্গত কৈ-যোৱা কিছুমান সত্যৰ সূচনাৰ বাহিৰে এই চৰিতত শঙ্কৰদেৱৰ জীৱনীৰ বিশেষ প্রামাণিক কথা নাই।

বৰ্ত্তমান যুগত শঙ্কৰদেৱৰ প্রচাৰিত ধৰ্ম্মমত আৰু ধৰ্ম-সাহিত্যৰ প্রতি সৰ্বসাধাৰণৰ মনোযোগ আকৰ্ষণ কৰাৰ গুৰিত লক্ষ্মীনাথ বেজবৰুৱাৰ “শঙ্কৰদেৱ” আৰু “শ্রীশঙ্কৰদেৱ আৰু শ্রীমাধৱদেৱ” পুথি দুখন। এতিয়ালৈকে শঙ্কৰদেৱৰ জীৱনী, সাহিত্য আৰু ধৰ্মমতৰ সম্পৰ্কে বেজবৰুৱাই অধিকাৰী বুলি গণ্য হৈ থাকিলেও এই শতিকাৰ দ্বিতীয় দশকত ওলোৱা এই পুথি দুখনৰ ভাল নতুন সংস্কৰণ নোহোৱাত আধুনিক বিজ্ঞানসম্মত ৰীতিৰ বিচাৰত তাত কেইবাটাও খুত থাকি গল। তথাপি শঙ্কৰদেৱৰ বৰ্ত্তমান বিচাৰযুক্ত জীৱনীৰূপে এই দুখনৰ বাহিৰে আৰু লেখত লবলগা প্রামাণিক পুথি ওলোৱা নাই নিশ্চয়।

---

## বাইশ

## অবৈষ্ণৱ ব্যাখ্যাৰ বিৰুদ্ধে সাৱধান

"অবৈষ্ণৱ মুখোদ্গীৰ্ণং পূতং হৰিকথামৃতম্।
শ্ৰৱণং নৈব কৰ্ত্তব্যং সৰ্পোচ্ছিষ্টং যথা পয়ঃ॥"

অৰ্থাৎ অবৈষ্ণৱৰ মুখেদি উগাৰি দিয়া পৱিত্ৰ হৰিকথাৰ অমৃতো শুনিব ( স্বাদ কৰিব ) নাপায়; কিয়নো সি সাপে মুখ দিয়া গাখীৰৰ দৰে ( বিষাক্ত )। গতিকে শঙ্কৰদেৱৰ ভক্তি-মতৰ আলোচনা কৰোঁতে এনে অবৈষ্ণৱ লোকৰ মত-নিৰ্দেশ অৱশ্যে বৰ্জনীয়। তেনে-হলে কথা হ'ল, বৈষ্ণৱ-অবৈষ্ণৱ কি স্বভাৱেৰে চিনিব পাৰি: শঙ্কৰদেৱে নিজে "কীৰ্ত্তন"ত তাক স্পষ্ট চিনাই দিছে:

"শৰীৰ-শৱক মই বোলে চিত্তে।
মমত কৰে পুত্ৰ ভাৰ্য্যা-বিত্তে॥
তীৰ্থ বুলি কৰে জলত শুদ্ধি।
প্ৰতিমাত কৰে দেৱতা বুদ্ধি॥
বৈষ্ণৱত নাই ই সৱ মতি।
গৰুতো অধম কৃষ্ণ বদতি॥"

নীচ বুদ্ধিৰ শুক্ৰই বলিৰ বিষ্ণু-সেৱাত বাধা দিবলৈ বুলি পানী-ঢলা পাত্ৰত সোমাই তাৰ পাছত সেই দোষত বামনৰূপী বিষ্ণুৰ হাতেৰে নিজ চকু ফুটাই লোৱাৰ দৰে, "অন্তঃ শাক্তাঃ বহিঃ শৈৱাঃ সভা মধ্যে তু বৈষ্ণৱাঃ" বোলাৱা বিলাকে আগতেই নিজৰ চকু ফুটাই লৈ ইয়াৰ বিপৰীত অৰ্থ কৰি নিজক আৰু অজ্ঞানীজনকো ভুৱা দিব খোজে। ভাষা বা ভাবৰ সঙ্গতি বলি দি বোলে ইয়াত "তীৰ্থ বুলি কৰে জলত শুদ্ধি, প্ৰতিমাত কৰে দেৱতা বুদ্ধি", এনেবোৰক "গৰুতো অধম" বোলা নাই, "বৈষ্ণৱত নাই ইসৱ মতি" বোলাবোৰকহে "গৰুতো অধম" বুলিছে !! সঁচাকৈয়ে যেন মানুহৰ অসৎ ভাব লুকুৱাবলৈহে ঈশ্বৰে ভাষা স্ৰজিল!

"স্বপূজে ভকতক মাগ্য নকৰে প্ৰাণীক।
একে প্ৰতিমাত মাত্ৰ আৰাধি হৰিক॥
সেইজন জানিবাহা প্ৰাকৃত ভকত।
আৰূঢ় হৈয়াছে তেহোঁ ভক্তিৰ পথত॥" নিঃ নঃ সিঃ

এনে পদক প্ৰতিমা-পূজাৰ সমৰ্থক বুলি ভাবিলে নিৰ্বুদ্ধিতাৰ বা 'জুৱাচুৰি' বুদ্ধিৰ পৰিচয় দিয়া হয়। খোৰা লৰাই কিহবাত ধৰি খোজ কাঢ়িবলৈ যত্ন কৰিলে বা মূৰ্খ ছাত্ৰই একাধিক বাৰ বিফল হৈও সফল হবৰ যত্ন কৰিলে তাত যেনেকৈ সেই সেই উদ্দেশ্যৰহে শলাগ ( পুৰুৌ ) লোৱা হয়, খোৰা বা মূৰ্খ হোৱাৰ প্ৰশংসা কৰা নহয়, প্ৰতিমা বা মূৰ্ত্তি-পূজাৰ যোগে ঈশ্বৰক পাবৰ যত্নও তেনে শাৰীৰিক বা মানসিক পঙ্গু লোকৰ 'অগতিৰ গতি'ৰ বুলিহে পুৰুৌ, পঙ্গুতাৰ বাবে প্ৰশংসা হব নোৱাৰে।

"কৃষ্ণৰ মূৰ্ত্তিক যিটো নেদেখে অধম।
তাৰ চক্ষু সম্যকে মৈৰাৰ চঁকা সম॥
কৃষ্ণৰ স্থলক যিটো নকৰে গমন।
বৃক্ষ-শিলা সম তাৰ দুখানি চৰণ॥"

ইয়াতো নিজৰ ভৰিৰে গচকা আৰু নিজৰ হাতেৰে সজা মাটি বা কাঠৰ লৰাই ওমলা পুতলাৰ দৰে পুতলাতো পূজা কৰাটো অধম বুলি ভাবৈ নোচোৱাটোক অধম বুলিব পাৰে এনে ভাব কেৱল তেনে মাটি বা কাঠৰ পুতলাতহে আৰোপ কৰিব পাৰি, বিচাৰ-বুদ্ধি-যুক্ত মানুহত তাক আৰোপ কৰা টান। "কৃষ্ণৰ স্থল" নিৰ্দেশ ভূগোলত নাই; কিন্তু আজি-কালি বৃন্দাবন বোলা ঠাইত নিশ্চয় কৃষ্ণক লগ পাবলৈ টান হব।

স্বৰূপতে, মাছৰ কণী হাজাৰ হাজাৰ; কিন্তু মিছাৰ কণী অলেখ। ইঙ্গে কোৱা সেই "প্ৰথম পাষণ্ড আৰু প্ৰথম মূৰ্খ" এইদৰে যুগে যুগে জন্মি আছে তাত সন্দেহ নাই।

"তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অসন্ত।
জগতত পুনু তুমিও প্ৰকাশা
অন্তৰ্য্যামী ভগৱন্ত॥"

বুদ্ধি নিতান্ত স্থূল নহলে ইয়াৰ "সত্য", "অসন্ত" আদি শব্দৰ অৰ্থ লৈ আওকাণ কৰিব নোৱাৰি। অৱশ্যে উপনিষদৰ আত্ম-তত্ত্ব বা ব্ৰহ্মতত্ত্ব বুজিবলৈ বেদৰ মন্ত্ৰকৰ্ত্তা ঋষিবিলাকে, নিজ পো-নাতিৰ কালতো দলে দলে গৈ জনক প্ৰবাহন আদি ক্ষত্ৰিয় ৰজাৰ পদ-প্ৰান্তত আশ্ৰয় লব লগা হৈছিল, সন্দেহ নাই। উপনিষদৰ কথালৈ নগৈও, ছক্ৰেটিছ, প্লেটো প্ৰভৃতিৰ "সৎ" ৰূপৰ ধাৰণা অলপ তাকৰ আয়াসতে আয়ত্ত কৰিব পৰা হয়; আত্মিক বা মানসিক জগতত থকা "ঘোৰা" "গৰু" আদিৰ "ৰূপে"হে কেনেকৈ এই ভৌতিক জগতৰ 'ঘোৰা' 'গৰু' আদি চিনাত আমাক বাট দেখুৱায়, প্লেটোই তাক সুন্দৰকৈ বুজাই দিছে। মন ইন্দ্ৰিয় জাতীয় বা জড় আৰু চৈতন্যৰ মাজৰ বুলিয়ে যে আমি তাত "সৎ" ৰূপৰ ধাৰণা কৰিব নোৱাৰোঁ, এই স্থূল বুদ্ধিৰ তৰ্ক সত্য নহয়।

অৰ্থনৈতিক 'বনাম্' ধৰ্মনৈতিক চাৰি বেদৰ স্তুৱ-মন্ত্ৰ আদিৰ আভাস আগত দি অহা হৈছে; স্বৰূপতে চাৰি বেদ আদিম মানৱৰ আদিম অনুভূতিৰ প্ৰকাশ মাত্ৰ। মানৱ-মস্তিস্ক তেতিয়াও স্থূলৰ পৰা সূক্ষ্মলৈ উন্নীত হোৱা চেষ্টাত আছিল; "নিমি-নৱসিদ্ধ" আদি নানা পুথিত আছে:

"যি মত গহন কৰ্ম শুনা পৰিচ্ছেদ।
শিক্ষা দেয় মূঢ়ক পৰোক্ষবাদে বেদ॥
স্বৰ্গ-সুখ আদি লোভ লগাই প্ৰথমত।
প্ৰৱৰ্ত্তান্ত অজ্ঞানীক সকাম কৰ্মত॥
ভুঞ্জিবো নিৰ্দিষ্ট সুখ লভিয়া স্বৰ্গক।
হেনয় কামনা কৰি আছে ঈশ্বৰক॥

বাঢ়ে প্ৰীতি বেদৰ শুনিয়া ফল-শ্ৰুতি।
পাছে সেই কৰ্মে তাৰ সাধিব মুকুতি ॥
যেন পিতৃ শিশুক লাড়ু লোভ দেখাৱয়।
তাক পাইবো বুলি শিশু ঔষধ পিয়য় ॥
পাছে খণ্ড লাড়ুৱে গৰ্ভৰো ৰোগ হৰে।
সেহিমতে অজ্ঞানী বেদৰ শিক্ষা ধৰে ॥
পাছে বেদে বোলে এড়া ইসব কামনা।
নিষ্কামে কৰিবা এক কৃষ্ণত অৰ্পণা ॥
সেহি কৰ্মে কৰে বিষয়ত বিৰকতি।
উপজাইবে মাধৱত পৰম ভকতি ॥” নিঃ নঃ সিঃ ২১১-১৪।

ইয়াৰ পৰাই নিৰ্মল চিত্তৰ বাবে এইটো স্পষ্ট নহয়নে চাৰি বেদৰ চেষ্টা বেদান্তৰ ব্ৰহ্মবিদ্যা বা আত্ম-তত্ত্বৰ বাবে জখলাৰ নিছেই তলৰ খাপ কেইটা বা লৰাক খোজ কাঢ়িবলৈ সজ কৰাবলৈ বান্ধি দিয়া বাঁহৰ মাৰি কেইডাল? শুকান মাটিত যেনেকৈ সাঁতোৰ শিকিব নোৱাৰি, ভৌতিক আদৰ্শত তেনেকৈ আধ্যাত্মিক শিক্ষা দিয়াব নোৱাৰি। গীতাৰ শিক্ষাৰ মাজত অৰ্জ্জুনে জানোবা দেৱকী পুত্ৰকে পৰমাত্মাৰ ৰূপ বুলি ভুল কৰে, তাৰ নিৰাকৰণৰ বাবেই বিশ্বৰূপৰ অৱতাৰণা, স্থূল ভৌতিক জগতৰ পৰা সূক্ষ্ম আধ্যাত্মিক জগতলৈ তুলিবৰ যত্ন। শঙ্কৰদেৱে “ধ্যানবৰ্ণন”ত ভক্তৰ বাবে এই চেষ্টাকে কৰিছে। প্লেটোই কোৱাৰ দৰে ‘ঘোৰা’ ‘গৰু’ আদিৰ মানসিক ৰূপ এটা যি মনত ধাৰণ কৰিব নোৱাৰে, তেনে লোক ঘোৰা বা গৰুৰ দৰেই হৈ থাকিব: তাৰ আধ্যাত্মিক কিয় মানসিক জীৱনেই সম্ভৱ নহব।

যেনে মাটিৰ মূৰ্ত্তি বা কাঠৰ পুতলা, তেনে অগ্নি, সূৰ্য্য, বায়ু, বৰুণ আদি দেৱতা; কোনো মানুহে সজা এটা বস্তুৱে যেনেকৈ মানুহটোৰ সম্যক ধাৰণা দিব নোৱাৰে, ঈশ্বৰে গঢ়া এইবোৰ বস্তুৱেও তেনেকৈ ঈশ্বৰৰ স্বৰূপ বুজাব নোৱাৰে নিশ্চয়। তদুপৰি ভৌতিক আধ্যাত্মিক

যেনেকৈ স্বকীয়া সমতল ; সান্ত-অনন্ত, সসীম-অসীম, তেনেকৈয়ে তুলনীয় বিষয় হব নোৱাৰে। "তৎ একং সৎ বিপ্ৰাঃ বহুধা বদন্তি" ; ইয়াৰ এনে অৰ্থ হব পাৰিলহেতেন, যেনে একে ঈশ্বৰক মানুহে মজ্দা, আল্লা, গড্ আদি নামেৰে মাতে ; কিন্তু অগ্নি, সূৰ্য্য বা বায়ু-বৰুণক ঈশ্বৰ বোলা যেনে, ধান এটাক খেতিয়ক বা মেজখনক বাঢ়ৈ বোলাও তেনে. এইবাবেই জগতৰ সকলো সৎ ধৰ্মৰ দৰে শঙ্কৰদেৱৰ ধৰ্মতো অন্য দেৱী-দেৱৰ সেৱা স্পষ্টৰূপে আৰু তীব্ৰভাৱে নিন্দা কৰিছে।

"অন্য দেৱী দেৱ নকৰিবাঁ সেৱ
গৃহো নপশিবাঁ তাৰ।
মূৰ্তিকো নচাইবাঁ প্ৰসাদো নখাইবাঁ,
ভক্তি হুইবে ব্যভিচাৰ ॥"
"কৃষ্ণৰ গৃহৰ দ্বাৰে বেত্ৰৰ প্ৰহাৰ যোগ্য
ইন্দ্ৰ আদি যত দেৱজাক।"

এনে স্পষ্ট কথাৰো আউল লগোৱা কুতাৰ্কিক লোকৰ পাপৰ ভাৰ যে পৃথিৱীয়ে বহন কৰিছে, ইহে অনুতাপৰ কথা। ইয়াত বোলে "অন্য দেৱী দেৱ, নকৰিবাঁ সেৱ" মানে "অন্য দেৱীদেৱ কৰিবাহাঁ সেৱ" এনে ভাবহে লুকাই আছে, যিহেতুকে দেৱ-দেৱীবোৰো ঈশ্বৰে অংশ ইত্যাদি !! কিন্তু এনে প্ৰাণীৰ বিষয়ে বিশেষ নকলেও হব যিহেতুকে নিজ পত্নীয়েও পতিৰ অভিন্ন ভাবৰ লোকক পতি-ভাৱ কৰাক এওঁলোকে ব্যভিচাৰ-দোষ বুলি নধৰে! আকৌ,

"শৃঙ্গাৰ ৰসে যাৰ আছে ৰতি।
আৰু শুনি হৌক নিৰ্মল মতি ॥"

ইয়াতো হেনো শৃঙ্গাৰ-ৰসৰ আস্বাদ লাভলৈহে আৱাহন জনোৱা হৈছে !! পাণ্ডু-ৰোগীয়ে জগতখনকে হালধীয়া দেখে নিশ্চয় ! "আপোন দোষে মৰে বিবাটৰ ভাই। ডাক দিয়ে কৃষ্ণে মোত কিছু দোষ নাই ॥" দেইদৰেই—

"বৃক্ষৰ মূলত যেন দিলে আনি জল।
হোৱয় তৃপিতি ডাল পাত পুষ্প ফল॥
ডালে পাতে সিঞ্চে যদি মূলত নেদয়।
যাক দেই তাহাৰো তৃপিতি নাহিকয়॥ ২৬৭।
ক্ষুধাতুৰ নৰে যদি অন্নক ভুঞ্জয়।
হোৱয় তৃপিতি তাৰ যত ইন্দ্রিচয়॥
ভোজন নকৰি পিন্ধে নানান ভূষণ।
সুহিকে তৃপিতি তাৰ যত ইন্দ্রিগণ॥ ২৬৮।
সেহিমতে অচ্যুতক যিজনে পূজয়।
সৱে দেৱগণ তাত তৃপিত হোৱয়॥
কৃষ্ণক সুপূজি যিটো পূজে দেৱগণ।
একো দেৱ তাত সুহিকন্ত তুষ্ট মন"॥ ২৬৯।

ইয়াৰ ওপৰতো সেই এনে আওকথীয়াবোৰে কয় যে ইয়াত ডাল-পাতত পানী নিদিবলৈ কোৱা নাই!! এই প্রসঙ্গত ভাবি চাবলগীয়া, এইবোৰৰ ইমান যত্ন দেৱ-দেৱীৰূপী দানৱৰ বাবে নে কোনো নৰৰূপী ৰাক্ষসৰ বাবে?

এনেকুৱা আওকথীয়াৰ সঁচবোৰেই পৱিত্র নাম-মাহাত্ম্যতো একেদৰেই কালিমা সানিবলৈ দ্বিধা-বোধ নকৰে!

"সত্য যুগে ধ্যান ত্রেতা যুগে যজ্ঞ
দাপৰ যুগত পূজা।
কলিত হৰিৰ কীর্ত্তন বিনাই
আউৰ নাহিক দুজা।।"

ইয়াত হেনো "আউৰ নাহিক দুজা" বুলি যেতিয়া 'ঈশ্বৰো নাই' এনে কথা নহয়, তেন্তে হৰিৰ কীর্ত্তনৰ বাহিৰে অন্ততঃ "টিলিং-টালাং কচু-পাতৰ পানী" আছে নিশ্চয়!!

"কলিত হৰিৰ কীর্ত্তনত পৰে
অন্যত্র ধর্ম আচৰে।

মিছাতে কেৱলে শ্ৰম মাত্ৰ পাৱে,
একোৱে ফল নধৰে ॥”

ইয়াতো বোলে হৰি-কীৰ্ত্তনৰ লগত ‘টিলিং-টালাং’ বিধান দিছে !!

“কলিত হৰিৰ কীৰ্ত্তন এড়িয়া,
আন মতে চাহে গতি।
যেন কূল বধূ নিজ স্বামী তেজি
ভজে গৈয়া উপপতি ॥”

নিজ পত্নীয়ে পতিৰ অভিন্ন উপপতিক ভজিলে ব্যভিচাৰ বুলি নমনাবোৰে ইয়াত নামৰ লগত টিলিং-টালাং অৰ্থাৎ পতিৰ লগত উপপতি থকাৰহে বিধান দিয়া হৈছে বুলি বুজে ; নিন্দাৰ সলনি ই বন্দনাৰ পত্ৰহে হেনো !!

“হৰি ৰাম হৰি ৰাম ই মূল মন্ত্ৰ
কলিত নাহি তপ-জপ যজ্ঞ-যন্ত্ৰ ॥”

ইয়াত নামক “মন্ত্ৰ” বুলিলে যেতিয়া কথাই নাই ! তদুপৰি নাম স্বয়ং জপ। গতিকে ইয়াত “কলিত নাহি তপ-জপ যজ্ঞ-যন্ত্ৰ” বুলি “তপ-জপ যজ্ঞ-যন্ত্ৰ” সকলো কৰিবলৈহে কৈছে ( যিহেতুকে কলিত সেইবোৰ “নাহি” অৰ্থাৎ নোহোৱা হৈ পৰিছে ) !!

“তন্ত্ৰ-মন্ত্ৰ আনো দ্ৰব্য অনেক।
দেশ কাল পাত্ৰ ছিদ্ৰ যতেক ॥
পূৰ্ণ নুহি যত যজ্ঞৰ অঙ্গ।
হৰি নামে কৰে সৱে সুসাঙ্গ ॥”

এনে পদবোৰত হেনো হৰিনামৰ লগত তন্ত্ৰ-মন্ত্ৰ যাগ-যজ্ঞ কৰিবলৈহে আটাইকে “মহাৰাণীৰ দোহাই” দিয়া হৈছে !! ইয়াকেহে কয় বোলে মূৰ্খ আৰু পগলা গছৰ গুটি নহয়।

তীৰ্থ-শুদ্ধিৰ মূৰ্খতাৰ বিৰুদ্ধে কবীৰে নানা শিক্ষা দিছিল। “তীৰথ্ মে তো সব পানী হ্যায়, হোৱে নাহি কুছ্ নাহি দেখা।” আন

এঠাইত কৈছে, 'তীৰ্থ-স্নান' কৰিলেই স্বৰ্গ পোৱা হলে ভেকুলিবোৰেই আটাইতকৈ আগতে স্বৰ্গলাভ কৰিলেহেতেন! গতিকে যিবোৰে তীৰ্থ-স্নানত বিশ্বাস কৰে সেইবোৰো ভেকুলীৰ দৰে, ত্নুনাই ত্নুনাই হীন যোনীত জন্মেহি। আন দেৱী-দেৱ সেৱা কৰা সম্পৰ্কেও কৈছে, তোমাৰ পতি এজন 'উপপতি, বহুত ; এতিয়া কোৱাঁচোন, তোমাৰ দেহটো নো কাৰ শৱৰ লগত পুৰিবাঁ ?' বাইবোলতো এই কথা কৈছে—'তিৰুতা আছিল এজনী, গিৰিয়েক লৈছিল ছয়টা ; পুনৰুত্থানৰ দিনা বাৰু তাই কোনটোৰ কাষত ঠিয় হব ?'

---

## তেইশ

## গুৰু-চৰিতৰ পোহৰত শঙ্কৰী ধৰ্ম-নীতি

গুৰু-চৰিতবোৰৰ কিছুমান কথা নিশ্চয় ঐতিহাসিক আৰু কিছুমান ধাৰ্মিক কিম্বদন্তীমূলক ; এই পিছৰ শ্ৰেণীৰ কথাবোৰ চালনিৰে চালি কুলাৰে জাৰি লব লাগিব। এই প্ৰসঙ্গত আমাৰ চালনি হ'ল আন আন চৰিত আৰু শঙ্কৰদেৱ-মাধৱদেৱৰ ৰচিত মূল পুথিকেখন ; আৰু কুলা হ'ল নিজ বুদ্ধি-বিচাৰ। আমাৰ নিজ নিৰ্দ্ধাৰিত নীতি অনুসাৰে পোনতে ৰামচৰণৰ গুৰু-চৰিতকে ধৰা হওক : শঙ্কৰদেৱ উজনি অসমৰ ধুৱাহাট বেলগুৰিত চৌধ বছৰ থকা আৰু তাতে মাধৱদেৱৰ লগত মিলন হোৱা কথা যেনে সৰ্ব্ববাদীসম্মত, তাতে হৰি জোঁৱাই কটা যোৱা আৰু কৰ্মকাণ্ডী বিপ্ৰদলে দিয়া গোচৰ মতে আহোম ৰজাৰ কাষত সেই গোচৰৰ বিচাৰ হোৱা কথাও তেনে সৰ্ব্ববাদী-সম্মত :—

"গৃহ-বাৰী লৈয়া পুনু শঙ্কৰ আছন্ত।
ভকত সকল সমে কীৰ্ত্তন কৰন্ত ॥
মাধৱ সহিতে তথা আছন্ত শঙ্কৰ।
সেহি থানে ৰহি গৈলা চৌধয় বৎসৰ ॥ ২৪১৯।
অনন্তৰে যেন ভৈল তাক শুনিয়োক।
অসম ৰজাত খল দিলে বিপ্ৰলোক ॥
শূদ্ৰ এক গোটা নামে শঙ্কৰ আছয়।
শ্ৰাদ্ধ বিধি কৰিবাক লোকক নেদয় ॥ ২৪২০।
পাষণ্ড আচাৰে লোক নষ্ট কৰিলেক।
নিৰন্তৰ লোকে স্বধৰ্মক এড়িলেক ॥
হেন শুনি ৰাজা শঙ্কৰক নিয়াইলেক।
দ্বিজগণ সমে তাৰ চাঙ্গে তুলিলেক ॥ ২৪২১।

ছুৱাৰাক বোলে কথা পুছ শঙ্কৰত।
ৰাজ্য নষ্ট কৰিলেক কহে দ্বিজ যত॥
ছুৱাৰা আসিয়া পুছিলেক শঙ্কৰক।
বোলয় শঙ্কৰে পুছা ব্ৰাহ্মণসৱক॥ ২৪২২।

কেনমতে মোত হন্তে ৰাজ্য নষ্ট হয়।
শুনি দ্বিজসকলক ছুৱাৰা বোলয়॥
শুনিয়ো ব্ৰাহ্মণ সৱ কহিয়োক নিষ্ঠ।
কেন মতে শঙ্কৰে ৰাজ্যক কৰে নষ্ট॥ ২৪২৩।

দ্বিজগণে বোলয় শঙ্কৰে দেই হাক।
সমস্ত লোকক শ্ৰাদ্ধ বিধি কৰিবাক॥
এহি কথা ছুৱাৰায়ে ৰাজাত কহিলা।
শ্ৰাদ্ধ কাক বোলে বুলি ৰাজায়ে পুছিলা॥ ২৪২৪।

ছুৱাৰা বোলয় মৰাক বঢ়াৱে যত যত।
গুৱা-পাণ দুগ্ধ-চাউল কল আৰ বস্ত্ৰ॥
তাক নিয়া সৱ পাছে ব্ৰাহ্মণে ভুঞ্জয়।
শ্ৰাদ্ধ বুলি ব্ৰাহ্মণসকলে তাক কয়॥ ২৪২৫।

শুনিয়া অসম ৰাজা ভৈলা কোপ মন।
মৰাক বঢ়ায়া চাউল কৰয় ভোজন॥
কাউৰৰ কায়া সম ছুইবে দুযুৱায়।
শঙ্কৰে কৰিবে কাম ভালেতো নেদয়॥ ২৪২৬।

মৰাৰ চাউল নপাইয়া শঙ্কৰক।
বোলে কৰিলেক নষ্ট সমস্ত লোকক॥
খেদাউ চাঙ্গৰ পৰা কোবাই এখনে।
হেন শুনি নামিল আপুনি দ্বিজগণে॥ ২৪২৭।

লাজ হুয়া সমস্তে গৃহক লাগি গৈল।
শঙ্কৰক আসাম ৰাজায়ে প্ৰশংসিল॥

অনন্তৰে গৃহক লাগিয়া পঠাই দিলা।
অন্যায় চিন্তিয়া দ্বিজে মানক বঢ়াইলা॥ ২৪২৮।

আহোম ৰজাৰ ‘ঃচৰত এই বিচাৰ এনেদৰে শেষ হোৱাত আকৌ কোচ ৰজাৰ কাষত সেই একেদৰেই গোচৰ আৰম্ভ হ’ল ঃ

“ৰাজাৰ আগত খল দিলে বিপ্ৰলোক॥
সমস্ত ৰাজ্যক নষ্ট কৰিলে শঙ্কৰ।
শূদ্ৰ হুয়া নমস্কাৰ লয়ে ব্ৰাহ্মণৰ॥ ৭৪৯।
পিতৃৰ গৃহত পুত্ৰে নকৰে ভোজন।
বোলে নতু লস তই হৰিত শৰণ॥ ৭৫০।
কৈৱৰ্ত্ত কলিতা কোচ ব্ৰাহ্মণ সমস্ত।
একেলগে খায় দুধ চিড়া কল যত॥ ৭৫১।
হেন শুনি নৃপতিৰ ভৈল কোপ মন।
মহা ক্ৰোধ কৰি ৰাজা বোলয় বচন॥ ৭৫২।
হেনয় অনীতি যিটো ৰাজ্যে প্ৰৱৰ্ত্তয়।
ছত্ৰভঙ্গ ৰাজাৰ প্ৰজাৰ দুঃখ হয়॥
‘চাৰি গৰমালি যাই আন শঙ্কৰক।
অনাচাৰ কৰি নষ্ট কৰিলে ৰাজ্যক॥ ৭৫৩।······
ৰাজা বোলে কিবা বণ্টা দিবোঁ শঙ্কৰক।
শঙ্কৰে বোলন্ত কটা আছে যোগ্য মোক॥ ৭৮৯।
যিটো খল গুলা দিয়া আছে বিপ্ৰলোক।
সৱে বণ্টা হুই যদি তাক বুঝিয়োক॥ ৭৯০।
ৰাজা বোলে মনত আছিল মোৰ দুখ।
তেখনে গুচিল সৱে দেখি তযু মুখ॥
আজি যায়ো বাসা কালি প্ৰভাতে আসিবাঁ।
বুঝিবোঁ ব্ৰাহ্মণ সৱে কাহ্নি আছে যিবা॥ ৭৯১।
আউৰ দিনা প্ৰভাতে শঙ্কৰদেৱ গৈলা।
চন্দন চৌৰাত আসি ৰাজায়ো বসিলা॥

ব্ৰাহ্মণসৱক তৈকে লাগি অনাইলেক।
শঙ্কৰ সহিতে ৰাজা বাদ কৰাইলেক ॥ ৭৯৫ ।
যত খল দি আছিল সৱে মিছা ভৈল।
অন্যোঅন্যে সৱে বাদ কৰাইবাক লৈল ॥
ব্ৰাহ্মণসকলে শ্লোক গোটেক পঢ়ন্ত।
সৰসৰি দশোটাও শঙ্কৰে তোলন্ত ॥ ৭৯৬ ।
দেখি বিশুৰুতি ভৈল সকল ব্ৰাহ্মণ।
থকবক কৰে মুখে নাসয় বচন ॥
নপাৰিলা বাদে শঙ্কৰক বিপ্ৰগণে।
দেখিয়া হৰিষ ভৈলা নৃপতিৰ মনে ॥ ৭৯৭ ।
পাছে নৰ-নাৰায়ণ ৰাজা বুলিলেক।
আঠ গোটা শ্লোক মই কৰিছোঁ প্ৰত্যেক ॥
প্ৰতি প্ৰতি শ্লোক জোড়া আঠ আঠ হয়।
আঠো জোড়া যুড়িবাক কেহো নপাৰয় ॥ ৭৯৮ ।
দুই তিনি চাৰি জোড়া যোড়য় মাত্ৰকে।
সেহি আঠো শ্লোক তুমি যুড়িয়ো প্ৰত্যেকে ॥ ৭৯৯ ।
( শঙ্কৰে ) যুড়িবে লাগিলা শ্লোক ৰাজাৰ আগত।
সম্যকে অমৃত যেন বৰিষে মনত ॥ ৮০১ ।
আঠ জোড়া নলাগে অধিক পাৰাঁ তুমি।
ভাল ভাল সকলে কথাক বুঝোঁ আমি ॥
এহি বুলি সোণাৰ পাকৰা দিয়া এক।
শঙ্কৰদেৱক ৰাজা দগলা দিলেক ॥ ৮০৫ ।
আনো নানা বিধ বঁটা দিল বহুতৰ।
সাকুত স্বভাৱে বোলে শুনিয়ো শঙ্কৰ ॥
নিতে আগ বেলা মোৰ থানক আসিবা।
বন্ধুৰ থানত পাছ বেলাত থাকিবা ॥ ৮০৬ ।

এহি বুলি শঙ্কৰদেৱক পঠাই দিল।
পথত যাহন্তে লাগ ব্ৰাহ্মণে ধৰিল॥
আমাসাৰ জীৱিকা ৰাজাত কহি পুনু।
ভয় ভৈল শঙ্কৰে বিৰিঞ্জ কৰে যুনু॥ ৮০৭।
এহি বুলি শঙ্কৰৰ আগত ব্ৰাহ্মণ।
দুই হাতে নগুণ ধৰি বোলয় বচন॥ ৮০৮।
ব্ৰাহ্মণৰ জীৱিকাৰ নকৰিবা ছন্ন।
প্ৰীতিপূৰ্বকে বোলোঁ সাকুত বচন॥" ৮০৯। দৈত্যাৰি

এনে ঘটনাৰ টীকা-ভাষ্যৰ আৱশ্যক নাই। ইয়াৰ বাহিৰে শিষ্যসকলক শঙ্কৰদেৱে কেনেভাৱে চলিবলৈ দিছিল সেই প্ৰসঙ্গত অন্ততঃ ব্যাস-কলাইৰ কাহিনী আমি মনত ৰাখিব লাগিব :

"আৰো এক কথা কহোঁ তাক শুনিয়োক।
যেখন আসম ৰাজ্য হন্তে আসিলেক॥ ৬৭২।
বিয়াসকলাই বিপ্ৰ লগতে আসয়।
নাপৰা পড়িল এক তাহান তনয়॥ ৬৭৩।
এহি মতে তিনি পুত্ৰ তাহান মৰিল॥ ৬৭৪।
পাছে আসি পাইল যেৱে কামৰূপ থান।
নাপৰা পড়িল আৰো এক পুত্ৰ তান।
সৱে ইষ্ট-কুটুম্বে আলোচ কৰিলেক।
চপড়াত গৈয়া বড় দেৱ পূজিবেক॥ ৬৭৫।
এহি কথা বিয়াসকলাইত কহিলেক।
দিলে অনুমতি মহেশক পূজিবেক॥ ৬৭৬।
পুত্ৰক জীবাৰ হেতু হৰক পূজিল।
তথাপিতো সিয়ো পুত্ৰ তাহাৰ মৰিল॥
কতো দিন অনন্তৰে বিয়াসকলাই।
শঙ্কৰদেৱৰ থানে গৈলেক হুনাই॥ ৬৭৭।

বিয়াস কলাই আসে দেখিয়া শঙ্কৰ।
মহাপাপী বুলি মুখ কৰিলা পাণ্ডৰ ॥ ৬৭৮।
কৃষ্ণক ভজিয়া আন দেৱক পূজয়।
আছো তাক মাতিবে চাহিবে নলাগয় ॥ ৬৮১।
বিয়াসকলাই ঠাই নপাই শঙ্কৰত।
জগন্নাথ ক্ষেত্ৰ গৈলা আলোচি মনত ॥ ৬৯০।
তিনি প্ৰহৰৰ পথ আছয় পাইবাক।
কৰিলেক আসিয়া পাণ্ডাই মানা তাক ॥ ৬৯১।
ভিতৰক যাইতে জগন্নাথ দেখিবাৰ।
একো নেদেখয় দেখে ঘোৰ অন্ধকাৰ ॥ ৬৯২।
কয়-দিন থাকি পুনু গৃহক চলিল।
তিনি দিন পথ আসি তহিতে মৰিল ॥ ৬৯৫।
যি পথে মৰিল জানা বিয়াসকলাই।
সি পথে আজিয়ো আৰ মনুষ্য নযায় ॥" ৬৯৬। দৈত্যাৰি।

শিৱকে আদি কৰি আন দেৱী-দেৱৰ সেৱাৰ বিৰুদ্ধে শঙ্কৰদেৱৰ এই সুপ্ৰসিদ্ধ উদাহৰণীয় শাস্তি-বিধানৰ সত্ত্বেও যি ভাবিব খোজে বোলে শঙ্কৰদেৱে কোনো আকস্মিক কাৰণত আন দেৱী-দেৱৰ সেৱাত অনুমতি দিছিল বা নিজে তেনে কৰিছিল, তাক বুদ্ধি-বিপৰ্য্যয়ৰ নমুনা বুলি ধৰিব লাগিব নিশ্চয়। ইয়াৰ লগতে আমি এইটো কথাও পাহৰিব নোৱাৰোঁ।—সমাজ দঁড়িৰ উপৰিও ৰাজদঁড়িত সেই কালত কোনো নতুন সংস্কাৰ অতি সাৱধানে আৰু ভালদৰে চাই-চিতি কৰিব লগা হৈছিল : এই বাবেই বিবেকৰ দঁড়িত ৰজাক সেৱা কৰিব নোৱৰা মায়ামৰা বৈষ্ণৱে পাৰিতপক্ষে ৰজাঘৰীয়া চিকমিকোৱা তৰোৱালত ডিঙি নঘহঁাবলৈ উপায় চিন্তি ৰাজ-আগমনৰ মুহূৰ্ত্তত ইজন বৈষ্ণৱে সিজন বৈষ্ণৱৰ কাণে শ্ৰদ্ধা জনাই দেখুৱাইছিল। গতিকে কেইবা শত বছৰ জুৰি হোৱা বৈষ্ণৱ নিৰ্য্যাতনৰ কথা সুঁৱৰি, আমি বাহিৰৰ সকলো ৰূপকে সচা বুলি নধৰি তাৎপৰ্য্য গ্ৰহণ কৰিবলৈ চাব লাগিব।

ৰামচৰণৰ মতে, শঙ্কৰদেৱৰ পত্নী-বিয়োগ মাধৱদেৱৰ মাতৃবিয়োগ প্ৰভৃতি কাহিনী :

"শুনা সভাসদ ইটো কথা সাৱধানে।
শঙ্কৰৰ পত্নী যিটো মৰিলন্ত প্ৰাণে ॥
দাহ কৰিবাক লাগি চৌদলত তুলি।
বনগঞ্জা কেতাই লৈয়া যাহান্ত সমূলি ॥ ১৭৬৫।
ঘৃত-চুৱা চন্দনক লৈয়া লড়িলন্ত।
লৌহিত্যৰ তীৰে যাই চিতা সজাইলন্ত ॥
বহুতৰ লোকে হৰি-কীৰ্ত্তনক গাই।
মুখ-অগ্নি দিলা ৰামৰামে বিধি চাই ॥" ১৭৬৬।
"মাধৱদেৱৰ মাতৃ পৰলোক গৈলা।
ৰামদাস সমে দুয়ো কান্ধে তুলি লৈলা ॥
কপলা বিলৰ তীৰে চিতাক সাজিলা।
চতুৰ্ভিতি ভক্তসৱে নামক ধৰিলা ॥" ২৪৭০।
"গুৰু সমে হেন কথা আলচ কৰিলোঁ।
দক্ষিণাৰ কথা সৱে পাছ কৰি থৈলোঁ ॥ ২৭৫৩।
কৃষ্ণৰ কীৰ্ত্তন কৰি নামক গোৱাইবোঁ।
দুয়ো কাৰ্য্য সিদ্ধ হৈব দক্ষিণা কৰিবোঁ ॥" ২৭৫৪।
"শ্ৰাদ্ধৰ নিমিত্তে মাধৱ কৈলা মহোৎসৱ।
হেন কথা কহোঁ শুনা কৰিয়া উৎসৱ ॥
গুৰু-ভকতৰ সৱে আজ্ঞা লৈলা মাগি।
যতন কৰিলা হৰি-কীৰ্ত্তনক লাগি ॥ ২৭৮৫।
কৃষ্ণৰ কীৰ্ত্তন গাইলা ভকতে হৰিষে।
শুনন্তে কৰ্ণত যেন অমৃত বৰিষে ॥ ২৭৮৭।
সমস্ত লোকৰ দেখি হৰিষ মিলিলা।
( ক্ষেত্ৰি ) বিলাতৰ লোকে হৰি-কীৰ্ত্তন চাহিলা ॥ ২৭৮৮।

অনন্তৰে নামৰ কীৰ্ত্তন ভক্তে কৈলা।
পতনী প্ৰসাদ নাচ নাচিবে লাগিলা ॥
পণ্ডিত ব্ৰাহ্মণ যত আছিলন্ত তথা।
চাহিবাক আইলা সৱে শুনি হেন কথা ॥ ২৭৬৯ ।
চতুৰ্ভিতি বেঢ়ি চাই আছে নৰ-নাৰী।
ৰাম কৃষ্ণ হৰি নাম লোৱে ডাক পাৰি ॥
এহিমতে নাচ যেৱে সাঙ্গ কৰিলন্ত।
নিচুকি ৰহিলা তেৱে সমস্ত ভকত ॥ ২৭৯৫ ।
নাৰায়ণে বিত্তসৱ কুঞ্চে ভৰি লৈলা।
মাধৱে আপুন হাতে দক্ষিণা কৰিলা ॥
প্ৰথমে দিলন্ত গুৰু শঙ্কৰদেৱক।
তাত পাছে দিলা ৰাম ৰাম ভকতক ॥ ২৭৯৬ ।
পণ্ডিত ব্ৰাহ্মণে যত ভক্ত নিৰন্তৰ।
দক্ষিণায় তুষিলন্ত মন সমস্তৰ ॥ ২৭৯৭ ।

এই দুই মৃত্যু-তিথিৰ দৰেই শঙ্কৰদেৱৰ বৰ-পো ৰামানন্দৰ বিয়া ভক্ত-বৈষ্ণৱৰ উপযুক্ত-অভিনৱৰূপে হোৱাৰ আভাস প্ৰায় সমসাময়িক ৰামচৰণৰ বৰ্ণনাৰ পৰা পোৱা হয়ঃ

"বিবাহ উৎসৱ শুনি শঙ্কৰৰ ঘৰে।
ৰঙ্গ চাহিবাক আইল লোক নিৰন্তৰে ॥ ২৯০৮ ।
ভকতে আনন্দ কৰি হৰি-গুণ গাই।
তালে-খোলে ৰঙ্গে সৱে নটুৱা নচায় ॥
লোকৰ কৌতুক বৰ উৎসৱ মিলিল।
কৰে টলবল সভা লোকৰ হিন্দোল ॥ ২৯০৯ ।
ঘনে ঘনে ভক্তসৱে হৰিধ্বনি কৰে।
প্ৰেমত আকুল হিয়া আনন্দে নধৰে ॥ ২৯১০ ।

নামৰ কীৰ্ত্তন কৰে ভক্ত নিৰন্তৰ।
মহা মণ্ডলত বসি আছন্ত শঙ্কৰ ॥ ২৯১১ ।

আমডালি দিয়া ঘট চতুৰ্পাশে থৈলা।
ধূপ-দীপ লগাই তৈত কৃষ্ণক পূজিলা ॥ ২৯১৩।

ভকতকো ভুঞ্জাইলা বস্ত্ৰ গাৱে গাৱে দিলা।
হৰিৰ কীৰ্ত্তন কৰি আনন্দে থাকিলা ॥ ২৯১৭ ।

———

## চৌৱিশ

# "গুৰু-চৰিত"ৰ পোহৰত মূৰ্ত্তি-বিচাৰ

'ছলেৰে ছল কঢ়া' নীতিৰে বহু দেৱ-দেৱীৰ মূৰ্ত্তি-পূজা গুচাবলৈ প্ৰথম অৱস্থাত এক বিষ্ণুৰ মূৰ্ত্তি-উপাসনা গুৰুজনাই নিন্দা নকৰা বুলি গুৰু-চৰিতবোৰৰ পৰা বুজিব পাৰি; কিন্তু সি ভিতৰৰ ছল কঢ়া বাহিৰৰ ছল, তাৰ বিধান এই ধৰ্ম্মত ক'তো নাই।

"এহি মতে যেৱে বাসা ঘৰক সাজিল।
আলি পুখুৰীৰ লোক সমস্তে আসিল॥ ১৬১৪।
শঙ্কৰে কীৰ্ত্তন ঘৰ সাজিবাক গৈল।
ভিঠি বান্ধিবাক লাগি সমস্তে আসিল॥
আপুনি শঙ্কৰে পাছে কোৰক ধৰিলা।
পৃথিবীত চতুৰ্ভুজ মূৰ্ত্তিক দেখিলা॥ ১৬১৫।
শিলৰ প্ৰতিমা গাৱ কালা অতিশয়।
চিকমিক কৰে গাৱ অধিক শোভয়॥ ১৬১৬।
ৰাম ৰাম গুৰুৰ আগত কৰে কথা।
দেখা দেখা মোহোক হৰিৰ কেনে বেথা॥ ১৬১৭।
পূজিবোঁ ঈশ্বৰ ঐত সিদ্ধি হৈব কাম।
দেৱী পূজা এড়ি সৱে লৈব কৃষ্ণ নাম॥ ১৬১৮।

গতিকে ইয়াত গুৰুজনাৰ "কাম"—"দেৱী পূজা এড়ি সৱে লৈব কৃষ্ণ নাম।" নান্যঃ। ৰামচৰণে বৰ্ণোৱা আৰু বহুতে গুৰুজনাৰ ধৰ্ম্মমতৰ অপযশ প্ৰচাৰৰ বাবে মূলধন ৰূপে অপব্যৱহাৰ কৰা ঘটনা, কৰলা বাঢ়ৈৰ হতুৱা সজোৱা মদন-গোপাল মূৰ্ত্তি প্ৰতিষ্ঠাৰ বাবে বামুণক দক্ষিণা দিয়া। প্ৰসঙ্গ-বৰ্জিত বিচাৰ সদায় অবিচাৰ, অন্যায়; গতিকে ইয়াত অতি চুম্বকভাৱে প্ৰসঙ্গক্ৰমে তাৰ আগ-গুৰিৰ উল্লেখৰ প্ৰয়োজন।

এই ঘটনা মাধৱদেৱৰ শৰণৰ ( ২১৮৪-২২৫১ পদ ) ঠিক পাছতেই ঘটা বেলগুৰি ধূঞাহাটৰ কথা :

"আত অনন্তৰে শুনিয়োক সৱে
যেন কথা ভৈল পাছে।
ভকতি-পন্থক কৰয় অসূয়া
যতেক ব্ৰাহ্মণ আছে ॥ ২২৫২ ।
অন্যে অন্যে বোলে শঙ্কৰ গোমস্তা
ভকতিক প্ৰবৰ্ত্তায়।
এক শৰণীয়া ভৈলে লোকে জোনো
আমাৰো মান্য খণ্ডায় ॥ ২২৫৩।
দেৱী পূজা কৰ্ম কেহো নকৰিব,
নাপাইবোঁ দক্ষিণা দান।
কৃষ্ণৰ ভকতি পথক নসহে,
যতেক বিপ্ৰ প্ৰধান ॥ ২২৫৪ ।
ভকতক দেখি কৰিবোঁ বিতণ্ডা,
বুলিবোঁহো নিন্দা বাক।...
নিন্দা অসূয়া বিস্তৰ কৰন্তে
আপুনি এড়িবে ধৰ্ম। ২২৬০ ।
এহি বুলি সৱে গৈলা ঘৰা-ঘৰি
কাৰো মন সুস্থ নাই ॥
ভক্তে মালা ধৰি নাম লৈয়া ফুৰে,
ব্ৰাহ্মণে লাগল পাই।
অৰে ভকতীয়া বুলিয়া নিন্দয়
ক্ৰোধ কৰি মুখ চাই ॥ ২২৬১ ।
ই পন্থে আমাৰ নাসিবি ভকতীয়া
বুলিয়া বিস্তৰ গঞ্জে।

মালা কাঢ়ি নিয়া বিতণ্ডা কৰিয়া
আঁড়ে কুকুৰৰ নাঙ্গে ॥ ২২৬২ ।
ভকতৰ দুখ দেখিয়া শঙ্কৰ
ক্ৰোধে বুলিলন্ত বাক ।
তোৰা সকলক নকৰে ব্ৰাহ্মণে,
কৰয় নিন্দা আমাক ॥
ভক্ত দুই জন যাহা এতিক্ষণ,
কহ গৈয়া ব্ৰাহ্মণত ।
কালি বুঢ়াখাৰ দপদ্বাৰে যাইবোঁ,
চলোক মোৰ লগত ॥ ২২৬৪ ।
ভট্টাচাৰ্য্য আদি পণ্ডিত সকলে
বুঢ়া খাঁ পাশে গৈলন্ত ।
আশীৰ্ব্বাদ কৰি সভাৰ মধ্যত
এক পাশে বসিলন্ত ॥ ২২৬৭ ।
সভাত বসিয়া আছন্ত শঙ্কৰ,
গুণন্ত মনত কাজ ।
কক্ষা ভঙ্গ ভৈলে সভাৰ মধ্যত
পণ্ডিতে পাইবেক লাজ ॥ ২২৭০ ।
ব্ৰাহ্মণ সৱক দ্বেষ কৰিবাক
আমাৰ নোহে উচিত ।
কৃষ্ণৰ ভকতি- পথক বিপ্ৰৰ
মুখতে কৰোঁ বিদিত ॥ ২২৭১ ।
পুনৰপি পাছে পুছিলা শঙ্কৰ
কন্দলীত বঙ্গমনে ।
প্ৰায়শ্চিত্তো আছে স্নান নউ কৰে
কোন এক মূঢ়জনে ॥

কৃষ্ণৰ নামক কীৰ্ত্তন কৰিবে
পাৰে কিবা নপৰায়।
অকপট কৰি কহিবাহা গুৰু
শাস্ত্ৰত যেন আছয় ॥ ২২৭৪ ।
শুনি ৰত্নাকৰ কন্দলীৰ মনে
পৰম হৰিষ ভৈলা ।
হৰিৰ নামৰ কীৰ্ত্তন মহিমা
কহিবে ৰঙ্গে লাগিলা ॥
শুনিয়ো শঙ্কৰ কৃষ্ণৰ নামৰ
মহিমাৰ নাহি অন্ত ।
জাতি-অজাতি পৰম পাতকী
নামে একো নবাচন্ত ॥ ২২৭৫ ।
পৰম পতিত নামৰ কীৰ্ত্তন
কৰে যদি অনিচ্ছাত ।
যতেক পাতক আছয় তাহাৰ
দহয় নামে সাক্ষাত ॥
ব্ৰাহ্মণক আদি চাণ্ডাল পৰ্য্যন্ত
সমস্তৰে অধিকাৰ ।
কলি-যুগ হৰি- কীৰ্ত্তন বিনাই
ধৰ্ম নাহি নাহি আৰ ॥ ২২৭৬ ।
যত তীৰ্থ আছে সমস্তে কৰয়,
পঢ়য় আগম শাস্ত্ৰ ।
হৰি-নাম বিনে মৃত্যু নতৰায়,
বেদে কহে পৰমাৰ্থ ॥
সত্য যুগে ধ্যান, ত্ৰেতা যুগে যজ্ঞ
দ্বাপৰত পূজা কৰে ।

কলিত কীৰ্ত্তন কৰি অনায়াসে
পাপীয়ে সংসাৰ তৰে ॥ ২২৭৭ ।
এহি কথা কহি কন্দলী হৰিষে
নমাতি যেৱে আছন্ত ।
সভাৰ মাজতে ব্যাস কলাই
ততকালে উঠিলন্ত ॥
ঊৰ্দ্ধ বাহু কৰি বোলন্ত শুনিয়ো
সভাসদ লোক যত ।
ৰত্নাকৰ কন্দ- লীয়ে কহিলন্ত
শাস্ত্ৰৰ পৰম তত্ত্ব ॥ ২২৭৮ ।
কলি যুগে হৰি নামত বিনাই
ধৰ্ম নাহি নাহি আৰ ।
এহি তত্ত্ব জানি সমস্তাৰ লোকে
হৰি বোলাঁ বাৰম্বাৰ ॥ ২২৭৯ ।
শঙ্কৰৰ মত ৰহিল সমস্ত,
লোকে জানিলন্ত সাৰ ।
হৰি নাম বিনে ধৰ্ম নাহি জানি
হৰি বোলাঁ বাৰম্বাৰ ॥" ২২৮০ ।

ছক্ৰেটিছীয় এই তৰ্ক-পদ্ধতিত জয়ী হৈ তাৰ সিদ্ধান্তমূলক দ্বিতীয় প্ৰশ্ন বিভিন্ন থাপত শঙ্কৰদেৱে দাঙি ধৰিলে আৰু বামুণবিলাকে তাৰ যথাযথ উত্তৰ দিলে :

"কহিয়োক হেন হৰি- নামক যিজনে নিন্দে
কেমনে মানি সিজনক ।"
কহিলন্ত ব্ৰহ্মানন্দে "যিজনে নামক নিন্দে,
জানা সিটো চাণ্ডাল অধিক ॥ ২২৮১ ।

ছুইবেক নলাগে তাক, যোগ্য নহে দেখিবাক !”
শুনিয়া শঙ্কৰে বুলিলন্ত।
সৱে ব্ৰাহ্মণক চাই, আতৈসৱ, হুই মুই
ব্ৰহ্মানন্দে যিবা কহিলন্ত ॥”
শুনিয়া ব্ৰাহ্মণজাক সৱেয়ো বুলিলা বাক,
“হুই ব্ৰহ্মানন্দে কৈলে যিটো।”
শুনিয়া শঙ্কৰদেৱে পুনু পুনু দঢ়াই দঢ়াই
বোলে “নিষ্ঠ কৰি কৈলা সিটো ॥ ২২৮২।
চণ্ডালে অধিক সিটো ছুইবে যোগ্য নাহি যাতো”;
শুনি বিপ্ৰসৱে কহিলন্ত।
“সত্যে সত্যে যিটোজন হৰিৰ নামক নিন্দে,
সেহিজন পাতকী অনন্ত ॥” ২২৮৩।

এইদৰে বামুণবিলাকক নিজৰ মুখৰ কথাতেই বান্ধত পেলাই লৈ শঙ্কৰদেৱে ঘাই কথাৰ মীমাংসালৈ আহিল ঃ

“শঙ্কৰে বোলন্ত তেৱে ভকতৰ মালা কেনে
কাঢ়ি লোৱা তুমি সমস্তই ॥
পাপীৰ বস্তুক খোৱা, তোৰায়ে নামক নিন্দা,
তোৰাকে ছুবাক নলাগয়।
এহি মতে আনো নানা বুলিয়া শঙ্কৰদেৱে
পুনৰপি বুলিলন্ত তয় ॥ ২২৮৬।
সহস্ৰেক নাম, গীতা, ভাগৱত, তিনিখান
শাস্ত্ৰ যেৱে খণ্ডিবাক পাৰ।
কাঢ়ি লৈব নলাগয়, আপুনি মালাক তেৱে
নিষ্ঠে বোলোঁ তেজিবোঁ আমাৰ ॥
যেৱে তিনিখানি শাস্ত্ৰ খণ্ডিবাক নপাৰাঁহা,
তেৱে মালা লোৱা কেনে জানি।

শুনিয়া ব্ৰাহ্মণসৱ নমাতি ৰহিল আৰ
শঙ্কৰদেৱৰ বাণী শুনি ॥" ২২৮৭।

বিৰোধী বামুণবিলাকৰ নিজ মুখে একশৰণ তথা কৃষ্ণ-মাহাত্ম্য আৰু নাম-মাহাত্ম্য স্বীকাৰ কৰোৱাৰ পাছত ভক্ত-মাহাত্ম্য তথা (এই সকলোৰে সমষ্টিৰূপে) শঙ্কৰদেৱৰ গুৰু-মাহাত্ম্য (অৰ্থাৎ গুৰু-দেৱ-নাম-ভকত এই চাৰি বস্তু) স্বীকাৰ কৰাবৰ বাবে এইবাৰ তাৰ লগে লগেই গুৰুজনাই উপায় চিন্তিলে। প্ৰথমবাৰ প্ৰকাশ্য সভাত নিজ মুখে পৰাস্ত হৈ যোৱা বিৰোধীবোৰে দ্বিতীয়বাৰ বাদলৈ মাতিলে আহিব কিয়? গতিকে কৰলা বাঢ়ৈলৈ আদেশঃ

"কৰলা বাঢ়ৈক মাতি আনিলা শঙ্কৰ।
সাজাঁ জগন্নাথৰ প্ৰতিমা ৰুচিকৰ ॥ ২২৯৫।
দেখা কেন উপায় শঙ্কৰে কৰিলন্ত।
লোক সৱ বৰাইবে প্ৰতিমা সজাইলন্ত ॥ ২২৯৮।
নযাইবোঁ আমৰাসৱ বুলি বিপ্ৰগণ।
এহি মতে অন্যো অন্যে কৰে আলোচন ॥ ২২৯৯।
এহি কথা শঙ্কৰদেৱে যেন শুনিলন্ত।
কৰিল উপায় এক তেখনে মনত ॥ ২৩০০।
লোভাবিষ্ট বিপ্ৰসৱ আহিবে নাম শুনি।
মাতিল মাত্ৰকে সৱে আঁসিব আপুনি ॥
এহি বুলি লোকত শুনায়া আলোচন্ত।
কাক কিবা দিবা ৰামৰায়ত পুছন্ত ॥ ২৩০১।
আচাৰ্য্য কন্দলী মিশ্ৰ উপাধ্যা ভাৰতী।
কাকো সোণা তোলা আধা তোলা কাকো প্ৰতি
কাকো এক মহা কাকো দেঢ় মহা দিবোঁ।
এহিমতে ব্ৰাহ্মণক সম্মান কৰিবোঁ ॥ ২৩০২।
এহি কথা লোকে গৈয়া তাৰাত কহয়।
শুনি উল্লাসিত আতি যত বিপ্ৰচয় ॥

পাছে শুভক্ষণ চাই শঙ্কৰে দিনেক।
সমস্ত লোকক মাতি আনিল প্ৰত্যেক ॥ ২৩০৩।
ভৈলন্ত সন্তোষ বিপ্ৰগণ নিৰন্তৰ।
প্ৰীতি পূৰ্বকৰে পাছে পুছিলা শঙ্কৰ ॥
শুনিয়োক বিপ্ৰসৱ পুছোঁ এক কথা।
সমুচিত ৰূপে তাক কহিবাঁ সৰ্বথা ॥ ২৩০৫।
ঈশ্বৰৰ মূৰ্তি ইটো হোৱে মুহিকয়।
আঙ্ক সেৱা কৰি গতি পাৱে নপাৱয় ॥
হেন শুনি কহিলন্ত বিপ্ৰ নিৰন্তৰে।
পূৰ্বে কথা কহিলন্ত আপুনি ঈশ্বৰে ॥ ২৩০৬।
যতেক মৃত্তিকাময় যত শিলাময়।
যত জলময় ইটো তীৰ্থ দেৱ হয় ॥
কিন্তু শুদ্ধ কৰে চিৰকালে সেৱে যেৱে।
দৰশন মাত্ৰে শুদ্ধ কৰে সাধুসৱে ॥ ২৩০৭।
দেৱতো তীৰ্থতো কৰি শুদ্ধ হোৱে নৰ।
সাধু দেৱে তীৰ্থে জানা অনেক অন্তৰ ॥
পুছিলা শঙ্কৰদেৱে পুনু তাসম্বাক।
কোৱাঁ বিপ্ৰ সৱ সাধু বোলাহা কাহাক ॥ ২৩০৮।
জানা যিটো জনে হৰি ভকতি কৰয়।
তাসম্বাকে সাধু বুলি কহে বিপ্ৰচয় ॥
পুছিলা শঙ্কৰদেৱে তাসম্বাক তেৱে।
দেৱতো তীৰ্থতো শ্ৰেষ্ঠ হোৱে সাধু যেৱে ॥ ২৩০৯।
হেনয় সাধুক নিন্দা কৰে যিটো নৰে।
কৈয়ো তাৰ কেন গতি হুইব অনন্তৰে ॥
কৈল বিপ্ৰসৱে সিটো যাইবে অধোগতি ॥ ২৩১০।
উচ্চ কৰি সমজ্যাত হৰি বোলাইলন্ত।
সভা বিসৰ্জিয়া পাছে গৃহক গৈলন্ত ॥ ২৩১১।

এই জীৱন্ত বৰ্ণনাৰ পাছত কৰলা বাঢ়ৈৰ হতুৱা মদন-গোপাল মূৰ্ত্তি সজোৱা বা প্ৰতিষ্ঠা কৰোৱাৰ তাৎপৰ্য্য আৰু কব লাগিবনে? দ্বিজ ৰামানন্দৰ মতে এই ছক্ৰেটীছীয় তৰ্কবাদৰ সামৰণিত :

"সম্বোধি বুলিবে লৈলা শ্ৰীমন্ত শঙ্কৰ ॥ ৬৪৪ ।
সাৱধান চিত্তে সভাসদ শুনিয়োক ।
আজি ধৰি অন্য দেৱ-পূজা এড়িয়োক ॥ ৬৪৫ ।
শুনি ব্ৰহ্মানন্দ ভট্টাচাৰ্য্য প্ৰথমত ।
সাত বাৰ প্ৰণমিলা পাড়ি দণ্ডৱৎ ॥ ৬৪৭ ।
অনন্তৰে শঙ্কৰক কৰি নমস্কাৰ ।
বসিলা সভাত থান লৈয়া আপোনাৰ ॥ ৬৪৯ ।

শঙ্কৰদেৱৰ ভক্তিপন্থাৰ ভিতৰত তীৰ্থ-মূৰ্ত্তিৰ স্থান নাই নিশ্চয়; কিন্তু এই ভক্তি-ধৰ্মত সোমাবলৈ পাত্ৰতা ( উপযুক্ততা ) লাভ কৰাৰ আগতে চিত্ত-শোধন ( স্থিৰতা ) লাভৰ বাবে তীৰ্থ-ভ্ৰমণ হৰি-মূৰ্ত্তিৰ অৰ্চনা আদি সৰ্বসাধাৰণৰ ভিতৰত কেতিয়াবা হব পাৰে; ভক্তি-ধৰ্মৰ চাৰি সীমাৰ ভিতৰত নপৰা বাবে তাৰ বিৰুদ্ধে শঙ্কৰদেৱৰ বিধিও নাই, নিষেধও নাই। কিন্তু ভক্তি-ধৰ্মত সোমাৱাৰ পাছত, "ধ্যান-বৰ্ণন"ত নিৰ্দেশ কৰাৰ দৰে, অৰ্চন পদসেৱন আদি কেৱল মানসিকতে হব লাগিব। শঙ্কৰ-মাধৱৰ প্ৰথম মিলনৰ সামৰণিত শঙ্কৰদেৱে মাধৱদেৱক এনে নিৰ্দেশ দিয়া বুলি ৰামানন্দই বৰ্ণাইছে :

"কহিলোঁহো পূজাৰ দীক্ষিত যেন মত ।
আছয় ইসৱ কথা তন্ত্ৰ আগমত ॥ ৫১৭ ।
কলিযুগে পূৰ্ণ হুয়া কৃষ্ণ অৱতাৰ ।
দীক্ষা মন্ত্ৰ তন্ত্ৰ সৱে কৰিলা নিবাৰ ॥
কলিৰ লোকক কৃপা কৰি দয়াময় ।
প্ৰবৰ্ত্তাইলা শ্ৰৱণ-কীৰ্ত্তম ধৰ্মচয় ॥ ৫১৮ ।

এৰে শুনা ভাগৱতী ধর্ম যেন মত।
চিত্ত-শোধনৰ অর্থে ভ্রমিব তীর্থত॥
পাছে গুৰুমুখে উপদেশক ধৰিব।
নৱবিধ ভক্তি ঈশ্বৰতে আচৰিব॥ ৫১৯।
ঈশ্বৰৰ যেন ৰূপ গুৰু-মুখে জানি।
কৰিব মানসী পূজা হৃদয়তে আনি॥
সুগন্ধ তৈলক মনে ঘসিয়া গাৱত।
কৰাইবে মনত স্নান পৱিত্ৰ জলত॥ ৫২৩।
এহি মতে নিতে নিতে মনত পূজিয়া।
কিছু কিছু কৰি পাছে বিষয় তেজিয়া॥
শ্রৱণ কীর্ত্তন শ্রদ্ধা নোহয় যাৱত।
ঈশ্বৰৰ মূর্ত্তি নেদেখয় সমস্তত॥ ৫২৮।
তাৱদেকে নিতে নিতে কৰিব অর্চ্চন।
নির্গুণা ভক্তিৰ এহি কহিলোঁ সাধন॥
শ্রৱণে কীর্ত্তনে ৰতি হোৱে যি কালত।
দেখয় হৰিৰ ৰূপ সমস্ত লোকত॥ ৫২৯।
কুকুৰ চণ্ডাল গৰ্দ্দভকো আদি কৰি।
অন্তর্য্যামীৰূপে জগততে আছে হৰি॥
হেন জানি সমস্তকে প্রণাম কৰিব।
মন্ত্ৰৰূপে ঈশ্বৰৰ মূর্ত্তিক পূজিব॥ ৫৩১।
স্থাৱৰ জঙ্গম সৃষ্টি আছে যত যত।
সমস্ততে হৰি-মূর্ত্তি দেখে যি কালত॥
শ্রৱণে কীর্ত্তনে আসকতি নোহে যাৰে।
মন্ত্র-মূর্ত্তি ঈশ্বৰক পূজিৱেক তাৰে॥ ৫৩২।
তেজিবেক পূজা তেৱে কৰিয়া নিশ্চয়।
কহিলোঁহো নির্গুণা ভক্তিৰ যেন নয়॥ ৫৩৩।

## পঁচিশ

## শঙ্কৰদেৱৰ একশৰণ নীতিৰ স্বৰূপ

"কৃষ্ণসূৰ্য্য ভৈলন্ত উদিত।
নাম-ধৰ্ম কৰিলা বিদিত।"

নাম-ধৰ্মৰ প্ৰচাৰ কৃষ্ণ-দেৱত আৰোপিত হয়, আৰু কৃষ্ণৰ শিক্ষা-দানৰ স্থান গীতা। একশৰণ গীতাৰ মূল বস্তু; আৰু এই একশৰণৰ বাবে নৱবিধ ভক্তিৰ ভিতৰত নাম (কীৰ্ত্তন) শঙ্কৰদেৱে ঘাই উপায় বুলি বাচি দিছে।—

"শ্ৰৱণ কীৰ্ত্তন স্মৰণ বিষ্ণুৰ
অৰ্চ্চন পদ-সেৱন।
দাস্য সখিত্ব বন্দন বিষ্ণুত
কৰিব দেহ-অৰ্পণ॥"

স্থূল আৰু দুষ্ট বুদ্ধিৰ লোকবোৰে এইখিনিতে ভুল কৰি বা ভুল বুজাই কোনো বিশেষ প্ৰাণীত বা ঈশ্বৰে সজা কোনো জীৱত বা মানুহে নিজে সজা মাটি বা কাঠৰ পুতলাত দেহ-অৰ্পণ বা অৰ্চ্চন-পদসেৱন কৰি বিপথগামী হয় আৰু লোককো তেনে অধোগামী কৰায়। জ্যামিতিৰ প্ৰাথমিক ব্যৱহাৰিক জ্ঞানতো খণ্ড অখণ্ডৰ তুল্য হব নোৱাৰে; বিষ্ণু-বৈষ্ণৱৰ অভেদ মাত্ৰ এইখিনিলৈকেহে যে বৈষ্ণৱ বিষ্ণু-ভাবাপন্ন। বেলিক ৰ'দৰ জিলিঙনি একোটাৰ সমান বা এডোঙা পানীক সাগৰৰ সমান পাতিব নোৱাৰি এই সসীম জগততো; কিন্তু যিহেতুকে ৰ'দৰ জিলিঙনি একোটাই বেলিৰ সামান্য আভাস যাচে, গৰু-খোজৰ পানীতো নভোমণ্ডল প্ৰতিবিম্বিত হয়, উপমা খাটে অকল সিমানলৈকেহে; তাৰ সিফালে নহয়। গতিকে এই নৱবিধ বা তাৰ কোনো বিধ

ভক্তিৰ আৰোপ কৰিবৰ ঠাই আধ্যাত্মিক জগতহে ; আৰু আত্মাৰ উন্নয়ন বা উৎকৰ্ষকামী লোকৰ যত্নৰ ঠাই সেই আধ্যাত্মিক ক্ষেত্ৰহে। গীতাতো কৃষ্ণই সেই অতীন্দ্ৰিয় ৰূপবহে ইঙ্গিত কৰিছে।

এই নৱবিধ ভক্তিৰ ভিতৰত "নাম" ( কীৰ্ত্তন ) বাচি লোৱাত শঙ্কৰদেৱৰ বিচাৰ-বিচক্ষণতা লক্ষ্য কৰিবলগীয়া। কীৰ্ত্তনত ( নামত ) শ্ৰৱণ, স্মৰণ, বন্দন—চাৰি বিধ ভক্তি স্বভাৱতে একত্ৰিত। নামৰ (কীৰ্ত্তনৰ) ভিতৰেদি বিষ্ণুৰ অৰূপৰ যি ৰূপ বা নিৰ্গুণৰ যি গুণ প্ৰকাশ পায়, যেনে "ধ্যান-বৰ্ণন", তাতে দাস্য-সখিত্ব ভাব আৰু অৰ্চ্চন, পদ-সেৱন, দেহ-অৰ্পণ আদি কাৰ্য্য আৰোপিত হব পাৰে, আধ্যাত্মিক উন্নয়নৰ উত্তৰোত্তৰ অৱস্থাত। লৰাই ওমলা মাটিৰ বা কাঠৰ পুতলাত বা শিলৰ মূৰ্ত্তিত, বা অগ্নি-সূৰ্য্যত, বা সাপ-বেঙৰ নিচিনা জীৱত সেই ঐশ্বৰিক ভাব আৰোপ কৰাৰ নিচিনা অন্যায় কৰিলে যেনেকৈ মানুহ মানুহ গুচি সেই সেই অৱস্থালৈ অধঃপতিত হোৱাৰ ভয় থাকে, আধ্যাত্মিক জগতত তাৰ বিপৰীতে নিজ নিজ শক্তি অনুসৰি ক্ৰমে উচ্চৰ পৰা উচ্চতৰ অৱস্থালৈ যাব পাৰে, তললৈ আহিব নোৱাৰে।

শঙ্কৰদেৱে তপ-জপ, তন্ত্ৰ-মন্ত্ৰ আদি অনুপযোগী বুলি বৰ্জন কৰিছে, তাৰো বিশেষ অৰ্থ আছে। ওপৰ-চকুৱা বহুত লোকে নাম-কীৰ্ত্তনতো সেই তপ-জপ তন্ত্ৰ-মন্ত্ৰ দেখা পায়, আৰু সেই বাবে তেনে কথা আত্মবিৰোধী বুলি কয়; অৱশ্যে পখীয়ে নিজৰ পাখিৰ শক্তি অনুসাৰেহে উৰিব পাৰে। তন্ত্ৰ-মন্ত্ৰ যিদৰে কৰ্ম্মৰ ( ক্ৰিয়া-কাণ্ডৰ ) অন্তৰ্গত, তপ-জপ সেইদৰে জ্ঞান-পন্থৰ অন্তৰ্গত ; কিন্তু নাম-কীৰ্ত্তন তাৰ ওপৰৰ ভক্তি-মাৰ্গৰ ভিতৰুৱা, এয়ে সিবোৰৰ লগত ইয়াৰ স্বৰ্গ-মৰ্ত্ত্য প্ৰভেদ। মনত ৰাখিব লাগিব, "প্ৰথমে প্ৰণমো ব্ৰহ্মৰূপী সনাতন" বুলিয়ে তাৰ পৰা ততালিকে "সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ"ৰ কথালৈ আহিল ; এয়ে কীৰ্ত্তন শাস্ত্ৰৰ, তথা শঙ্কৰদেৱৰ, ধৰ্ম্মৰ গূঢ় ৰহস্য। ব্ৰহ্ম "সোঽহং" উপাসনাৰ কথা, সৰ্বসাধাৰণৰ বাবে নিতান্ত অনুপযোগী, এইখিনিতেই শঙ্কৰাচাৰ্য্যৰ লগত শঙ্কৰদেৱৰ এৰা-এৰি, আৰু ব্ৰহ্মবাদীৰ প্ৰতি

বিবোধ। উপনিষদৰ লক্ষ্য ব্ৰহ্মবিদ্যা আৰু তাৰ আন নাম আত্ম-তত্ত্ব। এই আত্ম-তত্ত্বই শঙ্কৰদেৱৰ লক্ষ্য। আত্ম-তত্ত্ব সুকঠিন ; তাক বুজাবৰ বাবেই "তযু ( ব্ৰহ্ম ) নাভি-কমলত ব্ৰহ্মা ভৈল জাত। যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত।"

"পৰম দুৰ্বোধ আত্ম-তত্ত্ব তাৰ জ্ঞান অৰ্থে হৰি যত,
লীলা অৱতাৰ ধৰঁা তুমি কৃপাময়।
তাহাৰ চৰিত্ৰ সুধা-সিন্ধু তাত ক্ৰীড়া কৰি দীন-বন্ধু
চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয়॥"

"নিৰ্গুণ কৃষ্ণৰ গুণক প্ৰকাশ, কৰিলা শ্ৰীশঙ্কৰে"। নিৰ্গুণৰ এই গুণ প্ৰকাশে শঙ্কৰদেৱৰ ভক্তি-ধৰ্মত এক অভিনৱ ৰূপ দিছে :

"শুনিতে কৌতুক অনুপম।
ব্ৰহ্মৰ বৰণ মেঘ-শ্যাম॥"—বৰগীত

"কহিতে বিস্ময় বিপৰীত শুনিবাৰ।
কোথা শুনি আছ ভাই ব্ৰহ্মৰ বিহাৰ।
অনুমানে কহে যাক সকল নিগমে।
সেহি হৰি কেলি কৰে গোপ-শিশু সমে।
নিত্য শুদ্ধ বুদ্ধ নিৰঞ্জন নিৰাকাৰ।
শুনিতে কৌতুক বৰ তাহাৰ বিহাৰ॥
যিটো জগতৰ অন্তৰ্য্যামী সৰ্বসাক্ষী।
চাঁদৰ ভূষণ গুঞ্জা মূৰে মৈৰা পাখি॥
যাহাৰ প্ৰকাশে চৰাচৰ প্ৰকাশয়।
গোপ-বেশে আছে দেখ সেহি কৃপাময়॥
আত্মাৰ বিনোদ শুনিবাৰ বিপৰীত।
হৰি-পদে মজি ৰৌক মাধৱৰ চিত॥"—বৰগীত।

ইয়াৰ তুলনাত ব্ৰহ্মৰ স্বৰূপ কঠিন আৰু নীৰস যেন লাগিব :

"মোক্ষকেসে বুলি জানা আত্যন্তিক লয়।
ব্ৰহ্মজ্ঞানী দেখে জগতক ব্ৰহ্মময়॥

বুদ্ধি মন ইন্দ্রিয় মহত্ত্ব অহঙ্কাৰ।
ব্ৰহ্মাত পৃথক মুহি যতেক সংসাৰ॥
ব্ৰহ্ম ব্যতিৰেক মিছা যত দেখি আন।
জৰীত উপজি যেন আছে সৰ্প-জ্ঞান॥
জাগন সপোন বুদ্ধিৰেসে বৃত্তিচয়।
নানা বিধ দেখা যিটো সৱে মায়াময়॥
ক্ষণেকতে উপজে ক্ষণেকে নাশ হয়।
সমস্ত অৱস্থা যেন তাতে কৰে লয়॥
যেন আকাশত মিলে সংহত মেঘৰ।
ক্ষণেকে থাকিয়া হোৱে ক্ষণেকে অন্তৰ॥
ব্ৰহ্মাতো জগত ৰাজা জানা সেহি নয়।
উপজিয়া ব্ৰহ্মতে ব্ৰহ্মাত যায় লয়॥
একে ব্ৰহ্ম আছে সৰ্ব দেহত প্ৰকটে।
যেন এক আকাশ প্ৰত্যেক ঘটে ঘটে॥
জগত সূৰ্য্যক যেন দেখি ভিনে ভিন্।
সেহিমতে জানিবা ব্ৰহ্মাতো ভেদ হীন॥
কঙ্কন কুণ্ডল ঘট গঢ়ে হেম-হাৰ।
একে সুৱৰ্ণতে যেন অনেক আকাৰ॥
সেহিমতে এক ব্ৰহ্ম জানা শুদ্ধ সিদ্ধ।
অজ্ঞানত বাক্য বোলে তাক বহুবিধ॥
সূৰ্যৰশ্মি হোৱে যেন মহা মেঘগণ।
সূৰ্য্য অঙ্গ চক্ষুক তথাপি কৰে ছন্ন॥
ব্ৰহ্মাৰে স্বৰূপ অহঙ্কাৰ আদি হয়।
ব্ৰহ্ম অংশ জীৱক তথাপি আবৰয়॥
যেন মেঘ গৈলে সূৰ্য্য চক্ষুৱে নিৰেখে।
অহঙ্কাৰ গুচিলে ব্ৰহ্মাকো জীৱে দেখে॥

মায়া-এৰে আপুনি বুদ্ধিৰ গুচে ভ্ৰম।
নিৰ্মল হৃদয়ে জীৱে দেখে পৰ ব্ৰহ্ম॥
যি কালত জ্ঞান-অস্ত্ৰে ছেদে অহঙ্কাৰ।
ছিন্দে কৰ্মবন্ধ তেৱে জীৱে আপোনাৰ॥
হৃদয়ত পৰম আনন্দ হোৱে জাত।
পৰিপূৰ্ণ আত্মা হোৱে মনত সাক্ষাত॥
দেহকো নেদেখে জীৱে হোৱে ব্ৰহ্মময়।
ইহাকেসে বুলি ৰাজা আত্যন্তিক লয়॥

১১ শ স্কন্ধ, ১৭১-৮০।

চাৰি বেদে কোৱা ক্ৰিয়া-কাণ্ড (কৰ্ম), ব্ৰহ্মবাদীৰ তপ-জপ (জ্ঞান); তাৰ ৰিপক্ষেই এই ভক্তি ধৰ্ম, গতিকে আটাইকেইটা সানি-পুতকি একে কৰিবৰ ঠাই নাই। ইণ্ডো-ইৰাণী আৰ্য্যধৰ্মই আন দেৱ-দেবীৰ সেৱাক চৈতানৰ কাম বুলি নিন্দা কৰিছে; সেইদৰে জগতৰ সদৌ সত্য ধৰ্মই এই ব্যভিচাৰী ধৰ্মক নেওচা দিছে। এক-ঈশ্বৰৰ সেৱাৰ ঠাইত বহু-ঈশ্বৰক বহুওৱা কথা এক পত্নীয়ে বহু-পতি ভজাৰ লগত সকলো ধৰ্মই ৰিজাইছে (আইডলেট্ৰি বা এডল্‌টাৰি)। কিন্তু যিবিলাকে নিজ পত্নীৰ ব্যভিচাৰো জীণ্ নিয়াবলৈ সাজু, সেইবোৰে ধৰ্ম্মৰ ব্যভিচাৰ সমৰ্থন কৰিব্ তাত বিচিত্ৰতা কি?

"কৰ্মত বিশ্বাস যাৰ হিয়াত থাকন্তে হৰি
অতিশয় দূৰ হোন্ত তাৰ।
দূৰতো বিদূৰ হোন্ত তাৰ।
অহঙ্কাৰ থাকন্তেয়ো সাক্ষাতে কৃষ্ণক পাৱে
শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম যাৰ।"

বৈষ্ণৱে সকলোতে বিষ্ণুৰ প্ৰকাশ দেখি মান্য কৰে, কিন্তু নিশ্চয় বিষ্ণু বা পৰব্ৰহ্মৰ প্ৰাপ্য আসনত সাপ-বেঙ, গছ-শিল আটাইকে নবহুৱায়; এয়ে প্ৰভেদ। সেই অখণ্ড পৰম পুৰুষৰ খণ্ড প্ৰকাশ ভাবি

সূৰ্য্য অগ্নি আদিকো মান্য কৰিব পাৰে, কিন্তু সেইবোৰত সেই অখণ্ড ৰূপ আৰোপ কৰা পাপত লিপ্ত নহয়। উদাহৰণ স্বৰূপে, জৰথুস্ত্ৰবিলাকৰো যজ্ঞ (যস্ন) আছে, কিন্তু তেওঁলোকে জুইত কোনো আহুতি নিদিয়ে; গতিকে তেওঁলোক অগ্নিপূজক নহয়: যেনেকৈ গীৰ্জাত ক্ৰুছ্ চিনে বিশেষ ঠাই পায়, কিন্তু ক্ৰুছৰ পূজা নাই। এতেকে খৃষ্টানবোৰ ঈশ্বৰ-উপাসক, ক্ৰুছ-উপাসক নহয়। আধ্যাত্মিক তত্ত্ব-বিচাৰত এনে সাধাৰণ সূক্ষ্ম বিচাৰ-বোধ নহলে নচলে নিশ্চয়।

"তাবৎ কৰ্ম্মাণি কুৰ্বীত ন বিৰজ্যে যাৱতা।
মৎকথা শ্ৰৱণাদৌ বা শ্ৰদ্ধা যাৱন্ন জায়তে॥"

"তাৱত কৃষ্ণৰ ভক্ত নৰে ভক্তি-অবিৰোধী কৰ্ম কৰে,
কৃষ্ণৰ কথাত ৰতি যাৱে নোপজয়।
যেৱে ভৈলা কৃষ্ণ-কথা-ৰত নিত্য-নৈমিত্তিক আদি যত,
কথাৰ বিৰোধ জানি সমস্তে তেজয়॥"

ইয়াৰ তৃতীয় শাৰীটোৰ "নিত্য-নৈমিত্তিক আদি যত" কথাষাৰ প্ৰথম শাৰীটোৰ "ভক্তি-অবিৰোধী কৰ্ম"ৰ উদাহৰণ স্বৰূপে স্পষ্টভাৱে দিয়া হৈছে যাতে আন দেবী-দেৱৰ সেৱা-পূজা "ভক্তি-অবিৰোধী কৰ্ম"ৰ ফালে টনা-আজোৰা কৰা নহয়।

"মাধৱে বোলন্ত কেনে শৰত কালীক
পূজিবো আমৰা ৰাজা বোলে পুছ কিক॥
নুপূজয় শৰত কালীক আৰা সৱে।
মাধৱে বোলন্ত ভোগ ইচ্ছা কৰি যেৱে॥
তেৱেসে পূজিবে লাগে শৰত কালীক।
ভোগ ইচ্ছা নভৈলে পূজিবো তাঙ্ক কিক॥
ভোগক লাগিয়া ইচ্ছা কৰে যিটো লোক।
শৰত কালীক তাৰা সকলে পূজোক॥"

দৈত্যাৰিৰ গুৰু-চৰিতৰ এই কথা কৈ আওকথীয়াবোৰে চিঞৰে বোলে মাধৱদেৱৰ দৰে পৰম বৈষ্ণৱেও দেৱ-দেৱীৰ পূজা কৰিবলৈ এনেকৈ বিধান বা অনুমতি দিছে !! শূদ্ৰই বেদ পঢ়িলে জিবা কাটিবৰ বিধান দিয়া বিলাকে এনে মিছা কথা কোৱাবোৰৰ বিৰুদ্ধে যদি তেনে বিধান দিলেহেতেন সি মানবীয় কাৰ্য্যই হলহেতেন ! 'আমি তেনে কাম কেতিয়াও নকৰোঁ ; যাৰ মন যায় সেয়ে তেনে কাম কৰি ৰৌৰৱ নৰকত পৰি মৰক ।'—বুলিলে তেন্তে নিশ্চয় ৰৌৰৱ নৰকত পৰিবলৈ বিধান-অনুমতি সকলো দিয়া হব ! আৰু ইবোৰেও সেই মতেই তাত পচি মৰিবগৈ নিশ্চয় !!

নিত্য-নৈমিত্তিক আৰু সত্য ধৰ্মৰ তুলনামূলক উদাহৰণ সেই গুৰু-চৰিততে থাকিলেও তেওঁলোকে "অশ্বত্থামা হত" বুলিয়ে ক্ষান্ত ।—

"কণ্ঠভূষণৰ কহোঁ শুনিয়ো ব্যৱস্থা ॥
গোসাঞিৰ পূজাৰ কাম কৰন্ত নিশ্চয় ।
কুড়ি পোৱা পাইক ৰাজায়ে দিয়াছয় ॥ ১০৯৯ ॥
তাৰ আঠজনে নিতে তোলে ফুল-জল ।
বাহ্রজনে আন কৰ্ম কৰয় সকল ॥
শালগ্ৰাম প্ৰমুখ প্ৰতিমা কুড়ি ছয় ।
জল-ফুল দিয়া প্ৰতি দিবসে পূজয় ॥ ১১০০ ।
চাৰি পাছি ফুল জল চাৰি কুম্ভমান ।
পুহা হস্তে পূজা দুই প্ৰহৰ প্ৰমাণ ॥
সিদিনা প্ৰতিমা সৱ মাত্ৰ ধুৱাইছন্ত ।
সেহি বেলা মাধৱৰ কথা শুনিলন্ত ॥ ১১০১ ।
পিঢ়াতে উলটি দুৱাৰীৰ মুখ চাই ।
পুছিলন্ত বুলি কোন মাধৱ দুনাই ॥
দ্বাৰী বোলে সুন্দৰী দিয়াৰ মাধৱ ।
শুনিয়া মনত বৰ মিলিল উৎসৱ ॥ ১১০২ ।

আথে- বেথে উঠি ফুল পাছি পাছি তুলি।
প্ৰতিমা উপৰে বাকে নমো কৃষ্ণ বুলি॥
নমো কৃষ্ণ বুলি সৱে ঢালিলন্ত জল।
বঝাইলন্ত বেগে মনে মহা কৌতূহল॥ ১১০৩।
পাছে মৃদু কৰিয়া মাধৱে বোলা চাই।
গোসাঁই পূজিবাৰ আতৈ বেলা দেখোঁ যায়॥ ১১০৬।
মাধৱৰ বাণী শুনি বুলিলন্ত পাছে।
তুমিয়ো জানিলা আৰো পূজিবাক আছে॥
যেত্তিক্ষণ আমি আসি তোমাকে দেখিল।
তেখনে গোসাঁইৰ পূজা সমস্তে সিজিল॥ ১১০৭।
একান্ত ভক্তৰ সঙ্গ নপাৱাহা যেৱে।
পূজা আদি হৰি-সেৱা আচৰিব তেৱে॥
যেৱে জানা মহা ভকতৰ সঙ্গ পায়।
তেৱে পূজা আদি কৰি কাতো কাৰ্য নাই॥ ১১০৮।
যেখন তোমাৰ আসিবাৰ বাৰ্ত্তা পাইলোঁ।
নমো কৃষ্ণ বুলি ফুল ঢালিয়া আসিলোঁ॥” ১১০৯।



## ছাবিশ

# ভক্তিৰ বিৰোধী-অবিৰোধী কৰ্ম

"সৃষ্টিৰ আদিত আছিল নাম (শব্দ); নাম আছিল ঈশ্বৰৰ লগত, আৰু নামেই আছিল ঈশ্বৰ ( শব্দই ব্ৰহ্ম )"। ( নৱবিধান, জন, ১।১ )। শঙ্কৰদেৱেও তাকে কৈছে: "আপোন নামৰ সঙ্গ নছাৰন্ত হৰি। যেই নাম সেই হৰি জানা নিষ্ঠ কৰি।" শঙ্কৰদেৱৰ প্ৰচাৰিত ভক্তি-ধৰ্মত নামৰ নিজ স্থান এনেদৰে নিৰ্ণয় কৰিব পাৰি: জ্ঞান-পন্থাত যি ব্ৰহ্ম অজ্ঞেয়, ধ্যেয়: বেদান্তৰ নিৰ্গুণ বস্তু, "অবাঙ্মনস-গোচৰঃ": ভক্তি-পন্থাত, ভগৱান ( ব্ৰহ্ম ) আশ্ৰয়জাতীয়, সেব্য: ভক্ত (জীৱ) আশ্ৰিত জাতীয়, সেৱক। স্বৰূপতে, ভগৱান আৰু ভক্ত সম-জাতীয়: মাত্ৰ ভগৱান বিভু-চিৎ, ভক্ত অণুচিৎ; ভগৱান সৰ্বশক্তিমান, ভক্ত অল্পশক্তিমান। ভক্তি ( সেৱা ) স্বৰূপতে আশ্ৰয়-গ্ৰহণ, ভগৱানত শৰণ। ভক্তৰ স্বভাৱ অনুসাৰে ই দ্বিধা হয়, (১) বিদ্ধা ( সকাম ); (২) শুদ্ধা ( নিষ্কাম )। (১) বিদ্ধা ( সকাম ) দুবিধ: (ক) কৰ্মবিদ্ধা ( যজ্ঞ-দানী ); (খ) জ্ঞান-বিদ্ধা ( তপ-জপী )। কৰ্ম-বিদ্ধা সদায় বুভুক্ষু ( "দেহি দেহি পুনঃ পুনঃ" ); জ্ঞান-বিদ্ধা মুমুক্ষু ( "সোঽহং," ব্ৰহ্ম-পদ অভিলাষী ); উভয়েই যি যি ফল বাঞ্ছে বা লভে, সকলো বিনাশী আৰু ক্ষণস্থায়ী। শুদ্ধা ( ৰসময়ী ) ভক্তিৰ আৰু ঠাল নাই, ইয়াৰ ফল অবিনাশী ( "কৃষ্ণ নাম চৈতন্য স্বৰূপ" ): ই অহৈতুকী, অপ্ৰতিহতা, অব্যভিচাৰী, কৃচ্ছ্ৰহীনা। ভক্তি-বৃক্ষৰ চিত্ৰ এনেদৰে কল্পনা কৰিব পাৰি।


ব্ৰহ্ম
ভগৱান (সেৱা, আশ্ৰয়জাতীয়) : ভক্তি (সেৱা, আশ্ৰয়গ্ৰহণ) : ভক্ত (সেৱক, আশ্ৰিত জাতীয়)
শুদ্ধা (নিষ্কাম) :
(সকাম) বিদ্ধা
অহৈতুকী, অপ্ৰতিহতা, অব্যভিচাৰী
কৃচ্ছ্ৰ_হীনা প্ৰভৃতি সম্পন্না
জ্ঞান বিদ্ধা (তপ-জপী) : (যজ্ঞ-দানী) কৰ্ম-বিদ্ধা
মুমুক্ষু ("সোঽহং") : ("দেহি দেহি") বুভুক্ষু

দেখিবলৈ পোৱা হ'ল, ঈশ্বৰ লাভৰ তিনি বাট কৰ্ম, জ্ঞান আৰু ভক্তি যথাক্ৰমে তিনিটি সোপান (জখলাৰ খাপ) বুলিবও পাৰি: কৰ্মৰ ওপৰত জ্ঞান, জ্ঞানৰ ওপৰত ভক্তি; শুদ্ধ আত্মা সকলে কৰ্ম আৰু জ্ঞানৰ খাপ নবগোৱাকৈও ভক্তিৰ সোপানত ভৰি দিব পাৰে। কিন্তু কৰ্মৰ খাপেদি যাব লগাবোৰে জ্ঞান আৰু ভক্তিৰ খাপত মুঠাকৈ ঈশ্বৰ-লাভ কদাপি কৰিব নোৱাৰে; এতেকতে ভক্তিৰ বাট সহজ আৰু প্ৰশস্ত বোলা হৈছে। কৰ্মপন্থা প্ৰাকৃত আৰু নিকৃষ্ট; কিন্তু পাশৱিক জীৱনৰ ভোগ-তৃষ্ণাত মুগ্ধ অশুদ্ধাত্মাই সেই প্ৰবৃত্তি মাৰ্গেদি গৈয়েই পোনতে নিজ চিত্ত-শোধন কৰিব লাগিব নিশ্চয়। গতিকে এই কৰ্মপন্থাত থকা চিত্ত-শোধন নোহোৱাবিলাকৰ বাবে নামৰ প্ৰয়োগ অপব্যৱহাৰ মাত্ৰ; এই বিষয়ত বৈষ্ণৱ গীত-পদ অতি মুখৰ:

"অতি পাতকীক নাম নলাগে,
নিয়মে-সংযমে তাৰে।
শৃগাল খেদাইতে সিংহ নলাগে,
কুকুৰে খেদাইতে পাৰে॥"

"জানিও হৰিৰ নাম নকৈবাৰ
আৰো আছে অভিপ্ৰায়।
যেন কোন জনে কুকুৰ শৃগাল
খেদাইবাক মাত্ৰ চায়॥ ৭৮৯
তাক লাগি যেন পোষণ সিংহক
মেলি নেদে কদাচিত।
সেহি মতে অতি তুচ্ছ ছাড় ইটো।
কোন পাপ-প্ৰায়শ্চিত্ত।
পৰম মঙ্গল হৰি-নাম-ধৰ্ম
মুকুতৰো যাত ৰতি।
পাপ প্ৰায়শ্চিত্ত অৰ্থে মহাজনে
নকৈলা নাম সম্প্ৰতি॥ ৭৯০

"অনেক জনমে যিটো কৰি মহাশ্ৰম।
পুণ্যৰ সমূহ সাঞ্চি আছে মেৰু সম॥
নাম উচ্চাৰিতে পাৰে সি সি মহাজনে।
লৈয়ো আৰে সাক্ষী অজামিলৰ বচনে॥" ৮০৪, ৰত্নাৱলী।

ই গভীৰ তাৎপৰ্য্যপূৰ্ণ কথা নিশ্চয়। মৃত্যুৰ মুহূৰ্ত্তত ঐন্দ্ৰজালিক (ভেল্কীবাজি) প্ৰভাৱেৰে অজামিলে পুতেকক নাৰায়ণ বুলি নাম কাঢ়ি মাতিয়ে মুক্তি পালে এনে পতনুৱা কথা যিবোৰে ভাবে, সেইবোৰৰ বাবে ই এটা জীৱন্ত উত্তৰ।

মামৰৰ ডাঠ চামনিয়ে য'ত লোহাৰ গুণ লুপ্ত কৰিছে তাত চুম্বকৰ আকৰ্ষণ শক্তি বিফল; অজামিলৰ জীৱাত্মা-ৰূপী লোহাতো আগ বয়সৰ পাপৰ যি মামৰ বান্ধিছিল, পিছ বয়সৰ পৱিত্ৰ গাৰ্হস্থ্য জীৱনে তেওঁ নিজে নজনাকৈ সেই মামৰ ক্ৰমে খহাই আছিল। দহোটা পুত্ৰৰ মুমলীয়াটিৰ "নাৰায়ণ" নাম "অতি দয়াতৰে" ৰখা কথাই আৰু প্ৰমাণ কৰে নিজেও নজনাকৈ তেওঁক নাম-মাহাত্ম্যই আগতে স্পৰ্শ কৰিছিল; মৃত্যু-মুখত, প্ৰাণৰ আতঙ্কত, নাৰায়ণ নাম মুখলৈ অহাত বুজিব লাগিব, অৱশিষ্ট পাপৰ মামৰ সেই মুহূৰ্তত সম্পূৰ্ণ খহি পৰিছে আৰু তেওঁৰ তীখা যেন চিকমিকীয়া জীৱাত্মাৰ লোহা ততালিকে পৰমাত্মা-ৰূপ চুম্বকৰ দ্বাৰা আকৃষ্ট হৈছে।—

"শুদ্ধে বা অশুদ্ধে এক নাম, বোলে বা শুনে বা মনে স্মৰে,
অপৰাধহীন পুৰুষক সত্তে তাৰে।
দেহ-ধন-জন অৰ্থ লোভে পাষণ্ড বুদ্ধিয়ে যিটো লৱে,
সেহি হৰি নামে তাৰিতে শীঘ্ৰে নপাৰে॥" ৬৫৫।

"তাৰত কৃষ্ণৰ ভক্ত নৰে, ভক্তি-অবিৰোধী কৰ্ম কৰে,
কৃষ্ণৰ কথাত ৰতি যাৰে নোপজয়।
যেৱে ভৈলা কৃষ্ণ-কথা-ৰত নিত্য-নৈমিত্তিক আদি যত,
কথাৰ বিৰোধী জানি সমস্তে তেজয়॥" ৫৯৭।

"ভৈল যাৰ শ্ৰদ্ধা মোৰ কথা-শ্ৰৱণত।
নিত্য নৈমিত্তিক আদি কৰি কৰ্ম যত॥
কথাৰ বিৰোধী জানি ত্যজয় সকল।
সমস্ত ধৰ্মৰ কথা-শ্ৰৱণেসে ফল॥"

ইয়াত মনত ৰাখিবলগা কথা, চৰম মাৰ্গ ( ৰাজ-আলি ) ভক্তি পন্থা লক্ষ্য কৰা বিলাকেও নিত্য-নৈমিত্তিক আদিৰ কেৱল "ভক্তি-অবিৰোধী" কৰ্ম ( যেনে, গৃহস্থৰ মঙ্গলৰ বাবে পতা নাম-গুণ আদি "সকাম" ) কৰিব পাৰে বুলিছে; "ভক্তি-বিৰোধী" কৰ্ম ( যেনে বহু দেৱ-দেৱী বা ভূত-প্ৰেত আদি সেৱা ) ভক্তি-পন্থত ভৰি দিয়াৰ আগতো কৰিবলৈ স্বভাৱতে নিষেধ যিহেতুকে তেনে লোকৰ কোনো কালেই কল্যাণ হব নোৱাৰে। মুঠ কথা, ঈশ্বৰ-মুখী হবলৈ হলে নিষ্কাম ভক্তি-মুখী হবই লাগিব; কৰ্ম-মুখী বা জ্ঞান-মুখী সকাম ভক্তিক এই অৰ্থত কশ্চিতো ভক্তি বোলা নহয়। ভক্তি-পন্থত ভৰি দিয়া সকলকো দুই শ্ৰেণীত বিভক্ত কৰা হৈছে ঃ

"অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাৰ দোষ
জানিবাহা ইয়াক নিশ্চয়।
পৰম বিৰক্ত যিটো কৃষ্ণৰ ভকত ভৈল
তাৰ একো নাহিকে নিৰ্ণয়॥" ৫৯

ভক্তি ধৰ্মত সোমোৱা মাত্ৰকে বা নাম-ধৰ্ম গ্ৰহণ কৰা মুহূৰ্ততে "বিৰক্ত" অৰ্থাৎ বিষয়-ভোগৰ প্ৰতি অনাসক্তি হয় বুলি ভবা অযুগুত; "ওপজাইবে বিষয়ত বিৰকতি" ই নাম-ধৰ্মীৰ স্বভাৱ পৰিবৰ্ত্তনৰ আৰু উৎকৰ্ষৰ তৃতীয় খাপ। গতিকে যেতিয়ালৈকে বিষয়ত বিৰক্তি নজন্মে তেতিয়ালৈকে "ভক্তি-অবিৰোধী" কৰ্মবোৰ মাত্ৰ মানসিক সংযমৰ বাবে কৰি থাকিব। "বেদ" শব্দই কৰ্মকাণ্ডী সংহিতাবোৰো বুজায়, আৰু জ্ঞানকাণ্ডী বেদান্তকো বুজায়; কুতৰ্কীবোৰে বহুত সময়ত জানি

বা নাজানি "বেদ" শব্দ নীচ স্বাৰ্থ-সিদ্ধিৰ বাবে নিজ সুবিধামতে ব্যৱহাৰ কৰাটোৰ বিৰুদ্ধে সাৱধান হোৱা বাঞ্ছনীয়। ইয়াত বেদ শব্দই অৱশ্যে ক্ৰিয়া-কাণ্ড বুজাইছে আৰু পূৰ্বৰ প্ৰসঙ্গক্ৰমে আকৌ "ভক্তি-অবিৰোধী" কৰ্ম প্ৰথম অৱস্থাত ত্যাগ কৰা অনুচিত বুলিছে। বিদ্ধাৰ পৰা শুদ্ধালৈ যাবলৈ হলে এই পদ্ধতি; কিন্তু স্বভাৱতে শুদ্ধ-চিত্ত লোকৰ বাবে শুদ্ধা ভক্তিলৈ এই বেকা বাট নাই।

শুদ্ধা ভক্তি অহৈতুকী বা নিষ্কামী; শুদ্ধাত্মাৰ বাবে ই সহজ পথ। কৰ্ম-বিদ্ধাই হওক বা জ্ঞান-বিদ্ধাই হওক, বিদ্ধাই মানসিক দাসত্ব বুজায়; শুদ্ধাই আত্মাৰ পৱিত্ৰতাৰ দৰে স্বাধীনতাও বুজায় যে তাক বিদ্ধা ভক্তিৰ সেৱকবোৰে উপলব্ধি কৰা টান। শঙ্কৰদেৱ-মাধৱদেৱৰ পিতৃ-ধৰ্ম এই বিদ্ধা ভক্তি আছিল; শুদ্ধা ভক্তিৰ নিৰ্মল পোহৰ আৰু পৱিত্ৰ সোৱাদ পোৱা মাত্ৰকতে সেই সকলো ততালিকে এৰি তেওঁলোক ভক্ত হল। কৰ্ম-বিদ্ধাৰ স্তুতি :—

"বিধেহি দেবি কল্যাণং বিধেহি বিপুলাং শ্ৰিয়ম্।
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি ॥"

ইয়াৰ বিৰুদ্ধে শুদ্ধা ভক্তিৰ তুতি মন কৰিবলগীয়া :

"তযু দাস কৰি প্ৰভু মোক কিনা কিনা।
আন ধন নলাগয় নাম-ধন বিনা ॥"

প্ৰহ্লাদ-নৰসিংহৰ কথোপকথনতো শুদ্ধা ভক্তিৰ স্বৰূপ :

"বোলন্ত প্ৰহ্লাদ উঠ উঠ। তোৰ ভক্তি ভৈলোঁ মহা তুষ্ট ॥
লযো বৰ তোৰ যেন মন। বৃথা নোহে মোৰ দৰিশন ॥৪৪৮।
মোক দেখিলেক যিটো জন। নাহি তাৰ পুনৰাগমন ॥
ভকতৰ পূৰোঁ মনোৰথ। দিওঁ কাম মোক্ষ ধৰ্ম অৰ্থ ॥ ৪৪৯।
এহি বুলি প্ৰলোভন্ত বৰে। নবাঞ্ছন্ত প্ৰহ্লাদ কুমাৰে ॥
ভক্তি সে পৰম লাভ জানি। বিষ্ণুক বোলন্ত হাসি বাণী ॥ ৪৫০।
জানো প্ৰভু পৰীক্ষা আমাক। সিহেতু বুলিলা হেন বাক ॥

বাঞ্ছে ফল তযু কৰি কৃত্য। সিটো বাণিজ্যৰ নোহোঁ ভৃত্য॥৪৫১।
তোমাৰ অকাম ভৃত্য আমি। তুমিয়ো নিষ্কাম মোৰ স্বামী॥" ৪৫২।

শুদ্ধা ভক্তি অপ্ৰতিহতা আৰু অব্যৱহিতা ; উশাহ-নিশাহৰ দৰে ই চিৰ বৰ্ত্তমান :

"চৈতন্য-আদিত্য হৃদয়-আকাশে
সৰ্বদায়ে প্ৰকাশয়।
উদয়াস্ত নাই সন্ধ্যা উপাসনা
কৰিবোঁ কোন সময়॥" ৩৯০।

শুদ্ধা ভক্তি যে অব্যভিচাৰী, এই কথাত ভক্তি-ধৰ্ম চিৰমুখৰ :

"একে বাসুদেৱতেসে কৰিব ভকতি।
নকৰিব আন একো দেৱতাত ৰতি॥"
"কৃষ্ণৰ পূজায়ে সমস্তৰ পূজা হয়।
পৃথকে পূজিলে পূজা কেৱেঁ নলৱয়॥"
"অনাচাৰ কৰি মোৰ অপৰাধী নুহি।
আন দেৱ পূজে যিটো সি সি মোৰ দ্ৰোহী॥"
"অন্য দেৱী দেৱ নকৰিবাঁ সেৱ,
গৃহো নপশিবাঁ তাৰ।
মূৰ্তিকো নচাইবাঁ প্ৰসাদো নখাইবাঁ,
ভক্তি হৈব ব্যভিচাৰ॥"

তদুপৰি, শুদ্ধা ভক্তি কৃচ্ছ হীনা ; হৃষিক (ইন্দ্ৰিয়) হৃষীকেশৰ কামত লগোৱা, মধ্যযুগী ধৰ্মৰ ইন্দ্ৰিয়-তাড়নাৰ বিৰুদ্ধে নৱ-বৈষ্ণৱ ধৰ্মৰ এই আন্দোলনে ইন্দ্ৰিয়ক সৎ-কাৰ্য্যত লগোৱাৰ যি আদৰ্শবাদ সি বিশেষ-ভাৱে সুকবি শেখৰৰ "সহস্ৰনাম বৃত্তান্ত"ৰ প্ৰথম কবিতাটিত বিতোপনকৈ প্ৰকাশ পাইছে :

ঘোষা :—"কি কৰিলোঁ, কি কৰিলোঁ, ভকতি নকৰি।
অন্তক পাইলেক আসি ৰক্ষা কৰাঁ হৰি॥

পদ ঃ—নকৰিলোঁ শিৰে মাধৱক নমস্কাৰ।
ইটো মাথা গোট মোৰ ভৈল মহাভাৰ ॥
কৰ্ণ দুই আছে সুশুনিলোঁ হৰি-কথা।
দুগোটা গৰ্ত্তৰ ভাৰ বহিলোঁহো বৃথা ॥
জিহ্বা মোৰ আছন্তে নলৈলোঁ ৰাম নাম্।
দাদুৰীৰ জিহ্বা যেন ভৈল কোন কাম ॥
নেদেখিলোঁ নয়নে প্ৰভুৰ যেন ৰূপ।
সম্যকে জানিলোঁ দুয়ো আখি অন্ধকূপ ॥
যেন চিত্ৰ-বিচিত্ৰ মৈৰাৰ ভাসে পাখি।
প্ৰভু ৰূপ নেদেখিলোঁ পাইলোঁ তেন আখি ॥
হৰি-পদ তুলসীৰ নলৈলোঁহো ঘ্ৰাণ।
জীৱন্তে মৰিলোঁ নাসা ভাটিৰ সমান ॥
পিন্ধিলোঁহো বাহুত অনেক অলঙ্কাৰ।
প্ৰভুৰ পূজাক নকৰিলোঁ একবাৰ ॥
কৃষ্ণ-কৃত্য নকৰিলো ভৈলোঁহো বৰ্বৰ।
ইটো হস্ত বাহু মিছা মৃতক শৰৱ ॥
পাৱ দুই আছন্তে নগৈলোঁ ক্ষেত্ৰস্থান।
মোৰ পাৱ ভৈল বৃক্ষ-শিপাৰ সমান ॥”

যিউত কাঁইট বাচিবলৈ বিচৰাৰ দৰে কুতৰ্কীবোৰে ইয়াতো কুতৰ্কৰ আহাৰ বিচাৰি পায়; ইয়াত যে “ক্ষেত্ৰস্থান” বুলি সাধু-সঙ্গ, “প্ৰভুৰ পূজা” বুলি যে “ঈশ্বৰ-সেৱা”, সুবুজি তীৰ্থভ্ৰমণৰ পুণ্য আৰু মৃণ্ময় প্ৰতিমা-পূজা বুজে! স্বৰূপ প্ৰসঙ্গত সি অন্যায় যে সন্দেহ নাই। অসমীয়া নাম-ঘৰ, গোঁসাই-ঘৰ, কীৰ্ত্তন-ঘৰ ক'তো থাপনাত মূৰ্ত্তি নাই; সদায় কীৰ্ত্তন-দশম-ঘোষা আদি পুথিবেই থাপনা পতা হয়। কৰবাত যদি থাপনাত মূৰ্তি বহিছে, তেন্তে সি অসমৰ বৈষ্ণৱ ধৰ্মৰ থান নহয়, শঙ্কৰদেৱৰ পৱিত্ৰ ধৰ্মৰ ঈশ্বৰ-সেৱা তাত নাই। দেশ-ভ্ৰমণ তীৰ্থ-পূজা নহয়; তীৰ্থ-পূজাৰ বিধানো অসমৰ বৈষ্ণৱ ধৰ্মত নাই নিশ্চয়।

"কৃষ্ণৰ প্ৰতিমা দেখে চক্ষুৱে ভক্তক।
বিষ্ণু-বুদ্ধি কৰি শিৰে নমে সমস্তক ॥
পদে বিষ্ণু-ক্ষেত্ৰ বৈষ্ণৱৰ ঠাইক যায়।
এহিমতে ইন্দ্ৰিয়ৰ বৃত্তি সমুদায় ॥
বিষ্ণুতেসে প্ৰৱৰ্ত্তে অযত্নে সৱে জানা।
মনে একো বিষয়ক নকৰে কামনা ॥
তেৱে আৰ তাহাৰ মহিমা কৈবোঁ কিক।
পাইলে প্ৰসাদে সিটো মোক্ষতো অধিক ॥"

'( যাৰ ) চক্ষুৱে ভক্তক কৃষ্ণৰ প্ৰতিমা ( যেন ) দেখে ; ( যি ) বিষ্ণু বুদ্ধি কৰি শিৰে(ৰে) সমস্তক নমে ; (যি) পদে(ৰে) বিষ্ণু-ক্ষেত্ৰ (স্বৰূপ) বৈষ্ণৱৰ ঠাইক যায় ; জানা, এহিমতে (যদি) ইন্দ্ৰিয়ৰ সমুদায় বৃত্তি অযত্নে বিষ্ণুতেসে প্ৰৱৰ্ত্তে, (আৰু) মনে একো বিষয়ক কামনা নকৰে, তেৱে আৰ তাহাৰ মহিমা কৈবোঁ কিক ঃ সিটো (ৱে) মোক্ষতো অধিক প্ৰসাদ পাইলে।' এয়ে উদ্ধৃত পদৰ স্বাভাৱিক কথা ৰূপ, আৰু অসমৰ বৈষ্ণৱ ধৰ্মৰ সহজ স্বৰূপ।

"দেৱৰ্ষি ভূতাপ্তনৃণাং পিতৃণাং ন কিঙ্কৰো নায়মৃণী চ ৰাজন্।
সৰ্বাত্মনা যঃ শৰণং শৰণ্যং গতো মুকুন্দং পৰিহৃত্য কৰ্ত্তব্যম্।"
ভাগৱত ১১।৫।৪১।

"দেৱঋষি ভূতপোষ্য পিতৃএ সৱাৰ।
উপজিলে লোকত পাঞ্চবো লাগে ধাৰ ॥
এতেক কিঙ্কৰী ঋণী ভকতি-বিহীন।
পঞ্চ যজ্ঞ কৰিয়া পাঞ্চবো শুজে ঋণ ॥"

এই পঞ্চ দেৱতাৰ পূজা অকল পাঁচজন দেৱতাৰ নহয় ; পাঁচজন দেৱতাৰ নামত সকলো দেৱতাৰ পৰা পুৰুষ-ভিকতা সাপ-বেঙলৈকে আটাইবে পূজা ! ই স্বৰূপত বৈষ্ণৱৰ অত্যন্ত অকৰ্ত্তব্য। ইয়াত পোনতে "বিষ্ণুৰ্বিষ্ণুৰ্ভগৱান জয় যজ্ঞেশ্বৰোহৰি" বুলিয়ে "সৰ্বমঙ্গলমাঙ্গল্যে শিৱে

সৰ্বাৰ্থসাধিকে। শৰণ্যে ত্ৰ্যম্বকে গৌৰি নাৰায়ণি নমোঽস্তুতে॥" বুলি গৌৰী নাৰায়ণী আদিক মূৰ দোঁৱায়। তাৰ পাছত, "মাধৱো মাধৱো বাচি মাধৱো মাধৱো হৃদি। স্মৰন্তি মাধৱং সৰ্বে সৰ্বকাৰ্য্যেষু মাধৱৰ।" "জিতন্তে পুণ্ডৰীকাক্ষ নমস্তে বিশ্বভাৱন। নমোঽস্তুতে হৃষীকেশ মহাপুৰুষ পূৰ্বজ॥" বুলি আকৌ বিষ্ণু-বৈষ্ণৱক ভালৰি লগাই—

"অপবিত্ৰঃ পৱিত্ৰো বা সৰ্বাৱস্থাং গতোঽপি বা।
যঃ স্মৰেৎ পুণ্ডৰিকাক্ষং স বাহ্যাভ্যন্তৰং শুচিঃ॥"

"অপৱিত্ৰ যিটো আতি পৱিত্ৰ হোৱে বা যদি
সমস্ত অৱস্থা আছে পায়া।
কমল-লোচন সিটো সুমৰে তাৰেসে শুদ্ধ
বাহিৰে-ভিতৰে হোৱে কায়॥" ১২।

দেৱতা-অপদেৱতা আটাইকে একেলগে আৰু সমানে প্ৰণিপাত কৰিবলৈ বুলি আকৌ সকলো বিঘিনি-নাশক গণেশক মূৰ দোঁৱায়। তাৰ পাছত 'চাপৰাচি-খানছামাক সেৱা কৰিলে ৰজাকে সেৱা কৰা হয়' বুলি ভবা মনোবৃত্তিৰে দ্বাৰপালক প্ৰণিপাত, তাৰ শেষত সূৰ্য্য, শিৱ, ব্ৰহ্মা, মনু আদি; তাৰ পাছত "বৈষ্ণৱী শক্তি" দুৰ্গা, লক্ষ্মী, সৰস্বতী, পৃথিবী, গ্ৰামদেৱতা, ইন্দ্ৰ, অনন্ত, অগ্নি, নৱগ্ৰহ, দিক্‌পাল, অষ্টবসু, একাদশ ৰুদ্ৰ, মৰুৎচয়, বজ্ৰাদি অস্ত্ৰ, মৎস্যাদি অৱতাৰ, সৰ্ব-দেৱদেৱী, ঋষি-ঋষিপত্নী; তাৰ পাছত জোক-জেলুক সাপ-বেঙ আদি আটাইৰে পূজা কৰা হয়!

কুতৰ্কীবোৰৰ মতে এনে পঞ্চদেৱতাৰ পূজা হেনো বৈষ্ণৱৰো কৰ্ত্তব্য! যিহেতুকে, প্ৰথম, সেইবোৰৰ উপাসকবোৰে কৰে, আৰু দ্বিতীয়, সেইবোৰ বিষ্ণুৰ অতিৰিক্ত-ব্যতিৰক্ত নহয়!! ঈশ্বৰৰ শ্ৰেষ্ঠতম আৰু পবিত্ৰতম দান বিবেক; সিও যেতিয়া "ভেজাল" হয়, তেতিয়া "ওকণি-শিৰত সাপে খুটিল। ধৰনি ধৰিবলৈ ঠাই নহল॥" পাণ্ডু-ৰোগীয়ে জগতখন হালধীয়া দেখিলেও সি প্ৰকৃততে তেনে হব

নোৱাৰে ; গতিকে কোনো বৈষ্ণৱে "পঞ্চ দেৱতাৰ পূজা" নকৰে আৰু কৰিব নোৱাৰে ; বৰঞ্চ,

"হৰিৰ গৃহৰ দ্বাৰে বেত্ৰৰ প্ৰহাৰ যোগ্য
ইন্দ্ৰ আদি যত দেৱজাক ।" ১০৪ ।

চাৰি বেদৰ ঘাই দেৱতা, স্বৰ্গৰ ৰজা ইন্দ্ৰ আদি দেৱতা জাকৰে যদি সেই গতি, তেওঁলোকৰ লগুৱা-লিগিৰীৰ কথা আৰু কৰ লাগিছেনে ? যি হওক, ধূৰ্ত্ত বুদ্ধিৰ সেই ষড়যন্ত্ৰও নিটিকিল !

"এতেকে কিঙ্কৰী ঋণী ভকতিবিহীন ।
পঞ্চ যজ্ঞ কৰিয়া পঞ্চৰো শুজে ঋণ ॥ ৩৯৫ ।
সৰ্বভাৱেঁ মুকুন্দত যি লৈলে শৰণ ।
নোহে ঋণী কিঙ্কৰ পঞ্চৰো সিটো জন ॥
এড়ি আন কৃত্য চিত্ত দিলেক হৰিত ।
ভৈল কৃতকৃত্য সিটো এতেকে কলিত ॥" ৩৯৬ ।
কহিলোঁ বিহিত কৰ্ম ত্যাগ ভকতৰ ।
যদি প্ৰমাদত পাপ কৰে সিটো নৰ ॥
তথাপি নলাগে তাৰ আৰ প্ৰায়শ্চিত্ত ।
শুনিয়োক নিমি তুমি স্থিৰ কৰি চিত্ত ॥ ৩৯৭ ।
এড়িলেক যিটো আন দেৱত ভকতি ।
একে মাধৱক মাত্ৰ ভজে দৃঢ়মতি ॥
তাহাৰ পাতক যদি মিলে প্ৰমাদত ।
নাশ হোৱে সিয়ো ঈশ্বৰৰ প্ৰসাদত ॥" ৩৯৮ ।
—নিমি নৱসিদ্ধ সম্বাদ

"যিটো জন যায় মাধৱৰ নাম স্মৰি ।
পাছে পাছে ফুৰে দেৱ-দেৱী স্তুতি কৰি ॥
মূৰ্তিমন্ত হুয়া পাঁচ প্ৰকাৰ মুকুতি ।
মোক লৈয়ো বাপ বুলি কৰন্ত কাকুতি ॥" একাদশ

## সাতাইশ

# নাম-ধৰ্মৰ প্ৰয়োগ বিচাৰ

"বৈষ্ণৱ-নিন্দক সূচকক বৃষ্ঠা লুঠা গ্ৰাম্য শূকৰক
বিধাতায়ে দুইকো সৃজিলন্ত দয়াতৰে।
সূচকে জানিবা নিৰন্তৰে সাধু সমস্তক শুদ্ধি কৰে,
যিমতে শূকৰে গ্ৰাম্যক শোধন কৰে ॥" ৬৩০।

নাম-ধৰ্মীৰ বিৰুদ্ধে সাধাৰণতে অনেক নিন্দাবাদ শুনিবলৈ পোৱা হয়; সেইবোৰৰ যথাৰ্থতা বা বিপৰীত বিচাৰ কৰিবলগীয়া। ধ্যান-ধাৰণা বা তপ-জপ, যাগ-যজ্ঞ বা বলি-বিধান, পূজা-উপাসনা, ইয়াৰ প্ৰত্যেকৰে সমানে আৰু সলনিত যি নাম-কীৰ্ত্তনক কলিৰ একমাত্ৰ আৰু শ্ৰেষ্ঠতম ধৰ্ম বোলা হৈছে, সেই নাম-ধৰ্ম যে "গালোঁ নাম গল উৰি। তাৰ কি আছে আগগুৰি ॥" এনে নহয়, তাক সহজে অনুমান কৰিব পাৰি। তদুপৰি নামক যে সিংহৰ লগত আৰু প্ৰায়শ্চিত্তক কুকুৰৰ লগত (অতিপাতকীৰ পাপ খেদাবলৈ) তুলনা কৰা হৈছে, সিও নাম-মাহাত্ম্যৰ অন্যতম প্ৰমাণ। এতিয়া নাম-মাহাত্ম্যৰ বিৰুদ্ধে কোনো সন্দেহৰ ঠাই নাই, গুৰুজনাই আৰু সকলো ধৰ্মই নামক সুপ্ৰতিষ্ঠিত কৰি গৈছে; প্ৰশ্ন হয় একমাত্ৰ তাৰ প্ৰয়োগ সম্বন্ধে।

"পতিত পাৱন হৰি পতিত পাৱন।
পতিতক নাতাৰিলে নাম কি কাৰণ ॥"
"এক নামে যত পাপ সংহৰিতে পাৰে।
পাতকী ততেক পাপ কৰিতে নপাৰে ॥"

"নাৰায়ণ নাম নৰ সমস্তৰ
প্ৰসিদ্ধ চৌৰ বিশেষ।
অনাদি জন্মৰ সঞ্চিত পাতক
স্মৰণে হৰে অশেষ ॥"

নামৰ এনে গুণ-ব্যাখ্যানতো ভক্তি-শাস্ত্ৰসমূহ সদায় মুখৰ। অজামিলৰ প্ৰসিদ্ধ কাহিনী এই প্ৰসঙ্গত সদায় উদ্ধৃত হয়; তাৰ আলোচনা আগতে অলপ উন্নুকিয়াই অহা হৈছে। কিন্তু মইনা শালিকা ভাটৌ আদিয়েও শিকনিত ৰাম-কৃষ্ণ বোলে, মানুহেও ৰাম-কৃষ্ণ নাম লয়; আৰু এনেও হব পাৰে, যি খল বা ধূৰ্ত্ত তাৰ মুখত আনতকৈ খৰকৈ ৰামকৃষ্ণ নাম আখৈ ফুটাদি ফুটে: তেন্তে তাৰ দ্বাৰা চৰাইৰ ভিতৰত মইনা শালিকা ভাটৌ আৰু মানুহৰ ভিতৰত সাধু-খল আটায়েই উদ্ধাৰ পাব পাৰে নে? দেখাতেই ই সম্ভৱ নহয়, সম্ভৱ হোৱা হলে যি যিমানে পাপ কৰে সি সিমানে নাম ল'লেহেতেন আৰু যি যিমানে নাম ল'লেহেতেন সি সিমানে পাপ কৰিলেহেতেন: ফলত, নামৰ নামত পৃথিবী ৰসাতলে গলহেতেন।

যেনেকৈ "নপায় একাদশী উপবাসে। নপায় মোক যোগ সন্ন্যাসে ॥" বোলাত 'একাদশীৰ উপবাস কৰিব নাপায়' এনে নিষেধ নুবুজায়; যি দৰে "লোভ মোহ কাম ক্ৰোধ বিষয় আক্ৰোশ। মোৰ ভকতক নোছোৱে একো দোষ ॥" বোলাত ভকতক 'লোভ মোহ কাম ক্ৰোধ, বিষয় আক্ৰোশ' কৰিবলৈ বিধান দিয়া হোৱা নাই, বৰঞ্চ 'লোভ মোহ কাম ক্ৰোধ বিষয় আক্ৰোশ' নথকাটোহে ভক্তৰ লক্ষণ-ৰূপ নিৰ্দেশ কৰিছে; যেনেদৰে, "অনাচাৰ কৰি মোৰ অপৰাধী মুহি। আন দেৱ পূজে যিটো সিসে মোৰ দ্ৰোহী ॥" বোলাত অনাচাৰৰ বিধান দিয়া হোৱা নাই, 'অনাচাৰ যিমান নিন্দনীয়, ব্যভিচাৰ তাতোকৈ ঘৃণনীয়', এনে কথা হে কোৱা হৈছে: তেনেকৈয়ে নাম-মাহাত্ম্যসূচক পদবোৰে নাম যে কিমান পৱিত্ৰ আৰু মহৎ, গতিকে তেনে নাম-ধৰ্ম গ্ৰহণ কৰিবলৈ আমাৰ [illegible]-মন কিমান পৱিত্ৰ

আৰু মহৎ হব লাগিব, তাৰেইহে ইঙ্গিত দিছে। পতিকে ওঠ লৰালেই যে নাম লোৱা নহয়, নাম-ধৰ্ম গ্ৰহণ কৰিলোঁ বুলিলেই যে মহাধৰ্মী হ'ল, এনে কথা যুক্তি-বিৰুদ্ধ আৰু বিচাৰ-বিৰুদ্ধ। এতেকে গুৰুজনাই নাম-পৰীক্ষাৰ সাত মহলা দিছে :—

(ছ) "ধৰ্ম হোম ব্ৰত তীৰ্থত স্নান।
যতেক আছে মহা যজ্ঞ-দান ॥
আৰু-এৰে কৰে নামৰ সৰি।
কতনো যাতনা ভুঞ্জিবে মৰি ॥ ৫৩।

(জ) "নামক কীৰ্ত্তন কৰন্তে আনে।
আন মন কৰি সুশুনে কাণে ॥ ৫৪।

(ঝ) "নাহিকে শ্ৰদ্ধা নপাতয় কাণ ॥
তাক যিটো দেয় নামৰ দান ॥ ৫৫।

(ঞ) "শুনিয়া নামৰ মহিমা নিতি।
তথাপি নামত নকৰে প্ৰীতি ॥ ৫৬।

এই নামাপৰাধ কথা সনতকুমাৰ মুনিয়ে শিৱৰ পৰা শুনি নাৰদক কৈছে; শিৱ বাৰজন মহাজনৰ এজন ঘাই বিষ্ণু-ভক্ত। এতেকে ভক্ত-নিন্দাৰ দৰে ভগৱন্ত আৰু ভক্তৰ মাজত ভেদ-ভাবো দোষণীয় বুলি প্ৰথম যুগলত কোৱা হল। "বেদৰ গুপুত বিত্ত নাৰায়ণ এ" এনে বেদৰ জ্ঞান-কাণ্ডক আৰু "সকল নিগম লতা, তাৰ অবিনাশী ফল" নামক যি হীন ভাবে আৰু আওহেলা কৰে, দ্বিতীয় যুগলত তেওঁলোকক নামাপৰাধী বোলা হৈছে। হৰিনাম লোৱা যেন দেখুৱাই যি পাপ কৰি ফুৰে আৰু নামে নো লোকক কেনেকৈ তাৰিব বুলি যি নামক উলাই কৰে তৃতীয় যুগলত তেওঁলোকেও নামাপৰাধ কৰা বুলিছে। হোম-যজ্ঞ, ব্ৰত-তীৰ্থৰ যি ধৰ্ম, "আৰু এৰে" ( ইয়াৰে ) যি মহা নামধৰ্মক সমান পাতে আৰু আনে নাম-কীৰ্ত্তন কৰোঁতে যি আওকাণ কৰে, চতুৰ্থ যুগলত তেওঁলোকক নামাপৰাধী বুলিছে

( লাজৰ কথা কোনো দুষ্ট পুথি-ব্যৱসায়ীয়ে অজ্ঞানে বা সজ্ঞানেই এই "আৰু-এৰে" কথাটো "আৰু-এৰি" বুলি ছপাই বিপৰীত অৰ্থ কৰিছে )! পঞ্চম যুগলত নামত শ্ৰদ্ধাহীন লোকক নাম লগাবলৈ দিয়া আৰু সদায় নামৰ মহিমা শুনি থাকিও তালৈ শ্ৰদ্ধা নকৰা লোকবিলাকক নামাপৰাধ কৰা বুলিছে।—

(১) "প্ৰথমে দহিব পাতকচয়।
(২) কৰিব মহাপুণ্য অভ্যুদয়॥
(৩) কৰাব বিষয়ত বিৰকতি।
(৪) কৃষ্ণত বাঢ়িব প্ৰেম-ভকতি॥ ৬৫।
(৫) ওপজাইব অতি বৈষ্ণৱ-জ্ঞান।
(৬) মায়াক দহিব কৰি নিৰ্য্যাণ॥
(৭) চৈতন্য মূৰ্ত্তি পূৰ্ণানন্দ হৰি।
থৈবেক তেন্তে এৰে এক কৰি॥" ৬৬। কীৰ্ত্তন।

যাৰ পাপেই ক্ষয় নহল, তাৰ পুণ্য হব ক'ত? গতিকে তেওঁ তলৰ খাপতে পৰি থাকিল, ওপৰলৈ উঠিব নোৱাৰিলে। বৌদ্ধ ধৰ্মতো—"পাপশ্চাকৰণম্ পুণ্যশ্চ কৰণম্।" পাপ নুগুচিলে পুণ্য ভৰিবলৈ ঠাই নাই। তেনেকৈয়ে সংসাৰৰ সুখলৈ বিৰাগ নুপজিলে ভগৱৎ-প্ৰেম জন্মিব নোৱাৰে; আৰু তৃতীয় যুগলত, বৈষ্ণৱ-বোধ নজন্মিলে মায়া দূৰ নহয়, আৰু সৰ্ব্বশেষত, এই তিনিও যুগল সম্পন্ন নহলে "চৈতন্য মূৰ্ত্তি পূৰ্ণানন্দ হৰি"ৰে এক হব নোৱাৰি।

সোঁ হাতে ইমানেই; বাঁও হাতেও যি দহোটা অন্তৰায় আছে, তাক "নামাপৰাধ" বুলি শঙ্কৰদেৱে জ্বল-জ্বল পটপটকৈ দেখুৱাইছে।

(ক) "ভকতক নিন্দা কৰে অধম।
জানিবাঁ নামৰ দ্ৰোহী পৰম॥ ৪৮।

(খ) "গুণ-নাম যত বিষ্ণু-শিৱৰ।
তাক ভিন্ন বুদ্ধি কৰে যি নৰ॥ ৪৯।

(গ) "যিটো পাপী কৰে নামত হেলা।
(ঘ) "বেদকো জানি নিন্দে কোনো বেলা ॥ ৫১।
(ঙ) "হৰিৰ নামে কৰে অৰ্থবাদ।
নামৰ মহিমা কৰে উচ্ছেদ ॥ ৫১।
(চ) "নামত বলে কৰে পাপ বুদ্ধি ॥ ৫৩।
"অনেক জনম যিটো কৰি মহাশ্ৰম।
পুণ্যৰ সমূহ সাঞ্চি আছে মেৰু সম ॥
নাম উচ্চাৰিতে পাৰে সি সি মহাজনে।
লৈয়ো আৰ সাক্ষী অজামিলৰ বচনে ॥" ৮০৪। ৰত্না।

গতিকে অজামিলে কেৱল পূৰ্ব-জন্মৰ সঞ্চিত বহু পুণ্যৰ ফলত মৃত্যুৰ মুখত নাৰায়ণ নাম উচ্চাৰিব পাৰিছিল ; যাৰ তেনে পূৰ্বজন্ম-সঞ্চিত পুণ্য নাই, তাৰ মুখত কোনো মতে ৰাম নাম ওলাব নোৱাৰে নিশ্চয়। ৰাম নাম প্ৰকৃতভাৱে এবাৰ উচ্চাৰণ কৰিলেই ৰাশি ৰাশি পাপৰ ধ্বংস হয় ; তাৰ দ্বিতীয় বাৰ উচ্চাৰণৰ দ্বাৰা প্ৰায়শ্চিত্ত কৰা বাবেই ঋষিয়ে নিজ পুত্ৰক শাওপাত দিয়াৰ কাহিনী এই বাবেই আচৰিত নহয়।

"ৰা শব্দক উচ্চৰন্তে ৰাম ৰাম ৰাম ৰাম ৰাম
মুখ হন্তে বাজ হুয়া পলায় পাপ মানে।
পুণ্যমান হোৱে অভ্যন্তৰে ৰাম ৰাম ৰাম ৰাম ৰাম
ম বুলি অতি কপাট মাৰয় তানে ॥ ৬৩৪।
অনন্ত শকতি তুমি ৰাম লক্ষ্মণ সুগ্ৰীৱ বিভীষণ
হনুমন্ত আদি মহা মহা বীৰগণে।
আনি তৰু লতা পৰ্বতক শতেক যোজন সমুদ্ৰক
সেতু বান্ধি পাৰ ভৈলাহা মহা যতনে ॥ ৬৩৬।
হে প্ৰাণ প্ৰভু ৰঘুপতি ৰাম ৰাম ৰাম ৰাম ৰাম
তোমাত কৰিয়া তয়ু গুণ-নাম চাৰ।
বিনা সেতু বন্ধ কৰি নৰে ৰাম ৰাম ৰাম ৰাম ৰাম
অপাৰ সংসাৰ সমুদ্ৰৰ হোৱে পাৰ ॥ ৬৩৭।

কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি যিটো অন্তকালে নিজ প্ৰাণ তেজে,
আত্মৰ শৰদে মুকুতি তাঙ্ক দিৱয়।
আৰ কিবা বস্তু দিবো বুলি আৰ তুই পদে লজ্জা হুয়া
ঋণী ভৈলোঁ বুলি দমাই মাথা থাকয়॥" ৬৩৮।

কিন্তু এনে নামৰ শ্ৰৱণ-কীৰ্ত্তন-স্মৰণ অনুক্ষণ নকৰিলে নহয় :

"শুনা যমদূত কহোঁ নামৰ নিৰ্ণয়।
লৈলে একবাৰ নাম পাপ হোৱে ক্ষয়॥ ৭৫১।
যেন বহুকাল ঘোৰ আন্ধাৰ আছয়।
একবাৰ প্ৰদীপ জ্বলিলে নষ্ট হয়॥
সেই মতে হৰিনাম লৈলে একবাৰ।
অনাদি জন্মৰ পাপ হোৱয় সংহাৰ॥ ৭৫২।
পুনৰপি পাপ আসি চাপয় সমীপ।
বেৰে অন্ধকাৰ যেন নুমাইলে প্ৰদীপ॥
নামৰ আবৃত্তি সেয়ে এতেকে মহন্তে।
নাসে অন্ধকাৰ যেন প্ৰদীপ থাকন্তে॥ ৭৫৩।
সদা নাম লোৱন্তে বাসনা হোৱে ক্ষয়।
নোপজয় পাপ পুনু চিত্ত-শুদ্ধি হয়॥
এতেকেসে শাস্ত্ৰে কহে সদায় স্মৰণ
কহিলোঁ সমস্ত তাত নামৰ লক্ষণ॥ ৭৫৪। বহ্না

"জানিয়া হৰিক সততে স্মৰ। ক্ষণেকো নপাসৰিবাহা নৰ॥
যত মহাপুণ্য মহা পাতেক। ইহুইৰো কিঙ্কৰ জানা প্ৰত্যেক॥" ৮৬ কী

"হৰিক সততে স্মৰা প্ৰজা, সমস্ত ধৰ্মৰ ইসে ৰজা,
হৰিক স্মৰণে সিজয় পুণ্য কিঙ্কৰ।
নাপাসৰিবাঁহা কদাচিত, শুনা কথা ইটো বিপৰীত,
হৰি পাসৰিলে সিজে পাপ নিৰন্তৰ॥" ৬০৪।

"শুনিয়োক অভিপ্ৰায়, আত পৰে পুণ্য নাই
তোৰৈ শুদ্ধ মহা অন্ত্য জাতি।
পৰম বান্ধৱ নাম যিটো লৱৈ অবিশ্ৰাম
তাৰ সাত কাৰ্য্য সাধে আতি ॥
দহৱৈ পাতকগণ পুণ্য কৰে উপাৰ্জ্জন
বিৰকতি মিলৈ বিষয়ত।
কৃষ্ণৰ চৰণে প্ৰেম ভকতিত উপজাৱৈ
পাৱৈ বিষ্ণু-জ্ঞান মহাতত্ত্ব ॥
মায়াকো দহৱৈ তাৰ কৰৈ মহা উপকাৰ
দেখা কেনে ধৰম একান্ত।
যিটো পূৰ্ণানন্দ হৰি তেন্তে এবে একে কৰি
থৈয়া নাম হোৱৈ উপশান্ত ॥"—ৰত্নাৱলী

"যিটো ভক্ত হয় তাৰ পাপ-বুদ্ধি
নুপজয় শুনিয়োক।
কোটি জন্মাৰ্জ্জিত পুণ্যেসে কৃষ্ণৰ
ভকতি পাৱয় লোক ॥ ৬৭৭।
তাৰ পাপ বুদ্ধি আৰ আছে কৈত
ভাৱতে ভীষ্ম পৰ্বত।
কৰে ক্ৰোধ লোভ আদি পাপ-বুদ্ধি
নুপজে কৃষ্ণ-ভক্তত ॥ ৬৭৮। ভ, বি, প

"বহূনাং জন্মনামন্তে জ্ঞানবান্ মাং প্ৰপদ্যতে।
বাসুদেৱঃ সৰ্বমিতি স মহাত্মা সুদুৰ্লভঃ ॥" গীতা।



# আঠাইশ

## ভক্তি-ধৰ্ম আচাৰৰ শুদ্ধাশুদ্ধতা

জীৱন কেৱল সুখৰ এক ব্যাকুল সন্ধান। "যদা বৈ সুখং লভতে অথ কৰোতি। নাসুখম্ লব্ধা কৰোতি, সুখমেব লব্ধা কৰোতি।" ( ছান্দোগ্য উপনিষদ, ৭।২২।৬ )। সংসাৰত আকৌ আত্মাৰ বাহিৰে একোৱেই সুখদায়ক নহয়। "ন বা অৰে সৰ্বস্য কামায় সৰ্বং প্ৰিয়ং ভৱতি, আত্মনস্তু কামায় সৰ্বং প্ৰিয়ং ভৱতি।" ( বৃহদ্ আৰণ্যক উপনিষদ্ ১।৪।৮ )। জগতত আত্মাই সকলোতকৈ "প্ৰেয়ঃ"। "তদেতৎ প্ৰেয়ঃ পুত্ৰাৎ প্ৰেয়ঃ বিত্তাৎ প্ৰেয়ঃ অন্যস্মাৎ সৰ্বস্মাৎ অন্তৰতৰম্ যদয়ম্ আত্মা।" ( একে )। এতেকে আত্মাই একমাত্ৰ দেখিবলগীয়া, শুনিবলগীয়া, মন কৰিবলগীয়া, ধ্যান কৰিবলগীয়া বিষয়। "আত্মা বা অৰে দ্ৰষ্টব্যঃ শ্ৰোতব্যঃ মন্তব্যঃ নিদিধ্যাসিতব্যঃ।" ( একে )।

'অন্তৰতৰম্ এই আত্মা খুদকণটিতকৈও ক্ষুদ্ৰ; অন্তৰতম্ এই আত্মা পৃথিবী-আকাশ-স্বৰ্গ আটাইতকৈ বৃহৎ। এই আত্মাৰ ভিতৰতে আছে সমস্ত কৰ্ম, বাসনা, ঘ্ৰাণ, স্বাদ; আত্মা মৌনী নিষ্ক্ৰিয় : অন্তৰতম্ এই আত্মাই ব্ৰহ্ম। এই ঘোষণা কৰে শাণ্ডিল্যাই, সচাকৈয়ে শাণ্ডিল্যাই।'

এই অন্তৰতৰম্ প্ৰিয়তৰম্ আত্মাৰ অনুভৱ কৰা হয় প্ৰাণ বা জীৱাত্মাৰূপে; এই অন্তৰতৰম্ প্ৰিয়তৰম্ আত্মাৰ অনুভৱ কৰা হয় প্ৰজ্ঞা বা পৰমাত্মাৰূপে। বৃহদ্-আৰণ্যক উপনিষদে যি আত্মা বা ব্ৰহ্মক বুলিছে প্ৰাণ, ঐতৰেয় উপনিষদে সেই আত্মা বা ব্ৰহ্মক বুলিছে প্ৰজ্ঞা। কৌষীতকি উপনিষদে দুইৰে সমন্বয় সাধিছে :

"যো বৈ প্ৰাণঃ সা প্ৰজ্ঞা যা প্ৰজ্ঞা স প্ৰাণঃ।
সহ হ্যেতাৱস্মিন্ শৰীৰে বসতঃ সহোৎক্ৰামতঃ॥"

'যি প্ৰাণ সেয়ে প্ৰজ্ঞা, যি প্ৰজ্ঞা সেয়ে প্ৰাণ ; দুয়ো এই শৰীৰত একেলগে বাস কৰে আৰু শৰীৰৰ পৰা একেলগে ওলাই যায়।' মুণ্ডক উপনিষদে তাকে ৰূপকভাৱে বৰ্ণাইছে : 'দুটি পখী, নলে-গলে লগা, থাকে একেজুপি গছত : এটিয়ে খায় সুমিষ্ট ফল, ইটিয়ে নাখাই চাই থাকে।'

"ন তত্ৰ সূৰ্য্যো ভাতি ন চন্দ্ৰতাৰকম্
নেমা বিদ্যুতো ভান্তি কুতোঽয়ম্ অগ্নিঃ।
তম্ এব ভান্তম্ অনুভাতি সৰ্বম্
তস্য ভাসা সৰ্বমিদম্ বিভাতি ॥"

আত্মা বা ব্ৰহ্মই প্ৰজ্ঞা ৰূপে শৰীৰত সোমাই থাকিলেও, তাৰ মূল স্থান যি ব্ৰহ্ম ধাম : তাত ( পৃথিবীৰ ) বেলিয়ে পোহৰ নাঢালে ; তাত ( পৃথিবীৰ ) জোন, তৰা বা বিজুলীয়েও পোহৰ নিবিলায় ; জুইৰ যে কথাই নাই। তাত সেই পৰমাত্মাৰূপী ব্ৰহ্ম নিজেও উজ্জ্বল, আন সকলোকেও পোহৰ দিয়ে, আৰু সেই প্ৰতিভাতে এই বিশ্ব-জগতো প্ৰতিভাত হৈছে।

সেই একে আত্মা বা ব্ৰহ্মই আকৌ প্ৰাণৰূপে সমগ্ৰ চৰাচৰ জিনি সকলো প্ৰাণীৰ ভিতৰত সোমাই সদৌ জীৱৰ একত্ব প্ৰমাণিত কৰিছে। "ঈশ স্বৰূপে হৰি সৱ ঘটে বৈঠহ, যৈছন গগন বিয়াপি।" ( শঙ্কৰদেৱ )। একে বায়ু সমস্ত পাত্ৰত প্ৰবেশি থকাৰ দৰে এক ব্ৰহ্ম তথা এক আত্মাই সকলো শৰীৰত সোমাই আছে, তাৰ বাহিৰে আন একো নাই ; একে আত্মা বাবেই আত্মা প্ৰত্যেকৰ বাবেই প্ৰিয় ; এক আত্মাক কষ্ট দিলেই অন্য আত্মাই কষ্ট পায়। এই বাবেই প্ৰতি আত্মাই প্ৰতি আত্মাক, প্ৰত্যেক প্ৰাণীয়ে প্ৰত্যেক প্ৰাণীক ভাল পোৱাটোৱেই ধৰ্মৰ মূল সূত্ৰ।

গুৰুজনাই নিজে বিভিন্ন ঠাইত ভক্তি-আচৰণৰ যি মহৎ উপদেশ দিছে, একমাত্ৰ গীতা শাস্ত্ৰৰ বাহিৰে বাইবেল-কোৰাণ আদি ক'তো এনে উপদেশ পাবলৈ নাই।

"কৃষ্ণৰ চৰণে হৈব যিমতে ভকতি।
শুনা সাৱধানে তাক স্থিৰ কৰি মতি॥
বিষ্ণু ভকতৰ সঙ্গ লৈব প্ৰথমতে।
গুৰু মানি শুশ্ৰূষা কৰিব ভালমতে॥
লৈয়ে উপদেশ মাধৱক আৰাধিব।
যতেক সুকৃতি মানে কৃষ্ণত অৰ্পিব॥
কৃষ্ণ কথা শ্ৰৱণত শুদ্ধ হৈব মন।
সৰ্বদায় কৰিবেক কৃষ্ণৰ কীৰ্ত্তন॥
কৃষ্ণৰ চৰণ চিন্তিবেক হৃদয়ত।
আছন্ত ঈশ্বৰ হৰি সমস্ত ভূতত॥
হেন জানি প্ৰাণাধিক কৰিব সৎকাৰ।
তেৱেসে কৃষ্ণত ৰতি হৈবেক তোমাৰ॥
হৰিৰ সেৱাত কিছু নাহিকে প্ৰয়াস।
আপুনি লৈবন্ত হৰি হৃদয়ত বাস॥
আপুনি জীৱৰ সাক্ষী কৃষ্ণ কৃপাময়।
তাঙ্ক এড়ি সামান্যক সেৱে দুৰাশয়॥
ধন-জন-প্ৰাণ পুত্ৰ যত পৰিবাৰ।
সমস্তে অবস্তু অণু মাত্ৰ নুহি সাৰ॥
হেন অনুমানি মাধৱত কৰা ৰতি।
ইহ পৰলোকে হৰি চৰণেসে গতি॥
নলাগে ভক্তিত দেৱ দ্বিজ ঋষি হুইব।
নলাগে সম্ভৃত শাস্ত্ৰ বিস্তৰ জানিব॥
তপ জপ যজ্ঞ দান সৱে বিড়ম্বন।
কেৱল ভক্তিতে তুষ্ট হোন্ত নাৰায়ণ।
যক্ষ-ৰক্ষ স্ত্ৰী-শূদ্ৰ যত ব্ৰজবাসী।
পক্ষী মৃগ বিষ্ণু ভৈল কৃষ্ণক উপাসি॥

জানি দৈত্য-শিশুসৱ হুয়ো একমতি।
হৰিত কৰিও সৱে একান্ত ভকতি॥
এহি মাত্র মহা পুৰুষাৰ্থ পুৰুষৰ।
শ্ৰৱণ কীৰ্ত্তন কৰিবেক নিৰন্তৰ॥
সমস্ত ভূতত দেখিবেক নাৰায়ণ।
আত পৰে আন ধৰ্ম সৱে বিড়ম্বন॥" প্ৰহ্লাদচৰিত

"বৈকুণ্ঠ বৰ্ণন"ত প্ৰায় একে কথাকে দঢ়াই কৈছে :—

"উদ্ধৱক সম্বোধি মাতন্ত কৃষ্ণে পাছে।
কৰ্মবন্ধ এড়াইবে প্ৰৱন্ধ যাৰ আছে॥
বৈষ্ণৱৰ সঙ্গ সিটো লৈব প্ৰথমত।
মোহোৰ চৰিত্ৰ শুনিবেক ভকতত॥
মোৰ নাম কীৰ্ত্তন কৰিব সৰ্বক্ষণে।
হৃদয়ত মোৰ ৰূপ চিন্তিবে যতনে॥
মোৰ যশ গায়া যিটো কৰে গীত-নৃত্য।
নাহি তাৰ ভয় সিটো ভৈল কৃতকৃত্য॥
শুনিয়ো উদ্ধৱ আৱে ৰহস্য ভকতি।
কৰিবাঁ অভ্যাস তুমি স্থিৰ কৰি মতি
সমস্ত ভূতাতে ব্যাপি আছোঁ মই হৰি।
সৱাক মানিবা তুমি বিষ্ণু বুদ্ধি কৰি॥
ব্ৰাহ্মণৰ চণ্ডালৰ নিৰ্বিচাৰি কুল।
দাতাত চোৰত যেন দৃষ্টি এক তুল॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাহাকেসে পণ্ডিত বুলিয়া সৰ্ব জ্ঞান॥
বিশেষত মনুষ্যগণত যিটো নৰে।
বিষ্ণু-বুদ্ধিভাৱে সৰ্বদায় মান্য কৰে॥
ঈৰষা অসূয়া তিৰস্কাৰ অহঙ্কাৰ।
সৱে নষ্ট হোৱে তেৱে তাৱক্ষণে তাৰ॥

দেখি সখিগণে যোনো হাসে আসি বেঢ়ি।
মই সাধু ইটো চোৰ হেন লজ্জা এড়ি॥
কুকুৰ চণ্ডাল গৰ্দভৰো আত্মা ৰাম।
জানিয়া সবাকো পড়ি কৰিবা প্ৰণাম॥
সমস্ত ভূতত বিষ্ণু বুদ্ধি নোহে যাৱে।
কায়বাক্য মনে অভ্যাসিবাঁ এহিভাৱে॥
বিষ্ণুময় দেখে যিটো সমস্ত জগতে।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে॥
সকল প্ৰাণীক দেখিবেক আত্ম সম।
উপায় মধ্যত ইটো অতি মুখ্যতম॥
মোৰ ইটো ধৰ্মৰ অল্পৰো নাহি হানি।
যিহেতু সাক্ষাতে মই কৈলোঁ তত্ত্ব বাণী।
দাম্ভিক শঠত নকহিবাঁ ইটো তত্ত্ব।
সদা উপদেশ দিবা বৈষ্ণৱ জনত॥
স্ত্ৰী-শূদ্ৰয়ো কৰে যদি আমাত ভকতি।
তাহাত কহিবা ইটো জ্ঞান মহা-মতি॥
আৰু ভক্তি কৰি পঢ়ে যিটো জ্ঞানী লোক।
মহা শুদ্ধ হুয়া জ্ঞানোদ্দীপে দেখে মোক॥”

ব্যৱহাৰিক, মানসিক, নৈতিক আৰু আধ্যাত্মিক চাৰি অনুশীলনৰ বাবে এনেদৰে স্পষ্ট, সম্পূৰ্ণ আৰু সুন্দৰকৈ দিয়া শিক্ষা গীতা-উপনিষদৰ বাহিৰে সচাকৈয়ে কোনো ধৰ্মগ্ৰন্থত পোৱা নহয়। ই চাৰিও বিষয়ৰ প্ৰত্যেকতে শ্ৰেষ্ঠতম, অথচ চাৰিওৰো সমন্বয়তো উত্তম; এই সমন্বয় যি ধৰ্মত নাই তেনে ধৰ্ম অসম্পূৰ্ণ আৰু ত্ৰুটিপূৰ্ণ বুলিব লাগিব। তদুপৰি ই কোনো সাম্প্ৰদায়িক ধৰ্ম নহয়, ই সৰ্বমানৱীয় আৰু বিশ্বজনীন্। সেই বাবেই আমি নিসঙ্কোচে আৰু বুকুত সাহেৰে এই ধৰ্মৰ আচৰণ আটাইৰে বাবে আগবঢ়াব পাৰোঁহঁক।

সৰ্বসাধাৰণ আৰু সংসাৰী জনৰ পক্ষে এয়ে সম্পূৰ্ণ। এই উপদেশৰ দ্বাৰাই উদ্ধৱ যি অৱস্থালৈ উন্নীত হল :

"উদ্ধৱে কৃষ্ণৰ শুনি বাণী। কৃতাঞ্জলি ভৈল মহামানী ॥
মাতিব নোৱাৰি আছা ৰহি। চক্ষুৰ লোতক পৰে বহি ॥
স্নেহত আকুল ভৈল মন। ধৈৰ্য্য ধৰি ভৈলা সন্ধুক্ষণ ॥
আগ বাঢ়ি গৈলা ধীৰে ধীৰে। কৃষ্ণৰ চৰণ ছুই শিৰে ॥
বুলিলা কৰিয়া নমস্কাৰ। গুচাইলা মোহ অন্ধকাৰ ॥
সূৰ্য্যৰ কাষত যিটো থাকে। তাক কি আন্ধাৰে আৰ ঢাকে ॥
কিনো কৃপা ভৃত্যক কৰিলা। বিজ্ঞান-প্ৰদীপ মোক দিলা ॥
প্ৰভু এড়ি তোমাৰ পাৱক। কোন জনে ভজিবে আনক ॥
ছিণ্ডিলা সুদৃঢ় মোহ পাশ। বিষয়ত কৰিলা উদাস ॥
দূৰ ভৈল বান্ধৱৰ স্নেহ। দেখো ভিন্ন আপোনাৰ দেহ ॥"

কিন্তু যিসকলে বানপন্থী বা যতিৰূপে লীনা মুক্তি বিচাৰে, সেইসকলৰ বাবে কৃষ্ণই উদ্ধৱক দিয়া উপদেশ এই :

"নমো নমো যোগেশ্বৰ হৰি। ভৃত্যক শিখায়ো ভাল কৰি ॥
মুক্ত অৱস্থাতো মোৰ মন। নেড়ে যেন তোমাৰ চৰণ ॥
মাধৱে বোলন্ত এহি হোক। বদৰিকাশ্ৰম যায়োক ॥
অলকানন্দক দৰশনে। এড়িবে সমস্তে পাপগণে ॥
পিন্ধিবাহা বাকলি বসন। বন্য ফল কৰিবা ভোজন ॥
থাকিবাহা ইন্দ্ৰিয়ক দমি। হৈবা শান্ত মনক নিয়মি ॥
আমাক স্মৰিবা বাক্য মনে। মোৰ ধৰ্ম কৰিবা যতনে ॥
সংসাৰৰ দোষে হৈবা হীন। তেৱে চিত্ত মোতে যাইব লীন ॥
যিটো জ্ঞান শিখাইলোঁ তোমাক। বিচাৰিয়া অভ্যাসিবাঁ তাক ॥
পাইবা তাৰ অন্নন্তে প্ৰমাণ। এতিক্ষণে এড়া ইটো স্থান ॥
তৰিবা সংসাৰ ইটো ক্লেশ। দিবাহা আনকো উপদেশ ॥"

---

## উনত্ৰিশ

# দৈনন্দিন ভক্তি-ব্যৱহাৰৰ বিচাৰ

বেদৰ জ্ঞান-কাণ্ড তথা উপনিষদবোৰৰ মূল শিক্ষা আত্ম-বিদ্যা বা ব্ৰহ্মবিদ্যাই "পৰা বিদ্যা" বা "বিদ্যা"; চাৰিবেদ আৰু বেদাঙ্গ-বোৰৰ শিক্ষাই "অপৰা বিদ্যা" বা "অবিদ্যা"। ( মুণ্ডক উপনিষদ ), ( ১।১-২ )। যি "বিদ্যা" নহয় সেয়ে "অবিদ্যা," বা যি "পৰা বিদ্যা" নহয় সেয়ে "অপৰা বিদ্যা", এনে ব্যাখ্যা ভুল। প্ৰকৃততে পৰা-অপৰা বা বিদ্যা-অবিদ্যা দুই বিপৰীত বা বিপক্ষ ধৰ্ম বুলিহে বুজিব লাগিব। "বিদ্যায়া অভাৱঃ অবিদ্যা ইতি তু ন অভিপ্ৰেতা।" "বিদ্যা-বিপক্ষঃ ধৰ্মঃ অন্যঃ অবিদ্যামিত্ৰানৃতাদিবৎ।" সেইহে অপৰা বিদ্যাৰ পাৰঙ্গত গৌতম মুনি আৰু তেওঁৰ পুতেক শ্বেতকেতুৱে পৰা বিদ্যাত সম্পূৰ্ণ অজ্ঞতা স্বীকাৰ কৰি পৰাবিদ্যাত নকৈ শিষ্য হৈছিল। পৰা-অপৰা বিদ্যা পুবা-পছিমা হেতুকে অপৰা বিদ্যাৰ পৰা পৰাবিদ্যালৈ যাবৰ উপায় নাই; সেই বাট এৰি তাৰ সম্পূৰ্ণ বিপৰীত মুখে বাট বুলিব লাগিব।

অবিদ্যাজনিত অপৰা বিদ্যাৰ ফল বিনাশী ইন্দ্ৰিয়জনিত সুখ, পাশৱিক ভোগ আৰু তাৰ বাবে স্বৰ্গ-বাঞ্ছা; পুণ্য শেষ হলে স্বৰ্গ-সুখৰ অন্ত পৰি পুনু জন্ম-মৃত্যুৰ ভিতৰেদি দুখ-ক্লেশ চিৰকাল ভোগ কৰিব লগা হয়। গতিকে "ক্লেশৈঃ অনুগতা হি অবিদ্যা।" "নল মৰে গজালি ওপজে"; শাৰীৰিকভাৱে বিবাহাদি সংস্কাৰৰ দ্বাৰা অবিদ্যাই মানুহক চিৰকাল জীয়াই ৰখাৰ ভুৱা দিয়ে। কিন্তু বিদ্যাজনিত পৰা-বিদ্যাৰ অবিনাশী ফলৰূপে মানুহে আত্মাৰ অমৰত্ব উপলব্ধি কৰে সম্পূৰ্ণ ইন্দ্ৰিয়াতীত সুখৰ দ্বাৰা। "অবিদ্যয়া মৃত্যুং তীৰ্ত্বা, বিদ্যয়া-মৃতম্ অশ্নুতে"। ( ঈশোপনিষৎ )

ঐতৰেয় আৰণ্যকৰ মতে ( ২।৩।২, ১-৫ ) আত্ম-প্ৰকাশ, চিন্তা-

শক্তি আৰু "মৰ্ত্যেন অমৃতম্ ঈপ্সা" (মৰণশীল হৈ অমৰত্ব-লাভৰ বাঞ্ছা), এই তিনি প্রমাণৰ দ্বাৰা মানুহ জীৱ-শ্রেষ্ঠ। সৃষ্টিৰ পৰম আৰু চৰম তত্ত্ব ব্রহ্ম বুলি তৈত্তিৰীয় উপনিষদে (২।৮) ঘোষণা কৰিছে; আৰু ঈশোপনিষদেও তাকে দোহাৰিছে, "এতৎ পৰং ব্রহ্ম বেদ, নাতঃ পৰম্ অস্তীতি।" (৬।৭)। সেইহে জনক ৰজাৰ যজ্ঞ-সভাত যেতিয়া বিদুষী গাৰ্গীয়ে 'ব্রহ্মৰ ওপৰত কি' বুলি প্রশ্ন কৰিছিল, তেতিয়া যাজ্ঞবল্ক্যই তেওঁক সতর্ক কৰি দিছিল, "সাৱধান, গাৰ্গী, প্রশ্নৰ বিধি-বিধান লঙ্ঘন নকৰিবা।"

যি হেতুকে কেৱল পৰা-বিদ্যাইহে মানুহক অমৃতৰ সন্ধান দিব পৰা একমাত্র পথ, আৰু যিহেতুকে অপৰা-বিদ্যা ইয়াৰ বিপক্ষ আৰু বিপৰীত; অপৰা-বিদ্যাৰ আগম পন্থাইদি গৈ পৰা-বিদ্যাৰ নিগম পন্থা লাভ কদাপি হব নোৱাৰে, আগমৰ পিতনিত সোমাই পৰিলে নিগমৰ ৰাজবাট লাভ কৰা কেৱল ভুৱা দিয়া কথা। "বিৰক্ত" "অবিৰক্ত" কথা সেইবাবে সাধাৰণমতে অৱান্তৰ, আৰু পৰা-বিদ্যাৰ বট বৃক্ষত অপৰা-বিদ্যাৰ ৰঘুমলা বগাবলৈ দিবৰ অপচেষ্টা। প্রকৃত সুখ-বাঞ্ছাকাৰী জীৱই আগম-ৰূপ অবাটেদি নগৈ নিগমৰ সুবাট লব লাগে, এয়ে মূল কথা।

চাৰি বেদৰ বহু দেৱ-দেৱীৰ সেৱা, সামাজিক অসাম্য আৰু অন্যায় আদিয়েই জয়ে জয়ে উপনিষদৰ ঋষিসকলৰ ভাবুকতাত ইন্ধন যোগায় আৰু পৰা-বিদ্যাৰ জন্ম দিয়ায়। এই পৰা-বিদ্যাত ইয়াৰ বিপক্ষ আৰু বিপৰীত অবিদ্যাজনিত কুসংস্কাৰৰ ঠাই হ'ব কৰ পৰা? সাংসাৰিক কৰ্ত্তব্য কৰিব লাগিব, কিন্তু তাৰ বাবে অবিদ্যাজনিত প্রতিক্রিয়াশীল কৰ্ম কৰিবৰ কোনো হেতু নাই। মানৱ প্রাণৰ চৰম আকাঙ্ক্ষা এই পৰম প্রাৰ্থনাত উপনিষদে ফুটাই তুলিছে—

"অসতো মাং সৎ গময়।
তমসো মাং জ্যোতির্গময়।
মৃত্যোর্মাং অমৃতঙ্গময়।"

ব্ৰহ্মচৰ্য্য আশ্ৰমৰ পাছত শিষ্যৰ প্ৰতি উপনিষদ্ ঋষিৰ শেষ উপদেশত গাৰ্হস্থ্য জীৱনৰ বাবে বিদ্যা এৰি অবিদ্যাৰে উৎকট্ পথ লবৰ কোনো নিৰ্দেশ হব নোৱাৰে। "সত্যম্ বদ। ধৰ্মং চৰ। স্বাধ্যায়ান্ মা প্ৰমদঃ। আচাৰ্য্যায় প্ৰিয়ং ধনং আহৃত্য প্ৰজাতন্তুম্ মা ব্যৱচ্ছেৎসীঃ। সত্যান্ ন প্ৰমদিতব্যম্। কুশলান্ ন প্ৰমদিতব্যম্। ভূত্যায় ন প্ৰমদিতব্যম্। স্বাধ্যায়প্ৰবচনাভ্যাম্ ন প্ৰমদিতব্যম্। দেৱপিতৃকাৰ্য্যাভ্যাম্ ন প্ৰমদিতব্যম্। মাতৃদেৱো ভৱ। পিতৃদেৱো ভৱ। আচাৰ্য্যদেৱো ভৱ। যান্যানৱদ্যানি কৰ্মাণি তানি সেৱিতব্যানি, ন ইতৰাণি।" ( তৈত্তিৰীয় উপনিষদ্, ১।১১ )॥

সৰল পৱিত্ৰ অৰ্থত ইয়াত উৎকট অবিদ্যা আচৰণৰ ঠাই নাই। "ধৰ্মং চৰ" বোলোঁতে অধৰ্ম বা অবিদ্যাজনিত ধৰ্ম আচৰণ কৰিবলৈ কোৱা হব নোৱাৰে। "দেৱপিতৃকাৰ্য্যাভ্যাং" বোলোঁতেও মৃত পিতৃ-মাতৃৰ "কাজ" "দেৱতা" পূজি কৰিবলৈ কোৱা বুলিলে বুদ্ধি-বিপৰ্য্যয়ৰ পৰিচয় দিয়া হয়। "যান্যাৱদ্যানি কৰ্মাণি তানি সেৱিতৱ্যানি, ন ইতৰাণি" বুলি তেনে সন্দেহৰ জইন মাৰিছে ; অবিদ্যাজনিত কৰ্মই "ইতৰ" কৰ্ম সন্দেহ নাই।

অপ অপৰা বা অপবিদ্যাই নীচ উদ্দেশ্যেৰে নিৰ্দেশ কৰা "মৃতকৰ কাৰ্য্য" জীৱিতৰ কৰ্ত্তব্য নহয়। জন্মৰ দ্বাৰাই যদি পিতৃ-মাতৃৰ ঋণ লাগি আছে, তাৰ পৰিশোধৰ সময় তেওঁলোকৰ জীৱনতহে, তেওঁলোকৰ মৃত্যুত হব নোৱাৰে, ই সহজ বোধৰ কথা। এজন শিষ্যই যীশুক কৈছিল, 'প্ৰভু, আগতে মোৰ পিতৃক কবৰ দি আহিবলৈ দিয়ক।' কিন্তু যীশুৱে তেওঁক কলে, 'মোৰ লগত আহাঁ ; কবৰত থকাবোৰে কবৰ দিয়ক।' ( মেথু, ৮।২১-২২ )। আন এসময়ত যীশুৱে কৈছিল, 'তেওঁ মৃতকৰ ঈশ্বৰ নহয়, জীৱিতৰ ঈশ্বৰহে।' ( মাৰ্ক, ১২।২৭ )। নীচ স্বাৰ্থসিদ্ধিৰ বাবে অবিদ্যাৰ বঘুমলা পৰাবিদ্যাৰ বটবৃক্ষত বগোৱাবৰ অপচেষ্টা কৰি বহুতে শাস্ত্ৰৰ দোহাই দিয়ে, ই অন্যায় ; আৰু শাস্ত্ৰৰ শাস্ত্ৰত্বও তাৰ যৌক্তিকতাৰ ওপৰতহে, ভূতৰ মুখত ওলোৱা

ৰাম-নামৰ দৰে আগ-শুৰি নোহোৱা কথাত নহয়। প্ৰকৃত শাস্ত্ৰয়ে তাৰ সঙ্কেত দিছে :

"কেৱলং শাস্ত্ৰমাশ্ৰিত্য ন কৰ্ত্তব্যো বিনিৰ্ণয়ঃ।
যুক্তিহীন-বিচাৰে তু ধৰ্মহানিঃ প্ৰজায়তে॥"
"যুক্তিযুক্তং বচো গ্ৰাহ্যং বালাদপি শুকাদপি।
যুক্তিহীনং বচস্ত্যাজ্যং বৃদ্ধাদপি শুকাদপি॥"

অশৌচ তথা শুচি-সদাচাৰ নিয়ম-পালন জীৱিতৰ বাবে যেতিয়া, স্বাস্থ্য-নীতি আৰু শান্তি-শুদ্ধতা লাভৰ বাবে যেনে উচিত তাক অৱশ্যই কৰিবলগীয়া। নাম-কীৰ্ত্তন আদিত চিত্ত-শুদ্ধি, পৱিত্ৰতা আৰু আনন্দ লাভ আদি সম্পৰ্কিত ; গতিকে তাৰ যুক্তি বুজিবলৈ কঠিন নহয়। তাৰ লগত অপ অপৰা যা অবিদ্যাজনিত আৰু কোনো নীচ স্বাৰ্থজড়িত কুসংস্কাৰ ধৰ্মৰ নামত হলেও সোমাবলৈ দিয়া অন্যায়। গতিকে সমাজে যুক্তি-যুক্ত বোলা সাৰ্বজনীন্ নীতি-নিয়ম এনে অশৌচ-পালনৰ বাবে বান্ধি লোৱা উচিত।

ধৰ্ম-অৰ্থ-কাম প্ৰবৃত্তি-মাৰ্গত সাধন কৰি চতুৰ্থ বৰ্গ মোক্ষ নিবৃত্তি মাৰ্গত সাধন কৰিব, এনে দুষ্ট যুক্তি প্ৰৱঞ্চনামূলক যে সন্দেহ নাই। সংসাৰী বা গৃহস্থী হলে যে মোক্ষাৰ্থী হব নোৱাৰি এনে দুষ্ট তৰ্কও অবিদ্যা-ধৰ্মী কপটীয়া মনৰ যে সিও নিশ্চিত। ৰাজৰ্ষি জনক, মহাপুৰুষ শঙ্কৰদেৱ প্ৰভৃতিৰ জীৱন-আদৰ্শই তেনেবোৰ দুষ্ট যুক্তি-তৰ্কৰ বিষ-ভাণ্ড মথিমূৰ কৰিছে। ভূতৰ মুখত ৰাম-নামৰ দৰেই মাথোন যিবোৰ অবিদ্যা-ধৰ্মী কপটীয়ে শ্ৰীভগৱদ্গীতাৰ "শোলোখ্" মাত্ৰ ভাটৌৰ দৰে মুখস্থ গায় তেওঁলোকৰ উপলব্ধি নহলেও, সজ্জ আৰু জ্ঞানীজনৰ বুজিবলৈ বাকী নাথাকে যে নিৰ্লিপ্ততাই অৰ্থাৎ পদুম পাতৰ দৰে পানীত থাকিও পানীত নিতিতাৰ দৰে সংসাৰত থাকিও সংসাৰী নোহোৱাই গীতাৰ মূল শিক্ষা ; আৰু যি হেতুকে জীয়াই থাকি কৰ্ম ত্যাগ কৰিব নোৱাৰি, সেই হেতুকে কৰ্ম ত্যাগ মানে কৰ্মফল ত্যাগ, এয়েই যে গীতাৰ সন্ন্যাস যোগৰ মৰ্ম তাকো অৱশ্যে

অতি স্থূল বা পাপ-বুদ্ধি নোহোৱা লোকে সুবুজি নাথাকে। প্ৰবৃত্তি-মাৰ্গৰ লোকে সাধাৰণতেই, এজন্মত কিয় বহু জন্ম ধৰিও সেই আঠুৱনীয়া বোকাৰ পৰা উদ্ধাৰ নাপাই চৌৰাশী নৰক ভুঞ্জি মৰাও আচৰিত নহয় :

"শৰীৰ-শৱক মই বোলে চিত্তে।
মনত কৰে পুত্ৰ-ভাৰ্য্যা-বিত্তে ॥
তীৰ্থ বুলি কৰে জলত শুদ্ধি।
প্ৰতিমাত কৰে দেৱতা বুদ্ধি ॥
বৈষ্ণৱত নাই ইসৱ মতি।
গৰুতো অধম কৃষ্ণ বদতি ॥"

ইয়াত স্পষ্টভাৱে স্থূলবুদ্ধিৰ লোকে "অনাত্মা দেহক আত্মা বুদ্ধি" কৰা আৰু অনিত্য বস্তুক নিত্য বোধ কৰা মূৰ্খালিৰ বিৰুদ্ধেহে যুক্তি দিছে ; তাকে সুবুজি যদি কোনোৱে ডিঙিত ছিপ্ লৈ "শৰীৰ-শৱ" ত্যাগ কৰিব খোজে, তাৰ বাবে শঙ্কৰদেৱ দোষী নহয়। গুৰুজনাৰ বাহিৰেও নাৰায়ণ ঠাকুৰ প্ৰভৃতিৰ গৃহী-সন্ন্যাসীৰ আদৰ্শ বা চৰণ-ধূলিয়ে বহুতক তাৰিব পাৰে আজিও ; "মুখে ৰাম-নাম হাতে কৃত কাম", "বুদ্ধিত সমস্ত ত্যজিয়োক, বাহিৰত সঙ্গ দেখায়োক" আদি কথাৰ মৰ্ম বুজিবলৈ অকপট চিত্ত আৰু নিৰ্মল বুদ্ধিৰ প্ৰয়োজন নিশ্চয়।

গুৰুজনাৰ প্ৰৱৰ্ত্তিত প্ৰসঙ্গ-প্ৰণালীয়ে ভক্তি-ধৰ্মৰ দৈনন্দিন ব্যৱহাৰৰ পদ্ধতি দেখুৱায়। "ৰাখে হৰি মাৰে কোন। মাৰে হৰি ৰাখে কোন ॥" "হৰিয়ে নাৰাখিলে জবীয়ে নাৰাখে।" আদি প্ৰৱচন গুৰুজনাৰ প্ৰচাৰিত ভক্তি-ধৰ্মৰ গুণে অসমীয়াৰ হাড়ে-হিমজুৱে সোমাই পৰা কথা। ভক্তি-ধৰ্মৰ আশীৰ্বাদত "পতান ধানেৰে ভৰাল ভৰা, মৰা গৰুৰে গোহালি ভৰা" বা তেনে ধৰণৰ কথা নাই ; "গুৰু-ভকতৰ সেৱা কৰি থাকিবৰ" ভৰষাৰেহে সেৱা জনায়। দুৰ্গা-পূজা পাতি কছিয়া শক্তিশালী হোৱা নাই, লক্ষ্মী-পূজা পাতি আমেৰিকা

ঐশ্বৰ্য্যশালী হোৱা নাই ; লক্ষ্মীৰ পতি আৰু দুৰ্গাৰ পতিৰ অকপট সেৱা কৰিহে মানুহে একো নিবিচাৰিও সকলো পাইছে। অকল ব্যক্তিগতভাৱেই নহয়, জাতিগতভাৱেও নিষ্কাম বৌদ্ধধৰ্ম আৰু বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ ফলত উত্তৰ-বৌদ্ধ আৰু উত্তৰ-গুপ্ত যুগৰ ভাৰতবৰ্ষৰ বুৰঞ্জীত ৰাজনৈতিক আৰু সামাজিক ফালেও জয়-জয় ময়-ময় হৈছিল। বহু-ঈশ্বৰবাদে শক্তিৰ বেমেজালি ঘটায়, আৰু একেশ্বৰ-বাদে শক্তিক কেন্দ্ৰীভূত কৰি অসাধ্য সাধন কৰে ; পৃথিবীৰ অন্যতম শ্ৰেষ্ঠ ধৰ্ম খৃষ্টান আৰু ইছলামলৈ চালেই ইয়াৰ সত্যতাৰ উপলব্ধি হয়।



## ত্রিশ

## শঙ্কৰদেৱৰ সৃষ্টি-তত্ত্ব ব্যাখ্যা

ঈশ্বৰ জীৱ আৰু জগত বা দেহ জীৱাত্মা আৰু পৰমাত্মাৰ পৰস্পৰ সম্পৰ্ক লৈ শঙ্কৰদেৱৰ তত্ত্ব-মূলক কথাবিলাক তেওঁৰ ৰচনাৰ নানান ঠাইত সিচৰতি হৈ আছে; আৰু সেইবোৰ সুচাৰুৰূপে একত্রিত কৰিব পাৰিলেই শঙ্কৰদেৱৰ নিজ অনুভৱৰ মৌলিক ধৰ্মতত্ত্ব সম্পূৰ্ণৰূপে পোৱা হব। দশম পুথিত বৃত্তান্তমূলক কথাৰ মাজতে আমি পাওঁ:

"প্রকৃতি আশ্রয়ী আছে আদি বৃক্ষ
সুখ দুখ দুই ফল।
তিনি গুণ মূল অৰ্থ চাৰি ৰস,
শিপায়ে ইন্দ্রিয় বল॥
ছয় উৰ্ম্মি আত্মা সাত ধাতু ছাল,
শাখায়ে আঠ প্রকৃতি।
দশ বায়ু পাত, ঈশ জীৱ দুই,
পক্ষী থাকে তাত নিতি॥ ৬২।

সংসাৰ আদি বৃক্ষ, প্রকৃতি তাৰ আশ্রয়দাত্রী। সত্ত্ব, ৰজঃ, তমঃ, এই তিনি গুণেই সেই বৃক্ষৰ গুৰি। চকু, কাণ, নাক, জিবা, ছাল, এই পাঁচ জ্ঞানেন্দ্রিয়, আৰু মুখ, হাত, ভৰি, গুহ্য, লিঙ্গ, এই পাঁচ কৰ্মেন্দ্রিয়: মুঠ এই দশেন্দ্রিয় সেই গছৰ শিপা। ধৰ্ম, অৰ্থ, কাম, মোক্ষ, এই চতুৰ্বৰ্গই সেই দহ শিপাই আঁকুহি অনা চাৰি ৰস। শোক, মোহ, জৰা, মৃত্যু, ক্ষুধা, পিপাসা, এই ছয় উৰ্মিয়েই সেই গছৰ আত্মা বা প্রাণ। মেদ, মাংস, অস্থি, মজ্জা, শুক্র, ৰস, শোণিত, এই সাত ধাতু সেই সংসাৰ-গছৰ ছাল। ক্ষিতি (মাটি), অপ্ (পানী), তেজ (অগ্নি),

মৰুৎ ( বায়ু ), ব্যোম্ (আকাশ, ঈথাৰ), আৰু মন, বুদ্ধি, অহঙ্কাৰ, এই আঠটাই সেই গছৰ ডাল। প্ৰাণ, অপান, সমান, উদান, ব্যান, নাগ, কূৰ্ম, বৃকৰ, দেৱদত্ত, ধনঞ্জয়, এই দশ বায়ু সংসাৰ-বৃক্ষৰ পাত-ছোত। সেই গছত লগা দুটি ফল হল সুখ আৰু দুখ, আৰু তাত থকা দুটি পখী হ'ল জীৱাত্মা-পৰমাত্মা। এই দুই পখীৰ বিষয়েই মুণ্ডকোপনিষদত কৈছে,—"দুটি পখী, নলে-গলে লগা, বাহ লয় একেজুপি গছত : এটিয়ে জুতি লয় তাৰ সোৱাদ ফল, ইটিয়ে নাখায় ; চাই থাকে মাথোন।" (৩।১।১১)।

তেন্তে এই সংসাৰ-ৰূপী আদি-বৃক্ষৰ সম্পৰ্কে সততে মনত ৰাখিব লগা দশ অঙ্ক এই : ১। এক পৰম-পুৰুষ, ব্ৰহ্ম ; এক প্ৰকৃতি। ২। দুই ফল, সুখ আৰু দুখ ; দুই পখী, জীৱাত্মা আৰু পৰমাত্মা। ৩। তিনি গুণ : সত্ত্ব, ৰজঃ, তমঃ। ৪। চাৰি ৰস ( চতুৰ্বৰ্গ ) : ধৰ্ম, অৰ্থ, কাম, মোক্ষ। ৫। পাঁচ জ্ঞানেন্দ্ৰিয় : চকু, কাণ, নাক, জিবা, ছাল ; পাঁচ কৰ্মেন্দ্ৰিয় : মুখ, হাত, ভৰি, গুহ্য, লিঙ্গ। ৬। ছয় উৰ্মি : শোক, মোহ, জৰা, মৃত্যু, ক্ষুধা, পিপাসা। ৭। সাত ধাতু : মেদ, মাংস, অস্থি, মজ্জা, শুক্ৰ, ৰস, শোণিত। ৮। আঠটি ডাল : মাটি, পানী, জুই, বায়ু, আকাশ, মন, বুদ্ধি, অহঙ্কাৰ। ৯। নৱ ভক্তি ( আদি-বৃক্ষ উঘালিবৰ উপায় ) : শ্ৰৱণ, কীৰ্ত্তন, অৰ্চন, বন্দন, স্মৰণ, পদসেৱন, দাস্য, সখিত্ব, দেহাৰ্পণ। ১০। দশ বায়ু : প্ৰাণ, অপান, সমান, ব্যান, উদান, নাগ, কূৰ্ম, বৃকৰ, দেৱদত্ত, ধনঞ্জয়।

এই আদি-বৃক্ষৰ উৎপত্তি কিহত কেনেকৈ কিয় হবলৈ পালে ? "যিটো ব্ৰহ্ম নোহে তৰ্ক গোচৰ। নপাৰে বচনে মনে ওচৰ॥" সেই "অবাঙ্ মনস-গোচৰঃ" ব্ৰহ্মৰ ইচ্ছা হ'ল "একোঽহং বহু স্যামি।" "একেশ্বৰে আছোঁ মই আদি নিৰঞ্জন। সৃষ্টি নাহি আমাক যে নকৰে শোভন॥" সেই ইচ্ছাতেই জন্ম হল প্ৰকৃতি দেৱীৰ। ভাগৱত তৃতীয়-চতুৰ্থ স্কন্ধৰ ওপৰত প্ৰতিষ্ঠিত "অনাদি পাতন" গ্ৰন্থত সৃষ্টি-তত্ত্ব আদি সম্পৰ্কে শঙ্কৰদেৱৰ সম্পূৰ্ণ মত তলত দিয়া দৰে পোৱা হয় :

"জড় প্ৰকৃতিত কৰিলন্ত জীৱ দান।
অষ্টগুণে তেজ ষোল গুণে ভৈল প্ৰাণ ॥ ৪৪ ।
ঈশ্বৰ কটাক্ষে দেৱী ভৈলা গৰ্ভৱতী।
প্ৰকৃতিৰ পুত্ৰ ভৈলা মহত্ত্ব উৎপত্তি ॥
মহত্ত্বৰো তিনি পুত্ৰ ভৈলা অনুপাম ॥ ৫২ ।
তামসিক ৰাজস সাত্ত্বিকী অহঙ্কাৰ ॥ ৫৩ ।

তামসত হন্তে শব্দ গুণৰ প্ৰকাশ।
শব্দৰো পুত্ৰ ভৈলা নামত আকাশ ॥
আকাশৰ হন্তে পৰশৰ উৎপতি।
পৰশৰ পুত্ৰ ভৈল বায়ু মহামতি ॥ ৫৪ ।

বায়ু হন্তে ৰূপ নামে পুত্ৰ অৱতাৰ।
ৰূপৰ তনয় ভৈলা অগ্নি চমৎকাৰ ॥
অগনিৰ পুত্ৰ ভৈলা ৰস মহামতি।
ৰসগুণ হন্তে পাছে জল উৎপতি ॥ ৫৫ ।

জলে উৎপতি ভৈলা গন্ধগুণ নাম।
গন্ধ গুণ হন্তে বসুমতী অনুপাম ॥ ৫৬ ।

ৰাজসত হন্তে দশেন্দ্ৰিয় ভৈলা জাত।
দশবিধ নাম ৰাজা কহিবোঁ তোমাত ॥
চক্ষু কৰ্ণ নাসা মুখ চৰ্ম জিহ্বা হাত।
পদ গুহ্য লিঙ্গ এহি দশবো প্ৰখ্যাত ॥ ৫৭ ।

সাত্ত্বিকত হন্তে দশ দেৱ উৎপতি।
বায়ু-বহ্নি বিষ্ণু ইন্দ্ৰ দিশ প্ৰজাপতি ॥
অশ্বিনীকুমাৰ মিত্ৰ আদিত্য বৰুণ।
এহি অধিষ্ঠাতা দশ দেৱ সত্ত্ব গুণ ॥ ৫৮ ।
চক্ষু অধিষ্ঠাতা যে আদিত্য জ্যোতিৰ্ময়।
কৰ্ণ অধিষ্ঠাতা দিশ জানিবা নিশ্চয় ॥

নাসিকাৰ অধিষ্ঠাতা অশ্বিনীকুমাৰ।
বাক্য অধিষ্ঠাতা ভৈলা বায়ু নাম যাৰ ॥ ৫৯।
চর্ম অধিষ্ঠাতা বায়ু ভৈল সত্ত্ব গুণ।
জিহ্বা অধিষ্ঠাতা দেৱ ভৈলন্ত বৰুণ ॥
হস্ত অধিষ্ঠাতা ভৈলা ইন্দ্র সুৰপতি।
পদে বিষ্ণু গুহে মিত্র লিঙ্গে প্ৰজাপতি ॥ ৬০।
হৃদয়ত থাকি কৰে ভাল মন্দ কাম।
একে মন চাৰি ৰূপ শুনা তাৰ নাম ॥
মন বুদ্ধি অহঙ্কাৰ আৰু নাম চিত্ত।
ৰাম ৰাম বুলি সৱে হুয়োক পৱিত্ৰ ॥ ৬১।
মন অধিষ্ঠাতা চন্দ্ৰ শুনা নৃপবৰ।
বুদ্ধি অধিষ্ঠাতা ভৈলা ব্ৰহ্মা সৃষ্টিকৰ ॥
অহঙ্কাৰ অধিষ্ঠাতা ৰুদ্ৰ যাৰ নাম।
চিত্ত অধিষ্ঠাতা বায়ু দেৱ অনুপাম ॥" ৬২।

স্থানান্তৰত এই আদি-বৃক্ষৰ চিত্ৰ দিয়া হৈছে। কুৰি শতিকাৰ বিজ্ঞান-গুৰু আইন্‌ষ্টাইনেও শেষত স্বীকাৰ কৰিবলৈ বাধ্য হল, সৃষ্টিৰ গুৰিত "মন" বোলা বাজিকৰৰে কিবা ভলা-নলা আছে। এই মন আৰু সৃষ্টিৰ বিষয়ে শঙ্কৰদেৱে লিখিছে :

"নানা কর্ম কৰিবাক কৰে আলোচন।
একো কাৰ্য্যে স্থিৰ নোহে তাক বুলি মন ॥ ৬৩।
সঙ্কল্প বিকল্প ধর্ম কৰে আলোচন।
বুদ্ধিমান বুলি তাক জানিবা লক্ষণ।
সমস্তে কর্মক মই কৰোঁ বুলি মানে।
অহঙ্কাৰ বুলি তাক জানিবা আপোনে ॥ ৬৪।
নানা সদ কর্মক কৰয় নিত্য নিত্য।
নিশ্চয়ে জানিবা ৰাজা তাৰ নাম চিত্ত ॥ ৬৫।

## সংসাৰ-ৰূপ আদি বৃক্ষৰ গুৰি-গা আৰু ডাল-পাত




১৫ দেৱ=১৪ সাক্ষী+ ১ ঈশ্বৰ।
১৬ বিকাৰ=১০ ইন্দ্ৰিয়+১ মন +৫ তন্মাত্ৰ।
২৪ তত্ত্ব=১০ ইন্দ্ৰিয়+৫ তন্মাত্ৰ +৫ মহাভূত+১ মন +১ অহাৰ+১ মহত্ত্ব +১ প্ৰকৃতি।

"আক যে মনৰ কথা শুনিয়ো অপেক্ষি।
অকাচিলে নাটক যেন ভিন্ন ৰূপ দেখি ॥ ৬৫ ।
মনৰ কল্পনা মানে সমস্ত সংসাৰ।
জাগন স্বপন নিদ্রা তিনি বৃত্তি তাৰ ॥
আছে মন সমস্ত প্ৰাণীৰ শৰীৰত।
ঈশ্বৰৰ প্ৰতিবিম্ব লাগিছে মনত ॥ ৬৬ ।
তাকে বুলি জীৱ মন-এৰে ভিন্ন দুই।
একে পিণ্ড ভৈল যেৱে লোহা অগ্নি দুই ॥
মনে দুঃখ পাইলে জীৱে বোলে মই পাওঁ।
মনে যৈক যাৱে জীৱে বোলে মই যাওঁ ॥ ৬৭ ।
মনে যিবা কৰে জীৱে বোলে মই কৰোঁ ॥
মনৰ মৰণে জীৱে বোলে মই মৰোঁ ॥
যেন সূৰ্য্য বিম্ব লড়ে জলৰ লগত ॥
জল স্থিত ভৈল বিম্ব থাকে পূৰ্ব্বৱত ॥ ৬৮ ।
মনৰ কৰ্মক যতো মোৰ বুলি মানে।
কৰ্মপাশে বন্দী জীৱ এহিসে নিদানে ॥
আত্মাৰ প্ৰসঙ্গে মন হৱে অচেতন।
মনতেসে আছে ইটো চৈধ্যয় ভুবন ॥ ৬৯ ।
মনে পাপ মনে পুণ্য মনেসে নৰক।
মনেসে কৰিছে ভেদ আপোন পৰক ॥
যতেক ইন্দ্ৰিয়গণ মনৰ অধীন।
মনৰেসে আজ্ঞা পালি থাকে ৰাত্ৰি দিন ॥ ৭০ ।
মনে ওপজয় জানা মনেসে মৰণ।
মনুষ্যৰ মনে বন্ধ মোক্ষৰ কাৰণ ॥
যত দেখা দেৱ ধৰ্ম মনৰ প্ৰবন্ধ।
তাৱে বন্দী থাকে জীৱ নেৰে কৰ্মবন্ধ ॥" ৭১ ।

আইনষ্টাইনৰ ওপৰত কোৱা বিজ্ঞানমূলক ধাৰণা যেনেকৈ

শঙ্কৰদেৱৰ "মনতেসে আছে ইটো চৈধ্যয় ভুবন" উক্তিৰ প্ৰতিধ্বনি যেন লাগে, সপ্তদশ শতিকাৰ ইংৰাজ কবি মিল্টনৰ 'পেৰাডাইজ লষ্ট' কাব্যৰো "Mind is in its own place ; it can make a haven of hell and a hell of heaven" বাক্যও তেনেদৰে "মনে পাপ, মনে পুণ্য, মনেসে নৰক" আদি পদৰ ইংৰাজী ভাঙনি যেন লাগে। সি যি হওক, মানসিক জগতৰ আভাস দিয়াৰ পাছত শঙ্কৰদেৱে ভৌতিক আদি জগতৰ এই বিৱৰণ দিছে :

"গন্ধ গুণ পৰশ শব্দ ৰূপ ৰস।
এঘাৰ ইন্দ্ৰিয় সমে বিকাৰ ষোড়শ ॥৭৫।
পঞ্চভূত প্ৰকৃতি মহত্ত্ব অহঙ্কাৰ।
চৌবিশ তত্ত্বৰ লেখা কৰিবোঁ বিচাৰ ॥৭৬।
কৃষ্ণক কৰিলা স্তুতি পাছে তত্ত্বগণ।
জীৱৰূপে সৱাতো পশিলা নাৰায়ণ ॥
জগতৰ কাৰণ চৌবিশ মহাতত্ত্ব।
ঈশ্বৰ ইচ্ছায়ে পাছে ভৈলা একশত ॥
সৱে মিলি ব্ৰহ্মাণ্ডক কৰিলা নিৰ্মাণ।
বহলে পঞ্চাশ কোটি প্ৰহৰ প্ৰমাণ ॥
এক কোটি সূৰ্য্যে যেন সম্যক প্ৰকাশি।
সুৱৰ্ণৰ ব্ৰহ্মাণ্ড জলত ফুৰে ভাসি ॥
মহাজ্যোতি আবৰিয়া আছে সিটো জল।
জলক আবৰি আছে বায়ু মহাবল ॥
আবৰিয়া বায়ুকো আকাশ অনিৰ্বাৰ।
আকাশকো আবৰিলা মহা অহঙ্কাৰ ॥
বেৰি অহঙ্কাৰকো মহত্ত্ব ৰৈলা পাছে।
মহত্ত্বকো আবৰি প্ৰকৃতি দেৱী আছে ॥
এহি মতে বেঢ়ি আছে সাত আৱৰণে।
পশিলা ভিতৰে তাৰ প্ৰভু নাৰায়ণে ॥···

ঈশ্বৰৰ কটাক্ষে প্ৰকৃতি মনে ভীত।
সাত খণ্ড স্বৰ্গ তৈত কৰিলা নিৰ্মিত ॥
সাত দিব্য পুৰী ইটো অতি অনুপাম। .....
কিন্নৰ সৱৰ বাসা হৈবোক ভূলোক ॥......
গন্ধৰ্ব লোকৰ ভূব লোকে হুইব স্থিতি।
স্বৰ্লোকত ইন্দ্ৰ দশ দিশপাল পতি ॥
মহলোকে ধ্ৰুৱ আৰু হৃদি নাৰায়ণ।
জনলোকে থাকিবন্ত মহামুনিগণ ॥
তপলোকে মহামহা সিদ্ধৰ প্ৰকাশ।
সত্যলোকে হুইব ব্ৰহ্মা দেৱৰ নিবাস ॥
ব্ৰহ্মাৰ ওপৰে হুইব শিৱৰ নিলয়।
হৰৰ ওপৰে বিষ্ণুলোক ৰত্নময় ॥
ভৈল গৃহ সহস্ৰ যোজন পথ যুড়ি।
একে সত্যলোকে তিনি দেৱতাৰ পুৰী ॥
সৱাৰো ওপৰে কৰৈ বৈকুণ্ঠ প্ৰকাশ।
চৈধ্য ভুবনৰ বাজ কৃষ্ণৰ নিবাস ॥"

প্ৰথমত অগ্নি, দ্বিতীয় জল, তৃতীয়ত বায়ু, চতুৰ্থত আকাশ ( ইঠৰ্ ), পঞ্চমত অহঙ্কাৰ, ষষ্ঠত মহত্ত্ব, সপ্তমত প্ৰকৃতি—ব্ৰহ্মাণ্ডৰ এই সপ্ত আৱৰণ। তাৰ পাছত গুৰুজনে সাত পাতাল আৰু সাত পৃথিবীৰ বৰ্ণনা দিছে।

"পাতালৰ সৃষ্টি শুনা আত অনন্তৰ।......
দ্বাদশ হাজাৰ পথ মাজত আকাশ ॥
অতলত ময়ৰ তনয় মহাবল।
পাৰ্বতী সহিতে হৰে লৈলন্ত বিতল ॥
সুতলক পাইলে বলি হৰিভক্তি কৰি।
দ্বাৰত আছন্ত বিষ্ণু কৰে গদা ধৰি ॥
তলাতলে বঞ্চিলন্ত বিশ্বকৰ্মা ময়।
মহাতলে তক্ষক প্ৰভৃতি সৰ্পচয় ॥

ৰসতলে হুইবে দৈত্য দানৱৰ ভাগ।
পাতালৰ বাসুকী প্ৰমুখ্যে যত নাগ॥
ত্ৰিংস হাজাৰৰ পথ তাহাৰ অধত।
আছন্ত অনন্ত কচ্ছপৰ ওপৰত॥
এহিমতে পাতালক অনুক্ৰমে দেখা।
সাত খণ্ড পৃথিবীৰ আৱে লৈয়ো লেখা॥
জম্বু প্লক্ষ কুশ ক্ৰৌঞ্চ শাক যাৰ নাম।
শাল্মলী পুষ্কৰ দ্বীপ অতি অনুপম॥
আছে সাতো দ্বীপ সাগৰৰ চাৰি কাষে।
সাতখান সাগৰে সাতকো বেঢ়ি আছে॥
এহিমতে ত্ৰিজগত কৰিলা নিৰ্ম্মাণ।......

তাৰ পাছত গুৰুজনে দেহ-তত্ত্বৰ বৰ্ণনা দিছে।

## ব্ৰহ্মাণ্ডৰ সপ্ত-পঞ্চ-আদি তত্ত্ব বিৱৰণ

| (ক) সাত তল (পাতাল) | (খ) সাত দ্বীপ (পৃথিবী) | (গ) সাত লোক (স্বৰ্গ) |
|---|---|---|
| ১। অতল (ময় দানৱৰ বাস) | ১। জম্বু দ্বীপ | ১। ভূস্বৰ্গ (কিন্নৰৰ বাস) |
| ২। বিতল (পাৰ্বতী হৰৰ বাস) | ২। প্লক্ষ দ্বীপ | ২। ভূব সৰ্গ (গন্ধৰ্বৰ বাস) |
| ৩। সুতল (বলিৰ বাস) | ৩। কুশ দ্বীপ | ৩। স্বঃ স্বৰ্গ (ইন্দ্ৰ দিশপালৰ বাস) |
| ৪। তলাতল (বিশ্বকৰ্মাৰ বাস) | ৪। ক্ৰৌঞ্চ দ্বীপ | ৪। মহ স্বৰ্গ (ধ্ৰুব আদিৰ বাস) |
| ৫। মহাতল (তক্ষকাদি সৰ্পৰ বাস) | ৫। শাক দ্বীপ | ৫। জনস্বৰ্গ (মহামুনিৰ বাস) |
| ৬। ৰসতল (দৈত্য-দানৱৰ বাস) | ৬। শাল্মলী দ্বীপ | ৬। তপস্বৰ্গ (মহাসিদ্ধৰ বাস) |
| ৭। পাতাল (বাসুকী আদি নাগৰ বাস) | ৭। পুষ্কৰ দ্বীপ | ৭। সত্যস্বৰ্গ (ব্ৰহ্ম, হৰ, বিষ্ণুৰ বাস) |

(ঘ) তিনি নাড়ী—ইড়া, পিঙ্গলা, সুষুম্না।

(ঙ) ছয় চক্ৰৰ স্থান—গুহ্য, লিঙ্গ, নাভি, হৃদি, তালু, ললাট।

(চ) নৱ দুৱাৰ—২ কাণ, ২ নাক, ২ চকু, ১ মুখ, ১ গুহ্য, ১ লিঙ্গ।

(ছ) ৫৬ দল—গুহ্যত ৪+লিঙ্গত ৬+নাভিত ১০+হৃদিত ১৮+তালুত ১৬+ললাটত ২।

(জ) পঞ্চ মহাভূতৰ শৰীৰী গুণ→ ( ৫² ) বা পঞ্চবিংশতি তত্ত্ব।

(১) আকাশ→কাম, ক্রোধ, লোভ, মোহ, লজ্জা।

(২) বায়ু→ধৰা, চলোৱা, পেলোৱা, মেলা, কোঁচোৱা।

(৩) অগ্নি→টোপনি, ভোক, পিয়াহ, ভাগৰ, অলাহ।

(৪) জল→শুক্র, তেজ, মজ্জা, মল, মূত্র।

(৫) পৃথিবী→হাড়, মঙহ, নখ, ছাল, নোম।

"লক্ষণং সৰ্বং দেহমধ্যে ব্যৱস্থিতম্। সাকাৰাশ্চ বিনশ্যন্তি নিৰাকাৰো ন নশ্যতি ॥"—

"দেহৰ মহিমা আৰে শুনিয়ো বেকতে।
ব্ৰহ্মাণ্ডৰ গুণ মানে আছে শৰীৰতে ॥ ১৯৯।
সমস্তে চৌবিশ তত্ত্ব কৰিলা নিৰ্মাণ।
আপোনাৰ ছয়ান্নবৈ আঙ্গুল প্ৰমাণ ॥
পিঠিৰ মধ্যত মেৰু মণ্ডল প্ৰকাশ।
উৰ্দ্ধে সূৰ্য্য অধে চন্দ্ৰ বায়ুৰ নিবাস ॥ ২০০।
ষোল ষোল গোটা অস্থি পাঞ্জৰত তাৰ।
অধে উৰ্দ্ধে আছে তাৰ নৱ খান দ্বাৰ।
দুই কাণ দুই নাক দুই চক্ষু লেখা।
মুখ-এৰে ওপৰত সাতখান দেখা ॥ ২০১।
অধে গুহ্য লিঙ্গ এই নৱ খান দ্বাৰ।
আছে আৰু নাড়ী তাত বাত্তৰী হাজাৰ ॥
তাহাতো সঞ্চৰি ফুৰে প্ৰাণ-বায়ু দশ।
মাথা কেশ পৰ্য্যন্ত চলন্ত অন্ন-ৰস ॥ ২০২।

পৰম তৃপিত হোৱে ইন্দ্ৰিয় সকল।
বাঢ়ি যায় শৰীৰত আতি তেজ-বল॥
নাড়ীৰ মধ্যত তিনি নাড়ী অনুপাম।
সুষুম্না পিঙ্গলা ইড়া নাড়ী যাৰ নাম॥ ২০৩।

সুষুম্না উত্তম আতি তিনিৰো মধ্যত।
যিটো ব্যাপি আছে গৈয়া সূৰ্য্য মণ্ডলত॥
ছয় স্থানে ছয় চক্ৰ আছে শৰীৰত।
গুহ্য লিঙ্গ নাভি হৃদি তালু ললাটত॥ ২০৪।

চাৰি দল ছয় দল নাভি দশ দল।
আছে অষ্টাদশ পদ্ম হৃদয়-কমল।
তালুত ষোড়শ ললাটত দল দুই।
যোগ শাস্ত্ৰ মতে ছয় চক্ৰ এহি হুই॥ ২০৫।

আছা পৰমাত্মা ৰূপ হৃদয়-কমলে।
শুভাশুভ জীৱক ভুঞ্জাস্ত কৰ্মফলে॥
শুনিয়োক আৱে মধ্য দেহ যিটো স্থান।
শৰীৰতে বিচাৰিয়া লৈয়োক প্ৰমাণ॥ ২০৬।

গুহ্য স্থান হস্তে দুই আঙ্গুল ওপৰে।
অণ্ডকোষ হস্তে দুই আঙ্গুলত পৰে॥
তাকে বুলি মধ্য দেহ অগ্নিৰ নিবাস।
তপ্ত জম্বু নদী যেন সোণাৰ প্ৰকাশ॥ ২০৭।

কোন কোন দশ বায়ু আছে শৰীৰত।
তাহাৰ শুনিয়ো নাম কৰিবোঁ বেকত॥
অধে উৰ্দ্ধে সঞ্চাৰিয়া ফুৰে স্থানে স্থান।
পান অপান ব্যান সমান উদান॥ ২০৮।

নাগ কূৰ্ম কৃকৰ বায়ুৰ অনুপাম।
দেৱদত্ত ধনঞ্জয় এহি দশ নাম॥

সুষুম্না আছয় মেৰু-মজ্জাৰ ভিতৰে।
যাত বায়ু পশিলে অমৰ হোৱে নৰে॥ ২০৯।
তাহাৰ মুখত ঢাকি আছে কুণ্ডলিনী।
মায়াৰ শকতি যেন দেখিয়া সৰ্পিনী॥
অপান বায়ুক সিটো ৰমে যোগবলে।
অগ্নিৰ তাপত শক্তি ওপৰক চলে॥ ২১০।
সুষুম্নাত তেৱে গৈয়া প্ৰবেশি পৱন।
শুনা শৰীৰত আছে যত দেৱগণ॥
মন আদি চৈধ্য ইন্দ্ৰিয়ৰ অধিষ্ঠাতা।
ভিন্নে ভিন্নে আছে তাত চৈধ্যয় দেৱতা॥ ২১১।
আঁখিত আদিত্য নাকে অশ্বিনীকুমাৰ।
জিহ্বাত বৰুণ বাক্যে বহ্নিৰ সঞ্চাৰ॥
কৰ্ণে দিশ চৰ্মে বায়ু ভুজে ইন্দ্ৰ স্থিতি।
পদে বিষ্ণু গুহ্যে মিত্ৰ লিঙ্গে প্ৰজাপতি॥ ২১২।
চিত্তে বাসুদেৱ অহঙ্কাৰে ৰুদ্ৰ স্থিত।
মনত চন্দ্ৰমা বিধি আছন্ত বুদ্ধিত॥
এহি চৈধ্য দেৱ পুণ্য পাতকৰ সাক্ষী।
ঈশ্বৰ পুৰুষ হৃদয়ত আছা দেখি॥ ২১৩।
মূঢ়জনে বোলে মোক নেদেখিলে কেৱ।
হৃদয়ত দেখি আছে পঞ্চদশ দেৱ॥ ২১৪।

সহজযান ধৰ্মমতে "পদ্মেকং নিৰ্মাণচক্ৰং চতুঃষষ্ঠী দলযুক্তম্।" শঙ্কৰদেৱৰ মতে শৰীৰৰ ছয় চক্ৰৰ ৫৬ দলহে যোগশাস্ত্ৰ-সম্মত। সহজযানৰ মতে চৌষষ্ঠী দলভুক্ত সেই পদুমৰ ওপৰত নৈৰাত্মাৰূপিনীৰ ( নিৰ্ব্বাণ ) নৃত্য ; শঙ্কৰদেৱৰ মতে জীৱৰ হৃদয়-কমলত পৰমাত্মাৰ স্থিতি। সহজযানমতে নৰৰ বাঁও নাকৰ বিন্ধায়দি চন্দ্ৰ স্বভাৱ বা গ্ৰাহক ভাৱে ললনা নাড়ী, দুইবো মাজত থকা গ্ৰাহক-গ্ৰাহ্য ভাব-বৰ্জিত অৱধূতী নাড়ী বত্ৰিশ নাড়ীৰ ভিতৰত প্ৰধানা। শঙ্কৰদেৱৰ

মতে পিঠিৰ মাজত থকা মেৰু-মণ্ডলৰ উৰ্দ্ধে সূৰ্য্য বায়ু আৰু অধে চন্দ্ৰ বায়ুৰ নিবাস ; আৰু মুঠ নাড়ীৰ সংখ 72000 হলেও ঘাই তিনি নাড়ীৰ ভিতৰত সূৰ্য্য মণ্ডললৈকে ব্যাপি থকা সুষুম্না নাড়ী উত্তমা। শঙ্কৰদেৱৰ সমৰ্থিত যোগশাস্ত্ৰ মতে মেৰু-মজ্জাৰ ভিতৰেদি যোৱা সুষুম্না নাড়ীত বায়ু প্ৰবেশ কৰিলে মানুহ অজৰ-অমৰ হব পাৰে।

সহজযান মতে "ললনা প্ৰজ্ঞা স্বভাৱেন ৰসনোপা সংস্থিতা। অৱধূতী মধ্যদেশে তু গ্ৰাহ্যগ্ৰাহক বৰ্জিতা॥" এই ললনা নাড়ী স্বৰূপা গঙ্গা আৰু ৰসনা নাড়ী ৰূপা যমুনাৰ মাজত অৱধূতী নাৰীৰ সহায়েদি নৈৰাত্মাৰূপিনীক লাভ কৰিব পাৰি। লুইপাদৰ এটি দোহাত কৈছে—কায়া বৃক্ষ, পঞ্চ কৰ্মেন্দ্ৰিয় তাৰ ডাল ; চঞ্চল চিত্তৰ ভিতৰেদি কাল সোমায়, কিন্তু চিত্ত দৃঢ় কৰিলে মহাসুখ লভিব পাৰি। কাহ্নু পাদৰ দোহাত কৈছে—মন তৰু, পঞ্চ জ্ঞানেন্দ্ৰিয় তাৰ ডাল, আশা বহল পাত, বাসনা ফল ; বজ্ৰযানী গুৰুৰ শিক্ষা স্বৰূপ কুঠাৰেৰে এনেভাৱে তাক কাটিব লাগিব যেন সি আৰু গজিব নোৱাৰে।" "অবিস্থিতস্য চন্দ্ৰস্য চলনে কৰ্ত্ৰ্কৰ্ত্তৃতে। ন সত্যে নানৃতে যদ্বৎ তদ্বৎ কালস্য সৃষ্টিঃ॥" শঙ্কৰদেৱে তাকেই কৈছে, "মনতেসে আছে ইটো চৈধ্যয় ভুবন।" গতিকে সংসাৰ-বৃক্ষ ছেদনৰ দ্বাৰা ঈশ্বৰ-লাভৰ সহজ বাট—"যাৰ মনে লৈল এক শৰণ কৃষ্ণত। অপ্ৰয়াসে পাৱে মোক্ষ সি সি সংসাৰত।" "ন জায়তে ম্ৰিয়তে কিঞ্চিদত্ৰ জগত্ৰয়ে। ন চ ভাব বিকাৰাণাং সত্তা কৃচ ন বিদ্যতে॥" (যোগাবশিষ্ঠ)।

২১ ক্ৰমাঙ্কৰ বৌদ্ধ দোহাত কৈছে ; আন্ধাৰ ৰাতি যেনেকৈ নিগনিয়ে ইচ্ছামত ফুৰি মিঠা বস্তু নষ্ট কৰে, সেইদৰে জ্ঞানালোক নোহোৱালৈকে ( অবিদ্যা থাকে মানে ) চঞ্চল চিত্তই ৰূপাদি বিষয়ত ফুৰি বোধি-চিত্তৰ পৰা ওপজা স্বাভাৱিক অমৃত-ধাৰা বিনষ্ট কৰে। ২৩ ক্ৰমাঙ্কৰ দোহাত ভুসুক পাদে কৈছে, তুমি চিকাৰলৈ ওলালে

( জ্ঞানেন্দ্ৰিয় ) পাঁচজনক আগতে বধ কৰিবাঁ, আৰু এক-চিত্ত হৈ ( মহাসুখ ) সহজ নলিনী-বনত সোমাবাঁ। জানিবাঁ, চিত্তৰ জাগ্ৰত অৱস্থাই প্ৰভাত ; চিত্ত-বৃত্তিৰ লয়-প্ৰাপ্তি হলেই প্ৰজ্ঞা-ৰজনীৰ উদ্ভৱ।—

"সৃষ্টি স্থিতি লয় মাধৱৰ মোক্ষ লীল
কৃষ্ণৰ কিঙ্কৰে পদ শঙ্কৰে ৰচিলা ॥ ৫।
মহা ভাগৱত পদ অমৃত সাক্ষাৎ।
বামন পুৰাণ কিছু মিশ্ৰ দিলোঁ তাত ॥ ৬।
তৃতীয় স্কন্ধৰ মহা ভাগৱত পদ।...
যেন মতে ভৈল ইটো অনাদি পাতন ॥" ৭।

মহা প্ৰলয়ৰ কালত কি হৈছিল শঙ্কৰদেৱে সুন্দৰকৈ বৰ্ণাইছে :

"মহা বায়ু লীন গৈল মহা আকাশত।
আকাশো পশিল অহঙ্কাৰৰ গৰ্ভত ॥ ৩৬।
মহত্ত্ব তত্ত্বত লীন গৈল অহঙ্কাৰ।
মহাতত্ত্বো পশিল প্ৰকৃতি পুনৰ্বাৰ ॥
মহা প্ৰকৃতিও পুৰুষতে গৈলা লীন।
নাথাকিল আন একো পুৰুষত ভিন্ ॥ ৩৭।
নাই জল নাই স্থল নাহিক আকাশ।
নাই মহা বায়ু চন্দ্ৰ সূৰ্য্যৰ প্ৰকাশ ॥
নাই শীত উষ্ণ ঋতু নাই ৰাত্ৰি-দিন।
সমস্ত সংসাৰ গৈলা ঈশ্বৰত লীন ॥ ৩৮।
জগতৰ জীৱ উদৰত কৰি বাস।
কেৱলে ঈশ্বৰ কৃষ্ণৰ কৰন্ত প্ৰকাশ ॥" ৩৯।

"অনাদিপাতন"ৰ শেষ কথা এয়ে, প্ৰকৃতি তথা মায়াৰ ত্ৰিগুণৰ বাবেই এই জটিলৰো জটিল ৰূপে সৃষ্টিৰ উৎপত্তি হল ; তথাপি "যাৰ মন লৈল এক শৰণ কৃষ্ণত। অপ্ৰয়াসে পাৱে মোক্ষ সিসে সংসাৰত ॥"

---

# ॥ যুগনায়ক শঙ্কৰদেৱ ॥

## ● চতুৰ্থ পুথি ●

## সমাজ-সংগঠনত শঙ্কৰদেৱ

---

বিষয়-সূচী

## একত্রিশ

# অৱতাৰবাদ আৰু প্ৰাক্-শঙ্কৰী অসম

ভাৰতবৰ্ষৰ সৰহখিনি হিন্দুৱেই অৱতাৰবাদী। অসমৰো সকলো হিন্দুৱেই অৱতাৰ মানে শ্ৰীশঙ্কৰদেৱৰ ঈশ্বৰ অৱতাৰ, এইটোৱেই সৰহভাগ অসমীয়াৰ ডাঠ বিশ্বাস। সেইদেখি আন নহলেও বছৰৰ মূৰত এদিন ঈশ্বৰ-পুৰুষৰ তিৰোভাৱ তিথি বুলি প্ৰায় সকলো অসমীয়াই গাঁৱে গাঁৱে গোটখাই হাল-বন খতি কৰি এখনি শৰাই আৰু এভাগি নৈবেদ্য তেওঁৰ চৰণলৈ আগবঢ়াই মহাপুৰুষৰ গুণানুকীৰ্ত্তন কৰি মূৰ দোঁৱায়। তেওঁৰ ৰচিত কীৰ্ত্তন দশম আদি পুথি অসমীয়াই বেদৰ তুল্য পৱিত্ৰ জ্ঞান কৰে আৰু নামৰ আগত থাপনা পাতে।

পাছে অৱতাৰবাদ অকল অসমীয়া বা ভাৰতীয়ৰে বাপতি-সাহোন নহয়; সদৌ ধৰ্ম্ম-জগতত ই সৰ্ব্ববাদীসম্মত। সত্যৰ বীজ যদিও অব্যৰ্থ, সংসাৰৰ কটুৰ মাটিত পৰি সদায় ই নিজ ইচ্ছামতে গজিব বা গজি গা কৰিব নোৱাৰে। এই মাটিৰ স্বভাৱেই এনে যে যি গুটিয়েই ইয়াত পৰক, তাকে ই ইয়াৰ নিজ গুণ দি মোলাই লবলৈ বিচাৰে। সেইদেখি কেতিয়াবা অমৃত গছতো বিহ-ফল লগা একো ন কথা নহয়। গতিকে মাজে মাজে সত্যক ন-নকৈ প্ৰৱৰ্ত্তিত আৰু স্থাপিত কৰি থাকিবৰ আৱশ্যক হয়। ইংৰাজ কবি টেনিছনেও এই মৰ্ম্মে কৈছে,—'পুৰণি নিয়মে নতুনক ঠাই এৰি দিয়ে আৰু ঈশ্বৰে অনেক উপায়ে নিজ ইচ্ছা পূৰণ কৰে; কিয়নো সেয়ে নহলে এটা ভাল নিয়মেই জানোবা কালত এই সংসাৰখন কলুষিত কৰিবগৈ।' (পাছিং অব্ আৰ্থৰ)।

অসত্যৰ তাপত সত্যই যেতিয়া সত্ৰ এৰি পলায়, তেতিয়া সত্যক আকৌ নিজ আসনত থাপি থোৱা গুদা-গুদি কথা নহয়; এই কাৰ্য্যত

অতুল ধৈৰ্য্য আৰু অনুপম স্বাৰ্থত্যাগ আছি দেখা দিয়ে। ইপিনে আকৌ অসত্যৰ আমোলত মানুহৰ সেই মহৎ গুণবিলাক ক্ৰমে লোপ পাই আহে আৰু সত্যৰ পুনৰ্প্ৰতিষ্ঠাৰ সময়ত সেই ওখ গুণবোৰৰ ওচৰ চাপিলে তুলনাত নিজক খিহিৰা-লগা বা মুজুৰা যেন লাগে; আৰু সেই নতুন শক্তিৰ অৰুণোদয়ৰ আগত পুৰতী নিশাৰ ভোটা তৰাবোৰে সদায় জঁই পৰি আত্ম-সমৰ্পণ কৰে। এইখিনিতেই অৱতাৰবাদৰ অৱতাৰণা। অসত্যৰ আমোলতো সত্যৰ ৰাম-ৰাজ্যৰ কথা মানুহৰ মনৰ পৰা একেবাৰে মচ নাযায় বা অসত্যৰ ৰাজ্যতো সত্যৰ ফলীয়া অনেক লোক ৰৈ যায়; আৰু অসত্য আঁতৰি গলেই সত্যক এওঁলোকে হাতত লৈ থকা জয়-মালা পিন্ধাই ন-কৈ বৰণ কৰে। এনে সত্যৰ ন থাপনাকাৰী লোকৰে মাহাত্ম্য দেখি জন-সাধাৰণে সেই শক্তিক দেৱশক্তি আৰু তেনে পুৰুষক ঈশ্বৰ-প্ৰেৰিত পয়গম্বৰ বা মহাপুৰুষ বুলি মূৰ দোঁৱায়।

কিন্তু দেখা যায় এনে মহাপুৰুষসকলৰ জীৱনত অতি-মানৱতা আৰোপ কৰাৰ লগে লগে তেওঁলোকৰ বিশেষ মানৱত্বৰ মূল কথালৈ আমাৰ দৃষ্টি ক্ৰমাৎ খীণ হৈ আহে। এই কথা কোনেও নুই-নাই নকৰিব যে সংসাৰত আদৰ্শনীয় লোকসকলৰ জীৱনৰ 'অমানৱী' বোলা বিষয়বোৰতকৈ তেওঁলোকৰ দিনেকীয়া জীৱনৰ কৰ্ম্মপন্থা উদ্দেশ্য আদিহে আমাৰ মনোযোগ-আকৰ্ষণৰ বিশেষ অধিকাৰী আৰু তাৰ পোহৰতহে আন্ধাৰ বাটৰ বাটৰুৱা সংসাৰৰ লোকে ঢুখোজ আগবাঢ়ি যাবলৈ বল পাব পাৰে। শ্ৰীশঙ্কৰদেৱ যে ঈশ্বৰ অৱতাৰ এই সত্য মানি লোৱা হওক; শ্ৰীৰামচন্দ্ৰও এনে এক বিশেষ অৱতাৰ আছিল; কিন্তু তেওঁলোকে মানুহ জনম ধৰি সকলোখিনি কাম মানুহৰ দৰেহে আচৰণ কৰি গৈছে। নকৰিবই বা কিয়? ঈশ্বৰ হলেও যদি তেওঁ মানুহ শৰীৰ ধাৰণ কৰিছে, তেনেহলে মানুহৰ দৰে আচৰণ নকৰিলে যে গোটেই কথাটো মূলতে বিশ্বৰীয়া হ'ব!

কিন্তু এইসকল মানুহ স্বৰূপেও অতি ওখ, অতি পূত; আৰু

এনে আদৰ্শ দেখুওৱাটো ঈশ্বৰৰ ইচ্ছা বুলিয়েই আমি জানো। গীতাতো কৰ্ম্মযোগত শ্ৰীকৃষ্ণৰ মুখত এনে বাণীয়েই নিঃসৃত হৈছে—

"ন মে পাৰ্থাস্তি কৰ্ত্তব্যং ত্ৰিষু লোকেষু কিঞ্চন।
নানাবাপ্তমবাপ্তব্যং বৰ্ত্ত এব চ কৰ্ম্মণি ॥ ২২।
যদি হ্যহং ন বৰ্ত্তেয়ং জাতু কৰ্ম্মণ্যতন্দ্ৰিতঃ।
মম বৰ্ত্মানুবৰ্ত্তন্তে মনুষ্যাঃ পাৰ্থ সৰ্ব্বশঃ ॥ ২৩।
উৎসীদেয়ুৰিমে লোকা ন কুৰ্য্যাং কৰ্ম্মচেদহম।
সঙ্কৰস্য চ কৰ্ত্তা স্যামুপহন্যামিমাঃ প্ৰজাঃ ॥ ২৪।

তদুপৰি আদৰ্শত মানৱত্বৰ পৰা দেৱত্বৰ পাৰ্থক্য নিচেই তাকৰ; এনে লোকসকল দেৱত্ব আৰু মানৱত্বৰ দোমোজা বা সন্ধিস্থলত বুলিব পাৰি। ইংৰাজ কবি টেনিছনে কবৰ দৰে এওঁলোক 'মানৱী আৰু ঐশ্বৰিকৰ সঙ্গমত অতি ওখ আৰু অতি পাৱিত্ৰ মানৱতা'। শ্ৰীশঙ্কৰদেৱ ঈশ্বৰ অৱতাৰ হলেও স্বৰূপাৰ্থত মানুহেই; গতিকে মানৱৰূপে তেওঁলোক সাধাৰণৰ হিতৰ অৰ্থে কি কৰি গ'ল সেয়ে সম্প্ৰতি আমাৰ বিচাৰৰ বিষয় নিশ্চয়। জগতৰ বুৰঞ্জীত ওপৰে ওপৰে চকু ফুৰাই গ'লেও এই কথা চকুত নপৰি নোৱাৰে যে মহাপুৰুষ-সকলৰ জন্ম লোক-হিতৰ অৰ্থেই আৰু গীতাত তাকে স্পষ্টকৈ কোৱা হৈছে—

"পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্ম্ম-সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে ॥"

ইংৰাজ কবি ব্লে'কে কবৰ দৰে 'সকল যুগ সমান, কিন্তু প্ৰতিভাশালী পুৰুষসকল তেওঁলোকৰ যুগৰ ওপৰত।' আকৌ, এখন দেশৰ বুৰঞ্জী সেই দেশৰ ডাঙৰ মানুহসকলৰ জীৱনীৰ বাহিৰে একো নহয়। শ্ৰীশঙ্কৰদেৱৰ প্ৰতিভাৰ মহত্ত্ব বুজিবলৈ হলে সেই যুগৰ অসমীয়া সমাজৰ প্ৰকৃত অৱস্থা কি আছিল, তাক এবাৰ ভালকৈ জনা উচিত। দুৰ্ভাগ্যক্ৰমে দুই এজন মুছলমান বুৰঞ্জী-লেখকৰ

বিৱৰণ, দুই চাৰিখন তামৰ ফলি আৰু চৰিত পুথিৰ বাহিৰে শঙ্কৰদেৱৰ আগৰ বা তেওঁৰ সময়ৰ অসমীয়া সমাজৰ ওপৰত পোহৰ পেলোৱা একো উপায় নাই। কামৰূপ শাসনাৱলীৰ প্ৰশস্তিবোৰৰ পৰা নৱমৰ পৰা একাদশ শতিকালৈকে এই দেশত শৈৱ ধৰ্ম্মৰ প্ৰাধান্য, আৰু একাদশ শতিকাৰ শেষ ছোৱাত শিৱৰ লগতে দুৰ্গা, ধৰিত্ৰী, আৰু মহাবৰাহৰ উল্লেখ আৰু দ্বাদশ শতিকাৰ তামৰ ফলিত অকল বৰাহৰূপী নাৰায়ণৰ স্তুতিৰ পৰা ক্ৰমে বিষ্ণু-পূজাৰ উন্মেষ হোৱা গম ধৰিব পাৰি। তদুপৰি ভাৰতবৰ্ষৰ ৫১ খন পীঠৰ ভিতৰত এখন প্ৰধান শক্তিপীঠ কামাখ্যাক বুকুত লৈ অসম যে অতীজৰ পৰা এখন শক্তি-পূজা-প্ৰধান দেশ আছিল তাত সন্দেহ নাই। ন শতিকাত শঙ্কৰাচাৰ্য্য এই দেশলৈ আহিও ইয়াত তেওঁৰ প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিছিল: নৰকাসুৰেই পুৰণি প্ৰাগ্‌জ্যোতিষৰ প্ৰথম আৰ্য ৰজা বুলি জনা যায়, আৰু কালিকা পুৰাণৰ মতে এওঁ কামাখ্যা-উপাসক আছিল। নৰকাসুৰৰ উভতি শেষত ইমান বাঢ়িছিলগৈ যে তেওঁ কামাখ্যা গোসানীক বিয়া কৰাবলৈ উদ্যত হৈছিল আৰু গোসানীও হেনো সেই প্ৰস্তাৱত মান্তি হবলৈ বাধ্য হৈছিল; শেষত নানা চল-চেলুৰেহে কামাখ্যাই এই আপদৰ হাত সাৰিব পাৰিছিল।

ত্ৰয়োদশ শতিকাৰ আগভাগত আহোম আক্ৰমণকাৰীবিলাক অসম সোমাওঁতে চুটিয়া আৰু বাৰভূঞা এই দুই শক্তি-উপাসক ৰাজ-শক্তিৰ লগত ভেটা-ভেটি হয়। ভূঞাবিলাক এনে ঘোৰ দেৱী-উপাসক আছিল যে শঙ্কৰদেৱৰ এজন পূৰ্ব্বপুৰুষে দেৱীদাস নাম লৈছিল। চুটিয়াবিলাক এগৰাকী "কেচাইখাঁতী" গোসানীক পূজা কৰিছিল। তেওঁলোকে যে গোসানীৰ আগত নৰবলি দিছিল উক্ত নামেই তাৰ প্ৰমাণ। কামাখ্যা মন্দিৰ ন-কৈ সজাওঁতে আৰু হাজোৰ হয়গ্ৰীৱ মাধৱৰ মণিকূট ন-কৈ থাপনা কৰাওঁতে নৰ-বলি দিয়াৰ নিচিনা লোমহৰ্ষক কাহিনী ঘটা বুলি জনা যায়; প্ৰথম কোচ ৰজা বিশ্বসিংহ ১৫১৫ খৃঃ-ত ৰাজপাটত উঠিয়ে কামাখ্যা মন্দিৰ ন-কৈ সজাবলৈ লয় আৰু কনৌজ

কাশী আদিৰ পৰা বামুণ অনাই শক্তি-পূজাক এক নতুন গতি-শক্তি দান কৰে। তেওঁৰ পাছত তেওঁৰ পুতেক নৰনাৰায়ণ ৰজায়ো পোনতে শক্তি-পূজাৰ বিস্তাৰৰ বাবে বিশেষ যত্ন কৰে আৰু কালাপাহাৰে ভাঙি যোৱাৰ পাছত কামাখ্যা মন্দিৰ এৱেঁই বতাই দিয়াই পূজা-পাতল চলাবলৈ আন দেশৰ পৰা বামুণ অনাইছিল। ছাৰ এড্ৱাৰ্ড গেইটে তেওঁৰ অসম বুৰঞ্জীত ভোগী' বুলি এশ্ৰেণী লোকৰ উল্লেখ কৰিছে; আৰু ইহঁতে নিজ ইচ্ছামতে গোসানীৰ আগত বলি হবলৈ গাত লোৱা সময়ৰে পৰা যেই সেই তিৰুতাৰ সতীত্ব নষ্ট কৰিবলৈ অধিকাৰ পাইছিল। তান্ত্ৰিক শক্তি-পূজাই এইদৰে দিনক দিনে বৰণ সলাবলৈ ধৰি এক জঘন্য ৰক্ত পিপাসু ধৰ্ম্মত পৰিণত হৈছিল। এই তান্ত্ৰিক উপাসনা-পদ্ধতিৰ পৰা আগবাঢ়ি ভৌতিক আৰু ঐন্দ্ৰজালিক বিদ্যা আৰু গৰ্ভৱতী তিৰুতাৰ গৰ্ভ ছিৰি ভ্ৰূণ পৰীক্ষা কৰা আদি বীভচ্ কামো চলিছিল বুলি জনা যায়। মুছলমান আইন-ই-আকবৰি আদি পুথিত সেই কালৰ অসমীয়া সমাজৰ অনেক ব্যভিচাৰী ৰীতিৰ উল্লেখ পোৱা হয়। এনেবোৰেই গীতাত উল্লেখ কৰা ধৰ্ম্মৰ গ্লানি আৰু অধৰ্ম্মৰ অভ্যুত্থান, আৰু এইবোৰকে দূৰ কৰি ধৰ্ম্মৰ পবিত্ৰ জেউতি দেখুওৱাই অৱতাৰী পুৰুষৰ কাম।

গৌতম বুদ্ধৰ নিৰ্ম্মল অহিংসা ধৰ্ম্ম প্ৰায় আছিয়াতে বিয়পি পৰিছিল যদিও, তেওঁৰ নিজ জন্মস্থান কৰ্ম্মস্থান ভাৰতবৰ্ষত সি অতি সৰহকাল শুদ্ধভাৱে থাকিবলৈ নাপালে। খৃষ্টীয় নৱম শতিকাত শঙ্কৰাচাৰ্য্যই হিন্দু ধৰ্ম্মৰ প্ৰাধান্য পুনৰ্প্ৰতিষ্ঠিত কৰিবলৈ যত্ন কৰা কালত কামৰূপত বৈদিক পণ্ডিত কুমাৰিলা ভট্টৰ দৰে তান্ত্ৰিক আৰু বৌদ্ধ পণ্ডিতৰ নাম জ্বলি আছিল। শঙ্কৰাচাৰ্য্যৰ আন্দোলনৰ ফলত বৌদ্ধ ধৰ্ম্ম দেখাত লুপ্তপ্ৰায় হয় সঁচা, কিন্তু এখন দাপোণ ভাগি শতখন হোৱাৰ দৰে সি মহাযান, হীনযান, কালচক্ৰযান, সহজযান, বৌদ্ধ তান্ত্ৰিক আদি নানা ধৰ্ম্ম-সম্প্ৰদায়ত বিভক্ত হয়, আৰু এওঁলোকৰ ভিতৰত তান্ত্ৰিক ক্ৰিয়া আৰু শক্তি-উপাসনা আদি

সোমোৱাত তেওঁলোকৰ যোগেদি দেশত নানান আচাৰ প্ৰবৰ্ত্তিত হ'ল। এইবোৰ সম্প্ৰদায়ৰ ভিতৰত বজ্ৰযান অসমত প্ৰধান; আৰু 'সাধনমালা', 'গুহ্যসমাজ' আৰু 'গুহ্যসিদ্ধি' প্ৰভৃতি পুথিৰ যোগে তাৰ মত দেশত প্ৰচাৰিত হয়। বৰ্ত্তমান অসমৰ ৰাতি-খোৱা সম্প্ৰদায়ৰ পুথিবোৰ সম্ভৱ এইবোৰৰে ভাঙনি বা সাৰাংশ। বুদ্ধদেৱৰ শূন্যবাদেই এইবোৰ পুথিৰো ঘাই বিষয়। যি অসমত খৃষ্টীয় সপ্তম শতিকাৰ আগভাগত ভাস্কৰ বৰ্ম্মাৰ ৰাজত্বত বৌদ্ধধৰ্ম্মৰ কোনো চিন-মোকাম নাই বুলি চীন-পৰিব্ৰাজক য়ুৱান-চাঙে লিখি গৈছিল, তাৰে দুই শতিকাৰ ভিতৰতে বজ্ৰযান বৌদ্ধ সম্প্ৰদায়ৰ লীলা-ভূমি আৰু ঘাই কেন্দ্ৰ হৈ পৰিছিল। "সাধনমালা"ৰ মতে কামাখ্যা, শ্ৰীহট্ট, পূৰ্ণগিৰি আৰু ওড্ডিয়ান (বৰ্ত্তমান নগাৱঁৰ হোজাই) এই সম্প্ৰদায়ৰ ঘাই কেন্দ্ৰ।

তীব্বতী পণ্ডিত লামা তাৰানাথৰ মতে শঙ্কৰাচাৰ্য্যই খুৰাই দিয়াত বৌদ্ধ সন্ন্যাসীবিলাক নালন্দা, মগধ আদি ঠাইৰ পৰা পলাই পূব ফাললৈ আহে। সুন্দৰ হাচি নামে এজন বৌদ্ধ ৰজাই অসম, শ্ৰীহট্ট, ত্ৰিপুৰা আৰু কাছাৰৰ পৰ্ব্বতীয়া ঠাইবোৰ জুৰি নানগাতা নামে এখন ৰাজ্য পাতে। দশম শতিকাৰ শেষ ছোৱাত কামৰূপৰ ৰজা ৰত্নপালৰ ৰাজত্বতে কিছুমান বৌদ্ধ সন্ন্যাসী আহি ৰজা আৰু তেওঁৰ বামুণ মন্ত্ৰীবিলাকক নানা প্ৰকাৰ যাদুবিদ্যা দেখুৱাই বৌদ্ধধৰ্ম্মলৈ আকৃষ্ট কৰে। ৰত্নপালৰ জীৱিত অৱস্থাতে এওঁৰ মৃত্যু হোৱাত এওঁ ৰজা হবলৈ নাপালে আৰু এওঁৰ পুতেক ইন্দ্ৰপাল একাদশ শতিকাৰ মাজভাগত ৰজা হয়। এই কালতে মীননাথ নামে অসমৰ এজন কৈবৰ্ত্তই 'কৌলজ্ঞান নিৰ্ণয়', 'অকুল বীৰতন্ত্ৰ' আৰু 'কামাখ্যা গুহ্যসিদ্ধি' নামৰ গ্ৰন্থ লিখে; 'অকুলবীৰ তন্ত্ৰ'ৰ সামৰণিত লিখিছে—"ইতি মচ্ছিন্দ্ৰ পাদাবতাৰিতে কামৰূপ স্থানে যোগিনী প্ৰসাদাৎ লব্ধং অকুলবীৰং সমাপ্তম্।" নেপালৰ খাটমণ্ডু দৰ্বাৰ পুথি-ভঁৰালৰ পৰা মূল পুথি নি 'কৌলজ্ঞান' আৰু 'অকুলবীৰ' গ্ৰন্থ দুখন বঙ্গ দেশৰ পৰা

সম্প্ৰতি প্ৰকাশিত হৈছে। বৰ্ত্তমান বঙ্গ দেশৰ ভিতৰুৱা অনেক জিলাত একাদশ দ্বাদশ শতিকাৰ পৰা প্ৰচলিত ময়নামতীৰ গান, গোপীচন্দ্ৰৰ গীত, গোৰক্ষবিজয়, মীনচেতন আদি নীতি-কাব্যবোৰৰ উৎস মীন-চৰিতেই। সিদ্ধি-লাভ কৰাৰ আগতে মীননাথে নাৰী-ৰাজ্য কদলীৰ ৰাণী কমলা আৰু তেওঁৰ ভনীয়েকৰ প্ৰেম-পাশত আবদ্ধ হয়, আৰু তেওঁৰ প্ৰধান শিষ্য গোৰক্ষনাথ তেওঁৰ যাদু বিদ্যাৰ বলেৰে গুৰু মীননাথক উদ্ধাৰ কৰে; নগাঁৱৰ বৰ্ত্তমান কন্দলী মৌজাই পূৰ্ব্বৰ কদলী ৰজাৰ ঠাই বুলি এতিয়া প্ৰমাণিত কৰিব খোঁজা হৈছে। মীননাথক এতিয়াও নেপালৰ বৌদ্ধবিলাক অবলোকিতেশ্বৰৰ অৱতাৰ বুলি পূজা কৰে।

তীব্বতী গ্ৰন্থ পাগ্ চাম্জোন্জান্ৰ মতে ইন্দ্ৰপাল ৰজাৰ ককাক ৰত্নপালে সৰোৰুহ বজ্ৰ বা সৰহপাদ সিদ্ধৰ ওচৰত বজ্ৰযান বৌদ্ধধৰ্ম্মত দীক্ষা লৈছিল। সৰহপাদ এজন বামুণৰ ঔৰষত এজনী ডাকিনীৰ গৰ্ভত ৰাজ্ঞী নামৰ ঠাইত উপজিছিল; আৰু বৰ্ত্তমান গুৱাহাটী নগৰৰ ১৬ মাইল দখিণ-পছিমে থকা ৰাণী নামৰ ঠায়েই পূৰ্ব্বৰ ৰাজ্ঞী বুলি বুজিব পাৰি। তিব্বতী গ্ৰন্থসমূহৰ অনুবাদক গ্ৰন্‌ৱেডেলৰ মতে কামৰূপৰ ইন্দ্ৰপাল ৰজায়ে বৌদ্ধনাম দাৰিকপা লৈছিল, আৰু তেতিয়া হলে দাৰিকপাৰ শিষ্যা "ব্যক্তভাৱানুগততত্ত্বসিদ্ধি" ৰচয়িত্ৰী সহযোগিনী-চিন্তা কামৰূপৰে তিৰুতা। গ্ৰন্‌ৱেডেলৰ মতে, দাৰি-কপা (ইন্দ্ৰপাল) সিদ্ধ লুইপাদৰ শিষ্য আছিল; তিব্বতী গ্ৰন্থ গ্ৰব্-ও-টব্ মতে লুইপাদ কামৰূপ দেশৰ কৈৱৰ্ত্তৰ সন্তান, আৰু ব্ৰহ্মপুত্ৰ বা লোহিত নদ থকা দেশৰ মানুহ বুলি সম্ভৱ তেওঁৰ নাম লোহিত-পাদ বা লুইপাদ। এওঁ বৌদ্ধ সহজীয়া আৰু এক নতুন ধৰ্ম্ম প্ৰচাৰ কৰে। চৌৰাশী সিদ্ধৰ ইতিহাসত লুইপাদৰ জন্ম ওড্ডিয়ান দেশত আৰু তাৰ ৰজা ইন্দ্ৰভূতি বুলি বৰ্ণোৱা আছে: সেই ওড্ডিয়ান বা ওজাই বৰ্ত্তমান নগাঁও জিলাৰ হোজাই আৰু ইন্দ্ৰভূতি ইন্দ্ৰপাল ৰজা বুলি প্ৰমাণিত কৰিব খোজা হৈছে। লুইপাদ সামন্ত শোভা নামে ইন্দ্ৰ-পালৰ বিষয়া আছিল। "বৌদ্ধ গান ও দোহা"ৰ সম্পাদক মহামহো-

পাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীৰ অনুমান মতে ইন্দ্ৰভূতি উড়িষ্যাৰ ৰজা আৰু তেওঁ বজ্ৰযোগিনীৰ উপাসনা প্ৰচাৰ কৰাত তেওঁৰ কন্যা লক্ষীঙ্কৰাই তেওঁক সহায় কৰে। কিন্তু পাছৰ গৱেষণাই দেখুৱায় যে ইন্দ্ৰভূতি কামৰূপৰ ৰজা ইন্দ্ৰপাল আৰু এওঁৰে ভনীয়েক ভগৱতী লক্ষ্মী বা লক্ষ্মীঙ্কৰা সিদ্ধা হয় আৰু পুতেক পদ্মসম্ভৱো এজন বিখ্যাত সিদ্ধ পুৰুষ হৈ উঠে। ভুটীয়াসকলৰ প্ৰবাদ মতেও গুৰু পদ্মসম্ভৱ কামৰূপ দেশৰ লোক আৰু নাম-গুৰু বুলি তেওঁক ভুটীয়া আৰু তিব্বতীসকলে এতিয়াও পূজা কৰে। ছিকিমৰ ৰাজ-মন্দিৰত গুৰু পদ্মসম্ভৱৰ মূৰ্ত্তি এতিয়াও পূজা কৰা হয়।

ইন্দ্ৰপালৰ পাছত তেওঁৰ পুতেক গোপাল ৰজা হয় আৰু এওঁৰ পুতেক এজন বৌদ্ধ ধৰ্ম্মত দীক্ষিত হৈ অনঙ্গবজ্ৰ নাম লয়; এওঁৰে ককায়েক হৰ্ষপাল গোপালৰ পাছত ৰজা হয়। তিব্বতী গ্ৰন্থকাৰ তাৰানাথৰ মতেও অনঙ্গবজ্ৰ পূব-ভাৰতৰ গোপাল নামে এজন ৰজাৰ লৰা। অষ্টম শতিকাৰ প্ৰাৰম্ভতে বঙ্গ দেশত পালবংশ স্থাপন কৰা গোপালৰ বাহিৰে পূব-ভাৰতত সেই নামৰ কোনো ৰজা নাই আৰু বজ্ৰসিদ্ধসকলৰ কাল ১০ম-১১শ শতিকাৰ আগত হব নোৱাৰে যেতিয়া কামৰূপৰ গোপালৰ পুতেকেই অনঙ্গবজ্ৰ বুলি ঠাৱৰোৱা হয়। এওঁ তান্ত্ৰিক বৌদ্ধধৰ্ম্মৰ এজন প্ৰসিদ্ধ পণ্ডিত আছিল আৰু 'প্ৰাজ্ঞাপাৰ্য্যবিনিচাৰ্য্যসিদ্ধ', 'হেবজ্ৰতন্ত্ৰ' আদি গ্ৰন্থ ৰচিছিল ; এই আগৰখন পুথি সম্প্ৰতি গেইকোৱাড় অৰিয়েণ্টেল্ ছিৰিজৰ পৰা প্ৰকাশিত হৈছে। এইদৰে 'ডাকাৰ্ণৱ' নামৰ পুথিখনো এই সময়তে বজ্ৰায়ন গ্ৰন্থৰূপে কামৰূপতে ৰচিত হৈ নেপালত ৰক্ষিত হৈছিল বুলি ধৰিব পাৰি। ৰজা গোপালে একাদশ শতিকাৰ শেষ ভাগত ৰাজত্ব কৰিছিল ; দ্বাদশ শতিকাৰ কামৰূপৰ ৰজা ধৰ্ম্মপাল সন্ন্যাসী হৈ যোৱাত তেওঁৰ বংশৰ বিজয়পাল ৰজা হয়। এই সময়ৰ পৰাই পুৰণি কামৰূপ ৰাজ্যৰ প্ৰতাপ-সূৰ্য্য লাহে লাহে অস্তমিত হবলৈ ধৰে আৰু ই ভাগি-ছিগি নানা সৰু-সুৰা ৰাজ্য হয়।

এই সময়তে এইদৰে সদৌ দেশ বজ্ৰযান, কালচক্ৰযান, বৌদ্ধ তান্ত্ৰিক, ৰাম-ৰামীয়া, শাক্তপন্থ, সহজ পন্থ আদি বিভিন্ন সম্প্ৰদায়ৰ ধৰ্ম্ম-প্ৰচাৰৰ তপত শয্যা হৈ উঠে আৰু শঙ্কৰদেৱৰ শুদ্ধ ধৰ্ম্ম প্ৰচাৰ কৰা কাললৈকে অৰ্থাৎ ষোড়শ শতিকালৈকে এই অৱস্থা চলে। ৰামৰামীয়া সম্প্ৰদায়ৰ এজন সন্ন্যাসীৰ পৰা নাৰায়ণ আতাই মন্ত্ৰ লবলৈ বিচাৰিছিল; কালচক্ৰযান ধৰ্ম্মৰ সুপিতা নামৰ সন্ন্যাসীৰ লগত ভৱানীপুৰীয়া গোপাল আতাই আগতে কিছুকাল ফুৰা-চকা কৰিছিল। বংশী গোপালদেৱে আগতে এজন ৰামৰামীয়া সন্ন্যাসীৰ লগত বাঁহী বজাই ফুৰিছিল, আৰু তেওঁ ধৰ্ম্মপ্ৰচাৰ কৰা কালতে তেওঁক "যেনে তেনে পাৰোঁ তাক বেঢ়ি খুঞ্চি মাৰোঁ, এই কথা ঠাই ঠাই বোধে আপোচয়।" (জয়ন্তী, ৪ৰ্থ বছৰ, ১৪শ সংখ্যা)

এনে সন্ন্যাসীসকলকে লক্ষ্য কৰি বংশী গোপালদেৱৰ চৰিত্ৰত কৈছে,—"ই দেশত কতো কতো ভকত আছয়। ব্যভিচাৰী মতে দেখোঁ কত প্ৰবৰ্ত্তয়॥ অন্ন যোনি বিচাৰ আচাৰ কিছো নাই। প্ৰবৰ্ত্তি চাহিলে পাৰও হেন পায়।" ভাৰতৰ মুছলমান আক্ৰমণকাৰীবিলাক এনে অৱস্থাতে বহুত বৌদ্ধ মন্দিৰ আৰু বেহাৰ আদি ধ্বংস কৰিলে আৰু অনেক বৌদ্ধ ভিক্ষুকৰ প্ৰাণ নাশ কৰিলে। এনেবোৰেই গীতাত কোৱা ধৰ্ম্মৰ গ্লানি আৰু অধৰ্ম্মৰ অভ্যুত্থান; যুগে যুগে কালৰ কুটিল গতিয়ে ধৰ্ম্মৰ ওপৰত এনে অপযশ জাপি দি যায়হি, আৰু ধৰ্ম্ম পন্থাৰ এই আবৰ্জ্জনাবোৰ গুচাই নতুন সত্য ধৰ্ম্ম থাপনা কৰাই যুগাৱতাৰসকলৰ কৰ্ত্তব্য।

পুৰণি মধ্যমিকা (বৰ্ত্তমান চিতোৰ) দেশৰ ওচৰত নাগৰি নামৰ ঠাইত খৃঃ পূঃ ৩৫০-২৫০ৰ সংস্কৃতত লিখা এখন প্ৰাচীন শিলালিপিত সঙ্কৰ্ষণ আৰু বাসুদেৱৰ উল্লেখ পোৱা হয়; পণ্ডিতসকলৰ মতে এয়ে প্ৰাচীনতম সংস্কৃত লিপি আৰু বৈষ্ণৱ ধৰ্ম্মৰ প্ৰাচীনতম নিদৰ্শন। খৃঃ পূঃ ১৪০ত তক্ষশিলাৰ গ্ৰীক ৰজা এন্টিয়াল কিডাছৰ দূত হেলিয়ো-ডৰাই বৈষ্ণৱ ধৰ্ম্মত শৰণ লৈ পুৰণি বিদিশা (বৰ্ত্তমান বেছ) নগৰত

বাসুদেৱৰ উদ্দেশে যি এটা গৰুড় স্তম্ভ সজাই দিছিল, সি আজিলৈকে বৈষ্ণৱ ধৰ্ম্মৰ আন এটি নিদৰ্শন দাঙি ধৰিছে। খৃষ্টীয় চতুৰ্থ শতিকাত চন্দ্ৰগুপ্ত ( ১ম ) পাটলিপুত্ৰৰ সিংহাসনত বহি হিন্দুধৰ্ম্ম পুনপ্ৰতিষ্ঠা আৰু গুপ্তাব্দ প্ৰচলন কৰে আৰু তেওঁৰ পাছত সমুদ্ৰগুপ্ত ৰজা হৈ ৰাজসূয় যজ্ঞ পাতি বৈদিক ধৰ্ম্ম সমৰ্থন কৰে। সম্ৰাট সমুদ্ৰগুপ্তৰ এলাহাবাদ বিজয়স্তম্ভৰ শিলালিপিত তেওঁৰ ৰাজসূয় যজ্ঞত সমতট, ডৱাক, কামৰূপ আৰু নেপাল ৰাজ্যৰ ৰজাসকলে যোগ দিয়ে বুলি বৰ্ণোৱা আছে। তেতিয়া কামৰূপৰ সিংহাসনত পুষ্য বৰ্ম্মা আছিল বুলি ধৰা হয়, আৰু এওঁ ভাস্কৰ বৰ্ম্মাৰ এঘাৰ পুৰুষৰ ওপৰত; কিন্তু ৰায়বাহাদুৰ কনকলাল বৰুৱা ডাঙৰীয়াৰ মতে ভাস্কৰ বৰ্ম্মাৰ ন পুৰুষৰ আগৰ বলবৰ্ম্মাহে সম্ৰাট সমুদ্ৰগুপ্তৰ সমসাময়িক। ("বাঁহী", ১৭শ বছৰ, ৭ম সংখ্যা )। ভাস্কৰবৰ্ম্মাৰ তাম্ৰ শাসনৰ পৰা তেওঁ-লোকৰ বংশাৱলী এই অনুক্ৰমে হয়:—পুষ্য বৰ্ম্মা, সমুদ্ৰ বৰ্ম্মা, বল বৰ্ম্মা, কল্যাণ বৰ্ম্মা, গণপতি বৰ্ম্মা, মহেন্দ্ৰ বৰ্ম্মা, নাৰায়ণ বৰ্ম্মা, মহাভূতি বৰ্ম্মা, চন্দ্ৰমুখ বৰ্ম্মা, স্থিত বৰ্ম্মা, সুস্থিত বৰ্ম্মা, ভাস্কৰ বৰ্ম্মা। সমুদ্ৰগুপ্তৰ লগত অতিশয় সৌহাৰ্দ্দ্য থকা হেতুকে পুষ্য বৰ্ম্ম ই নিজ পুত্ৰকৰ নাম সমুদ্ৰ বৰ্ম্মা আৰু তেওঁৰ বোৱাৰীয়েকৰ নাম দত্তদেৱী বা দত্তৱতী ৰাখি সম্ৰাট সমুদ্ৰগুপ্ত আৰু তেওঁৰ ভাৰ্য্যাৰ নাম স্মৰণ কৰিছিল; আৰু এনে উপায়েৰেই সেই সময়তে গুপ্ত ভাস্কৰ্য্য আৰু বাসুদেৱ ধৰ্ম্ম কামৰূপত সোমায় বুলি অনুমান কৰা হয়। ( "জয়ন্তী", ৪ৰ্থ বছৰ, ১৪শ সংখ্যা )।

বৰ্ত্তমান নগাঁও জিলাৰ মিকিৰ পাহাৰৰ ওচৰত বৰগঙ্গা নামৰ ঠাইত যি শিলালিপি আবিষ্কৃত হৈছে তাত পুষ্য বৰ্ম্মাৰ এজন বংশধৰ আৰু ভাস্কৰ বৰ্ম্মাৰ পূৰ্ব্বপুৰুষ মহাভূতি বৰ্ম্মাক "পৰম ভাগৱত পৰম দৈৱত" বোলা কথাই ২৩৪ গুপ্তাব্দ ( ৫৫৪ খৃঃ ) বা তাৰ আগৰে পৰা এই দেশত ভাগৱতী ধৰ্মৰ নিদৰ্শন দাঙি ধৰে। এই শিলালিপি ৰজা মহাভূতি বৰ্ম্মাৰ প্ৰধানমন্ত্ৰী আৰ্য্যগুণে বৰগঙাত এখন আশ্ৰম

পাতি লিখি থৈ গৈছে আৰু ইয়াৰ ওচৰতে এটা মন্দিৰৰ ভগ্নাৱশেষৰ লগত এটা ক'লা শিলৰ বাসুদেৱ মূৰ্ত্তিৰো ভগ্ন অংশ, এটা ধুনীয়া হৰ-পাৰ্ব্বতীৰ মূৰ্ত্তি আৰু শিলৰ দুটা ডাঙৰ ষাঁড় পোৱা হৈছে। ইয়াত বাজে গুৱাহাটীৰ শুক্ৰেশ্বৰ ঘাটত থকা অষ্টম-নৱম শতিকাৰ বিষ্ণুমূৰ্ত্তি নগাঁৱৰ ডবকা, গোসাঁইজুৰি, ঘিলানি আদি ঠাইত পোৱা আৰু কেবাটাও বাসুদেৱ মূৰ্ত্তিৰ গুপ্ত ভাস্কৰ্য্যৰ লগতে ভাগৱতী ধৰ্মৰ নিদৰ্শন অসমলৈ সেই কালত সোমোৱাৰ প্ৰমাণ পোৱা হয়। তাৰ লগে লগে দুৰ্গা, চামুণ্ডা, সূৰ্য্য, গণেশ, ব্ৰহ্মা আদি দেৱতাৰ পুৰণিকলীয়া শিলৰ মূৰ্ত্তি থকা কথাই ভিন ভিন দেৱদেৱী পূজাৰো সঙ্কেত দিয়ে; আৰু ওপৰত উল্লেখ কৰা তামৰ ফলিবোৰৰ প্ৰশস্তিবোৰেও এই কথা সমৰ্থন কৰে। এইদৰে গুপ্ত ভাস্কৰ্য্য আৰু সংস্কৃত সাহিত্যৰ যোগেদি অসমলৈ বৈষ্ণৱ ধৰ্মৰ নিদৰ্শন শঙ্কৰদেৱৰ পূৰ্ব্বতে সোমোৱা কথাত কোনো সন্দেহৰ ঠাই নাই।

---

## বত্ৰিশ

## সমাজ-সংগঠনৰ অন্যান্য আহিলা

বৈষ্ণৱ লেখকসকলে এই অদ্ভুত বিশাল সাহিত্য ৰচনা কৰি অশিক্ষিত জনসাধাৰণৰ কি পৰম উপকাৰ কৰিলে তাক ভালকৈ ভাবি চাবলগীয়া। সেই কালত আজিৰ দৰে কলত চেপি হাজাৰে-বিজাৰে লাখে লাখে পুথি বিলোৱা কেনে কথা কেঁৱে জনা নাছিল গতিকে সেই অনুপাতে বিদ্যা-চৰ্চ্চাও নিছেই তাকৰ আছিল। আন পিনে, সংস্কৃত নাজানিলে বেদ শাস্ত্ৰৰ কথা, আনকি, ধৰ্ম বিষয়ে কোনো সাধাৰণ কথাকে নিজে ভু পাবৰ সুবিধা নাছিল। এনে অৱস্থাত শঙ্কৰদেৱ আৰু তেওঁৰ প্ৰধান শিষ্যসকলে জনসাধাৰণৰ মঙ্গলৰ কাৰণে প্ৰাঞ্জল মাতৃ-ভাষাতে বেদ-বেদান্তৰ মৰ্ম সুৱলা ছন্দত আৰু গীত, পদ, ভটিমা আদি নানা ৰাগ-ৰাগিনীত ভাঙি দি ধৰ্মৰ বাটৰ সকলো জেঙ গুচাই দিলে আৰু ফলত সকলোৰে মুক্তিৰ পথ সুগম হল। এতিয়া ধৰ্ম আৰু মুক্তিৰ পথ লভিবলৈ দূৰলৈ যাব নালাগে, সংস্কৃত জনাৰ আৱশ্যক নাই, পণ্ডিত নহলেও চলে; মুঠতে এতিয়া সেই ধৰ্মৰ ভুৰি ভুৰি নীতি-শিক্ষা আমাৰ হাততে। ইয়াৰ পৰা সেই কালৰ এমুঠি শিক্ষিতৰ কোনো নিজ ক্ষুদ্ৰ স্বাৰ্থত অলপ ব্যাঘাত হলেও হব পাৰে, কিন্তু জনসাধাৰণৰ ই চিৰকাললৈ যি মহা কল্যাণ সাধিলে তাৰ তুলনা দিবলৈ নাই। খৃষ্টীয় চৌধ শতিকাৰ শেষ ছোৱা কালত ইংলণ্ডৰ সামাজিক অৱস্থাও তদ্ৰূপ আছিল আৰু অশিক্ষিত জনসাধাৰণৰ মাজত গ্ৰীক আৰু হিব্ৰু ভাষাৰ পৰা বাইবেল পুথি মাতৃভাষা ইংৰাজীলৈ ভাঙি দি জন্ উইক্লিফে সেইদৰে সকলো জন-সাধাৰণৰ পৰম কৃতজ্ঞতা-ভাজন হৈ পৰিছিল; কিন্তু সেই বুলি তেওঁ যে তেতিয়াৰ সেই এমুঠি শিক্ষিত লোকৰ প্ৰতিবোধ নোপোৱাকৈ নাছিল তেনে নহয়।

জাতীয় উছৱ, ৰং-ধেমালি আৰু নীতি-সদাচাৰ আদিয়েই এটা জাতিৰ জাতীয় বিশেষত্বৰ প্ৰাণ স্বৰূপ, আৰু এই সম্পৰ্কেও শঙ্কৰদেৱৰ অসমীয়া সমাজলৈ দিয়া দান অতি মহৎ। প্ৰথমতে, ভাৱনা অসমীয়াৰ এটি বিশিষ্ট জাতীয় অনুষ্ঠান ; পোনতে শঙ্কৰদেৱে তেওঁৰ লগৰ ভূঞাসকলক বৈকুণ্ঠৰ বৃত্তান্ত সকলোকে সমূহতে কৰলৈ আজি-কালিৰ দৃশ্য-পটৰ দৰে স্বৰ্গ আৰু মৰ্ত্ত্যৰ নিজে কাপোৰত ছবি আঁকি যি "চিহ্ন যাত্ৰা" ভাৱনা কৰিছিল, এয়ে তাৰ প্ৰথম অভিনয়। ইংলণ্ডত এলিজাবেথ যুগৰ আগতে হোৱা মিষ্টেৰী, মৰেলিটী, মিৰেক্‌ল্ প্লে আদিৰ দৰে যদিও এই ভাৱনা প্ৰকৃত অভাৱ-বোধৰ পৰা অৰ্থাৎ শঙ্কৰদেৱৰ ধৰ্ম প্ৰচাৰ কৰাৰ উদ্দেশ্যেৰেই পতা হৈছিল, তথাপি ই তাৰ লগতে অসমীয়া নাট্য কলাৰ যি অসীম উন্নতি সাধিলে তাক দেখি ধন্য ধন্য নকৰি নোৱাৰি। এই ভাৱনা অনুষ্ঠানটো আজি-কালি শিক্ষিত লোকে হাতত নোলোৱাত যদিও ই সময়ৰ লগত উজাব পৰা নাই, আৰু যদিও সম্প্ৰতি ইয়াৰ অৱনতিকেহে ক্ৰমে দেখা গৈছে, তথাপি ইয়াত যতনে ৰাখিবলগীয়া অনেক বিশেষত্ব আছে, আৰু ইয়াৰ আধুনিক শিক্ষিত সকলোৰে চকুত আসোঁৱাহজনক যেন লগা কিছুমান কথা গুচাই দিলে ই এতিয়াও বিদেশী যাত্ৰা আৰু থিয়েটাৰতকৈ আমাৰ কাৰণে বেছি উপযোগী হব। ইয়াৰ লগতে শঙ্কৰদেৱে খোল আদি নানা নতুন ৰকমৰ বাদ্য নিজ আজ্ঞা অনুসাৰে কৰাইছিল, আৰু এই বাদ্যবোৰো অসমীয়াৰ বিশেষত্ব। পুৰীত শঙ্কৰৰ নাম বিখ্যাত আৰু তাৰ গীত-বাদ্যও বোলে খুব মিলে। ইয়াৰ লগতে ফাকুৱা অনুষ্ঠানটোও ঠিক শঙ্কৰদেৱৰ সময়ৰ পৰাই অসমত প্ৰচলিত হয়। অসমীয়া জাতীয়ত্বৰ কাৰণে শঙ্কৰদেৱৰ এইবোৰ দানৰ মূল্য অতি মহৎ।

সমাজ-সংগঠনত শঙ্কৰদেৱৰ আন এটি অতি মহৎ কীৰ্ত্তি হৈছে সমাজত সকলো সম্প্ৰদায়ৰ মাজত উদাৰ ওখ সাম্যভাৱ বিস্তাৰ। তেওঁৰ ধৰ্মৰ এই গুণটোৱেই সমাজৰ প্ৰায় সকলো সম্প্ৰদায়কে মুগ্ধ

কৰি থৈছে আৰু অকল মুগ্ধ কৰাই নহয় সামাজিক উদাৰতাত সকলো সম্প্ৰদায়কে অতি ওখত ৰাখিছে। শঙ্কৰদেৱৰ এই উদাৰ সাম্যভাৱৰ মোহন মন্ত্ৰৰ বলতে অসমীয়া সমাজ আজি বোধকৰোঁ সমগ্ৰ ভাৰতবৰ্ষৰ ভালেমান প্ৰাদেশিক সমাজতকৈ উদাৰ আৰু সেইদেখি উন্নত। সেই সময়ত অনেক ধৰ্মপ্ৰচাৰকৰ সকলো বৰ্ণৰ লোকক একাকাৰ বা এক সমান খাপলৈ অনাৰ যি প্ৰবল ধাউতি দেখা হৈছিল, শঙ্কৰদেৱত কিন্তু তাৰ নাম-গোন্ধেই পোৱা নগৈছিল। বৰ্ণাশ্ৰম ধৰ্মৰ লগত তেওঁৰ কোনো বাদ-বিসম্বাদ নাই, তেওঁৰ প্ৰচাৰিত ধৰ্মমতে সকলোৱে নিজ নিজ কৰ্ত্তব্য কৰি যাব; কিন্তু ধৰ্ম অনুষ্ঠানবিলাকত সকলোৰে সমান অধিকাৰ। সজ আৰু সদাচাৰী ব্ৰাহ্মণসকলৰ লগত শঙ্কৰদেৱৰ কেতিয়াও বিদ্বেষ ভাৱ নাছিল; আৰু তেওঁক বিদ্বেষৰ যি চকৰি-গোম সাপে খুটিবলৈ গৈছিল তাকো কেৱল যাজক ব্ৰাহ্মণবিলাকৰ কোনো-কোনোৱেহে মেলি বং চাইছিল। প্ৰকৃততে ধৰ্ম-অনুষ্ঠানবিলাকত সদায় উপযুক্তজনেই গীতা বা ভাগৱত বা আন ধৰ্মশাস্ত্ৰ পাঠ কৰিছিল, তেহেলৈ তেওঁ শূদ্ৰেই হওক বা ব্ৰাহ্মণেই হওক; আৰু বিষ্ণুৰ আগত দিয়া প্ৰসাদ যেই সেই নীতি সদাচাৰ মানি চলা লোকেই বিলাই দিব পাৰিছিল।

শঙ্কৰদেৱৰ ধৰ্ম-শিক্ষাৰ এফাকি মূলমন্ত্ৰ আছিল আৰু সেই ফাকিয়েই তেওঁৰ সকলো কৰ্ম, সকলো ধৰ্ম, সকলো সাহিত্যৰ মাজেদি "সূত্ৰে মণিগণাইব" গোঁথা আছিল। সেই মূলমন্ত্ৰ বা উপদেশ এয়ে :—

"কুকুৰ চাণ্ডাল গৰ্দ্দভৰো আত্মা ৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম॥"
"সমস্ত ভূতত ব্যাপি আছোঁ মই হৰি।
সবাক মানিবা তুমি বিষ্ণু বুদ্ধি কৰি॥"
"ব্ৰাহ্মণৰ চাণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যেন দৃষ্টি এক তুল॥
নীচত সাধুত যাৰ হৈল এক জ্ঞান।
তাহাকেসে পণ্ডিত বুলিয়া সবে জান॥"—বৈকুণ্ঠপ্ৰয়াণ

শঙ্কৰদেৱৰ ধৰ্ম-শিক্ষাৰ এই বিশেষত্বই তেওঁৰ কাৰ্য্যবো বিশেষত্ব। সমাজত কোনো প্ৰকাৰৰ বিভ্ৰাট বা বিপ্লৱ ঘটাবলৈ লেশমাত্ৰও ইচ্ছা নকৰিও তেওঁ জাতি-ধৰ্ম-নিৰ্বিশেষে যি উদাৰতা দেখুৱাই ধৰ্ম প্ৰচাৰ কৰিলে তালৈ মন কৰিলে মূৰ স্বভাৱতে তেওঁৰ চৰণলৈ দোঁ খাই যায়। ব্ৰাহ্মণ আৰু মুছলমানৰ পৰা আনপিনে সেই সময়ত সমাজে অতি তল খাপৰ বুলি অৱজ্ঞাৰ চকুৰে চোৱা গাৰো, ভোট, মিকিৰ আদিলৈকে সকলোকে শঙ্কৰদেৱৰ এক-শৰণ ভক্তি দি শৰণীয়া কৰি লৈছিল। ইয়াৰ পৰাই বুজিব পাৰি তেওঁৰ প্ৰচাৰিত ধৰ্মত কোনো আঁহ-ফলা নীতি নাই, সমাজৰ সকলো সম্প্ৰদায়কে মোৰ বুলি সাৱটি লোৱাই তেওঁৰ উদ্দেশ্য আছিল। তেওঁ পোনতে তেওঁৰ জন্ম-স্থান বৰদোৱা অঞ্চলত আৰু তাৰ পিছে আন আন ঠাইত নাম-প্ৰসঙ্গৰ বাবে যি নাম-ঘৰ সজোৱাইছিল, তাৰ চাৰি বেৰ সদায় মুকলি। ইয়াৰ পৰাও তেওঁৰ নীতিৰ উদাৰতাৰ কথা বুজিব পাৰি।

শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্মৰ সাৰ ভাগ হৈছে নাম-ধৰ্ম। কলি যুগত এই নাম-ধৰ্মৰ প্ৰাধান্তৰ বিষয়ে মাধৱদেৱৰ এনে দুই-এটি ঘোষাৰ পৰা বঢ়িয়াকৈ বুজিব পাৰি—

“সত্যযুগে ধ্যান ত্ৰেতাযুগে যজ্ঞ
দ্বাপৰ যুগত পূজা।
কলিত হৰিৰ কীৰ্ত্তন বিনাই
আউৰ নাহিকে দুজা॥”

“সকল নিগম কল্পতৰু তাৰ
ফল মহা ভাগৱত।
সেহি ফল-ৰস হৰি-গুণ-যশ
পীয়োক সাধু সঙ্গত॥”

এই নাম-ধৰ্মই পৱিত্ৰ ভাগৱতৰ সাৰ কথা, আৰু তাকে শঙ্কৰদেৱে উদ্ধাৰ কৰি লোকৰ পৰম উপকাৰ সাধিলে। শঙ্কৰদেৱৰ এই মত যে নিখুঁত তাক প্ৰমাণ কৰিবলৈ যাবৰ সকাম নাই; কিয়নো ক'তো শঙ্কৰদেৱে সেইটো তেওঁৰ নিজা মত বুলি প্ৰকাশ কৰা নাই

আৰু ববং সকলো ঠাইতে তেওঁ তেওঁৰ কথাত প্ৰত্যয় নগলে ভাগৱত আদি শাস্ত্ৰত থকা সেই কথাৰ সেই অধ্যায় বিচাৰি চাবলৈ আঙুলিয়াই দিছে—

"হৰি নামে নামে নামে নিশ্চয়।
মোহোৰ জীৱন নাৰদে কয়॥
কলিৰ কালে আৰু আতপৰ।
নাই নাই নাই গতি লোকৰ॥
নাৰদে দিলন্ত তিনি কতপা।
নামানিবে আৰু কোননো লপা॥
নাৰদৰ বাণী শিলৰ ৰেখা।
বৃহত নাৰদী বিচাৰি দেখা॥"
"জানিয়া হৰিক সততে স্মৰ।
ক্ষণেকো নপসাৰিবাহা নৰ॥
যত মহা পুণ্য মহা পাতক।
ই দুয়ো কিঙ্কৰ জানা প্ৰত্যেক॥
তথাপি যদি চিত্ত নেদা ঠাৰি।
পদ্ম পুৰাণত চায়ো বিচাৰি॥
বৃহত সহস্ৰ নামত আছে।
নাপাইলে আমাক নিন্দিবা পাছে॥"—পাষণ্ডমৰ্দন

কিন্তু আনহাতে, শক্তি-পূজা-প্ৰধান কামৰূপত ইমান যুগৰ মূৰত বৈষ্ণৱ ধৰ্ম্মই যি উশাহ লবলৈ পালে ইয়াক মঙ্গলৰ হেতুত বাজে আন একো বুলিব নোৱাৰি; কিয়নো সেই তান্ত্ৰিক পূজা তথা শক্তি-পূজাৰ হীন অৱস্থাৰ কালত যেতিয়া গোসানীৰ আগত হাঁহ, পাৰ, ছাগলি, ম'হ আদি জন্তু নৃশংসৰূপে বলি দিয়াৰ উপৰিও মানুহ বলি দিয়াৰ প্ৰথাও চলিব পাৰিছিল, সেই কালত সমাজ ধ্বংসৰ একেবাৰে মুখে মুখে পৰিছিল বুলি আৰু তাৰ পৰা সমাজক পবিত্ৰ নিষ্কাম নাম-ধৰ্ম্মৰ ফালে ঘূৰাই অনাটোকো অতি মঙ্গলৰ কাৰণ বুলি নাভাবি নোৱাৰি। আকৌ, এই নাম-ধৰ্ম্মই জগতৰ সকলো প্ৰধান

ধৰ্ম্মৰ আগৰ মুকলি চৰাৰ দৰে। ইয়াত ধৰ্ম্ম-ভেদ নাই, কিয়নো নাম-ধৰ্ম্ম সভ্য জগতৰ সকলো ধৰ্ম্মতে সৰ্ব্ববাদী-সম্মত। এই নাম-মাহাত্ম্য সম্পৰ্কে মাধৱদেৱে লিখিছে—

"ৰাম শবদৰ ৰা পদ ভৈল
প্ৰচণ্ড বহ্নি নিশ্চয়।
ম বায়ু সমে অধৰ্ম্ম অৰণ্য
দহিয়া ভস্ম কৰয়॥"
"ৰাম নাম মহা প্ৰমত্ত সিংহৰ
ধ্বনি শুনি ৰিণি ৰিণি।
পাপময় মত্ত মাতঙ্গ পলায়,
মিলিল হেৰা বিঘিনি॥" —নামঘোষা।

শঙ্কৰদেৱেও নাম-ধৰ্ম্মৰ সাতোটা ফলৰ কথা "সহস্ৰ নাম বৃত্তান্তত" এইদৰে কৈছে—"শুনিও হৰিৰ নাম কেন ভাল। সম্যকে পাতকৰ যমকাল॥ যতেক ব্ৰত দান যজ্ঞ কৰ্ম। সিদ্ধান্ত হৰি-নামে সব ধৰ্ম্ম॥ কৰান্ত বিষয়ত বিৰকতি। মিলান্ত কৃষ্ণত দৃঢ় ভকতি॥ মায়াৰ বন্ধ ছুৰি জ্ঞান দেন্ত॥ অন্তকালে বিষ্ণু পদক নেন্ত॥ কৃষ্ণত নৰ যেবে গৈল লীন। তেবেসে হৰি-নাম উদাসীন॥ এহি মতে নাম গণি লৈয়োক। জানিয়া হৰি নাম ভাবিয়োক॥"

সেইদেখি শঙ্কৰদেৱৰ মতে নাম-ধৰ্ম্মই মুক্তি-লাভৰ সৱাতোকৈ উত্তম পন্থা, আৰু সেইবাবেই মুক্তি বিচাৰি কোনেও ঘৰ-বাৰী এৰি থৈ সন্ন্যাস ধৰ্ম্ম অৱলম্বন কৰিব নালাগে, বেদ পঢ়ি অশেষ পাণ্ডিত্য লভি জ্ঞানৰো দৌল বান্ধিব নালাগে, কৰ্ম্মৰো বিশেষ আৱশ্যক নাই, নাম-ধৰ্ম্মই সকলো গুণ সাধিব। এই ভক্তি-পন্থাৰ নাম-ধৰ্ম্মই শঙ্কৰদেৱে দেখুৱাই দিয়া মতে গীতাৰ জ্ঞানযোগ আৰু কৰ্ম্মযোগৰ দোধোৰ-মোধৰৰ পৰা সাৰিবৰ উপায়—ৰাজআলি! কিন্তু অকল মুখেৰে "ৰাম" বুলিলেই নহয়—

"ভাই! মুখে বোলা ৰাম হৃদয়ে ধৰা ৰূপ।
তেবেসে মুকুতি পাইবা কহিলো স্বৰূপ॥" —কীৰ্ত্তন।

শঙ্কৰদেৱৰ নিজ জীৱনেই সমাজৰ কাৰণে এটি উচ্চতম আৰ্হি। সাংসাৰিক ভাৱে শঙ্কৰদেৱ সংসাৰৰ আছিল। তেওঁ দুবাৰো বিয়া-বাক কৰিছিল আৰু সেইদৰে পৰিবাৰো পোষণ কৰিছিল; কিন্তু তেওঁ সংসাৰী নাছিল; সংসাৰৰ বিষয়-বাসনাৰ লগত তেওঁ তেল আৰু পানীৰ দৰে আছিল। এইসকল মহাপুৰুষেই "পুত্ৰ উপজিলে আনন্দ নকৰে, মৰিলে নকৰে শোক।" যেতিয়া তেওঁৰ প্ৰথম পুত্ৰ জন্ম হয়, তেতিয়া শঙ্কৰদেৱে আনন্দ কৰক চাবি ঈশ্বৰৰ চৰণত এই বুলিহে কাতৰ হৈ পৰিছিল বুলি জনা যায়—

"পাৱে পৰিহৰি কৰোহো কাতৰি
প্ৰাণ ৰাখবি মোৰ।
বিষয় বিষধৰ বিষে ঝৰঝৰ
জীৱন নাৰহে থোৰ॥
অথিৰ ধন-জন জীৱন-যৌৱন
অথিৰ এহু সংসাৰ।
পুত্ৰ পৰিবাৰ সবহি অসাৰ
কৰবো কাহেৰি সাৰ॥
কমল দল জল চিত্ত চঞ্চল
থিৰ নোহে তিল এক।
নাহি ভয়-ভৱ- ভোগে হৰি হৰি
পৰম্পদ পৰতেক॥
কহতু শঙ্কৰ এ দুখ-সাগৰ
পাৰ কৰু হৃষীকেশ।
তুহু গতি মতি, দেহু শ্ৰীপতি
তত্ত্ব পন্থ উপদেশ॥"

আন সময়ত যেতিয়া তেওঁৰ জোঁৱায়েক হৰিক আহোম ৰজাই এটি সামান্য দোষৰ কাৰণে হত্যা কৰায়, তেওঁৰ মৃত্যুৰ আগতে মাধৱদেৱে এই গীতটি ৰচনা কৰি গাইছিল—

"ভয়ো ভাই সাৱধান। যাৱে নাহি ছুটে প্ৰাণ॥
গোবিন্দৰ ফৰমান। নিকটে মিলিব জান॥
জীৱন যৌৱন যোড়। সৱ মায়াময় ছোড়॥
তেজু সব অভিলাষ। দূৰ কৰ মোহ-পাশ॥
হৰি-পদে কৰ আশ। কহয় মাধৱ দাস।"

শঙ্কৰদেৱকে অনুসৰি তেওঁৰ শিষ্যসকলৰ প্ৰায় সকলোৱেই গৃহস্থী, আৰু ঈশ্বৰ শ্ৰীকৃষ্ণৰ চৰণত সকলো সমৰ্পণ কৰি সংসাৰ চলায়। কিন্তু মাধৱদেৱ সংসাৰত বাহ্যিকভাৱেও কোনোৰকমে অনুৰক্ত নাছিল, আৰু তেওঁকে দেখি "কেৱলীয়া ভকত" বুলি এক শ্ৰেণীৰ লোকে বিয়া-বাৰু নকৰাই অতি সাত্ত্বিক আৰু শুদ্ধ ভক্তৰ জীৱন যাপন কৰে বুলি কথিত; কিন্তু এনে লোক ঠায়ে ঠায়ে দুই-এজনহে। মুঠতে, সংসাৰত থাকিও সমাজৰ সকলো লোকে যাতে পবিত্ৰ ধৰ্ম্ম-জীৱন যাপন কৰিব পাৰে এয়ে তেওঁৰ উদ্দেশ্য আছিল, আৰু সেই মতেই কাৰ্য্য কৰিছিল।

তেনেহলে এতিয়া মুঠতে দেখা হ'ল যি "এক-দেৱ এক-সেৱ একত বিনে নাই কেৱ" সনাতন ধৰ্ম্মই সমগ্ৰ সভ্য জগতক একে আলিঙনেৰেই সাবটি ধৰি আছে, শঙ্কৰদেৱে সেই সনাতন ধৰ্ম্মৰ বাজে আন একোকে অসমীয়া সমাজত প্ৰচাৰ কৰা নাছিল। মঙ্গলময় পৰমেশ্বৰৰ যেনেকৈ কোনো নিৰ্দ্দিষ্ট নাম নাই, সেইদৰে মানৱ হৃদয়ত ধৰা তেওঁৰ পৰম পবিত্ৰ বাণী স্বৰূপ যি সত্য ধৰ্ম্ম, তাৰো কোনো নিৰ্দ্দিষ্ট নাম নাই। মহাত্মা গান্ধীয়েও এঠাইত কৈছে, "সকলো ধৰ্ম্মতে আছল ধৰ্ম্ম নিহিত আছে।" জগতত হিন্দু ধৰ্ম্ম বুলি এটা ধৰ্ম্ম নাই, আন কোনো ধৰ্ম্ম বুলিও এটা ধৰ্ম্ম নাই; জগতত আছে মাথোন এক বিশ্বজনীন্ সভ্য ধৰ্ম্ম। যদি বোলা সেয়ে মনুষ্য ধৰ্ম্ম, যদি বোলা সেয়ে সভ্য সনাতন ধৰ্ম্ম। মহাত্মাসকলৰ হৃদয়-সাম্ৰাজ্য অনন্ত নীলিমাৰ দৰে উদাৰ; গোটেই মানৱ জাতিৰ কল্যাণৰ কাৰণেই পৃথিবীত এওঁলোকৰ জন্ম; আৰু এক উমৈহতীয়া উদ্দেশ্য লৈয়ে

এওঁলোকে নানা দুখ-কষ্ট খাই অশেষ লাঞ্ছনা সহিও মানৱ সমাজত বিচৰণ কৰি অনেক জীৱৰ উপকাৰ সাধি যায়। দেশ-কাল-পাত্ৰভেদে এই মহাত্মাসকলৰ উপদেশৰ প্ৰণালীত অলপ লৰ-চৰ হব পাৰে আৰু হোৱাটো বাঞ্ছনীয়; কিন্তু কাৰ্য্যতঃ মূল উদ্দেশ্যত একো ভিন্ দেখা নাযায়। ঠিক যি মহাসত্য প্ৰচাৰৰ কাৰণে য়ুৰ'পত এদিন যীশুৱে ইহুদিবিলাকৰ হাতত প্ৰাণ এৰিছিল, সেই মহাসত্য প্ৰচাৰৰ কাৰণেই মহম্মদে মক্কাত জন্ম লৈ নানা দুখ-কষ্ট পায়; আৰু ঠিক সেই সত্যকে প্ৰচাৰিবৰ কাৰণে অসমত শঙ্কৰদেৱৰ জন্ম হয়। যীশুৰ জন্মৰ আগতে যেনেকৈ য়ুৰ'পত কোনো সত্য ধৰ্ম্মৰ প্ৰাধান্য দেখা নগৈছিল, অনেক অধৰ্ম্মই সত্যৰ ৰাজ-দণ্ড দলিয়াই পেলাই দি নিজে তাৰ শাসন অধিকাৰ কৰি বহিছিল, মহম্মদৰ জন্মৰ আগতে যেনেকৈ আৰববাসী-বিলাকৰ অজ্ঞান আন্ধাৰৰ মাজত মূৰ্ত্তি-পূজা আৰু নাস্তিকতাৰ ক্ৰীড়া চলিছিল, শঙ্কৰদেৱৰ আবিৰ্ভাবৰ আগতেও তান্ত্ৰিক শক্তি-পূজাই বিকৃত আকাৰ ধৰি অনেক তাণ্ডৱ লীলা আৰম্ভ কৰিছিল বুলি জনা যায়। কিন্তু এই সকল মহাপুৰুষে সমাজৰ এনে বিশৃঙ্খল অৱস্থাৰ মাজত জন্মগ্ৰহণ কৰি কেইওপিনে সত্যৰ বিজয় মন্ত্ৰ-জল চটিয়াই বহুমুখী হৈ আঁতৰি যোৱা সকলোকে একমুখী কৰি অশেষ জীৱৰ কল্যাণ সাধিছিল। এই মহাত্মাসকলৰ উপদেশ কোনো ঠাইৰ কোনো বিশেষ শ্ৰেণীৰ লোকৰ কাৰণে নিৰ্দ্দিষ্ট কৰা কেতিয়াও তেওঁলোকৰ উদ্দেশ্য নাছিল, কিন্তু সদায় এই মহাত্মাসকলৰ পিছতহে সেই নামৰ একে ধৰ্ম্ম-সম্প্ৰদায় গঠিত হৈছিল আৰু সিও সদায় সংসাৰৰ সঙ্কীৰ্ণ-মনা আৰু ক্ষুদ্ৰ-বুদ্ধি মানুহৰহে কাম। শঙ্কৰদেৱ যি সময়ত আবিৰ্ভাৱ হৈছিল, সেই সময়ৰ সমাজত তেওঁৰ ডাক পৰিছিল, আৰু সেইমতেই তেওঁ আহি সমাজক অধৰ্ম্ম বা অপধৰ্ম্মৰ মুখত ছাই দি পতিত অৱস্থাৰ পৰা সমাজক ৰক্ষা কৰিলেহি। তেওঁৰ সেই সঞ্জীৱনী শক্তিৰ বলতে অসমীয়া আজিও তেজীয়ান, কিন্তু সেই তেজ আজি ভালেমান বছৰৰ পৰা ক্ৰমে টুটি আহিছে যেন দেখা গৈছে। সেইদেখি অসমীয়াক

আৰো তেনে এটি শকত জাতীয় ভাব দি বশৱন্ত কৰিবৰ আৱশ্যক হৈছে। অসমৰ দাতি-কাষৰীয়া সকলো পিছ-পৰা জাতিক ৰাজনৈতিক বা আন শোষণত অসমৰ পৰা আঁতৰি যোৱা সকলো জাতিক এতিয়া বুকুলৈ সাৱটি আনিবলৈ সেই উদাৰ ধৰ্ম্ম প্ৰচাৰৰ নিচিনা সেই উদাৰ সাহিত্য-প্ৰভাৱ বিস্তাৰৰ বাহিৰে আন উপায় নাই। তাৰ কাৰণে সম্প্ৰতি "শঙ্কৰদেৱৰ নামে এটি অনুষ্ঠান পাতি চাই চিন্তি তেওঁৰ পবিত্ৰ নাম লৈ কামত আগবঢ়াৰ বোধ কৰোঁ অতি উপযুক্ত সময় হৈছে। শঙ্কৰদেৱ আজি অসমত নোহোৱা হোৱা নাই, আৰু অসমীয়া জাতি থাকে মানে শঙ্কৰদেৱ নোহোৱা হব নোৱাৰে। তেওঁৰ স্থূল দেহা জুই-ছাইৰ লগত মিলি গ'ল সচা, কিন্তু সিও অসমীয়াৰ জল-বায়ুৰ লগতহে মিল হৈ আছে ; তাৰ বাহিৰ হব পৰা নাই। আজিৰ অসমীয়া সমাজৰ প্ৰাণ আৰু আত্মা সেই শঙ্কৰদেৱৰ প্ৰাণৰ ৰূপান্তৰ মাত্ৰ। সেই শঙ্কৰদেৱক নমস্কাৰ! সেই শঙ্কৰদেৱৰ প্ৰাণ স্বৰূপ অসমীয়া সমাজৰ জয় হওক॥ সেই শঙ্কৰদেৱৰ বুকুৰ তেজ স্বৰূপ অসমীয়া সাহিত্যৰ জয় হওক !!!

"জয় গুৰু শঙ্কৰ সৰ্ব্ব গুণাকৰ
যাকেৰি নাহি উপাম।
তোহাৰি চৰণকু ৰেণু শত কোটি
বাৰেক কৰোঁহো প্ৰণাম॥
পণ্ডিত মানী বেদ বখানি
গৰব কয়লি সব চুৰ।
গীত, কৱিত্ব গুণ শঙ্কৰদেৱৰ
কীৰিতি গয়ো বহুদূৰ॥
ভকতি ভাণ্ডাৰ দ্বাৰ সব ছোৰি
মুকুতি কয়লি উদাস॥
এক-শৰণ হৰি নাম-ধৰম কহো
বাজা কৰু পৰকাশ॥"—ভট্টিমা।*

---

## তেইশ

# কুৰি শতিকালৈ শঙ্কৰদেৱৰ বাণী

শক্তিৰ ধ্বংস নাই, ৰূপান্তৰ আছে। শক্তিৰ দৰে পদাৰ্থৰো বিনাশ মানে ৰূপান্তৰ মাত্ৰ হব পাৰে ; পিছে ইয়াৰ আমি সদায় গম ধৰিব নোৱাৰোঁ, কিন্তু ধ্বনি-প্ৰতিধ্বনিৰ দৰে শক্তিৰ ৰূপান্তৰিত অৱস্থাৰ আমি তৎ পাওঁহঁক। শ্ৰীশঙ্কৰদেৱৰ পঞ্চভূতী দেহা কোন কেতিয়াই পঞ্চ ভূতত মিহলি হল ; কিন্তু অসমীয়া সঙ্গীত আৰু নাট্যকলা, অসমীয়া সাহিত্য, অসমীয়া সমাজ, অসমীয়া জাতীয়তা, অসমীয়া ধৰ্ম্ম স্বৰূপে তেওঁৰ শক্তি আজিও ৰূপান্তৰিত হৈ আছে। "জায়ন্তে চ ম্ৰিয়ন্তে চ মদ্বিধাঃ ক্ষুদ্ৰ-জন্তবঃ।" শক্তিৰ স্ফুৰণ নোহোৱা কীৰ্ত্তিহীন লোকহে যথাৰ্থতে মৰে। "কীৰ্ত্তিৰ্যস্য স জীৱতি।" অসমীয়া জাতি, ধৰ্ম্ম, সাহিত্য আৰু সমাজ জগতত তিষ্ঠি থাকে মানে স্বৰূপতে শ্ৰীশঙ্কৰদেৱৰো তিৰোভাব তিথিতকৈ আবিৰ্ভাব তিথিৰ ওপৰত সৰহ হেচা দিয়া বৰ সময়োপযোগী কথা হৈছে ; আৰু ই স্পষ্টকৈ প্ৰমাণ কৰিছে, আমাৰ মনত শ্ৰীশঙ্কৰদেৱ ইমান দিন লুকাই আছিল যদিও, সম্প্ৰতি আকৌ আমাৰ মনতে সেই মহাপুৰুষ তুনাই আবিৰ্ভূত হৈছে।

"ভাৰত ৰত্নৰ দ্বীপ, মনুষ্য শৰীৰৰ নৌকা।" নাও পচা বস্তু সচা, পিছে তাৰ সহায়েৰেই নেগেলা-নপচা যুগমীয়া বেহানি বা "মহাৰত্ন" বেহাই লব পাৰি। তেতিয়া অকল এই পচা শৰীৰেই নহয়, লগতে কাল আৰু দেশো সাৰ্থক হয়। "ধন্য ধন্য কলি কাল, ধন্য নৰ তনু ভাল, ধন্য ইটো ভাৰত বৰিষ।" পাৰ্থিব সাম্ৰাজ্য অৱশ্যে ক্ষুদিনীয়া, ইয়াৰ শাসনো সেইদৰে ছাইৰ আলি : কিন্তু শ্ৰীশঙ্কৰদেৱৰ দৰে মহামনীষীসকলে মানুহৰ হৃদয়ত যি সাম্ৰাজ্য পাতি গৈছে, সি চিৰকাল যাউতিযুগীয়া হৈয়ে ৰৈছে ; আৰু তাৰ শাসনো শিলৰ আলি।

সনাতন ভাব, সত্য আৰু নীতি, কালৰ অধীন নহয় ; বৰঞ্চ কালৰ জুয়ে পুৰি ইহঁতক অধিক উজ্জ্বলহে কৰে। সেইহে শ্ৰীশঙ্কৰদেৱৰ ধৰ্ম্ম, নীতি আৰু মতবাদ যোৱা পাঁচ শ বছৰেও বাহি হোৱা নাই আৰু অহা পাঁচ শতিকাতো পুৰণি নহব বুলি বিশ্বাসেৰে কব পাৰি। সেই পঞ্চদশ শতিকাৰ আদৰ্শবাদ আজি কুৰি শতিকাৰ প্ৰগতিশীল যুগতো অগ্ৰগতি হৈ আছে বুলিয়েই শ্ৰীশঙ্কৰদেৱৰ সাহিত্য আজি back-number হোৱা নাই, আৰু শ্ৰীশঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম্মও আজি dead letter নহয়।

সৌ সিদিনা মাথোন লোকমান্য তিলকে কলে, 'স্বৰাজ আমাৰ জন্ম স্বত্ব' ; মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে সুদূৰ পঞ্চদশ শতিকাতে ইয়াতকৈ অনেক ব্যাপক আৰু গভীৰ অৰ্থত বৈষ্ণৱ ধৰ্মৰ যোগেদি সাম্য-মৈত্ৰী-স্বাধীনতাৰ মহাবাণী প্ৰচাৰি গল। মহাত্মা গান্ধীৰ 'হৰিজন', 'অস্পৃশ্যতাবৰ্জন', 'হিন্দু-মুছলমানৰ একতা'ৰ আন্দোলন পাঁচ শ বছৰৰ পূৰ্বেই, মহাপুৰুষে অকল উপদেশেৰে নহয়, কাৰ্য্যেৰে কৰি দেখুৱাই গৈছে। "চাণ্ডালো হৰি নাম লয়ে মাত্ৰ। কৰিবে উচিত যজ্ঞৰ পাত্ৰ।" আদি উপদেশৰ মৰ্মেৰে শ্ৰীশঙ্কৰদেৱে গাৰোৰ গোবিন্দ, মিৰিৰ পৰমানন্দ, নগাৰ নৰোত্তম, কছাৰীৰ ৰমাই, কৈৱৰ্ত্তৰ পূৰ্ণানন্দ, বনীয়াৰ হৰিদাস, ভোটৰ দামোদৰ আৰু মুছলমানৰ চান্দখাঁক নিজ ধৰ্মৰ ভিতৰ সুমুৱাই হৰি-ভকত কৰি লৈছিল। সনাতন বৈষ্ণৱ ধৰ্ম্মৰ চিৰন্তন সত্যৰ ইয়াতকৈ জীৱন্ত প্ৰমাণ লাগিছেনে? আজিৰ জন-শিক্ষাৰ আন্দোলন ভাৰতবৰ্ষৰ এটা ন কথাৰ দৰে হৈ তল-ওপৰ লগাইছে ; কিন্তু মধ্যযুগৰ সেই ঘোৰ অন্ধকাৰৰ মাজতে ছন্দ, গীত, নাট, সত্ৰ আৰু নামঘৰ আদিৰ যোগে ব্যাপক আৰু সফলৰূপে শ্ৰীশঙ্কৰদেৱে নিৰক্ষৰতাৰ হেঙাৰ গুচাইছিল। সৰহ কি, কুৰি শতিকাৰ ভাৰতবৰ্ষৰ অতি আকাঙ্ক্ষিত স্বায়ত্ত-শাসনৰ ভেটি সহজে খহিব নোৱৰাকৈ সেই পঞ্চদশ শতিকাতে মহাপুৰুষে বান্ধি থৈ গৈছে। স্বৰূপতে অসমৰ নামঘৰ আৰু সত্ৰবিলাকেই জন-শিক্ষাৰ দৰে

স্বায়ত্ত-শাসনবো যাই কেন্দ্ৰ আৰু ভাৰতবৰ্ষৰে এটি আপুৰুগীয়া অনুষ্ঠান। বাস্তৱতে বৰ্ত্তমানৰ সংস্কৃত শাসন নিদি অসমক বঙ্গ, পঞ্জাব আদি প্ৰদেশৰ তল শাৰীত চীফ কমিশ্যনাৰৰ প্ৰদেশ ৰূপে ৰাখিব বুলি কথা ওলাওঁতে ১৯১৯ খৃঃত অসমৰ হকে বিলাতত খাটনি ধৰিবলৈ যাওঁতাসকলে এই কথাতেই খোপনি ধৰি ভিকি আহি অসমৰ বৰ্ত্তমান political prestige ৰক্ষা কৰিছে। মুঠতে মহাপুৰুষৰ মহৎ শক্তিৰ বলত এক ধৰ্ম-নীতিয়েই নিজ বুকুত ধৰ্মনীতি, সমাজনীতি আৰু ৰাজনীতি তিনিওকে এক কৰি বঢ়িয়াকৈ সামৰি লৈছিল। দুৰ্ভাগ্যৰ বিষয়, সেইবোৰৰ আংশিক শিক্ষাকে আজি পাঁচ শ বছৰৰ মূৰত আমি নতুন বুলি লৈ লোকৰ চৰণ-তলত বহি নিজক কৃতাৰ্থ মানিব লগা হৈছে।

Democracy (গণতন্ত্ৰবাদ)ৰ বিং আজি অকল ভাৰতে নহয়, সদৌজগতৰ ইমূৰৰ পৰা সিমূৰলৈ এটি নতুন বাতৰি ৰূপে শুনা গৈছে। কিন্তু শঙ্কৰদেৱে পাঁচ শ বছৰৰ আগতে ব্যাপকভাৱে সেই গণতন্ত্ৰবাদৰ গুটি সিঁচি যোৱা নাই নে? বাইবেলৰ প্ৰথম ইংৰাজী অনুবাদক, ইংৰাজী গদ্যৰ পিতা, জন উইক্লিফৰ দৰে, সৰ্বসাধাৰণৰ দুষ্প্ৰাপ্য আৰু দুৰ্বোধ্য সংস্কৃত সাহিত্য মথি নিজ মাতৃভাষাত ধৰ্মৰ অমৃত বিলাই দিয়াই প্ৰথম গণতন্ত্ৰবাদৰ কাৰ্য্যকৰী পন্থা। শঙ্কৰদেৱ, মাধৱদেৱ আদি বৈষ্ণৱ কবিসকল সংস্কৃত ভাষাত এনে বিদগ্ধ পণ্ডিত আছিল যে অকল ইচ্ছা কৰা হলেই সংস্কৃতত নিজ গ্ৰন্থ ৰচি এওঁলোক ভাৰত-পূজ্য হব পাৰিলহেতেন। মধ্যদশমত অনন্ত কন্দলীয়ে স্পষ্টকৈয়ে কৈছে, "শ্লোক সংস্কৃত আমি লিখিবাক ভাল জানি, তথাপি কৰিবো পদবন্ধ। স্ত্ৰীশূদ্ৰ আদি যত, জানোক পৰম তত্ত্ব, শ্ৰৱণত মিলোক আনন্দ॥" শ্ৰীশঙ্কৰদেৱৰ আদৰ্শকে শিৰত ধৰি দামোদৰদেৱেও জনশিক্ষা আৰু সুগম কৰিবৰ মনেৰে কথা-অসমীয়াত ভাগৱত ৰচিবলৈ এই বুলি বৈকুণ্ঠনাথ ভট্টদেৱক আদেশ দিছিল, "আৰ এক জগত ঈশ্বৰ আজ্ঞা ধৰা। কথা বন্ধে একখণ্ড ভাগৱত কৰা॥ পূৰ্বে মহাপুৰুষে কৰিলা দশ স্কন্ধ। কীৰ্ত্তন ভটিমা ছবি ছুলৰী সুছন্দ॥

তাত কৰি সুগম কৰিয়ো ভাগৱত। স্ত্রী-শূদ্র সৰ্ব্বলোকে বুঝে যেন মত ॥" গতিকে spiritual bureaucracy ( আধ্যাত্মিক আমোলা-তন্ত্রবাদৰ ) বিৰুদ্ধে শ্রীশঙ্কৰদেৱেই পাঁচ শ বছৰৰ পূৰ্বে এই যুগমীয়া বিদ্রোহ তোলে; আৰু তাকো মধ্যযুগৰ জগত-ঢকা এনে ঘোৰ অন্ধকাৰ আৰু উলঙ্গ স্বাৰ্থপৰতাৰ তাণ্ডৱ নৃত্যৰ মাজত য'ত আভিজাত্য শ্রেণীৰ বাহিৰে আনে ঈশ্বৰৰ নামসূচক কোনো বিশেষ শব্দ উচ্চাৰণ কৰিলে জিবা কাটি পেলাবৰ অধিকাৰো দাবী কৰিছিল। তদুপৰি সিবোৰৰ মধ্যস্থতা নৈ জলে-শিলে নুপূজিলে মৰি বা জীয়াই ইবোৰৰ কল্যাণ নাই, এনে আওকথাৰ শিলো এওঁলোকৰ পেটত সুমুৱাই দিয়া হৈছিল। শ্রীশঙ্কৰদেৱে এনে অধৰ্ম্মৰ সাম্রাজ্যবাদ ধ্বংস কৰি তাৰ ঠাইত পৱিত্র আধ্যাত্মিক স্বতন্ত্রবাদ থাপনা কৰে, আৰু নাম-ধৰ্ম্মই তাৰ নিৰ্মল শুভ্র পতাকা।—

"হৰিনাম ৰসে বৈকুণ্ঠ প্রকাশে, প্রেম অমৃতৰ নদী।
শ্রীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা, বহে ব্রহ্মাণ্ডক ভেদি॥"

সচাকৈয়ে সি বৈকুণ্ঠৰ "পাৰ ভাঙি" "ব্রহ্মাণ্ডক ভেদি" আজিও ব'ব লাগিছে।

মহাত্মা গান্ধীয়ে তেওঁৰ বহুমূলীয়া গীতা-ভাষ্যৰ পাতনিত কবৰ দৰে, প্রকৃততে জীৱ-মাত্রই ঈশ্বৰৰ অৱতাৰ; কিয়নো জীৱমাত্রই ঈশ্বৰৰ অংশ। কিন্তু যিসকল লোকত সেই যুগৰ চৰম ধৰ্ম-জাগৃতি আৰু ঐশ্বৰিক বৃত্তি-সমূহৰ বিকাশ দেখা পোৱা হয়, লৌকিক কথাত এনে লোকসকলহে অৱতাৰ বোলা হয়। বাসুদেৱ কৃষ্ণ এই অৰ্থতে অৱতাৰ, আৰু শঙ্কৰদেৱো তেনে। সদৌ ভাৰতৰ কথা নধৰিলেও, অন্ততঃ অসমত সেই যুগত কি শাৰীৰিক, মানসিক, নৈতিক আৰু আধ্যাত্মিক শক্তিৰ বিকাশত, কি ধৰ্ম-জাগৃতিত, শ্রীশঙ্কৰদেৱৰ সমকক্ষ কোন আছিল? সমসাময়িক মতবাদৰ আগত শ্রীকৃষ্ণৰ দৰে আধুনিক যুগৰ প্রায় সৰ্ববাদীসম্মত পূৰ্ণব্রহ্ম অৱতাৰেও অটলভাৱে ঠিয় দিব নোৱাৰিছিল; কিন্তু শ্রীশঙ্কৰদেৱৰ সমসাময়িক তেওঁৰ সবল বিশ্বাসী

পণ্ডিতসকলৰ কথাই নাই, আদিতে প্ৰতিদ্বন্দ্বী আৰু বৈৰভাৱে কাষ চপা মাধৱদেৱ আৰু সাৰ্বভৌম ভট্টাচাৰ্য্যৰ নিচিনা মনীষীয়েও শেষত শঙ্কৰদেৱক সাক্ষাৎ ঈশ্বৰ-অৱতাৰ বুলি ভক্তি-অৱনত হৈ বজ্ৰ-গম্ভীৰ স্বৰে ঘোষি গৈছিল : আৰু নিজে আভিজাত্য কুলৰ মুকুট-মণি স্বৰূপ হৈও দীন জাত্যাভিমানত ওফন্দি শ্ৰীশঙ্কৰদেৱক ঈশ্বৰ অৱতাৰ বুলিবলৈ টান পোৱা হীন মনৰ লোকবিলাকৰ প্ৰতি সেই সাৰ্বভৌম ভট্টাচাৰ্য্য আৰু ৰাম সৰস্বতী আদি ভক্তসকলে কৰা অজস্ৰ নিন্দাবাদ চৰিত-পুথিৰ পাতত আজিও জিলিকি ৰ লাগিছে। জন্ম এটা আকস্মিক কথা বুলিয়েই, অৱতাৰবাদে হীন জাত্যাভিমান স্বীকাৰ নকৰে। সেইহে শ্ৰীকৃষ্ণই গুৱালৰ ঘৰত জন্ম লৈছিল : আৰু ৰামানুজাচাৰ্য্য, চৈতন্যদেৱ প্ৰভৃতি আভিজাত্য শ্ৰেণীৰ ধৰ্মগুৰুৰ গুৰু আছিল হীন-কুলীয়া শূদ্ৰৰ। অৱতাৰবাদৰ ই এক বিশেষত্ব বুলিয়ে কব পাৰি।

এজন প্ৰসিদ্ধ বঙালী গায়কে গাইছে—"পেটেৰ ক্ষুধা যে জন নিবায় সেই ত ভগবান।" সচা কথা, তেনেহলে যিজনে সামান্য পেটৰ ভোককে নহয়, আত্মাৰ অনন্ত ভোক-পিয়াহ পলুৱাবৰ বাবে চিৰকাললৈ অসমীয়া জাতিৰ মুখৰ আগত মহা অমৃতৰ অক্ষয় ভাণ্ড দাঙি ধৰিছে, সেইজন ভগৱানৰো ভগৱান নহয় নে? অসমৰ সেই ৰাষ্ট্ৰ-বিপ্লৱ, সমাজ-বিপ্লৱ, ধৰ্ম-বিপ্লৱৰ কালত শঙ্কৰ মহাপুৰুষ অৱতীৰ্ণ নোহোৱা হলে আজি অসমীয়া বুলি চিনাকি দিবলৈ কিবা থাকিল-হেতেন নে? হব পাৰে পুষ্যবৰ্মা ৰজাৰ দিনৰে অসমৰ ভাস্কৰ কলাত অলপতে পোৱা বাসুদেৱ মূৰ্ত্তি আৰু প্ৰাক্-শঙ্কৰী যুগৰ কামৰূপৰ তামৰ ফলিত পোৱা বৰাহৰূপী বিষ্ণুৰ প্ৰতি স্বস্তিবচন আৰু মাধৱ কন্দলী আদি প্ৰাক্-বৈষ্ণৱ কবিসকলৰ ভণিতাৰ পৰা শ্ৰীশঙ্কৰদেৱৰ পূৰ্ব্বেই বিষ্ণু সেৱা আগ-শাৰীলৈ আহিব খোজা বুলি অনুমান কৰিব পাৰি; কিন্তু পুৱতী তৰাই দিনৰ দুপৰ বা এজাক বৰষুণে বাৰিষাৰ পয়োভৰ প্ৰমাণ ন কৰাৰ দৰেই, মানসিক সঙ্কীৰ্ণতা আৰু বিদ্বেষমূলক এনেবোৰ তৰ্কবাদেও শঙ্কৰ-সূৰ্য্যৰ পোহৰ

চাকি ৰাখিব নোৱাৰে। অসমৰ সেই কালৰ বুৰঞ্জীয়েই জলজলপট-পটকৈ দেখুৱায় যে পঞ্চদশ শতিকাৰ নিচিনা বিপ্লৱৰ কালত নিজ ভাষা-সংস্কৃতি আৰু ধৰ্ম বিসৰ্জন দি অসমীয়া জাতি হয় ধ্বংস পাব লাগিছিল, নহয় চাৰিও পাশৰ আবৰী জাতিৰ লগত মিলি যাব লাগিছিল; পিছে তাৰ পৰিবৰ্ত্তে অসমৰ জাতীয় চৈতন্য নৱ বৈষ্ণৱ ধৰ্মৰ যোগেদি ভাৰতৰ মহাজাতীয় চৈতন্যৰ লগত মিলাই দি আমি আজি যি গৌৰৱান্বিত অৱস্থা আৰু সুবিধা ভোগ কৰিছোঁহঁত, তাৰ বাবে এই মহাপুৰুষৰ ওচৰত আমি সহস্ৰভাৱে ঋণী। সত্য কথা, বেলিৰ পৰা পোহৰ পৃথকাব নোৱৰাৰ দৰে শ্ৰীশঙ্কৰদেৱৰ পৰা অসমৰ জাতীয় সংস্কৃতি আৰু উন্নতি বেলেগাব নোৱাৰি। অৱশ্যে ধৰ্ম্ম জীৱনত যেনেকৈ যোৱা পাঁচ শ বছৰে কোটি কোটি নৰ-নাৰীয়ে শঙ্কৰদেৱক সাক্ষাৎ ঈশ্বৰ বুলি মানি তৰি গৈছে; কৰ্ম জীৱনতো শঙ্কৰদেৱ অসমীয়া জাতিৰ saviour, ত্ৰাণকৰ্ত্তা। শঙ্কৰদেৱক সেই-দৰে মানি জাতীয় মুক্তি বিচাৰিবৰ কাল আহিল বুলি আমাৰ বিশ্বাস। "শ্ৰীমন্ত শঙ্কৰ হৰি ভকতৰ জানা যেন কল্পতৰু। তাহান্ত বিনাই নাই নাই নাই আমাৰ পৰম গুৰু॥" এই ঘোষাত "হৰি-ভকতৰ" ঠাইত 'দেশ-ভকতৰ' কথাটি খুৱাই ইয়াকে অসমৰ জাতীয় motto (মত) ৰূপে সোণালী আখৰেৰে লিখি লৈ কামত আগবঢ়া উচিত।

অতীত বুৰঞ্জীৰ ভেটিত ভৰি দিবৰ সকাম আমাৰ সমূলি নাই যদি আমি তাত ভবিষ্যতৰ সোণৰ কাৰেং ঠিয় কৰিব নোৱাৰোঁ। শ্ৰীশঙ্কৰদেৱো এটা spent-up force হোৱা হলে তেওঁৰ জন্মোৎসৱ পাতি আমি ইয়াত অযথা সময় কটাবলৈ নাহিলোঁহেঁতেন; কিন্তু যোৱা পাঁচ শ বছৰেও এই মহাপুৰুষ অসমীয়াৰ কাৰণে শক্তিৰ এক অক্ষয় ভঁৰাল হৈ আছে বুলি আগতে উন্মুকিয়াই অহা হৈছে। ইংৰাজ কবি ৱৰ্ডছৱৰ্থে উনৈশ শতিকাৰ ইংলণ্ডৰ অৱনত সমাজলৈ লক্ষ্য কৰি ধৰ্মপ্ৰাণ পূৰ্বকবি জন মিল্টনক আহ্বান জনাইছিল—

"Milton! Thou shouldst be living at this hour: England hath need of thee." মিল্টনৰ লগত ইংৰাজ সমাজৰ সম্বন্ধতকৈ শঙ্কৰদেৱৰ লগত অসমীয়া সমাজৰ সম্পৰ্ক সহস্ৰ গুণে ঘনিষ্ঠ, আৰু উনৈশ শতিকাৰ ইংৰাজ সমাজতকৈ আধুনিক অসমীয়া সমাজৰ অধঃপতন হয়বা শতগুণে চৰা; এনে অৱস্থাত অসমীয়া জাতিৰ অদ্বিতীয় ত্ৰাণকৰ্ত্তা শ্ৰীশঙ্কৰদেৱৰ নাম নলৈ আমি কাৰ নাম ল'ম? প্ৰকৃততে অসমৰ বৈষ্ণৱ যুগৰ বুৰঞ্জী ইংলণ্ডৰ ৰেণেছেঞ্চ্ আৰু এলিজাবেথ যুগৰ ইতিহাসৰ সমন্বয় স্বৰূপ। সকলো প্ৰকাৰ বিপ্লৱত জুৰুলা হোৱা এই দেশক সৰ্বোভাৱে সুস্থ আৰু সবল কৰি তুলিছিল এক নিৰ্মল সত্য সনাতন ধৰ্মই, সেয়ে বৈষ্ণৱ ধৰ্ম; অসমীয়া সমাজৰ হেৰোৱা চৈতন্য আৰু আত্মবিশ্বাস পুনৰ থাপিছিল এক বিপুল সাহিত্যই, সেয়ে বৈষ্ণৱ সাহিত্য; আৰু অসমীয়া জাতিৰ ধমনিত ন-কৈ তপত তেজৰ সোত বোৱাই প্ৰাণ স্পন্দিত কৰি তুলিছিল এজন মহাপুৰুষে, সেইজনেই শ্ৰীশঙ্কৰদেৱ।

কিন্তু আমি সম্প্ৰতি পতনৰ এনে ঠিয় গড়াত ভৰি দিছোঁহি যে যিজনৰ কাষত আমি অকল পৰকাললৈ নহয়, ইহ জীৱনৰ বাবেও পুৰুষে পুৰুষে ঋণগ্ৰস্ত, সেই মহাপুৰুষকে হয়বা কোনো-কোনোৱে চিনি নোপোৱা হৈছোঁহিহঁত; সৰহ কি, কোনো-কোনোৱে হয়বা আমাৰ বৰ্ত্তমান নিজ পৰাধীনতা, ভীৰুতা আৰু নীচতাৰ মেটমৰা ভাৰখনো সেই মহাপুৰুষেই আমাৰ কান্ধত তুলি দিলে বুলি কৈ নিজ বুদ্ধি-বিপৰ্য্যয়ৰ পৰাকাষ্ঠা দেখুৱাবলৈও সঙ্কোচ বোধ নকৰা হৈছোঁহঁত! অশলাগীতকৈ অকল্যাণী হীন জীৱ অৱশ্যে পৃথিৱীত নাই; যিবোৰে আজি ৰজাৰ ভৃত্যৰ অকিঞ্চিৎকৰ অনুগ্ৰহপ্ৰাৰ্থী হৈ নিজক কৃতাৰ্থ মানিছোঁকহঁত, সেইবোৰেই জগতৰ হয়বা সৰহখিনি গুৰুৱেই পাবলৈ হামবাও কাঢ়ি ফুৰা অতি-আকাঙ্ক্ষিত ৰাজগুৰুৰ সম্মান আৰু তাৰ অনুগামী পুৰুষানুক্ৰমিক ৰাজ-অনুগ্ৰহ উপযাচি দিয়াতো ভৰিবে ঠেলা মহাপুৰুষজনেই আমাক দাসত্ব শিকালে

বুলি কোনখন মুখেৰে কওঁহঁত ? যি মহাপুৰুষীয়া ধৰ্মত দীক্ষিত কেইজনমান নিৰস্ত্ৰ লোকেই চাৰি কুৰি বছৰ ধৰি এক প্ৰবল ৰাজশক্তিৰ থৰ-যুগুতি হেৰুৱাইছিল, আৰু তেনে যি কেইজন প্ৰজাক দমাবলৈকে শেষত দেশৰ স্বাধীনতাক বিপন্ন কৰিও জয়ে জয়ে বিদেশী ইংৰাজ শক্তিৰ শৰণাপন্ন হব লগা হৈছিল, সেই মহাপুৰুষীয়া ধৰ্মই 'নিৰামিষী' হবলৈ শিকাই অসমীয়া জাতিৰ পৰাধীনতা আনিলে বুলি আত্মসম্মানৰ দোহাই দি কেনেকৈ কব পাৰোঁহঁত ? বুৰঞ্জীয়ে আন-হাতে স্পষ্টকৈ দেখুৱায় যে আৱশ্যক বোধ কৰা হ'লে শিবাজীৰ দৰে এই মতাৱলম্বী লোকসকলেৰেই এটি প্ৰতাপী ৰণুৱা ফৌজ গঠন কৰিব পৰা হলহেতেন। তদুপৰি বৈষ্ণৱ ধৰ্মৰ প্ৰতি শ্ৰদ্ধাতকৈ সেই ধৰ্মক কৰা অপমানেই অসমৰ পৰাধীনতাৰ বাবে নিসন্দেহে ঘাই জগৰীয়া। অসমীয়া জাতিৰ পুনৰুত্থান বাঞ্ছা কৰিলে সেই হীন মনোবৃত্তি আঁতৰ কৰি বৈষ্ণৱ ধৰ্মৰ প্ৰতি scrupulous faith উদ্ধাৰ কৰিবই লাগিব।

অসমৰ বৰ্ত্তমান বিষম দুৰ্দ্দশা। অতীতৰ বিপুল অসম আজি এটা জকাইচুকত পৰিণত হৈছে ; অতীতৰ বিৰাট অসমীয়া জাতি হাড়-ছাল ওলোৱা কেইটামান দুৰ্ভগীয়া জীৱৰ সমষ্টি স্বৰূপ হৈ পৰিছে, এইবাবেই অসমৰ ৰাজনৈতিক পৰিস্থিতিও শঙ্কটাপন্ন হৈছে। অসম দেশত অন-অসমীয়াৰ লেখ সৰহ ; একালত শ্ৰীহট্টই অসমক গিলিব খোজে, অথচ শ্ৰীহট্টই এৰিলেও অসমৰ শ্ৰী-হত হৈ বৰ্ত্তমান ৰাজ-নৈতিক সম্মান হেৰুৱাই চীফ-কমিশ্যনাৰৰ অধীনৰ এখন নগণ্য প্ৰদেশ হোৱাৰ ভয় ! অথচ ইফালে পুৰণি অসমৰ শতপৱিত্ৰ তীৰ্থ, স্বয়ং শ্ৰীশঙ্কৰদেৱ-মাধৱদেৱ আৰু দামোদৰদেৱৰ শেষ কৰ্ম্মভূমি আৰু সমাধিস্থান, অসম-গৌৰৱ কোচ ৰজাসকলৰ ৰাজধানী, মহাৰাজ নৰনাৰায়ণ আৰু বীৰ চিলাৰায়ৰ ক্ৰীড়া আৰু সমাধি-ভূমি কোচ-বেহাৰ আদি এতিয়াও বিজাতিৰ পদদলিত। আত্মসম্মান থকা এটা জাতিৰ পক্ষে ইয়াতকৈ অকীৰ্ত্তিকৰ আৰু লজ্জাজনক কথা কিবা হ'ব পাৰিলেহেতেন নে ? কোনো আত্মমৰ্য্যাদা থকা জাতিয়ে এইদৰে

নিজ মাতৃক জীয়াই তুছোৱা কৰিবলৈ দিব পাৰিলেহেতেন বুলি ভাবিব পাৰিনে? তথাপি আমি জানো, "তেজ ধুলে উটে, মঙহ ধুলে মুটে।" এইদৰে শাসনকৰ্ত্তাসকলৰ অজ্ঞতাৰ দোষত ভাই-ভাই ঠাই-ঠাই হৈ থাকিলেও, সেই কোচবেহাৰ ৰংপুৰ জলপাইগুৰি আদি ঠাইৰ আমাৰ সোদৰৰ ভাইসকলে নিশ্চয় পুনৰ অসম-মাতৃৰ বুকুলৈ আহিবলৈ ইচ্ছা কৰিব। বিশেষকৈ অসমৰ আগমঙহ স্বৰূপ কোচবেহাৰ; তাৰ মহাপুৰুষীয়া সত্ৰ মধুপুৰ, কাকত-কুটা, ভেলাডঙা আদি সত্ৰ; আজিও ই অসমৰ অনেক পুৰোহিতৰ কাৰ্য্য-ক্ষেত্ৰ, আৰু বিশেষকৈ অসমীয়া ভাষা আৰু সংস্কৃতিৰ অস্থি এতিয়াও এইবোৰ ঠাইত বৰ্ত্তমান। গতিকে শ্ৰীশঙ্কৰদেৱৰ পতিত-পাৱন নামৰ বাহিৰে এই বিষয়তো অসমক উদ্ধাৰ-কৰোঁতা কেও নাই। তেনেহলে আহক, আমি সকলোটিয়েই অসমৰ ধৰ্ম্মগুৰু কৰ্মগুৰু শ্ৰীশঙ্কৰদেৱৰ প্ৰেৰণাকাঙ্ক্ষী হৈ ভবিষ্যতৰ সোণৰ অসম গঢ়িবলৈ দৃঢ়সংকল্প হওঁহঁত! অসম মাতৃৰ ভবিষ্যতৰ উজ্জ্বল মহিমাময় ৰূপটি সৌৱা অনতিদূৰত জিলিকিব লাগিছে! আহক, আটায়ে দিব্য চকু লভি সেই ভুবন মোহন ৰূপটি চাই মানৱী জীৱন সাৰ্থক কৰোঁহঁত।

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ সদৌ অসমীয়া জাতিৰে এনে এজন মহান্ কৰ্ণধাৰ। এই পুৰুষৰ চৰণ-প্ৰসাদত অসমীয়াই লাভ নকৰিলে কি? ধৰ্ম পালে, সুনীতি-সদাচাৰ পালে, ভাষা-সহিত্য পালে, আৰু এক জাতীয় জীৱন পালে।—

"চাৰি বেদ শিৰোমণি মাঝে যাকেৰি চৰণ বিকাশ।
সেহি দেৱকো কয়লি কলিকো শঙ্কৰদেৱ পৰকাশ॥...
মায়া নৰ-তনু ধৰি হৰি-ভকতি কয়লি বহু পৰচাৰ।
সৱ নৰ পাপ- পয়োধি মজ্জল তাহে কয়লি উদ্ধাৰ॥
অৱ নিশি চাৰি বেদ বিচাৰি বেকত কৰু হৰিনাম।
যাকেৰি বয়নে মিলাই গাই পাই মনোৰথ কাম॥
পণ্ডিত মানী বেদ বখানি গৰব কয়লি চুৰ।
গীতা-কবিত্ব গুণ শঙ্কৰদেৱৰ কীৰিত্তি গয়ো বহুদূৰ॥

শ্ৰীযশ দান মান ভূত দায়া সৱগুণ সম্পন্ন ঠিক।
ভকতক ভকতি দানে কৰু গুৰু দায়া তনয় অধিক ॥
হৃখিক মূৰতি সুকৃতি মনগমন মজ্জন আনন্দ-সিন্ধু।
ঐসন নিৰমল হৃদয়ে বিকশিত ভকত-কুমুদ কুল-ইন্দু ॥
নিজ কুল তাৰি ভকতি বিস্তাৰি বান্ধল হৰিগুণ সেতু।
কলিযুগে পাপ- পয়োধিত সব নৰ তাৰণ কাৰণ হেতু ॥
ভকতি-ভাণ্ডাৰ দ্বাৰসৱ ছোৰি মুকুতি কয়লি উদাস।
এক-শৰণ হৰি নাম-ধৰমকহো ৰাজা কৰু পৰকাশ ॥
কি কহব শঙ্কৰ দেৱৰ মহিমা জানি অন্ত নপাই।”……

শ্ৰীশঙ্কৰদেৱৰ যত্নতে সকলোৱে আধ্যাত্মিক স্বাধীনতা আৰু সমতা লাভ কৰিলে ; ঈশ্বৰ-ভক্তিত ব্ৰাহ্মণ-চাণ্ডাল, জাতি-অজাতি, যৱন-ভোত, গাৰো-মিকিৰ সকলো সমান। সেইদেখি “চাণ্ডালো হৰিনাম লয়ে মাত্ৰ। কৰিবে উচিত যজ্ঞৰ পাত্ৰ।” “কৃষ্ণৰ কথাত যিটো ৰসিক। ব্ৰাহ্মণ জন্ম তাৰ লাগে কিক ॥”

শ্ৰীশঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মই এহাতে যেনেকৈ হিন্দু-মুছলমান, ব্ৰাহ্মণ-শূদ্ৰ, জাতি-অজাতি আদি ওখ-চাপৰ ভাব গুচাই সমাজত প্ৰীতিসংস্থাপন কৰিছিল, আনহাতে তেনেকৈ পুৰণি বৃহৎ অসমক ভাষা আৰু ধৰ্মৰ এডাল ডোলেৰে কট্‌কটীয়াকৈ বান্ধি থৈছিল। সত্ৰ অনুষ্ঠান স্বৰূপে উজনি, মাজ আৰু নামনিৰ ক্ৰমে কমলাবাৰী, বৰদোৱা আৰু মধুপুৰ সত্ৰকে মুখ্য কৰি শদিয়াৰ পৰা কোচবিহাৰলৈকে যি বৃহৎ ধৰ্ম-তৰুৰ শীতল ছাঁত আজি সকলো অসমীয়াই জিৰাইছোঁ, যি সামাজিক শৃঙ্খলা আৰু সুশাসন উপভোগ কৰিছোঁ, ই শ্ৰীশঙ্কৰদেৱৰ মোল দিবলৈ নোহোৱা মহৎ দান ; সমগ্ৰ ভাৰতে ইয়াৰ তুলনা বিচাৰি পাবলৈ বোধ কৰোঁ টান হব। কিন্তু “কালস্য কুটিলা গতি।” আজি যদিও ভাগ্যৰ নিষ্ঠুৰ পৰিহাসে, অদৃষ্টৰ অদ্ভুত পৰিবৰ্ত্তনে, ৰাজনৈতিক আদি বাহ্যিক নানা কাৰণে ভাই-ভাই ঠাই-ঠাই কৰি ৰাখিছে, যদিও আজি শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ আৰু শ্ৰীদামোদৰদেৱ প্ৰভৃতি তিনি বৈষ্ণৱ-সূৰ্য্যৰ অস্তাচল আৰু শেষ

লীলাভূমি কোচবিহাৰ অশেষ ধৰ্মবীৰ-কৰ্মবীৰ প্ৰসবিনী আসাম-মাতৃৰ বুকুত নাই, অৰ্থাৎ অসম-মাতৃৰ বুকু ছিৰি কোচবিহাৰ, ৰংপুৰ আদি ঠাই আঁতৰাই নিয়া হৈছে, তথাপি এইসকলৰ ভিতৰত এনে লোক সতকাই নোলাব যি শ্ৰীশঙ্কৰ-মাধৱ বা দামোদৰ নাম ল'লে, কীৰ্ত্তন-ঘোষা আদি অতুল বৈষ্ণৱ সাহিত্যৰ নাম ক'লে, গৰ্ব্বত বুকু ফিন্দাই নুঠিব। আজি অসম-মাতৃৰ এনে দুৰ্ভগীয়া সন্তানো ওলোৱা আচৰিত নহব পাৰে যি তেওঁক 'আই' বুলিবলৈ লাজ পাব পাৰে; কিন্তু তেনেজনেও শ্ৰীশঙ্কৰদেৱৰ পৱিত্ৰ নামত গৌৰৱ কৰাৰ লোভ সামৰিব নোৱাৰে। তেনেহলে অদূৰ ভবিষ্যতত যদি অসমীয়া জাতি এই জকাই-চুকৰ পৰা ওলাই আকৌ আগৰ ঠাই অধিকাৰ কৰি নিজ মাতৃক নিৰুপমা অসমা কৰাৰ আগন্তুক আছে, তেনেহলে শ্ৰীশঙ্কৰদেৱেই নিশ্চয় তাৰ কাৰণ। তেওঁৰ ধৰ্ম আৰু সাহিত্যৰ মাজেদিয়েই অসমীয়াই এদিন বুজি উঠিব—"তেজ ধুলে উটে, মঙহ ধুলে নুটে।"

পুনৰ, ইংৰাজ কবি ৱৰ্ডছ্ৱৰ্থে উনৈশ শতিকাৰ ইংলণ্ডৰ অৱনত সমাজলৈ মন কৰি কৈছিল—"Milton! Thou shouldst be living at this hour, England hath need of thee." ইংলণ্ডৰ সমাজৰ লগত কবি মিল্টনৰ সম্বন্ধতকৈ অসমীয়া সমাজৰ লগত শ্ৰীশঙ্কৰদেৱৰ সম্বন্ধ সকলো পিনে অনেকগুণে ঘনিষ্ঠ আৰু মহৎ। আজিৰ অৱনত অসম শ্ৰীশঙ্কৰদেৱৰ মহৎ আদৰ্শেৰে অনুপ্ৰাণিত নহলে নহৈছে; সেই উদাৰ প্ৰাণ-সাগৰৰ এছাটি বতাহ, এটি ঢৌ, আহি অসমৰ ধৰ্ম-সমাজ আৰু সাহিত্যৰ প্ৰাণ-সঞ্চাৰ কৰি নগলে আমাৰ নিস্তাৰ দেখা নাই। এই মহাপুৰুষৰ কি তীক্ষ্ণ দূৰ-দৰ্শিতা! পাঁচ শ বছৰৰ আগত এই মহাপুৰুষে অসমীয়া সমাজত যি উদাৰ সাম্য ভাবৰ বাণী বিলাই দিছিল, সেই বাণীকে বৰ্ত্তমান যুগৰ মনস্বীসকলে ভাৰতত প্ৰচাৰ কৰিছে, 'পৰাধীন জাতিৰ ৰাজনীতি নাই, আছে সমাজ-নীতি।' আজিও আমাৰ একে তেজ

মণ্ডহৰ যি ভাইসকলক আমাৰ সমাজে অস্পৃশ্য আৰু হেয় জ্ঞান কৰি ভৰিৰে মোহাৰি ৰাখিব খুজিছে, তেওঁলোকক পোনতে মুক্তি দিব নুখুজিলে আমি কেনেকৈ লোকৰ পৰা তেনে মুক্তি বিচাৰিব পাৰোঁ ? ঈশ্বৰে আমাক কিয় মুক্তি দিব ?—

'যারে তুমি নীচে ফেল, সে তোমারে বাঁধিবে যে নীচে।
পশ্চাতে রেখেছ যারে, সে তোমারে পশ্চাতে টানিছে॥"

( গীতাঞ্জলি )

এই অৱস্থা চকুৰ আগত ৰাখিয়ে শ্ৰীশঙ্কৰদেৱে ধৰ্মৰ ভিতৰেদি, সাহিত্যৰ ভিতৰেদি, আধ্যাত্মিক সাম্যবাদ আৰু স্বাধীনতা ঘোষণা কৰি গ'ল। কিন্তু অদৃষ্টৰ কি ফেৰ! সেই মহাপুৰুষ-প্ৰচাৰিত সাৰ্ব্বজনীন ধৰ্মও আজি সাম্প্ৰদায়িক ধৰ্মত পৰিণত হ'ল, সেই মহাপুৰুষৰ সত্ৰ-প্ৰণালীয়েও আজি জাতিৰ সৰু-বৰ ভিন কৰি আকৌ ভাই-ভাই ঠাই-ঠাই কৰি পেলাইছে! সেই মহাপুৰুষে মুছলমান, গাৰো, মিকিৰ আদি যি যি জাতিৰ ভিতৰত নিজে ধৰ্ম বিলাই গৈছে, সেইসকলৰ পো-নাতিৰ মাজত সেই শ্ৰীশঙ্কৰৰ অনুবৰ্ত্তীবিলাকে ধৰ্ম বিলাবলৈ আজি দ্বিধা বোধ কৰিছে; ইয়াতকৈ আৰু বেজাৰৰ কথা কি হব পাৰে !!

অসমীয়া সত্ৰ-প্ৰণালীয়ে আমাৰ সমাজ-শাসনৰ এটি উন্নত আদৰ্শ ৰক্ষা কৰি আছে। ইয়াৰ ভিতৰেদি সঙ্ঘবদ্ধ হৈ সমাজৰ উন্নতি আৰু একতা সাধিবলৈ যিমান সুযোগ আছে, তাতকৈ সুবিধা আৰু কি লাগিছে! গতিকে তৰুণ অসমে সেই মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ মহৎ আদৰ্শৰ উদ্দীপনা লৈ আত্ম-সম্মানক সাৰথি কৰি কাৰ্য্যক্ষেত্ৰত আগবাঢ়ি গৈ শদিয়াৰ পৰা কোচবিহাৰলৈ উন্নত-অৱনত সকলো জাতি আৰু সম্প্ৰদায়ৰ মাজত পুনৰ সেই অতীতৰ শিক্ষা-দীক্ষাৰ বিজয় পতাকা উৰুৱাব লাগিব, অসমীয়াৰ সুপ্ত জাতীয় ভাব আকৌ জগাই তুলিব লাগিব। আমাৰ জাতীয় বুৰঞ্জীত কৰ্ম্মবীৰ-ধৰ্ম্মবীৰৰ অভাৱ নাই, আদৰ্শৰ নাটনি নাই; লাগে কেৱল সেই বাটৰ বাটৰুৱা, লাগে উদ্যম আৰু লাগে সেই মহাপুৰুষৰ ভিতৰেদি পৰমেশ্বৰৰ শুভ-দৃষ্টি আৰু কৃপা-কণিকা।

———

## চৌত্রিশ

# নামঘৰ আৰু সত্ৰ-অনুষ্ঠানত শঙ্কৰী সংস্কৃতি

ভাৰতৰ স্বায়ত্ব শাসনৰ প্ৰথম ধাপ ৰূপে যেতিয়া ঘাই প্ৰদেশবোৰ চীফ্ কমিশ্যনাৰৰ শাসনৰ পৰা গৱৰ্ণৰৰ শাসনলৈ নিয়াৰ দিহা হৈছিল, তেতিয়া এখন ক্ষুদ্ৰ প্ৰদেশ বুলি অসমক সেই নতুন মৰ্য্যাদাৰ পৰা পোনতে বঞ্চিত কৰিব খোজা হৈছিল। তেতিয়া অসমৰ পৰা দুজন প্ৰতিনিধি গৈ বিলাতত অসমৰ বাবে সেই নতুন মৰ্য্যাদাৰ দাবী কৰোতে যি যুক্তি দাঙি ধৰা হৈছিল তাৰ ঘাই ভেটি আছিল অসমৰ নামঘৰ আৰু সত্ৰ অনুষ্ঠান। আমাৰ প্ৰতিনিধিসকলে দাবী কৰিছিল—'ভাৰতৰ আন আন প্ৰদেশবোৰৰ সামাজিক আৰু সাংস্কৃতিক অৱস্থাৰ তুলনাত অসম পিছ-পৰা যে নহয়েই, ই নিশ্চিতভাৱে সেইবোৰতকৈ বহুত আগবঢ়া। আজি অসমত ৰাজনৈতিক স্বায়ত্ব শাসনৰ সামান্য সুবিধা এটা দিয়াত আপোনাসকলে কেৰোঁ-ঘেঁহো কৰিছে, কিন্তু অসমে যোৱা ৪৫০ বছৰ নামঘৰ আৰু সত্ৰ-অনুষ্ঠান আদিৰ যোগে নিজ স্বায়ত্ব শাসন অতি সুচাৰুভাৱে আজিলৈকে চলাই আহিছে।'

শঙ্কৰদেৱে অৱশ্যে বৰদোৱাতে জয়ে জয়ে নামঘৰ থাপনা কৰি আদৰ্শ দেখুৱায়। তাৰ পাছত এই গুৰুজনা বা শিষ্য-প্ৰশিষ্য য'তে থাকে ত'তে এনেদৰে নামঘৰ বা কীৰ্ত্তন-ঘৰ থাপিত হয়। কালক্ৰমত এই নামঘৰবোৰ অকল সেই শঙ্কৰ গুৰু আৰু নিজৰ শিষ্য-প্ৰশিষ্য থকা ঠাইতে নহয়, প্ৰায় গাঁৱে গাঁৱে থাপিত হৈ অসমীয়া সংস্কৃতি-কলা আৰু ধৰ্মৰ প্ৰচাৰত সহায় কৰিবলৈ ধৰিলে। অকল ইমানেই নহয়, পাছত এই নামঘৰবোৰ আৱশ্যকমতে গাঁৱৰ সামাজিক আৰু সামূহিক সকলো লাগতিয়াল চৰ্চ্চাৰ কেন্দ্ৰ হৈ পৰিল;

তাত অকল গাঁৱৰ গুৰুজনাৰ তিথি-মহোৎসৱ, জন্মাষ্টমী, ভাৱনা-সবাহকে পতাই নহয়, প্ৰয়োজন বুজি তাত গাঁৱৰ অন্যান্য সমস্যা-বোৰৰ সমাধান আদিৰ বাবে ৰাইজ গোট-খোৱা ঠাই হৈ পৰিল, আৰু আজিলৈকে সি সেইদৰে আছে।

বৰ্ত্তমান গঢ়ত সত্ৰবিলাকৰ জন্ম কেতিয়া হল সঠিক কোৱা টান; কিন্তু নামঘৰৰ পৰাই যে তাৰ উচ্চ খাপ ৰূপে ইয়াৰ উৎপত্তি হয় তাত সন্দেহ কৰিবৰ কাৰণ নাই। সম্ভৱ সপ্তদশ-অষ্টাদশ শতিকাত আহোম ৰজাসকলে দিয়া সম্বল আৰু অনুগ্ৰহ লাভৰ বাবেই আড়ম্বৰ-পূৰ্ণভাৱে প্ৰতিষ্ঠিত হৈ বৰ্তমান সত্ৰবোৰে সমাজতো উচ্চ স্থান লভিলে আৰু গাঁৱে গাঁৱে থকা নামঘৰবোৰ কোনো উপায়ে নিজ শাসনলৈ আনিবলৈ প্ৰত্যেক সত্ৰ অনুষ্ঠান উঠি-পৰি লাগিছিল। এইটো সম্ভৱ নুই কৰিব নোৱাৰি, এহাতে ৰাজকীয় সা-সুবিধা আৰু ইহাতে ব্যৱসায়ী আকাঙ্ক্ষা, তাৰ মাজত সত্ৰবোৰ সাত্ত্বিক আদৰ্শৰ পৰা ৰাজসিক ভাবলৈ নামি আহিল। বিশেষ মন কৰিবলগা কথা, মূল আদৰ্শত পতা গাঁৱলীয়া কোনো নামঘৰ আৰু অনুকৰণত পতা ঘৰুৱা গোসাঁই-ঘৰবোৰৰ সিংহাসনত কেতিয়াও কোনো মূৰ্ত্তি নথকা সত্ত্বেও ৰাজ-অনুগ্ৰহৰ লোভত পতা সত্ৰবিলাকে মহাপুৰুষীয়া ধৰ্মৰ মূল আদৰ্শকো বলি দি মূৰ্ত্তি স্থাপন কৰিবলৈ ধৰিলে। সাত্ত্বিক সত্ৰবোৰ ৰাজসিক আৰু ব্যৱসায়ী অনুষ্ঠানত পৰিণত কৰাৰ চেষ্টাৰ চিন বৰপেটা সত্ৰ আদিতে জ্বলজ্বল্-পট্পট্ হৈ ওলাই আছে। তাৰ মূল নামঘৰত কোনো মূৰ্ত্তি বা বিগ্ৰহেৰে আদৰ্শ কলঙ্কিত কৰা নাই বা কৰিবৰ সাহ নহ'ল সচা; কিন্তু কলীয়া গোসাঁই বোলা জড়পদাৰ্থ তাৰ বাহিৰে থাকি অনেক ৰাজ-অনুগ্ৰহ আৰু জড়োপাসক অনেক লোকৰ সেৱা সি আজিলৈকে পাই আছে।

আন এটা মন কৰিবলগা কথা হল গুৰুগিৰি। এক ধৰ্মৰ গুৰুও এক, দুই বা অধিক হব নোৱাৰে। লৌকিকভাৱে মাধৱদেৱক সামৰি যদিও "দুজনা গুৰু" বোলা হয়, তথাপি পিতৃগুৰু-শিক্ষাগুৰু

আদিৰ দৰেহে মাধৱদেৱক সেই সম্মান দিয়া হয়; মাধৱদেৱে নিজে তাক অস্বীকাৰ আৰু নিন্দা কৰা কথাৰ পৰাই আমি তাৰ স্পষ্ট প্ৰমাণ পাওঁক :

"শঙ্কৰেসে শুদ্ধ মত ঈশ্বৰ-ভক্তিৰ তত্ত্ব
প্ৰচাৰিল শাস্ত্ৰ-সাৰ জানি।
ইহাক নজানি নৰে জীৱিকাৰ অৰ্থে ফুৰে
আপোনাৰ মহত্ত্ব বাখানি ॥ ৫৩।
শঙ্কৰে সংশয় ছেদি শাস্ত্ৰৰ তত্ত্বক ভেদি
প্ৰচাৰিলা কৃষ্ণৰ ভকতি।
তাঙ্ক এড়ি কি কাৰণে আনক বোলয় গুৰু
কিনো লোক মহা মূঢ় মতি ॥ ৫৪।
নজানে শাস্ত্ৰৰ লয় যেহি আসে তাকে ভয়,
ছেদিবাক নপাৰে সংশয়।
গুৰু বোলাই তথাপিতো ফুৰিয়া লোকৰ মাজে
মান্য সৎকাৰ খুজি লয় ॥" ৫৫।
"পৰম অমূল্য বস্তু হৰিৰ নামৰ পেৰা
অতি গুপ্ত স্বৰূপে আছিল।
দয়ালু শঙ্কৰে পাই তুলি মুদ ভাঙ্গি দিলা,
সুখে পান কৰাঁ সৰ্বজনে ॥ ১০১।
হৰিনাম লুপ্ত ভৈল মনুষ্যত পূজা হৈল
বুলি বঙ্গ কৰে দেৱ সৰ্ব।
হেন হৰিনাম ধৰ্ম শঙ্কৰে বিদিত কৰি
চৰ কৈলা দেৱতাৰ গৰ্ব ॥" ১০২।
"নিৰ্গুণ কৃষ্ণৰ গুণক প্ৰকাশ
কৰিলা শ্ৰীশঙ্কৰে।
শ্ৰৱণ কীৰ্ত্তন কৰি মহা সুখে
পাপীও সংসাৰ তৰে ॥ ৩৫৭।

পৰম ঈশ্বৰ কৃষ্ণ দেৱতাৰ
গুণৰ নাহিক অন্ত।
ইয়াৰ তত্ত্বক জানিবাঁ কেৱল
শঙ্কৰে মাত্ৰ জানন্ত॥” ৩৫৮।
“হৰি-নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম-অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা,
বহে ব্ৰহ্মাণ্ডক ভেদি॥ ৩৭১।...
হৰি-ভক্তি দান দিয়া জগতক
তাৰিলা সংসাৰ-সিন্ধু।
হেনয় কৃপালু শঙ্কৰ বিনাই
নাহি নাহি আৰ বন্ধু॥ ৩৭৬।
হৰি-ভকতিৰ পাতিলন্ত হাট
শঙ্কৰে জগত জুৰি।
ৰাম-নাম বস্তু বিকায়া জগতে
চলয় বৈকুণ্ঠপুৰী॥ ৩৭৪।
শ্ৰীমন্ত শঙ্কৰ হৰি-ভকতৰ
জানা যেন কল্পতৰু।
তাহান্ত বিনাই নাই নাই নাই
আমাৰ পৰম গুৰু।” ৩৭৫।

অসমীয়া নামঘৰ আৰু তাৰ ওপৰত অসমীয়া সত্ৰবোৰে জাল-গোঁথাৰ দৰে গুঁথি কোচবেহাৰৰ পৰা সদিয়ালৈকে সদৌ অসম আজিও এক কৰিয়ে ৰাখিব পাৰিছে, তাত সন্দেহ নাই। শঙ্কৰদেৱৰ তিৰোভাবৰ পাছতে এক মহাপুৰুষীয়া ধৰ্ম যদিও লাহে লাহে বহু সম্প্ৰদায় আৰু সংহতি আদিত ভাগ ভাগ হ’ল, তথাপি মহাপুৰুষীয়া ধৰ্মৰ মূল “চাৰি বস্তু”ৱে সেই বৃহত্তৰ মহাপুৰুষীয়া ধৰ্মক কৰালৰ দৰে

ধৰি এক কৰি ৰাখিছে। দামোদৰীয়া বা হৰিদেৱী সম্প্ৰদায়, কাল-পুৰুষ-ব্ৰহ্ম-নিকা সংহতিয়ে শঙ্কৰদেৱৰ পৰবৰ্তী যুগত যদিও মহা-পুৰুষীয়া সম্প্ৰদায়ৰ ভিতৰত ভেদ দেখুৱালে, বাহিৰত কিন্তু এই বহুধা ৰূপে এটা হিত সাধন যে কৰিলে তাক দুই কৰিব নোৱাৰি। এই নতুন সম্প্ৰদায় আৰু সংহতিবোৰৰ বিৰোধ সামান্য সৰু-সুৰা বিষয়ত, মহাপুৰুষীয়া মূল বস্তুত কোনো ভেদ নাই; কিন্তু এই ভেদবোৰৰ বাবেই সমাজৰ নতুন যিসকল লোক মূল মহাপুৰুষীয়া মতৰ পৰাই আঁতৰি যাব পাৰিলেহেঁতেন সেইসকল লোকক এতিয়া সাবটি ধৰি ৰখা হৈছে। বৌদ্ধ, খৃষ্টান, মুছলমান আদি পৃথিবীৰ সদৌ ধৰ্মতে ভিতৰুৱা এনেবোৰ ভেদ আছে, আৰু নথকাটোহে অস্বাভাৱিক আৰু আশঙ্কাৰ কাৰণ হলহেঁতেন; এই ভেদবোৰে স্বৰূপতে ধৰ্মবোৰ জীয়াই থকাৰ আৰু এই ধৰ্মাৱলম্বী লোকসকলে বিচাৰ-বুদ্ধি আৰু কাল-ৰুচি অনুসৰি এই ধৰ্ম ধৰাৰ প্ৰমাণ দিয়ে।

ৰাজসিক আৰু ব্যৱসায়ী বুদ্ধি সোমোৱাৰ বাবে সত্ৰবোৰৰ দায়িত্ব-ভাৰো জাতি-ভেদৰ দৰে ক্ৰমে গুণগত নহৈ বংশগত হল; কিন্তু শঙ্কৰদেৱে নিজৰ তিনিজন পুত্ৰ থকা সত্বেও মাধৱদেৱকহে মহাপুৰুষীয়া ধৰ্ম-পৰিচালনাৰ দায়িত্ব দিয়া কথাই স্পষ্ট প্ৰমাণ কৰে যে শঙ্কৰদেৱে এনে সত্ৰ-পদ্ধতিৰ কথা কস্মিনকালেও ভবা নাছিল। তদুপৰি মহাপুৰুষীয়া ধৰ্মৰ সংস্কৃতি আৰু ঐতিহ্য ৰক্ষা কৰাৰ যি পৰম্পৰা আগতে আছিল কালক্ৰমে সিও হ্ৰাস হৈ অহা দেখা হৈছে। শঙ্কৰদেৱে নিজে "চিহ্নযাত্ৰা"ৰ দৃশ্যপট আঁকা, খোল-বাদ্য তৈয়াৰ কৰোৱা, গীত-পদ আৰু অঙ্ক ৰচাৰ পৰা সকলোথিনি কাম কৰিছিল, সেই ঐতিহ্য অৱশ্যে সৰহ-ভাকৰ পৰিমাণে প্ৰায় বৰ্ত্তমানলৈকে চলি আছিল; কিন্তু শাস্ত্ৰ-চৰ্চ্চাৰ ফালটোৰ অভাৱ ভালেমান কালৰ পৰাই লক্ষ্য কৰিবলগা হৈ আহিছে। "চৰিত-তোলা"ৰ নিচিনা এটা কথাৰ অৱশেষ অলপলৈকে আছিল; কিন্তু সম্প্ৰতি সিও লুপ্তপ্ৰায় হৈছেগৈ।

ঘাই সত্ৰবোৰত আড়ম্বৰৰ অনুপাতে শিক্ষাৰ দিহা নায়েই বুলিব পাৰি। সংস্কৃত-শিক্ষা বাদেই, অসমীয়া ধৰ্মশাস্ত্ৰ কীৰ্ত্তন-ঘোষা আদিৰো চৰ্চা নথকা হেতুকে আৰু আন হাতে গোসাঁই-ভকতবিলাক প্ৰায় নিজ নিজ ভিতৰুৱা ব্যৱসায়ত চলা বাবে নামতহে তেওঁলোকক গোসাঁই-ভকত বোলা হয়। শঙ্কৰদেৱৰ ধৰ্ম-প্ৰচাৰৰ উদ্দেশ্যৰ পৰা এই ব্যৱহাৰ নিতান্ত নিলগত; বিশেষকৈ ঘাই সত্ৰবোৰৰ চলিবৰ দিহা আগৰ পৰাই আছে যেতিয়া এনে পাইগুটীয়া ব্যৱসায় কোনো মতেই সমৰ্থন কৰিব নোৱাৰি। ইহাতে, সত্ৰবোৰৰ গুৰু-ভাৰ লবলৈ শাস্ত্ৰীয় জ্ঞান আৰু স্বভাৱ-চৰিত্ৰ আদি সকলো ফালৰ পৰা যোগ্যতাৰ বিচাৰ হোৱাৰ আৱশ্যক। ৰাজসিক আড়ম্বৰ আৰু ভোগ-বিলাসিতা দূৰ কৰি সত্ৰবোৰত সাত্বিক ভাবৰ পুনৰ সংস্থাপনৰ দিহা হব লাগে।

ঘাই চাৰিসত্ৰত ভকত-গোসাঁই সকলো উদাসীন, কিন্তু উদাসীন জীৱন-যাপনৰ পৰিপোষক পৰিস্থিতি দেখিবলৈ পোৱা নহয়। সাতাম-পুৰুষীয়া শিষ্যসকলৰ কৰ-কাটল গোটাই আনি খোৱাৰ বাবে শঙ্কৰদেৱৰ আদৰ্শেৰে জাতীয় নালাগে মানৱীয় নীতিৰ ফালৰ পৰাও ধৰ্ম-প্ৰচাৰৰ চেষ্টাহে নালাগে ভাৰ কথাও তেওঁলোকৰ কল্পানালৈ নাহে বুলি কাজে-কামে দেখিবলৈ পোৱা হয়। শঙ্কৰদেৱৰ আদৰ্শৰ অৱনতি ইয়াতকৈ আৰু কি হব পাৰে? আধ্যাত্মিক আদৰ্শ বৰ্জিত বুলি সত্ৰবোৰৰ শাস্ত্ৰ-চৰ্চা-হীনতাৰ পৰাই বুজিব পাৰি। নৈতিক আৰু মানসিক উৎকৰ্ষতো তেওঁলোকৰ শোচনীয় অৱনতি সেই আদৰ্শবৰ্জিত অৱস্থাৰ পৰাই ধৰিব পাৰি। মুঠতে সমাজে আজিও এই সত্ৰবোৰ যে পুহি আছে, তাৰ ন্যায় তেওঁলোকে দেখুৱাব পৰা নাই। মিস্যনেৰী বা সেৱা প্ৰবৃত্তি তেওঁলোকে আজি থায় নে কান্ধত পিন্ধে তাক কব নোৱাৰে।

গুটীয়াকৈ দুই-এক সত্ৰই সাংস্কৃতিক ঐতিহ্য ৰাখিবৰ চেষ্টা কৰিলেও সাধাৰণভাৱে সত্ৰবোৰৰ সাংস্কৃতিক জীৱনো শূন্য হৈ পৰিছে। "যাৰ যহত শাঁখ সেন্দুৰ। তাক পাতিছে ভোকোৰা এন্দুৰ॥" মূল

বোলা। সত্ৰ-কেথনতে শঙ্কৰদেৱৰ কলা-কৃষ্টি অঙ্কীয়া নাট-ভাৱনা আদিৰ নাম-গোন্ধো নোহোৱা হল। বাব-বঙলুৱা নাটৰ অভিনয় কৰি তেওঁলোকে নিজৰ নাক কাটি সতিনীৰ যাত্ৰা-ভঙ্গ কৰিবলৈ যোৱাৰ নিচিনা অপচেষ্টা চলাইছে।

যিবিলাক সত্ৰত নিয়মিত নাম-প্ৰসঙ্গত গীত-মাতৰ চৰ্চা আছেও, সেইবোৰৰ ভিতৰত অনেকে আকৌ নিজৰ মৌলিকতা দেখুৱাবলৈ গৈ তাক কিম্ভুতকিমাকাৰ কৰি পেলায়। উজনি-নামনি জুৰি সদৌ সত্ৰ-অনুষ্ঠানত নাম-প্ৰসঙ্গ আৰু গীত-মাতৰ ঐক্য-সমন্বয়ৰ আৱশ্যকতা আজি সকলোৱে অনুভৱ কৰিছে, কামতহে সি এতিয়ালৈকে পৰিণত হৈ নুঠা দুখৰ কথা।

সত্ৰ-পৰিচালনা বৰপেটা আদি সত্ৰত আধুনিক গণতান্ত্ৰিক ভেটিত হয়, আৰু ইয়াৰ সুবিধাও বহুতেই মানি লয়। তেন্তে সদৌ অসমৰ প্ৰধান সত্ৰবোৰত এই নীতি পালন কৰিলে আৰু সত্ৰবোৰে নিশ্চিত-ভাৱে জাতীয়তা-গঠন আৰু সমাজ-কল্যাণৰ কাম হাতত ললে বৰ্ত্তমান সময়োপযোগী দায়িত্ব পালন কৰা হয়।

আদিতে নীতিগতভাৱে বুদ্ধদেৱে ভিকতাক শৰণ দিয়া নাছিল; পাছত বুদ্ধদেৱৰ নিজ মাহীমাক প্ৰমুখ্যে ভিকতাসকলৰ একান্ত আগ্ৰহ আৰু তেওঁৰ প্ৰধান শিষ্য আনন্দৰ পৰামৰ্শ মতে ভিকতাৰ শৰণ দিয়া হল যদিও তাৰ পৰাই কালক্ৰমত বৌদ্ধ ধৰ্মৰ পতনে শিপা মেলিলে; বুদ্ধদেৱে অৱশ্যে এনে অমঙ্গলৰ আশঙ্কা তেতিয়াই কৰিছিল।

শঙ্কৰদেৱেও আদিতে ভিকতাৰ শৰণ বাৰণ কৰিছিল। সঠিক কোন সময়ত কাৰ দ্বাৰা ইয়াৰ প্ৰথম প্ৰচলন হয় কোৱা টান; কিন্তু তাৰ পৰা যে মহাপুৰুষীয়া ধৰ্মৰ কল্যাণৰ বাহিৰে অকল্যাণ হোৱা নাই তাক সঠিক কৰ পাৰি। ভিকতাৰ শৰণ বৌদ্ধ ধৰ্মৰ পতনৰ হেতু হল ভিকতাসকল ভিক্ষুণী হোৱাৰ পৰা; মহাপুৰুষীয়া ধৰ্মত পুৰুষৰ এটা কেৱলীয়া অনুষ্ঠান আছে যদিও, ভিকতাৰ তেনে কোনো

অনুষ্ঠান নথকাত তিকতাৰ শৰণৰ পৰা হানিৰ একো সম্ভাৱনা নাই বুলিব পাৰি।

মহাপুৰুষীয়া অনুষ্ঠানত কেৱলীয়া অনুষ্ঠান শঙ্কৰদেৱৰ সমৰ্থিত নিশ্চয় নহয়; মাধৱদেৱৰো সমৰ্থিত নহয়, বৰঞ্চ মাধৱদেৱে যে তাৰ বাৰণহে কৰিছিল গুৰু-চৰিতত থকা ৰামচৰণ-প্ৰসঙ্গৰ পৰা স্পষ্টভাৱে জানিব পাৰি।

শৰণৰ প্ৰণালীও সম্প্ৰতি নানা প্ৰবঞ্চনাপূৰ্ণ আৰু ভেজাল হৈ পৰিছে। শৰণ-শিক্ষা সমূহত হোৱা উচিত, কিন্তু সম্প্ৰতি ইয়াক বেপাৰৰ গোপনীয় নীতিত চলোৱাও দেখা পোৱা হয়; ই অন্যায়। আন বহুতে শৰণৰ গৰাকি শঙ্কৰদেৱক গুৰুৰূপে প্ৰকাশ নকৰি নিজক গুৰু বোলাবৰ অপচেষ্টা কৰে, ই পাপ।

সত্ৰসমূহ ওপৰ-আদালত আৰু নামঘৰবোৰ তলতীয়া-আদালত ৰূপে সমাজ-শাসনৰ অতি কাজুৱা যন্ত্ৰ আছিল; কিন্তু সত্ৰবোৰৰ নৈতিকতা আৰু নৈষ্ঠিকতাৰ হীন-ডেঢ়ি হোৱাৰ লগে লগে নামঘৰবোৰতো বেমেজালি সোমাইছে। নতুন পঞ্চায়ত নীতিতকৈ এই অসমীয়া সত্ৰ-নামঘৰবোৰৰ প্ৰভাৱ সমাজৰ ওপৰত আজিও অধিক কাজুৱা হলহেতেন নিশ্চয়; কিয়নো পঞ্চায়তবোৰত অন্ততঃ পোন-পটীয়া ধৰ্ম-নীতি নাই, কিন্তু সত্ৰ-নামঘৰত সি সম্পূৰ্ণভাৱে আছে। যেনেকৈয়ে হওক, অসমীয়া সমাজৰ ওপৰত ধৰ্মৰ প্ৰভাৱ সম্পূৰ্ণ আছে বুলিয়ে সত্ৰ নামঘৰ এৰি লাগতিয়াল একো কৰিব নোৱাৰি।

অস্পৃশ্যতা নিবাৰণ আদি প্ৰসঙ্গত মহাপুৰুষীয়া ধৰ্মই যি অসাধ্য সাধন কৰিছিল তাৰ প্ৰমাণ আজিও অসমীয়া সমাজত থকা সামাজিক উদাৰতা আৰু নৈতিক আৰু সাংস্কৃতিক উচ্চতা। অসমীয়া নামঘৰৰ চাৰি বেৰ সদায় মুকলি আছিল, আৰু নীতি-সদাচাৰৰ দ্বাৰা উচ্চ-নীচ সকলোৱেই সমাজত শ্ৰেষ্ঠ স্থান লভিব পাৰিছিল। গাৰোৰ গোবিন্দ, মিৰিৰ পৰমানন্দ, ভোটৰ দামোদৰ, নগাৰ নৰোত্তম,

কছাৰীৰ ৰমাই, কৈৱৰ্ত্তৰ পূৰ্ণানন্দ, বনিয়াৰ হৰিদাস, যবনৰ চান্দখাঁ প্ৰভৃতিক শঙ্কৰদেৱে ৰামৰামগুৰু, দামোদৰদেৱ, মহেন্দ্ৰ কন্দলী আদি নিজৰ শ্ৰেষ্ঠ ভকতৰ শাৰীলৈ তুলি লোৱা আদৰ্শ আজি পুনৰ অৱনত অসমীয়া সমাজত কেৱল কবৰ কথা হৈয়ে আছে; কাৰ্যাত তাক অনুসৰণ কৰা উদাহৰণ ক'ত ?

সচা কথা, শঙ্কৰদেৱে জাতি ভেদ গুচাওঁ বুলি গুচাই দিয়া নাছিল; কিন্তু উচ্চ-নীচ জাতিৰ ভেদাভেদ ৰূপ যি হলাহলে সমাজক জৰ্জৰিত কৰিছিল, তাক যেতিয়া দূৰীভূত কৰিলে আৰু থাকিল কি ?

"কৃষ্ণৰ কথাত যিটো ৰসিক।
ব্ৰাহ্মণ জন্ম তাৰ লাগে কিক ॥"
"স্মৰোক মাত্ৰ হৰি দিনে ৰাতি।
নবাচে ভকতি জাতি-অজাতি ॥"



পঁয়ত্রিশ

## প্রাক্-শঙ্কৰী যুগত বৈষ্ণৱ-অভ্যুত্থান

শৈৱ, শাক্ত, তান্ত্রিক, বৌদ্ধ আদি ধৰ্মৰ লগত শ শ বছৰ যুদ্ধ-বাগৰ কৰি বৈষ্ণৱ ধৰ্মই শেষত অসমৰ জন-গণৰ হৃদয়-সিংহাসনত থিত হোৱাৰ বুৰঞ্জী নিতান্ত ৰহস্যজনক। সৰ্ব-ভাৰতীয় ক্ষেত্ৰতো আমি তাকেই দেখা পাওঁ, আৰু হৰি-হৰ যুদ্ধ আদি পৌৰাণিক সাধুও তাৰেই প্ৰমাণ।

খৃষ্টীয় সপ্তম শতিকাৰ আগছোৱাৰ কামৰূপৰ ৰজা সম্ৰাট ভাস্কৰ বৰ্মাৰ আজোককাক মহাভূত বা ভূতিবৰ্মাক নগাঁও মিকিৰ পৰ্বতৰ বৰগঙ্গা শিলালিপিত তেওঁৰ মন্ত্ৰী আৰ্য্যগুণে "পৰম ভাগৱত" বুলিছে। আচৰিত কথা, দ্বিতীয় চন্দ্ৰগুপ্ত, কুমাৰগুপ্ত আৰু স্কন্দগুপ্ত প্ৰভৃতি গুপ্ত সম্ৰাটসকলৰ মোহৰতো তেওঁলোকক "পৰম ভাগৱত" বোলা কথা ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰে বিশেষভাৱে উল্লেখ কৰিছে। সমুদ্ৰগুপ্তৰ আলাহাবাদ শিলালিপিত জয়ে জয়ে আমি কামৰূপ ৰাজ্যৰ প্ৰামাণিক উল্লেখ পাওঁ আৰু সেই সময়ৰ কামৰূপৰ ভাস্কৰবৰ্মাৰ পূৰ্বপুৰুষ পুষ্যবৰ্মাৰ দিনৰ পৰাই গুপ্ত সাম্ৰাজ্যৰ বাহিৰে থাকিও কামৰূপৰ লগত গুপ্ত ৰজাসকলৰ সৌহাৰ্দ্য থকা বুলি অনুমান কৰিব পৰা হয়। যেনে তেনে, এই গুপ্ত ৰজাসকলৰ সম্পৰ্কৰ ভিতৰেদিয়েই কামৰূপত ভাগৱতী ধৰ্মই প্ৰথম ভুমুকি মাৰে বুলি ধৰিব পাৰি।

সেইজন পূৰ্বপুৰুষ ভূতিবৰ্মায়ে দিয়া এখন তাম্ৰশাসন জুয়ে পুৰি নষ্ট কৰাত ভাস্কৰ বৰ্মাই তাক নতুন কৰি দিয়ে। তাৰ প্ৰশস্তি আৰম্ভ হৈছে "ওঁ প্ৰণম্য দেৱং শশিশেখৰ(ং) প্ৰিয়ং পিনাকিনং ভস্মকণৈৰ্বিভূষিতং"। অকল ইয়াতেই নহয়, দ্বাদশ শতিকাৰ আগছোৱালৈকে ভৌম ৰজাসকলৰ সকলো তামৰ ফলিয়েই শিৱৰ বন্দনাৰে আৰম্ভ হৈছে। দ্বাদশ শতিকাৰ ভৌম ৰজা ধৰ্মপালৰ

ৰাজত্বৰ প্ৰথম দুখন তামৰ ফলিত এনে গতানুগতিকভাৱে শিৱৰ প্ৰশস্তি আছে ; কেৱল তেওঁৰ ৰাজত্বৰ শেষৰ তামৰ ফলিখনত ৰজাই নিজে শিৱৰ বন্দনা বাদ দি পোনে পোনে বিষ্ণুৰ বন্দনা আৰম্ভ কৰিছে। গতিকে অনেক পুৰুষানুক্ৰমে শিৱই যে নৰকবংশী ৰজাসকলৰ উপাস্য আছিল সন্দেহ নাই।

বাণভট্টৰ "হৰ্ষচৰিতে" এই কথা দুনাই সমৰ্থন কৰে। ভাস্কৰৰ দূত হংসবেগ গৈ হৰ্ষবৰ্দ্ধনৰ আগত তেওঁৰ মিত্ৰতা প্ৰস্তাৱ কৰোঁতেও ভাস্কৰৰ মুখৰ এই কথাখিনি কৈছিল—"অয়মস্য চ শৈশবাদাৰভ্য সংকল্পঃ স্থেয়ান্ স্থাণুপাদাৰবিন্দদ্বয়াদৃতে নাহমন্যম্ নমস্কুৰ্য্যামিতি।" ভাস্কৰবৰ্মাৰ শাসনৰ দৰেই ধৰ্মপালৰ দ্বিতীয় শাসনলৈকে সদৌ ফলিত শিৱৰ বন্দনা থকাৰ বিপৰীতে ধৰ্মপালৰ তৃতীয় শাসন আৰম্ভ হল— "শ্ৰীমান্ ক্ৰোড়ৰূপো জয়তি।" আৰু এই প্ৰশস্তি ৰজাই নিজে ৰচনা কৰা। যেনেকৈয়ে হওক, এই পৰিবৰ্তন "হঠাৎ" বুলিবৰ কোনো অৱকাশ নাই। ভাস্কৰবৰ্মাৰ ফলিতে তৃতীয় শ্লোকত আছে, "জয়তি জয়দেক বন্ধুৰ্লোক দ্বিতিয়স্য সম্পদো হেতু(ঃ) পৰহিত মূৰ্ত্তিৰদৃষ্টঃ ফলমনুমেয়স্থিত ধৰ্ম(ঃ)।" আৰু চতুৰ্থ শ্লোকত আছে—"ধাত্ৰীমুচ্চিক্ষিপ্সো ৰসুনিধে(ঃ) কপটকোলৰূপস্য চক্ৰভৃত(ঃ)" ইত্যাদি।

এনেবোৰ উল্লেখৰ পৰা অতীতৰ শৈৱ ধৰ্মৰ উপৰি বৰ্তমানৰ বৌদ্ধ ধৰ্ম আৰু অদূৰ ভৱিষ্যতৰ বৈষ্ণৱ ধৰ্মৰ ভাল সহাৰি আমি পাওঁহঁক। এই ভাস্কৰবৰ্মাৰ অতিথি স্বৰূপে মাসেকৰ ওপৰ কাল কামৰূপত থাকি য়ুৱাং চোৱাঙে লিখিছিল : 'তেওঁলোকৰ (কামৰূপৰ প্ৰজাৰ) দেৱত আসক্তি আৰু উপাসনা আছে, আৰু বুদ্ধত বিশ্বাস নাই। এইদেখি পৃথিবীত বুদ্ধৰ (আবিৰ্ভাৱৰ) কালৰ পৰা এতিয়ালৈকে ইয়াত সঙ্ঘ এটাও সজা হোৱা নাই······পবিত্ৰ (বৌদ্ধ) ধৰ্মৰ যিসকল লোক আছে তেওঁলোকে গোপনীয়ভাৱে উপাসনা কৰে, সিমানেই।' ইয়াৰ পৰা বহুতে এনে ভুল ধাৰণা কৰে যেন অসমত তেতিয়া বা তাৰ পাছতো বৌদ্ধ ধৰ্মৰ অনুপ্ৰবেশ নহৈছিল। ভাস্কৰবৰ্মাৰ নিজৰে

বৌদ্ধ ধৰ্মৰ প্ৰতি বিশেষ শ্ৰদ্ধা থকা কথা উদ্ধৃত শ্লোকৰ উপৰি, ব্ৰাহ্মণ আৰু শ্ৰমণবোৰক সমানে আদৰ কৰা বুলি লিখা কথাই প্ৰমাণ কৰে।

ইয়াৰ দুই-তিনি শতিকাৰ পাছত শঙ্কৰাচাৰ্য্যই বৌদ্ধ মত খণ্ডন কৰাৰ ফল স্বৰূপে ভাৰতবৰ্ষৰ মূল বৌদ্ধ ধৰ্মকেন্দ্ৰবোৰ ভাগি-ছিগি যোৱাত বৌদ্ধসকলে নানা ঠাইত গোপন আশ্ৰয় লয়। একেখন দাপোণ ভাগি ডোখৰ ডোখৰ হলে তাত অনেক মুখ প্ৰতিবিম্বিত হোৱাৰ দৰে মূল বৌদ্ধ ধৰ্মৰ পৰাই মহাযান, হীনযান, বজ্ৰযান, বৌদ্ধ-তান্ত্ৰিক আদি বিভিন্ন সম্প্ৰদায়ৰ সৃষ্টি হল; আৰু ইয়াৰ ভিতৰৰে বজ্ৰযান মত আদিৰ অনেক বৌদ্ধ সিদ্ধৰ জন্ম অসমতে বুলি তিব্বতীয় পণ্ডিত লামা তাৰানাথ আৰু ইটালীয় প্ৰাচ্যার্ণৱ টুচী প্ৰভৃতি পণ্ডিতে দেখুৱায়, সেই অসমীয়া বৌদ্ধ সিদ্ধসকলৰ ভিতৰত মীন পা, লুই পা, সৰহ পা, নাগাৰ্জুন প্ৰভৃতি প্ৰধান।

বঙ্গ দেশৰ দৰে অসমতো এই বৌদ্ধ সম্প্ৰদায়বোৰৰ নানা লোকে নানা বেশ ধৰি বৈষ্ণৱ সম্প্ৰদায়ৰ মাজত ব্যভিচাৰ ঘটোৱাৰ ইঙ্গিত চৰিত-পুথিবোৰত আছে; তদুপৰি স্বয়ং শঙ্কৰদেৱ মাধৱদেৱৰ লিখাতো বৌদ্ধবোৰৰ নিন্দা-সূচনাই এই পৰবৰ্ত্তী বৌদ্ধ-ব্যভিচাৰীবোৰৰ কথাকে বুজায়—

"সবাকো মাৰিবা বৌদ্ধগণ যত আছে।" শঙ্কৰদেৱ
"হৰি-নাম ধ্বজ কৰি, বেদপন্থ পৰিহৰি
ফুৰে অতি পাষণ্ড আচাৰ।"—মাধৱদেৱ
অন্য যোনি কিছু নকৰে বিচাৰ
জাতি কুল ভৈল ভ্ৰষ্ট।
বৈষ্ণৱৰ বেশ ধৰিয়া ফুৰয়
বেদ পথ কৰি নষ্ট॥ ২৯৫।

ইয়াতে অন্ততঃ পঞ্চম-ষষ্ঠ শতিকাৰ পৰা দ্বাদশ শতিকাৰ মাজলৈকে তাম্ৰশাসনবোৰত চলি অহা শিৱ-বন্দনাৰ ঠাই ধৰ্মপালৰ তৃতীয়

তামৰ ফলিত বিষ্ণু-বন্দনালৈ পৰিবৰ্ত্তিত হোৱা কথাও কোনো মতেই আকস্মিক নহয়। ভাস্কৰ শাসনৰে উদ্ধৃত তৃতীয় শ্লোকৰ উপৰি উনবিংশতম্ শ্লোকত "যাং মুদা হৰিৰ্বহতি" আদি উপমা উল্লেখযোগ্য। তদুপৰি নৱম শতিকাৰ বনমাল বৰ্মনৰ শাসনৰ ত্ৰয়োদশ শ্লোকত "গোপীজনান্বিত মানসস্য দ্বেষ্যেব বক্ষঃ পৰিহৃত্য বিষ্ণোঃ" প্ৰভৃতি বাক্যত বৈষ্ণৱ ধৰ্মৰ উমি উমি তাপ অনুভৱ কৰিব পাৰি। বত্নপালৰ একাদশ শতিকাৰ আগছোৱাৰ বৰগাঁও আৰু গুৱালকুচি শাসনতো ঠিক এনেদৰেই বিষ্ণুৰ সামান্য উল্লেখ কৰি, সেই শতিকাৰে মাজ ভাগৰ ইন্দ্ৰপালৰ প্ৰথম আৰু দ্বিতীয় তামৰ ফলিত প্ৰথম শ্লোকত শিৱ-প্ৰশস্তি দি উভয়ৰ দ্বিতীয় শ্লোকত—"জয়তি পশুপতিঃ প্ৰজাধিনাথো মহিতবপুৰ্ম্মহিমা মহাবৰাহঃ" বুলি বিষ্ণুৰ বন্দনা কৰিছে।

তদুপৰি এই দুই শাসনৰ চতুৰ্থ আৰু পঞ্চম শ্লোকত—"বল্লভখুৰ-ক্ষুভিতসীমভুজঙ্গসদ্মাকল্পা বসান দিনভিন্ন সমুদ্ৰমুদাম্। পাতাল পঙ্ক পটলোদৰসন্নিলীনাং ক্ৰীড়াকৃতিৰ্ব্বসু(ম) তীং হৰিৰুজ্জহাৰ॥" আদি কথাৰে বিষ্ণু আৰু পৃথিবীৰ গুণ-গৰিমা বৰ্ণোৱা আছে। তদুপৰি এই দ্বিতীয় শাসনৰ গ্ৰহিতাৰ বৰ্ণনাৰ আগতে উদ্ধৃত কৰাৰ উপৰি আছে "দেৱক্যামিব তস্যাং তেনাজনি দেৱদেৱ ইতি সূনুঃ। হৰিৰিব গোপহিতৈষী যশোদয়া স্বীকৃতঃ শ্ৰীমান্।" (২৪।৪৫-৪৭)।

আগতে কোৱা হৈছে এই দ্বিতীয় শাসনৰ শেষৰ মুকলি ঠাইত এই ফলিত আখৰ-কাটোঁতা আদিৰ "শনি ঢনি অনি পুষ্টা সিৰি অষ্টহেস্ত" বুলি দি লগতে সাপৰ ওপৰত উঠি থকা গৰুড়, পদ্ম, শঙ্খ আৰু চক্ৰৰ চিত্ৰ অঙ্কিত কৰা আছে। ইয়াৰ পৰাও বুজিব পাৰি ৰাজধৰ্ম্ম তেতিয়ালৈকে শৈৱ হৈ থাকিলেও জনগণমন বৈষ্ণৱ ধৰ্মৰ ফালে ঢাল লোৱা আছিল। ধৰ্মপালৰ প্ৰথম দুই শাসনত "বন্দে তমৰ্দ্ধযুৱতীশ্বৰমাদিদেৱ" বুলি আৰম্ভ কৰিলেও, তৃতীয় শাসনত পোনে পোনে "ক্ৰোড়ৰূপ"ক বন্দনা কৰাৰ কথা আগতে কোৱা হৈছে। ধৰ্মপালৰ ৰাজত্ব স্বাভাৱিক ধৰণে শেষ নোহোৱা বাবে এওঁক

ধৰ্মান্তৰৰ বাবে কামাখ্যাৰ শাপ পোৱা বুলি চৰিত-পুথিত কোৱাৰ উল্লেখো আগতে কৰা হৈছে।

প্ৰাক্-শঙ্কৰী অসমৰ ধৰ্ম-সমাজ সম্পৰ্কে শিলালিপি আৰু তাম্ৰ-লিপিৰ প্ৰমাণ, চীন-পৰ্য্যটকৰ ভ্ৰমণ-বৃত্তান্ত আৰু বাণভট্টৰ "হৰ্ষচৰিত"ৰ উল্লেখ, তদুপৰি বৈষ্ণৱ-চৰিত আৰু তিব্বতীয় পণ্ডিত তাৰানাথ প্ৰভৃতিৰ পৰোক্ষ ইঙ্গিত আদিৰ সঙ্কেত দিয়া হৈছে। তাৰ পাছৰ আৰু লাগতিয়াল প্ৰামাণিক সাহিত্য-সাক্ষ্য হৈছে কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰ; এই দুখন সংস্কৃত গ্ৰন্থ যথাক্ৰমে দশম আৰু চতুৰ্দশ শতাব্দীৰ ভিতৰত কামৰূপতে ৰচিত বুলি ধৰা হয়।

কালিকা পুৰাণে ( ১৮।৪২-৫১ ) মহাদেৱে কঢ়িয়াই নিওঁতে সতীৰ দেহৰ কোন কোন অঙ্গ কোন কোন ঠাইত পৰি গৈ সেইবোৰ ঠাইত মহা তীৰ্থত পৰিণত কৰিছিল তাৰ বিৱৰণ দিছে; আৰু তাৰ ভিতৰত কামৰূপৰ কথা কৈছে—

"কামৰূপে কামগিৰৌ ন্যপতৎ যোনিমণ্ডলম্।
তত্ৰৈৱন্যপতৎ ভূমৌ পূৰ্বতো নাভিমণ্ডলম্॥"

কামাখ্যাৰ বাহিৰেও সেই অধ্যায়ত কামৰূপৰ বিভিন্ন নদ-নদী পৰ্বত-ভৈয়াম তীৰ্থস্থান ৰূপে বৰ্ণিত হৈছে। ৫১ অধ্যায়ত কামৰূপৰ সীমা-ইতিবৃত্ত আদি বৰ্ণাইছে—

"কামৰূপং মহাপীঠং গুহ্যাদ্ গুহ্যতৰং পৰম্।
সদা সন্নিহিতস্তত্ৰ পাৰ্বত্যা সহ শঙ্কৰঃ॥ ৬৪।
কৰতোয়ানদীপূৰ্বং যাবদ্দীকৰবাসিনীম্।
ত্ৰিংশদ্ যোজনবিস্তীৰ্ণং যোজনৈকশতযতম্॥ ৬৫।
ত্ৰিকোণং কৃষ্ণবৰ্ণঞ্চ প্ৰভূতাচল পূৰিতম্।
নদীশতসমযুক্তং কামৰূপং প্ৰকীৰ্ত্তিতম্॥ ৬৬।
শম্ভোঃ নেত্ৰাগ্নিদগ্ধঃ কামঃ শম্ভোৰনুগ্ৰহাৎ।
তত্ৰ ৰূপং যতঃপ্ৰাপ্তং কামৰূপং ততোঽভৱৎ॥ ৬৭।

অপৰে চাশ্ৰমাঃ সন্তি হৰগৌৰ্য্যাঃ সদাতনাঃ।
নৈতয়ে সদৃশঃ:কোঽপি বিদ্যতে শঙ্কৰাশ্ৰমঃ॥" ৬৯।

৬৬ অধ্যায়ত মহাদেৱ-পাৰ্বতীৰ কথোপকথনত কৈছে—

"অধিষ্ঠিতস্তথান্যৈশ্চ ব্ৰহ্মাদ্যৈঃ সকলৈঃ সুৰৈঃ।
কৃতপাপাপি মনুজো নিষ্পাপো স তু জায়তে॥
তস্য নিষ্কলুষ স্যাম্নু পীয়ূষং শোণিতং ভৱেৎ।
সোঽপি কায়াং পৰিত্যজ্য মানুষং ম চিৰান্ মৃতঃ।
ভৱেদ্গণানামাধীপো ময়াপি বহু সংকৃতঃ॥"

৬৭ অধ্যায়ত নৰবলি পৰ্য্যন্ত বিভিন্ন তান্ত্ৰিক প্ৰক্ৰিয়াৰ কথা—

"শাৰ্দ্দুলশ্চ নৰশ্চৈব স্বগাত্ৰ ৰুধিৰং তথা॥ ৪।
চণ্ডিকাভৈৰৱাদিনাং বলয়ঃ পৰিকীৰ্ত্তিতাঃ॥ ৫।
মৃগাণাং শোণিতৈৰ্দেৱী নৰাণামপি শোণিতৈঃ।
অষ্টৌ মাসানবাপ্নোতি তৃপ্তিং কল্যাণদা চসা॥ ১০।
নৰেন বলিনা দেৱী সহস্ৰং পৰিবৎসৰম্।
বিধিদত্তেন চাপ্নোতি তৃপ্তিং লক্ষ্যং ত্ৰিভিৰ্নৰৈঃ॥
নৰেনেৰাথ মাংসেন ত্ৰিসহস্ৰাঞ্চ বৎসৰান্।
তৃপ্তিমাপ্নোতি কামাখ্যা ভৈৰৱী মম ৰূপধ্যক॥ ২০।
মন্ত্ৰপূতান্ শোণিতাস্তু পীয়ূষান্ জায়তে সদা। ২১।
মস্তকাঞ্চাপি তস্যাস্তি মাংসান্ চাপি তথা শিঁৱ।
তস্যাস্তু পূজনে দদ্যাদ্বলিঃ শীৰ্ষশ্চ লোহিতম্॥ ২২।
সংঘাৎ বলিদানেষু ঘোষিতং পশুপক্ষিণঃ।
বলিং দদ্যান্ মানুষীস্তু ত্যক্ত্বা সজ্বাতপূজিতম্॥ ১০২।
নৰং মৰ্ত্ত্য শিৰোৰক্তং দেব্যাঃ সম্যক্ নিৱেদয়েৎ। ১১২।
হসতি ছিন্নশীৰ্ষান্ ছেন্নৰম্ স্যাত্তু বিপুক্ষয়ঃ।
শ্ৰীবৃদ্ধি ৰায়ুষো বৃদ্ধিঃ সদা দাতুৰ সংশয়ঃ॥" ১৪০।

পৰ্বতীয়া নগা আদি জাতিৰ মাজত সিদিনালৈকে প্ৰচলিত নৰবলিৰ

( জৰ্ণেল্ অব্ অসম বিছাৰ্চ ছছাইটি, ৮ম খণ্ড, ৬৬ পিঠি ) কথা এৰিও ভৈয়ামৰ চুতিয়া আদি জাতিৰ মাজত চলা কেচাইখাতী গোসানীৰ আগৰ নৰ-বলি ইয়াৰ সম্পৰ্কিত নিশ্চয়। আইন্-ই-আকবৰি আদি মুছলমানী গ্ৰন্থতো প্ৰাক্-শংকৰী অসমীয়া সমাজৰ এনে ব্যভিচাৰৰ উল্লেখ আছে।

কালিকা-পুৰাণৰ অলপ পৰবৰ্তী সংস্কৃত গ্ৰন্থ যোগিনী তন্ত্ৰতো সেই সময়ৰ সামাজিক ব্যভিচাৰৰ যথেষ্ট আভাস পোৱা হয়। এই গ্ৰন্থৰ প্ৰথম পটলৰ তৃতীয় শ্লোকতে শিৱ-পাৰ্বতীৰ কথোপকথনত বাৰাণসী আৰু নেপালৰ লগত কামৰূপৰ উল্লেখ কৰা হৈছে। "বীৰ যোগ" নামৰ ষষ্ঠ পটলত যোড়শী-ধ্যানৰ নিয়ম কৈছে,

"বিন্দুত্ৰয়ং কলাক্ৰান্তং প্ৰথমং পৰিচিন্তয়েৎ।
তত্তস্মাদ্ভৱেজ্জতং স্ত্ৰীৰূপং ষোড়শাব্দিকাম্॥ ৮।
বালাৰ্ক-কোটিজ্যোতি প্ৰকাশিত-দিগন্তৰম্।
মূৰ্দ্ধাদি স্তনপৰ্য্যন্তামুৰ্দ্ধবিন্দোঃ সমুদ্ভৱম্॥ ৯।
বিন্দুযৱন্নাধ্যদেহং কণ্ঠাদিকাটি শীৰ্ষকাম্।
স্তনদ্বয়েন ভাষন্তান্ ত্ৰিবলীপৰিমণ্ডিতম্॥ ১০।
যে স্থাদিকাঞ্চ পদৌতং কামস্তাৎ পৰিচিন্তয়েৎ॥ ১১।
মদ্যং মাংসং তথা মৎস্যং মুদ্ৰা মৈথুনমেবচ।
ইদম্যাচৰণং দেৱী পশোৰ্ন দিব্য বীৰয়োঃ॥ ১৪।

আৰু এনেজন "ব্ৰহ্মা বিষ্ণুশিৱাদিনাং সুপ্ৰিয়ঃ সাধাকোত্তমঃ।" (২৮।৬) ইমানেই নহয়, তেনে অন্য নিৰ্ণয়ো আছে—

"মাতৃযোনিং পৰিত্যজ্য মৈথুনং সৰ্বযোনিষু॥ ৪৪।৬।
দ্বাদশাব্দাধিকা যোনিৰ্যাবৎ ষষ্ঠী প্ৰজায়তে।
তাবত্তু মৈথুনং তস্মাৎ স্বয়ন্তৱ···॥" ৪৫।৬।

যোগিনীতন্ত্ৰতো কামৰূপ ধৰ্মমণ্ডলৰ সীমাও দিয়া আছে—

কামৰূপে মহাপূজা সৰ্বসিদ্ধি ফলপ্ৰদা।
নেপালস্য কাঞ্চনাদ্ৰি ব্ৰহ্মপুত্ৰস্য সঙ্গমম্॥ ১৬।

কৰতোয়াং সমাশ্ৰিত্য যাবাদ্দিকৰবাসিনীম্।
উত্তৰস্যাং কুঞ্জগিৰিঃ কৰতোয়াত্ত্ব পশ্চিমে ॥ ১৭।
তীৰ্থশ্ৰেষ্ঠদিক্ষুনদীং পূৰ্বস্যাং গিৰিকন্যকে।
দক্ষিণে ব্ৰহ্মপুত্ৰস্য লাক্ষাঃ সঙ্গমাৱধি।
কামৰূপ ইতি খ্যাতঃ সৰ্বশাস্ত্ৰেষু নিশ্চিতঃ ॥" ১৮।

আইন-ই-আকবৰিৰ উপৰিও হাফ্ট্ ইক্লিম আদি মুছলমান বুৰঞ্জী-লেখকৰ টোকাৰ পৰা "আই" বোলা গুহাবাসিনী এগৰাকী গোসানীৰ বাবে উপযাচি বলি হোৱা "ভোগী" নামৰ এজাতি লোকৰ কথা গেইটে উল্লেখ কৰিছে। বছৰেকীয়া পালত তেওঁলোকে গোসানীৰ বলিশালত নিজক উছৰ্গা কৰাৰ আগতে যেনে ইচ্ছা তেনেদৰে চলিব পাৰিছিল, আৰু যেই সেই তিৰুতাই তেওঁলোকৰ সম্ভোগৰ বাবে সাজু হবলৈ বাধ্য আছিল বুলিছে। অনেক সময়ত এই নৰ-পিশাচহঁতে গৰ্ভৱতী তিৰুতাৰ পেট ছিৰি ভ্ৰূণ পৰীক্ষা কৰিছিল।

কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰত বৰ্ণোৱা এই তান্ত্ৰিক পূজা-পদ্ধতি বৌদ্ধ-হিন্দু, আৰ্য্য-অনাৰ্য ধৰ্মৰ যে খিচিৰি তাক "দৰং ৰাজ-বংশাৱলী"ৰ পদৰ পৰাও বুজিব পাৰি:

"শপত খুৱাই ৰাজা বুলিলা বচন।
শুনিয়ো সমস্ত মোৰ বাৰ্ক্য নিবন্ধন ॥
গোহাঁই কমল আলি মধ্য সীমা কৰি।
উত্তৰৰ ফালে আছে যতেক কছাৰী ॥ ৩৩৬।
সেহি ফালে দেৱালয় আছে যত যত।
কোচে মেচে পূজিবেক মোহোৰ বাক্যত ॥
দক্ষিণৰ ফালে পূজা ব্ৰাহ্মণে কৰিব।
এহি নিবন্ধনে সৱে ধৰ্মে প্ৰৱৰ্তিব ॥ ৩৩৭।

ইয়াৰ পৰা আৰু বুজিব পাৰি যে শঙ্কৰদেৱৰ ধৰ্ম-প্ৰচাৰ কালতো দেখুৱাই বা লুকাই এনে অধৰ্ম অপধৰ্ম চলি আছিল।

বিশেষ মন কৰিবলগা কথা, এনে দুৰ্ঘোৰ তান্ত্ৰিক গ্ৰন্থতো বিষ্ণু উপাসনাৰ উল্লেখ যথেষ্ট পোৱা হয়। যোগিনী তন্ত্ৰত "বৈষ্ণৱে তুলসী-মালা" ( ২।৪৪ ), "ন নক্তম্ বৈষ্ণৱে" ( ২।৬০ ), "বিষ্ণুচক্ৰং যথাব্যৰ্থম্" ( ৩৩২ ), "হৰি-প্ৰিয়া", "বিষ্ণু-বনিতা" (৫।২৯), "গৰুড়স্থ মহাবিষ্ণুঃ" ( ৯।৪১-৫১ ), "বৈষ্ণৱে দন্ত" ( ১০।১৩, ৩৭ )। কিন্তু একাদশ পটলত "কোটিলিঙ্গ সমাকীৰ্ণ কামাখ্যা কল্পবল্লাৰি" ( ১১।৩৬ ), আৰু কামৰূপৰ লোকসকল "তত্ৰ যে মানৱাঃ সন্তি তে দেৱানত্ৰ ন সংশয়।" দ্বাদশ পটলত বিষ্ণুৰ দ্বাৰা নৰকৰ ৰাজসিংহাসনত প্ৰতিষ্ঠিত হোৱাৰ কথা কৈছে, কিন্তু সেই বিষ্ণুও স্বয়ং কামাখ্যাৰ দ্বাৰা প্ৰতিষ্ঠিত বুলি বৰাই কৰা হৈছে।

কালিকা পুৰাণৰো আৰম্ভতে সেইদৰে "হৰি-পদ-সৰোজ-যুগ্মঃ" বুলি "শঙ্খ-চক্ৰ গদা-পদ্মপাণি কায়া সবৈষ্ণৱ" ( ১২।৩১ ), "হিৰণ্যকশিপু জম্মে নৰসিংহ স্বৰূপিণ" ( ১৩।২৬ ), বুলি ত্ৰিংশ অধ্যায় ( ২-৮ )ৰ শ্লোকত বৰাহ অৱতাৰক নাৰায়ণ, গোবিন্দ, বাসুদেৱ আৰু সৃষ্টিৰ হেতু বোলা হৈছে। কালিকা পুৰাণৰ ৩৬ অধ্যায়ৰ ১৫-২২ শ্লোক ভাগৱতৰ প্ৰভাৱপূৰ্ণ, তাৰ ৮৮ অধ্যায়টো বিষ্ণু-যজ্ঞৰ বৰ্ণনা মাত্ৰ, আৰু সাঁমৰণিৰ ( ৭০-৭১ ) শ্লোকত তাৰ মূল দিছে। তথাপি ই মূলতঃ তান্ত্ৰিক গ্ৰন্থহে।

ভৌম বংশৰ শাসনবোৰৰ উপৰি, ৰজা বৈদ্যদেৱৰ ( ১১৩১-৫০ খৃঃ) কমৌলি লিপি আৰু ৰজা লক্ষ্মীনাৰায়ণৰ সধৰাপুৰী লিপি ( জৰ্ণেল অসম ৰিছাৰ্চ ছছাইটি, ৩।২ ) দ্বাদশ আৰু পঞ্চদশ শতিকাত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে বিষ্ণু-সেৱক পণ্ডিতক মাটি দান কৰা কথা পোৱা হয়।

## ছয়ত্ৰিশ

# শঙ্কৰদেৱ আৰু বুদ্ধদেৱৰ সমাজ-চিকিৎসা

আকাৰৰ তাৰতম্য হলেও প্ৰকাৰত শঙ্কৰদেৱ আৰু বুদ্ধদেৱৰ সমাজ-চিকিৎসা প্ৰণালীত এক অপূৰ্ব সামঞ্জস্য দেখিবলৈ পোৱা হয়। সৰহ কি, জীৱনৰ ঘটনাৱলী আৰু জীৱন-দৰ্শনতো দুইৰো আচৰিত মিল দেখিবলৈ পোৱা হয়। বুদ্ধদেৱৰ দৰেই শঙ্কৰদেৱেও ওপজাৰ লগে লগেই মাতৃ-স্নেহৰ পৰা বঞ্চিত হয়; দুইৰো প্ৰথম সন্তান জন্মাৰ পাছতে আৰু দুইৰো দেড় কুৰি বছৰ বয়স হোৱাৰ আগে আগে প্ৰবল বৈৰাগ্য জন্মে; তাৰ ফলস্বৰূপে বুদ্ধদেৱৰ মহাভিনিষ্ক্ৰমণ আৰু শঙ্কৰদেৱৰ যুগব্যাপী দেশভ্ৰমণ আৰম্ভ হয়। নিজ নিজ ভাৱে দুয়ো সুদীৰ্ঘ সাধনাৰ সিদ্ধিৰ পাছত নিজ নিজ ধৰ্মমত প্ৰচাৰৰ বাবে জীৱন উছৰ্গা কৰে।

বুদ্ধদেৱৰ ধৰ্ম-প্ৰচাৰৰ আগত ভাৰতবৰ্ষৰ নৈতিক অধঃপতন আৰু শঙ্কৰদেৱৰ ধৰ্মপ্ৰচাৰৰ পূৰ্বে অসমীয়া সমাজৰ অধঃপতন সমতুল্য নিশ্চয়। উভয় কালতে নৈতিক চৰিত্ৰৰ দৈন্য নিত্য-নৈমিত্তিক ধৰ্মৰ আড়ম্বৰৰ দ্বাৰা ঢাকিবৰ চেষ্টা কৰা হৈছিল; সেই অন্তঃসাৰশূন্য আৰু পাপৰ ঢাকনি স্বৰূপ নিত্য-নৈমিত্তিক ধৰ্মই সমাজক একেবাৰে ৰসাতললৈ নিছিল, কিয়নো জুইক কেতিয়াও কাপোৰেৰে ঢাকিব নোৱাৰি। সমাজক এই ধ্বংসমুখী অৱস্থাত ৰক্ষা কৰিবলৈ বুদ্ধদেৱে হুলেৰে হুল কঢ়াৰ উপায় উলিয়ালে নিত্য-নৈমিত্তিক ধৰ্ম গুচাই তাৰ ঠাইত নৈতিকতাৰ স্থাপন কৰা, আৰু নৈতিকতাৰ যোগেদি আত্ম-শুদ্ধি সাধন কৰা। ইয়াৰ বাবে বুদ্ধদেৱে যে পাপ-পুণ্যৰ ধাৰণাকে কেনেকৈ মানুহৰ মনত পৰিবৰ্তন কৰি দিছিল, পালি ভাষাৰ বিতোপন এধানমান "পুন্নিকা" কবিতাটিৰ পৰাই তাৰ আভাস পাব পাৰি।

পুন্নিকা আগতে বামুণৰ ঘৰৰ দাসী আছিল আৰু পাছত তেওঁ বৌদ্ধধৰ্ম গ্ৰহণ কৰি এগৰাকী বিশিষ্টা বৌদ্ধ-প্ৰচাৰিকা হৈছিল। জাৰৰ ঠেটুৰৈত কঁপি কঁপি গা ধোৱা এজন বামুণৰ লগত হোৱা কথোপকথনৰ চলেৰে বৌদ্ধধৰ্ম-নীতি প্ৰচলনৰ কথা কোৱা হৈছে :

"উদকখাৰী অহং সীতে সদা উদকং ওতৰিং
( অয্যনং দণ্ডভয়ভীতা বাচাদোস ভয়াদ্দিতা )। ১।

কাস্ম ব্ৰাহ্মণ ত্বং ভীতো সদা উদকম্ ওতৰি
ৱেধমানেহি গত্তেহি সীতম্ বেদয়সে ভূসম্ ?" ২।

"জানন্তী চ তুভং ভোতি পুন্নিকে পৰিপুচ্ছসি।
কৰোন্তং কুসলং কম্মং ৰুধন্তং কম্ম পাপকম্। ৩।

যো চ বুদ্ধো বা দহৰো বা পাপকম্মং পকুচ্চতি
উদকাভিসিচেনা সো পি পাপকম্ম পমুচ্চতি।" ৪।

"কো নু তে ইদম্ অকৃখাসি অজানন্তস্স অজানন্তো
উদকাভিসেচনা নাম পাপকম্মা পমুচ্চতি ?" ৫।

সগ্গং নূন গমিস্সন্তি সব্বে মণ্ডূক কচ্ছপা
নাগা চ সুংসুমাৰা চ যে চ অঞ্ঞে উদকচৰা। ৬।

ওৰংভিকা সূকৰিকা মচ্ছিকা মিগবন্ধকা
চোৰা চ বজ্ঝঘট চ যে চ অঞ্ঞে পাপকম্মিনো
উদকাভিসেচনা তে পি পাপকম্মা পমুচ্চৰে। ৭।

সচে ইমা নদিয়ো তে পাপং পুব্বকেতং ৱহেয়ুং
পুঞ্ঞং বা ইমা বহেয়ুং তেন ত্বং পৰিবাহিৰো অস্স। ৮।

যস্ম ব্ৰাহ্মণ ত্বং ভীতো সদা উদকং ওতৰি।
তম্ এৱ ব্ৰহ্মে মা কাসি মা তে সীতং ছৱিং হনে। ৯।

কুমগ্গং পটিপন্নং মং অৰিয়মগ্গং সমনয়ি
উদকাভিসেচনং ভোতি ইমং সাটং দদামি তে।" ১০।

"তুয়্যঃ এৱ সাতকো হোতু নাহং ইচ্ছামি সাটকং
সচে ভ্যাসি দুকৃখস, সচে তে দুকৃখম্ অপ্পিয়ং
মা কাসি পাপকং কম্মং আভি বা যদি বা ৰহো। ১১।
সচে চ পাপকং কম্মং কৰিস্‌সাসি কৰোসি বা
ন তে দুকৃখ পমুত্ত্যাত্থি উপেচ্চাপি পলায়তো। ১২।
সচে ভায়সি দুকৃখস্‌স, সচে তে দুকৃখম্ অপ্পিয়ং
উপোহ বুদ্ধং সৰণং ধম্মং সংঘাঞ্চ তাদিনং
সমাদিয়হি সিলানি তন্ তে অত্থায় হেহিতি। ১৩।

''গৰাকিনী' মাৰ-কিল কৰে শপে বুলি
ই হেন শীতত সদা আহোঁ পানী তুলি। ১।
সদায় জাৰত কঁপি কাৰ নো ভয়ত,
বামুণ পানীত নিতে নামা ই শীতত ?" ২।
"জানিও, পুন্নিকা, সোধাঁ ? স্নান কৰি মই
কুশল সমাধোঁ, পাপ ঠেলোঁ দূৰলই। ৩।
ডেকা বা বুঢ়াৰ যদি কিবা পাপ হয়,
পানী ছতিয়ালে গাত তাৰো হয় ক্ষয়।" ৪।
"অজ্ঞানীৰো অজ্ঞানী যি, এনে কথা কয় ;
পানী ছতিয়ালে গাত পাপ ক্ষয় হয় ? ৫।
কাছ বেঙ, ঘৰীয়াল, সাপ, জলচৰ ;
সকলোটি গ'ল হয় সৰ্গলৈ সত্বৰ।" ৬।
"গৰু বা গাহৰি ৰখে, মাছ-পহু মাৰে ;
চুৰি-ডকাইতি যত পাতক আচৰে। ৭।
পানী ছতিয়ালে গাত পাপ যোৱা হলে,
সকলোটি গ'ল হয় নিশ্চয় স্বৰ্গলে॥" ৮।
"যদি পাৰে নৈয়ে পূৰ্ব পাপ ধুই নিব,
পুণ্যও ধুই নি পাৰে নিপুণ্য কৰিব। ৯।

বামুণ, পানীত নামা পাপৰ ভয়ত ?
নকৰিবাঁ পাপ, দুখ নিদিবাঁ দেহত ॥" ১০।
"কুপথৰ পৰা মোক সৎ পথলই
অনাৰ গামচা বেচ লোৱাঁ, আই অই !" ১১।
"নালাগে গামচা ; যদি ভয় দুখলই,
নাচৰিবাঁ পাপ, দেখি নতু চুৰকই। ১২।
"যদি পাপ নেৰাঁ তেন্তে নিশ্চয় জানিবাঁ,
সাধ্য কি উপায়ে হাত দুখৰ সাৰিবাঁ।
অপ্ৰিয় যদি হে দুখ, দহ-নীতি পালি
বুদ্ধ-ধম্ম-সঙ্ঘ নামে শৰণ পশাঁহি ॥" ১৩।

নৈষ্ঠিক ব্ৰাহ্মণ্য ধৰ্মৰ ঋণাত্মক ৰীতি বৰ্জন কৰি বৌদ্ধ ধৰ্মই প্ৰবৰ্তন কৰিছিল যোগাত্মক পদ্ধতি—"পাপশ্চাকৰণম্ পুণ্যশ্চকৰণম্।" 'পাপো নকৰিবাঁ, আৰু পুণ্য-সাধনো আচৰিবাঁ।' ই দেখাদেখিকৈয়ে ব্ৰাহ্মণ্য ধৰ্মৰ পোনতে পাপ-আচৰণ কৰি তাৰ পাছত স্নান বা প্ৰায়শ্চিত্ত-মন্ত্ৰৰ দ্বাৰা সংশোধিত হ'লোঁ বুলি ভৰা নীতি-বিপৰ্য্যয়ৰ প্ৰত্যক্ষ প্ৰতিক্ৰিয়া।

"পাপোঽহং পাপকৰ্মাহং পাপাত্মা পাপসম্ভৱঃ।
ত্ৰাহি মাং পুণ্ডৰিকাক্ষ সৰ্বপাপঃ হৰো ভবেৎ ॥"

এনে মন্ত্ৰৰ দ্বাৰাই পাপৰ বিনাশ হয় বুলি ভুৱা দিয়াৰ বিৰুদ্ধে বৌদ্ধধৰ্ম ঠিয় হৈ সমাজ-সংস্কাৰত প্ৰবৃত্ত হৈছিল।

"সৰ্বম্ অনিত্যম্" মত ব্ৰাহ্মণ্য আৰু বৌদ্ধ উভয় ধৰ্মই স্বীকাৰ কৰে ; কিন্তু বৌদ্ধধৰ্মই তাৰ লগতে কয়, 'সৰ্বমনাত্মম্'। এই "অনাত্মম্" মতৰ বাবেই দুই ধৰ্মৰ প্ৰধান বিৰোধ। বৌদ্ধ মতে আত্মা কোনো "তৈয়াৰী" ( পেটেণ্ট্ ) বস্তু নহয় ; ই মুহূৰ্তে মুহূৰ্তে আমাৰ সজ-অসজ কৰ্মৰ দ্বাৰা গঢ় সলাব লাগিছে। কেৱল "নিৰ্বাণ" ৰূপত ই স্থিৰ হয়—নিৰ্বাণম্ সত্যম্। মানুহৰ জীৱদ্দশাতে যে এই মুক্তি-লাভ

কৰিব পৰা হয় ; এই বিষয়ত কিন্তু আকৌ উভয় ধৰ্মৰ মিল— "জীৱন্তে মুকুত হোৱে অচিৰ কালতে।"—শঙ্কৰদেৱ। তেন্তে গোটেই বৌদ্ধধৰ্ম সজ কৰ্ম আৰু সজ আচৰণৰ ওপৰত প্ৰতিষ্ঠিত ; আৰু এইদৰে আত্মশুদ্ধি লাভ কৰাৰ পাছত নিৰ্বাণৰ পথ মুকলি হয়।

একপ্ৰকাৰে আত্মাৰ অমৰত্ব স্বীকাৰ নকৰিলেও, বৌদ্ধ ধৰ্মই পুনৰ্জন্ম তথা কৰ্মফল মানে। তেন্তে প্ৰশ্ন হব পাৰে, আত্মাৰ অমৰত্বৰ অবিহনে কিহে পুনৰ্জন্ম গ্ৰহণ কৰে ? পূৰ্বজন্মৰ পৰা পৰজন্ম গ্ৰহণ কৰোঁতাজন একে নে সুকীয়া ? তাত উত্তৰত কোৱা হৈছে ঃ 'ন চ সো, ন চ অঞ্ঞো।' অৰ্থাৎ পূৰ্বজন্মৰ পৰা পৰজন্ম গ্ৰহণ কৰোঁতাজন একেও নহয়, সুকীয়াও নহয়। ই কেৱল তৰ্কজালৰ কথা নহয় ; তাৰ ব্যাখ্যা এনেদৰে দিয়া হয় ; গাখীৰৰ পাছত দৈ, দৈৰ পাছত মাখন, মাখনৰ পাছত ঘিউ। চাৰিও সুকীয়া ; কিন্তু দৈ, মাখন আৰু ঘিউৰ অৱস্থা বা স্বৰূপ গাখীৰৰ ওপৰত নিৰ্ভৰশীল। ইহঁতৰ এটা ক্ৰম-পৰিণতি আছে, পাছে সিহঁতৰ স্বৰূপ স্থায়ী বা ক্ৰমশঃ নহব পাৰে। তেন্তে বুজিব লাগিব, পৰজন্মৰ পৰা পূৰ্বজন্মৰ স্বৰূপ অনুমান আৰু সদৌ পৰিবৰ্তনৰ পৰা পৰিণতিৰ বিধানৰ অনুমান কৰিব পৰা হয়।

এই অনাত্মবাদৰ ওপৰত আকৌ বৌদ্ধ ধৰ্মৰ অনীশ্বৰবাদ। "প্ৰাৰ্থনাবিহীন পবিত্ৰতা, আত্মা-বিহীন অমৰত্ব আৰু ঈশ্বৰবিহীন স্বৰ্গ",—ইয়াকে বৌদ্ধ ধৰ্মৰ সাৰাংশ বুলি বহুতে বিদ্ৰূপৰ সুৰত হলেও কয়। স্বৰূপতে, সজ কৰ্মই শ্ৰেষ্ঠ উপাসনা ; কিয়নো সজ চিন্তা অবিহনে সজ কৰ্ম নহয়। নিৰ্বাণ অবিহনে চিত্ত বা আত্মাৰ স্থিৰতা নাই ; গতিকে নিৰ্বাণ লাভেই আত্মাৰ চিৰত্ব লাভ। কামনা-বাসনাৰ দ্বাৰা চিৰ-তৰঙ্গায়িত চিৎ-সাগৰত পৰমেশ্বৰৰ প্ৰতিবিম্ব পৰিব নোৱাৰে ; গতিকে সেইবোৰৰ পৰা ত্ৰাণ পোৱাৰ আগতে ঈশ্বৰ-লাভৰ চেষ্টা এটা ভুৱা মাথোন। বুদ্ধদেৱে তেনে ভুৱাৰ পৰা মানুহক ৰক্ষা কৰা এই উপায় জগতত অভিনৱ।

ইয়াতে কপটী, চোৰ, ডকাইত, প্ৰৱঞ্চক সকলোৰে মূলধৰ্ম এই ঈশ্বৰৰ জল্পনা; ইয়াৰে আঁৰ লৈ আটায়ে পাপৰ বেহা চলায়। বুদ্ধদেৱে অতি সাহস আৰু অতীব দূৰদৃষ্টিৰে অনীশ্বৰবাদৰ দ্বাৰা এই পাপৰ বেহা ভাঙি দিছিল। 'ভগৱান, তেন্তে ঈশ্বৰ আছে?' 'ক'তা, তোমালোকক মই কেতিয়া ঈশ্বৰ আছে বুলিলোঁ?' 'তেন্তে, ভগৱান, ঈশ্বৰ নাই?' 'ক'তা, কেতিয়া তোমালোকক ঈশ্বৰ নাই বুলি কলোঁ?'—এয়ে শিষ্যসকলৰ প্ৰতি বুদ্ধদেৱৰ মনোভাৱ প্ৰকাশ; অৰ্থাৎ ঈশ্বৰ থকা-নথকাৰ চিন্তা এৰি আটায়ে সদায় সজ চিন্তা আৰু সজ কৰ্ম কৰা: এয়ে প্ৰথম কৰ্ত্তব্য।

ক্ৰূড় শিষ্য মালঙ্কপুত্তৰ কঠুৱা আচৰণতো ক্ৰুদ্ধ নহৈ বুদ্ধদেৱে শিষ্য-সকলক এক উপমা আৰু এক সাধুৰ সহায়েৰে অনীশ্বৰবাদৰ যি শিক্ষা দিলে সিও বিতোপন। 'শিষ্যসকল, কিংখাপ গছজোপাত থকা পাত সৰহ নে মই ছিঙি আনি হাতৰ মুঠিত লোৱা পাত সৰহ?' 'ভগৱান, গছজোপাত থকা পাত সৰহ।' 'ঠিক-তেনেকৈয়ে, মই জনা কথাও সৰহ; কিন্তু গছৰ পৰা ছিঙি অনা পাতৰ দৰে তোমালোকে সম্প্ৰতি জানিব লগা কথাহে মই তোমালোকক কৈছোঁ।' 'এক ৰাজপুত্ৰ মৃগয়া কৰিবলৈ যাওঁতে কৰবাৰ পৰা আহি এডাল কাঁড় তেওঁৰ বুকুত সোমাল আৰু তাৰ পৰা হোক্-হোক্কৈ তেজ ওলাবলৈ ধৰিলে। লগৰীয়াবোৰে মাতি অনা বেজজনে পোনতে সেই কাঁড় উলিয়াই লৈ তেজ বন্ধ কৰিব খোজাত ৰাজপুত্ৰই বাধা দি আগতে সেই কাঁড় মাৰোঁতাজনৰ সম্ভেদ লবলৈহে কলে, আৰু তাকে কৰে মানে তেজ গৈ ৰাজপুত্ৰৰ মৃত্যু হল।' এই সাধু কৈয়েই বুদ্ধদেৱে স্পষ্ট কলে, 'প্ৰতি মানৱৰ অন্তৰতো সেইদৰে একো ডাল অনন্ত দুখৰ কাঁড়; আৰু সেই কাঁড়ডাল উলিওৱা বেজ মই। জন্মত দুখ, জীয়াই থকাত দুখ, মৃত্যুত দুখ: গতিকে সব-আগতে মোক সেই কাঁড়ডাল উলিয়াই লবলৈ দিয়াঁহঁক।'

বৌদ্ধ ধৰ্মৰ ত্ৰিৰত্নৰ অন্যতম "ধম্ম" কথাটো কি? ই ইণ্ড-

ইউৰুপীয় "ঋত" আৰু সংস্কৃত "সত্য" শব্দৰ সমতুল্য; কিন্তু একে নহয়; স্বৰূপতে এই তিনিওটা শব্দই একেটা কথাৰ তিনটি বিভাব বুজায়। "ঋত" শব্দ ব্যৱহাৰিক, ই শৃঙ্খলা বা বিধান বুজায়; "সত্য" শব্দ মানসিক, ই সৎ-অসতৰ বিচাৰ বুজায়; "ধৰ্ম্ম" শব্দ নৈতিক, ই ন্যায় বা কৰ্ত্তব্যাকৰ্ত্তব্য বুজায়। গতিকে আকৌ আমি বুদ্ধদেৱৰ নৈতিক কাৰ্য্যৰ ওপৰত হেচা দিয়া কথাকে দেখিবলৈ পাওঁ।—

আচৰিতভাৱে শঙ্কৰদেৱৰ ধৰ্মতো এই নৈতিক কাৰ্য্যৰ ওপৰত হেচা দিয়া আমি প্ৰত্যেক খাপতে দেখা পাওঁ।

"অব্যক্ত ঈশ্বৰ হৰি, কিমতে পূজিবা তাঙ্ক
ব্যাপকত কিবা বিসৰ্জন।
এতাৱন্ত মূৰ্ত্তি-শূন্য কেনমতে চিন্তিবাঁহা,
ৰাম বুলি শুদ্ধ কৰাঁ মন॥"—নামঘোষা

আত্ম-শুদ্ধিৰ এই প্ৰকৃষ্ট উপায় ৰাম-নাম নিশ্চয় নিষ্ক্ৰিয় যে নহয়, তাৰ নানান প্ৰমাণ আছে; তাৰ ভিতৰত স্বয়ং নাম-লওঁতাৰ সাতোটা মহলাই ঘাই প্ৰমাণ বুলিব পাৰি:

"প্ৰথমে দহিব পাতকচয়।
কৰিব মহা পুণ্য অভ্যুদয়॥
ওপজাইব বিষয়ত বিৰকতি।
কৃষ্ণত বাঢ়িব প্ৰেম-ভকতি॥
ওপজাইব অতি বৈষ্ণৱ জ্ঞান।
মায়াক কৰিব দহি নিৰ্ব্যান॥
চৈতন্যময় পূৰ্ণানন্দ হৰি।
থৈবন্ত তেন্তে-এৰে এক কৰি॥" কীৰ্ত্তন।

এই সাত মহলা সম্পূৰ্ণ বৈজ্ঞানিক ভিত্তিত নিৰ্ণয় কৰা হৈছে। "গালোঁ নাম গ'ল উৰি। তাৰ কি আছে আগ-গুৰি॥" তেনে উপলুঙা নামৰ আশঙ্কা পোনতে দূৰ কৰা হৈছে। প্ৰথম খাপতে, নাম লোৱাৰ প্ৰমাণ ৰূপে নাম-লওঁতাৰ পাপ সমূলে পুৰি ছাই হব লাগিব;

তেতিয়াহে তেওঁ দ্বিতীয় খাপলৈ উঠিবৰ যোগ্য হব। পাপ মৰিমূৰ নহলে পুণ্যৰ অভ্যুদয় হব নোৱাৰে; গতিকে নাম-লওঁতাৰ সকলো পাপ দূৰ হলেহে তেওঁৰ চিত্তত পুণ্যই থানিকা লব। অন্তৰত পুণ্য প্ৰতিস্থাপিত হ'লে সাংসাৰিক সুখত বিৰক্ত জন্মিব আৰু সাংসাৰিক বিষয়ত বিৰক্তি জন্মিলেহে ঈশ্বৰত প্ৰেম-ভক্তিৰ বৃদ্ধি হব। প্ৰেম-ভক্তিৰ বৃদ্ধিত বৈষ্ণৱ-জ্ঞান জন্মে আৰু এই বৈষ্ণৱ জ্ঞানৰ দ্বাৰা দুস্তৰা মায়া তীৰ্ণ হব পাৰি। "মায়া-মুগ্ধ ভৱেৎ জীৱঃ। মায়ামুক্তঃ সদাশিৱঃ॥" মায়াক তৰিব পাৰিলেই ভগৱন্তৰ লগত এক হব পাৰি।

———

## সাতত্ৰিশ

# অসমীয়া সমাজ-বোধৰ জাগৃতি

“সমাজ” বোলোঁতে সাম্য, সৌম্য, সমতা, সভ্যতা, সংস্কৃতি, সংহতি, সমন্বয়, প্ৰগতি সকলো ভাব তাত সোমাই থকা যেন লাগে। শঙ্কৰদেৱৰ পূৰ্বে এই দেশত এনে যাই গুণবোৰ থকা এখন প্ৰগতিশীল আৰু শান্তিপূৰ্ণ সমাজ থকাৰ আমি প্ৰমাণ নাপাওঁহঁক; তাৰ যাই কাৰণ অকল বিভিন্ন জাতি, বিভিন্ন সংস্কৃতি আৰু বিভিন্ন ধৰ্মৰ খৰবাগৰেই নহয়; সেই সকলোকে সামৰি সাবটি কৰাল মাৰি ধৰিব পৰা এটা সাৰ্বজনিক সনাতন ধৰ্মই গা-দেখা নিদিয়াটোৱেই তাৰ যাই কাৰণ যেন লাগে। অনুমান কৰিব পাৰি, য়ুৰ’পত ৰেণেছেঞ্চ্ তথা জ্ঞানৰ নৱজন্ম আৰু ভাৰতবৰ্ষত নৱ-বৈষ্ণৱ ধৰ্ম, নামেৰে বিশ্বজনীন্ তথা সৰ্ব-ভাৰতীয় আন্দোলনৰ লগত শঙ্কৰদেৱে অসমক সংশ্লিষ্ট নকৰা হলে চাৰিওফালে জোপ লৈ অন্ধকাৰে অসমক চিৰকাললৈ গ্ৰাস কৰি থলেহেতেন।

ইয়াৰ পৰা এনে বুজিলে ভুল হব যে শঙ্কৰদেৱৰ পূৰ্বে অসমত সংস্কৃতিৰ আৱশ্যকীয় উপাদানৰ অভাৱ আছিল বা বিশ্বজনীন্ তথা সৰ্বভাৰতীয় জাতীয় চৈতন্যৰ ভু পোৱা মনীষা সমূলি নাছিল। দেশৰ কাষৰে-পাজৰে অনেক শিলাখণ্ড পৰি থাকিলেও যেনেকৈ উপযুক্ত শিলাকটীয়া শিল্পীৰ অবিহনে নতুন ভাস্কৰ্য্য গঢ়ি নুঠে; ছেগাচোৰোকাকৈ শুনা দুটি-এটি কুলিৰ মাতত যেনেকৈ বসন্তৰ পয়োভৰ নহয়; তেনেকৈয়ে শঙ্কৰদেৱৰ নিচিনা বহুমুখী প্ৰতিভাৰ ব্যক্তিত্বৰ অবিহনে অসমৰ সাংস্কৃতিক উপাদানবোৰে কোনো ৰূপ নাপাইছিল; আৰু যাদুকৰী শক্তিসম্পন্ন শঙ্কৰদেৱৰ দীপক সঙ্গীতৰ অবিহনে কুলি-কেতেকী আদি বিবিধ গায়কৰ গীতত অসমৰ হাবি-বন আৰু জন-

সমাজ বসন্ত-মুখৰ হৈ উঠিব নোৱাৰিছিল। শঙ্কৰদেৱৰ মহীয়সী সৃজনী প্ৰতিভাৰ এয়ে সংশ্লেষণী শক্তি।

"পুৰণি অসমত যথাক্ৰমে দশম আৰু পঞ্চদশ শতিকা মানত ৰচিত বোলা ভাৰত প্ৰসিদ্ধ সংস্কৃত এই কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰই অন্ধকাৰময় প্ৰাচীন অসমীয়া সমাজৰ সৰহখিনিত ফট্‌ফটীয়া পোহৰ পেলায়। বাহিৰে দেখাত ৰাজনৈতিক ফালৰ দৰেই সমাজ-নৈতিক ফালেও ই এক যুঁজ-বাগৰৰ কাল। আহোম বিলাকৰ ধৰ্ম আদিতে কি আছিল কোৱা টান হলেও তেওঁলোকৰ পূৰ্ববৰ্ত্তী বাৰভূঞা আৰু চুতীয়া বিলাক যে বিভিন্ন শাক্ত-ধৰ্মাৱলম্বী আছিল তাত সন্দেহ নাই। সদিয়াত কেচাইখাতী তাম্ৰেশ্বৰী মন্দিৰ বুকাননে স্বৰূপভাৱেই 'পূবৰ কামাখ্যা মন্দিৰ' বুলিছে, যি হেতুকে কামাখ্যাত আৰ্য্যগঢ়ত আৰু তাম্ৰেশ্বৰীত অনাৰ্য্যগঢ়ত শক্তি-পূজাই চলিছিল। চুতীয়া ৰাজ্যৰ পতনৰ পাছতো আহোমৰ আমোলত দেউৰীবিলাকে, কামাখ্যাত চলোৱা দৰেই ছুৰ্ঘোৰ নৰ-বলি চলাই আছিল।

কামাখ্যাৰ নৰবলি সম্পৰ্কত "আইন্ ই-আকবৰি" আদিত মুছলমান বুৰঞ্জী লেখকে লিখাৰ দৰেই তাম্ৰেশ্বৰীৰ বলিবিলাকো "ভোগী" নামে অভিহিত হৈ যাইকৈ তিকতাৰ সম্পৰ্কত যি ব্যভিচাৰ কৰিব পাৰিছিল, তাৰ পৰা সমসাময়িক অসমীয়া সমাজৰ ছুৰ্ঘোৰ বিশৃঙ্খল অৱস্থাৰ অনুমান কৰিব পাৰি। এই কালত আৰ্য্য আৰু অনাৰ্য্য ধৰ্মৰ খিচিৰিৰ পাতন আৰু নৱ-গঠন কি দৰে সম্পন্ন হৈছিল, তাৰো প্ৰকৃষ্ট প্ৰমাণ এই কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰ গ্ৰন্থ দুখনিয়েই দিয়ে।

মদ্য, মাংস, স্ত্ৰী-সম্ভোগ আৰু নৰ-বলিৰ বিধান কালিকা পুৰাণত স্পষ্টভাৱে বৰ্ণাইছে (৭৪।২৫০-৫১, ৬৬।৯২)। যোগিনী তন্ত্ৰত ষোড়শী গাভৰুৰ বিভিন্ন অঙ্গৰ ৰূপ-ধ্যানৰ বিধান ( ষষ্ঠপটল, বীৰযোগ, ৯ ) আৰু মদ্য-মাংস আৰু স্ত্ৰী-সম্ভোগৰ সমৰ্থন ( ৬।১৪ ) বিশদভাৱে দিয়া হৈছে। এই যোগিনী তন্ত্ৰতে, উপভোগৰ বাবে কেনে মদ্য আৰু

কেনে স্ত্ৰী উপযুক্ত তাক বৰ্ণাইছে (৬৷৩৫-৪০) আৰু “মাতৃযোনিম্ পৰিত্যজ্য মৈথুনম্ সৰ্বযোনীষু” (৬৷৪৪), “দ্বাদশাব্দাধিক যোনির্যাবৎ ষষ্ঠি প্ৰজায়তে। তাবত্তু মৈথুনং তস্মাৎ স্বয়ম্ভুব” (৬৷৪৫) বুলি লিখিছে।

হীনযান, মহাযান, বজ্ৰযান, বৌদ্ধ-তান্ত্ৰিক আদি বিভিন্ন পৰবৰ্তী বৌদ্ধ সম্প্ৰদায়বোৰেও ধৰ্মৰ নামত এনে অধৰ্মৰ ইন্ধন যোগাইছিল বুলি গুৰু-চৰিতবোৰৰ পৰা বুজিব পাৰি। জলসাই-থলসাই আদি নানা আদিম পূজা-পদ্ধতিৰ উপাৰিও কছাৰীবিলাকে বোলে “ব্ৰা-ব্ৰী” পূজা কৰিছিল।

অতিশয় উত্তাপৰ ছাটি-ফুটিয়েও আৰু অত্যন্ত খৰাং বতৰৰ ধূলি-মাকতিয়েও যেনেকৈ এছাটি জুৰ বতাহ আৰু এজাকি শান্তিময় বৃষ্টিৰ সঙ্কেত দিয়ে, ধৰ্মৰ নামত অধৰ্মৰ এই তাণ্ডৱ নৃত্য বা প্ৰলয়-নাচনো নতুন সৃষ্টিৰে আগ-জাননী বুলি বুজিব পাৰি। গতিকে অতি স্বাভাৱিক ৰূপেই এই সময়ত বহু দেৱ-দেৱীৰ ঠাইত “এক-দেৱ এক-সেৱ, এক বিনে নাই কেৱ” বুলি বহু দেৱ-দেৱীৰ পূজা-পাতলৰ কপটতা আৰু আড়ম্বৰৰ ঠাইত চিত্ত-শুদ্ধিজনক সহজ সৰল ভক্তিৰে নাম-ধৰ্ম শঙ্কৰদেৱে যেতিয়া প্ৰচাৰ কৰিলে তাকো সেইদৰেই জন-গণে আদৰেৰে যে গ্ৰহণ কৰিব ইয়াকো সহজে আশা কৰিব পাৰি।

ইয়াতেও ঠিক সমানেই তেনেকৈয়ে স্বাৰ্থজড়িত আৰু সুবিধা-প্ৰাপ্তবিলাকে তাৰ বিৰুদ্ধে যে প্ৰতিক্ৰিয়া কৰিবই তাতো বিস্ময় মানিবলৈ একো নাই। এতেকে আমি দেখা পাওঁ ৰাজনৈতিক ক্ষেত্ৰৰ বাহিৰত নানা যুজ-বাগৰ চলি থকা অৱস্থাৰ ভিতৰতে যেনেকৈ এই যুগতে বিপুল আহোম ৰাজশক্তি গঢ়ি উঠিল, সমাজনৈতিক ক্ষেত্ৰতো বিভিন্ন ধৰ্ম-অধৰ্মৰ এনে ভয়া-ময়া ৰণ চলি থকাৰ মাজতেই বিৰাট বৈষ্ণৱ ধৰ্মই আধিপত্য লাভ কৰি ৰহিল।

অসমৰ এই বৈষ্ণৱ যুগ (১৪৫০-১৬৫০), ইকালেও ইংৰাজী সাহিত্যৰ ৰেণেছেঞ্চ্ (১৪০০-১৫০০), এলিজাবেথীয় (১৫৫০-১৬২০) আৰু

পিউৰিটান্ ( ১৬২০-১৬৬০ ) এই তিনিও যুগৰ সমনীয়া। আনন্দৰ বিষয়, এই বৈষ্ণৱ যুগৰ অসমীয়া সাহিত্যই ইংৰাজী সাহিত্যৰ সেই তিনিও যুগৰ ঘাই গুণ আৰু লক্ষণবিলাক সামৰি লৈছে। পোনতে, ৰেণেছেন্স্ যুগৰ দৰেই অসমৰো এই বৈষ্ণৱ যুগ পৰিবৰ্ত্তনৰ আগ্নেয়গিৰিৰ যুগ বুলিব পাৰি, কিয়নো লেবাৰটাইনে কবৰ দৰে এই যুগতে মানুহে চকু মেলিলে আৰু দেখিলে, নিজক আৰু বিশ্বক বিচাৰি পালে। এই যুগতেই নৈষ্ঠিকতা আৰু অধিকাৰিতাৰ মূৰত ৰামটাঙোন পৰিল, আৰু এতিয়া অকল সত্যইহে নৈষ্ঠিক আৰু অধিকাৰী বুলি গণ্য হল। মানুহ চক্ খাই উঠিল; কিয়নো তেওঁলোকৰ অন্তৰ-চকুৰ আগত এক অভিনৱ মানসিক জগতৰ নতুন চক্ৰবাল ৰেখা জিলিকি উঠিল।

দ্বিতীয়ত, গৰিমাময় এলিজাবেথ যুগৰ ইংৰাজী সাহিত্যৰ দৰেই বৈষ্ণৱ যুগৰ অসমীয়া সাহিত্যতো এয়ে প্ৰবল জাতীয় চৈতন্য, দেশ-প্ৰেম, ধৰ্ম-জাগৃতি, সমাজ-শান্তি, মানসিক উন্নতি আৰু অপৰিসীম উদ্দীপনাময় মহৎ চিন্তা আৰু বৃহৎ কাৰ্য্যৰ যুগ। আকৌ এলিজাবেথ যুগৰ দৰেই এই বৈষ্ণৱ যুগ ঘাইকৈ কবিতাৰ যুগ; আৰু ইংলণ্ডৰ শেক্সপীয়েৰতকৈ অনেক অধিক ৰূপে বহুমুখী আৰু বহু শ্ৰেষ্ঠ প্ৰতিভাৰ শঙ্কৰদেৱক পিতৃৰূপে লৈ বৰগীত, অসমীয়া নাটক আৰু অসমীয়া গদ্য আদিয়ে অতিৰিক্ত ৰূপে গঢ় লৈ উঠিছিল।

তৃতীয়ত, সেই যুগৰ পিউৰিটান্ আন্দোলনৰ দৰেই অসমৰ এই বৈষ্ণৱ আন্দোলনৰ যুগতে মানসিক জাগৰণৰ পাছত নৈতিক জাগৃতি বা অসমীয়া জাতিক পুণ্য স্নান কৰাই বৈ যোৱা নীতি-সংস্কাৰৰ অপূৰ্ব জোৱাৰৰ ঢৌ। বৈষ্ণৱ আন্দোলনৰ মহৎ সংস্কাৰ কাৰ্য্যকৰী কৰিবলৈ আগৰ বাহিৰে ৰং-চং ভিতৰি-কোৱাভাতুৰিৰ নিচিনা আড়ম্বৰপূৰ্ণ ধৰ্মপ্ৰণালী একৰাই, তাৰ ঠাইত আত্মশুদ্ধি আৰু চৰিত্ৰ-শোধনমূলক, মুকলি হিয়াৰ মুকলি দুৱাৰৰ নাম-ধৰ্ম উলিয়াই বহু দেৱ-দেৱীৰ বহুমুখী সেৱাৰ ঠাইত "এক-দেৱ এক-সেৱৰ" একমুখী

ধৰ্ম-নীতিৰ প্ৰৱৰ্ত্তন কৰিলে জগতৰ বুৰঞ্জীত অতুলনীয় ভাৱেই শঙ্কৰদেৱে।

এলিজাবেথ যুগৰ ইংৰাজী সাহিত্যৰ তুলনাত্তো অসমৰ এই বৈষ্ণৱ সাহিত্য অসামান্যভাৱে ব্যাপক হলেও, এলিজাবেথীয় সাহিত্যতকৈ ইয়াৰ প্ৰাণ-বস্তুৰ ঐক্য অধিক বুলিব পাৰি। ৰেহ-ৰূপত প্ৰাচীন যেন লাগিলেও, অসমীয়া বৈষ্ণৱ সাহিত্য এলিজাবেথীয় সাহিত্যৰ দৰেই যৌৱনৰ জয়োল্লাসপূৰ্ণ, প্ৰাণৰ স্পন্দন-ভৰা, আশাময় আৰু বীৰ্য্যময়। শঙ্কৰদেৱৰ আবিৰ্ভাবৰ লগে লগেই যেন কিবা ঐন্দ্ৰজালিক প্ৰভাৱত সেই আন্ধাৰ আৰু বেমেজালিৰ নিশা পলাই কাঁট মাৰিলে, আৰু সোণালী আশাৰ পোহৰে পূৰেৰকণ দিলে!

এলিজাবেথৰ ৰাজত্বৰ ইংলণ্ডৰ বিষয়ে যে মিল্টনে কৈছিল, শক্তি-ধৰ মানুহ এটাই টোপনিৰ পৰা উঠাৰ দৰে ইংৰাজ জাতিৰ গৰীয়সী শক্তি সাৰ পাই উঠি সামাজিক বন্ধনৰ শিকলি ভাঙি-ছিঙি মোহাৰি পেলালে, বৈষ্ণৱ যুগৰ অসমীয়া জাতিৰ বিষয়েও সেই একে কথাকে ততোধিক ৰূপে কব পাৰি। শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্মৰ প্ৰভাৱৰ প্ৰতি অসমীয়াই প্ৰকৃততে অনুভৱ কৰিলে—"ভিদ্যতে হৃদয়-গ্ৰন্থিঃ ছিদ্যন্তে সৰ্বসংশয়াঃ।" আকৌ সেই কালৰ ইংলণ্ডৰ সামাজিক ৰাজনৈতিক আদি বৈষয়িক জয়জয়-ময়ময় অৱস্থাৰ লগত শঙ্কৰী যুগৰ অসমৰ তেনে সামাজিক ৰাজনৈতিক আদি বৈষয়িক জয়জয়-ময়ময় অৱস্থাৰ তুলনা কৰিব পাৰি। কিন্তু শঙ্কৰী আন্দোলনৰ দৰে বিশুদ্ধ আধ্যাত্মিক আন্দোলন এটাৰ লগত বৈষয়িক উন্নতিৰ যোগ-সূত্ৰ কেনেকৈ জড়িত হব পাৰে, পোনতে সেই কথাহে আচৰিত যেন লাগে; কিয়নো ইছলামৰ দৰে এই ধৰ্মৰ লগত বৈষয়িক সম্বন্ধ থকাতকৈ বৈষয়িক চৰ্চাৰ বিৰুদ্ধেহে ই দেখাদেখিকৈ আগবাঢ়িছিল।

এই সম্পৰ্কত শঙ্কৰী অসমৰ লগত বৌদ্ধ ভাৰতৰ বিজনি আমাৰ মনলৈ আহে। বৌদ্ধধৰ্মই অকল বৈষয়িক উন্নতিৰ বিৰুদ্ধে নহয়, মানুহক সংসাৰ এৰিবলৈ উদগনি দি সমাজ আৰু জাতিৰ প্ৰগতিৰ

বিপক্ষে প্ৰচাৰ কৰিছিল বুলিব পাৰি: তথাপি বৌদ্ধ তথা উত্তৰ-বৌদ্ধ ভাৰত বৈষয়িক ইতিহাসৰ এক সোণালী যুগ নিশ্চয়; ইয়াৰ কাৰণ কি? অশোক প্ৰভৃতি বৌদ্ধ ৰজাসকলে বৌদ্ধধৰ্ম প্ৰচাৰৰ হকে যি কৰিছিল; স্কন্দগুপ্ত, কুমাৰগুপ্ত প্ৰভৃতি গুপ্তৰজাসকলেও ভাৰতত ভাগৱতী ধৰ্মপ্ৰচাৰৰ অৰ্থে তাকেই কৰিছিল: আৰু গুপ্ত-ভাৰতো ঠিক তেনেকৈয়ে ইতিহাসৰ আন এটি সোণালী যুগ।

এই দুই উৎকৃষ্ট উদাহৰণৰ পৰা ইয়াকে বুজিব পাৰি, যি মানসিক দুৰ্বলতা আৰু অনীতি-অধৰমৰ কেৰোনে ব্যক্তিৰ দৰে সমাজ আৰু জাতিক খুলি খুলি খায়, প্ৰত্যেক শ্ৰেষ্ঠ ধৰ্মৰ আধ্যাত্মিক গুণে সেই দুৰ্বলতা আৰু অনীতি-অধৰম অন্তৰৰ পৰা অন্তৰ কৰি ব্যক্তিৰ দৰে সমাজ আৰু জাতিক সুস্থ আৰু সবল হোৱাৰ বাটত আগবঢ়াই নিয়ে। তদুপৰি মানসিক জড়তা বা দুৰ্বলতাৰ লগত জড়িত হীনতা-নীচতা আদিৰ ছাই-মাকতিয়ে আত্মাৰ যি ফিৰিঙটি ঢাকি থয়, সত্য ধৰ্মই সেইবোৰ গুচাই দিয়া মাত্ৰকে সেই পৱিত্ৰ অম্লান জ্যোতিয়ে মায়াৰ সকলো আন্ধাৰ দূৰলৈ খেদে। জড়তা আৰু বন্ধনৰ পৰা মুক্ত এনে আত্মাই কি আধ্যাত্মিক, কি বৈষয়িক, সকলো ক্ষেত্ৰতে অসাধ্য সাধন কৰিব পাৰে; তাৰ ফলতেই বৈষয়িক কোনো লক্ষ্য নোহোৱাকৈয়ে অসমৰ বৈষ্ণৱ আন্দোলনে অসমীয়া জাতিৰ বৈষয়িক উন্নতিতো অতুলনীয় বৰঙনি যোগাব পাৰিছিল। ইয়াৰ অন্যতম জ্বল্‌জ্বল্-পট্‌পট্ উদাহৰণ পোৱা হয় উত্তৰ-বৈষ্ণৱ যুগৰ অনুপম মায়ামৰা আন্দোলনত; আহোমৰ দৰে সেই কালৰ এটি প্ৰবল প্ৰতাপী ৰাজশক্তিক এমুঠি নিৰস্ত্ৰ নিৰামিষী নিমাখিত মায়ামৰা প্ৰজাই থৰহৰি কম্পমান কৰিব পাৰিছিল। কেইবা শ বছৰৰো সুপ্ৰতিষ্ঠিত আহোম ৰাজসিংহাসন বলেৰে কাঢ়ি লৈ ভালেমান বছৰ নিজে ৰাজ্য চলোৱা কথাৰ পৰাই উলঙ্গ আত্মা আনৱিক বোমাতকৈও কিমান শক্তিধৰ তাক অনুমান কৰিব পাৰি।” (অ, সা, বু, ৪ৰ্থ সং ২১৩-১৮ পিঠি)।

আধ্যাত্মিক দৃষ্টিতো প্ৰকৃততে আত্ম-উপলব্ধিয়েই জীৱন, আত্ম-বিস্মৃতিয়েই মৃত্যু : মনুষ্যত্ব প্ৰভৃতিয়েই পুণ্য ; কাপুৰুষতা, স্বাৰ্থপৰতা আদিয়েই পাপ : উদ্যম, সন্তোষ প্ৰভৃতিয়েই মিত্ৰ ; জড়তা, অভিমান আদিয়েই শত্ৰু। ধৈৰ্য্য, নিষ্ঠা প্ৰভৃতিয়েই প্ৰকৃত শক্তি ; আত্মনিৰ্ভৰ, আত্মবিশ্বাস আদিয়েই স্বৰূপ সম্বল। এনেহুৱা অকামিলা জীৱন ধাৰ্মিক জীৱন নহয়, গীতাৰ ই এক মূল শিক্ষা।

"ক্লৈব্যং মাস্ম গমঃ পাৰ্থ নৈতত্ত্বয্যুপপদ্যতে।
ক্ষুদ্ৰং হৃদয়ং-দ্ৰৌবল্যং ত্যক্ত্বোত্তিষ্ঠ পৰন্তপ ॥"

সন্ন্যাস মানেও সেইদৰে কৰ্মত্যাগ নহয়, আৰু কৰ্মত্যাগ বাস্তৱতে অসম্ভৱো। প্ৰকৃত সন্ন্যাস হ'ল কৰ্মফল-ত্যাগ ; আৰু গীতাৰ প্ৰচাৰিত এই ঘাই ধৰ্ম হ'ল নিৰ্লিপ্ততা বা অনাসক্তি যোগ।

"কৰ্মণ্যেবাধিকাৰস্তে মা ফলেষু কদাচন।"

জড় আৰু চৈতন্যৰ দ্বন্দ্ব চিৰকলীয়া যে তাৰ প্ৰমাণ স্বয়ং মানৱ দেহ। জড়দেহৰূপী কাৰাগাৰত পৰম চৈতন্যৰূপী কৃষ্ণৰ জন্ম, ভাগৱতৰ কাহিনী। বাইবেলৰ কাহিনীতো জড়-বিষয়ৰূপী ডিলাইলাৰ প্ৰেম-নাগ-পাশত আত্মা-স্বৰূপ ছেমছন বন্দী। বিষয়ৰূপ জড়তাৰ সেই কাৰাগাৰ আৰু সেই নাগ-পাশৰ পৰা পৰম চৈতন্যৰূপী আত্মাক মোকলাই অনাই জগতৰ প্ৰত্যেক সত্য ধৰ্মৰ লক্ষ্য।

আকৌ বহু-ঈশ্বৰবাদ মানেই জড়তা আৰু একেশ্বৰবাদ বুলিলেই চৈতন্যৰ উদয় : বহু-ঈশ্বৰ বুলিলেই শক্তিৰ খেলি-মেলি, বিকাৰণ ; একেশ্বৰবাদ মানেই শক্তিৰ কেন্দ্ৰীকৰণ ; বহু-ঈশ্বৰবাদ ইতিহাসৰ অতীত অধ্যায় : একেশ্বৰবাদ ইতিহাসৰ বৰ্ত্তমান অধ্যায় : বহু-ঈশ্বৰবাদ মানৱ সমাজৰ বিকেন্দ্ৰীকৰণ ( ছেন্ট্ৰিফ্‌গেল্ ) শক্তি ; একেশ্বৰবাদ মানৱ-সমাজৰ কেন্দ্ৰীয়কৰণ ( ছেন্ট্ৰিপেটেল্ ) শক্তি। সভ্যতাৰ বাটতো বহু-ঈশ্বৰবাদ পশ্চাৎমুখী, একেশ্বৰবাদ অগ্ৰমুখী ; বহু-ঈশ্বৰবাদ প্ৰতিক্ৰিয়াশীল, একেশ্বৰবাদ প্ৰগতিশীল।

অকল ইতিহাসলৈ চালেও দেখিবলৈ পোৱা হয় জ্ঞান-সভ্যতাৰ বৃদ্ধিৰ লগে বহু-ঈশ্বৰবাদক একেশ্বৰবাদে নিজ নিজ ক্ষেত্ৰতে অতিক্ৰম কৰি আহিছে। ভাৰতবৰ্ষত চাৰি বেদৰ ইন্দ্ৰ-অগ্নি, সূৰ্য্য-উষা আদি বহু-ঈশ্বৰৰ উপাসনাৰ সোঁ-মাজতেই দৈৱ-বাণীৰূপে ঋক্‌বেদতে প্ৰতিধ্বনিত হল, "তৎ একং সৎ বিপ্ৰাঃ বহুধা বদন্তি।" আৰু তাৰ চৰম পৰিণতি ৰূপে গীতা-উপনিষদৰ যোগেদি জগতত জয়ে জয়ে একেশ্বৰবাদৰ জয়জয়ৎকাৰ ঘোষিত হল। য়ুৰ'পৰ জড়-উপাসনাৰ অৱসান ঘটাবলৈ পোনতে অল্ড টেষ্টামেণ্ট্ আৰু তাৰ পাছত যীশুখৃষ্টৰ প্ৰেম-ধৰ্মী নিউ টেষ্টামেণ্ট্ প্ৰতিষ্ঠিত হল। আৰব দেশৰ জড়োপসনাৰ অবসান ঘটাই ঠিক তেনেকৈয়ে মহম্মদৰ "লা-ইলাহ..." কঠোৰ একেশ্বৰবাদৰ ধৰ্ম প্ৰচাৰিত হল।

এই একেশ্বৰবাদৰ অভ্যুদয়ৰ উত্তৰেই হল জগতৰ সভ্যতা আৰু প্ৰগতি। তাৰ ফলতেই বৈদিক সভ্যতাক চেৰ পেলাই বেদান্ত তথা গীতা-উপনিষদৰ ধৰ্মৰ বিজয়-স্তম্ভ জগতত জয়ে জয়ে স্থাপিত হল। একেশ্বৰবাদেই প্ৰকৃত শক্তি, তাক হাতে-মুখে প্ৰমাণ কৰি খৃষ্টধৰ্ম আৰু মুছলমান ধৰ্মই ভাগে ভাগে জগতত আধ্যাত্মিক শক্তিৰ দৰেই বৈষয়িক তথা ৰাজনীতি আৰু সমাজনীতিত অজেঁয় শক্তিৰূপে নিজ বিজয়-বৈজয়ন্তী উৰালে। গীতা-উপনিষদৰ শিক্ষা পাহৰি পুনৰ সেই বহু-ঈশ্বৰবাদলৈ উলটি যোৱা ভাৰতক উভয়েই পদ-দলিত কৰি ভিন্ ভিন্ ভাৱে একেশ্বৰবাদৰ মাহাত্ম্য চকুত আঙুলি দি দেখুৱালে। অসমকো শঙ্কৰদেৱৰ একশৰণ ধৰ্মই তথাপি ৰক্ষা কৰিলে।

---

আঠত্ৰিশ

## শঙ্কৰদেৱৰ অসমীয়া প্ৰাণ-প্ৰতিষ্ঠা

অসমীয়া সমাজৰ প্ৰকৃত বুৰঞ্জী, অসমীয়া জাতীয়তাৰ স্বৰূপ ইতিহাস, বাস্তৱতে শঙ্কৰদেৱৰ বিস্তৃত জীৱনী মাত্ৰ। শঙ্কৰদেৱৰ যুগ অসমক কোনো কোনো বিষয়ত এলিজাবেথৰ যুগৰ ইংলণ্ডৰ লগত তুলনা কৰিলেও সেই তুলনা স্বৰূপতে সীমাবদ্ধ; কিয়নো অকল সাহিত্যৰ ফালৰ পৰা চালেও, অসমীয়া বৈষ্ণৱ সাহিত্য অসমৰ সাংস্কৃতিক, সামাজিক আৰু জাতীয় জীৱনৰ ভিতৰলৈ ইমান দকৈ শিপোৱা যে এলিজাবেথৰ যুগৰ সাহিত্য ইংলণ্ডৰ লগত কোনো ফালেই সিমান দকৈ শিপোৱা বুলিব নোৱাৰি। সচাকৈয়ে অকল অসমীয়া আধ্যাত্মিক জীৱনতে নহয়, অসমীয়া জাতিৰ বহুমুখী কৰ্ম্ম-প্ৰতিভা আৰু কাৰ্য্য-শক্তিৰ অন্ত-নপৰা একেটি উহ মাত্ৰ শঙ্কৰদেৱ; জাতীয় প্ৰাণ-স্পন্দনৰ একটি কম্পন-কেন্দ্ৰ কেৱল শঙ্কৰদেৱ।

যেনেকৈ অকল সূৰ্য্যৰ উদয়ৰ পৰা অস্তলৈকে দিন বুলি ধৰিলেও, প্ৰকৃততে পুৱতী নিশা বা ফেহুজালিৰ পৰা কেহেলি-কেন্দেলি সন্ধিয়াৰ পোহৰলৈকে দিনৰ গণনা কৰিব পাৰি, তেনেকৈয়ে মাধৱ কন্দলী প্ৰভৃতি শঙ্কৰ-সূৰ্য্যৰ আগমন সূচোৱা পুৱতীয়া ভোটা তৰাৰ সময়ৰ পৰা ধৰি বৈকুণ্ঠনাথ ভট্টদেৱ প্ৰভৃতি সাঁজলী তৰাৰ প্ৰথম জিলিঙনি অহা কাললৈকে অসমৰ বৈষ্ণৱ যুগৰ মহা পয়োভৰৰ কাল বুলি বুজিব লাগিব। স্বৰূপতে এই পাঁচশ বছৰেও শঙ্কৰদেৱ প্ৰভৃতিৰ ৰচনাৰ জেউতি আৰু সেই সকলৰ প্ৰচাৰিত ধৰ্মৰ জিলিঙনি অকণো ম্লান পৰা নাই, নপৰিবও। মুঠতে, কি সাহিত্য, কি সামাজিক বা জাতীয় জীৱন, ক'তো শঙ্কৰদেৱৰ প্ৰভাৱৰ পৰা অসমীয়া জাতিক বিচ্ছিন্ন কৰিব পৰা কোনো আন্দোলন ঘটা নাই, ঘটিবৰ সম্ভাৱনাও হোৱা নাই। যুৰ'পৰ ওপৰত খৃষ্ট ধৰ্মৰ প্ৰভাৱৰ দৰে আৰু আৰৱ-

পাৰস্য আদি দেশৰ ওপৰত মহম্মদীয় ধৰ্মৰ চিৰপ্ৰাধান্যৰ নিচিনাকৈ অসমীয়া সমাজ, জাতি আৰু সদৌ অসমৰ ওপৰত শঙ্কৰদেৱৰ প্ৰভাৱ যাউতিযুগীয়া আৰু চিৰমঙ্গলময়।

ইয়াৰ হেতু, প্ৰথমে, আৰবীয় উপন্যাসৰ কাহিনীৰ দৰে অসমীয়া জনগণৰ হৃদয়ৰ ৰত্ন-ভাণ্ডাৰৰ 'দুৱাৰ-মেল্' মন্ত্ৰ জানিছিল কেৱল শঙ্কৰদেৱে; আভিজাত্যত জন্মগ্ৰহণ কৰিও শাক্যমুনি বুদ্ধদেৱৰ দৰে সকলো ত্যাগ কৰি অগণন জনগণৰ মাজত নিজক মিলাই আৰু বিলাই দিছিল। সেইহে শিৰোমণি পণ্ডিতৰ পৰা নিৰক্ষৰ হজুৱালৈকে, আলৰ বুঢ়া-বুঢ়ীৰ পৰা মাত-ফুটা লৰা-ছোৱালীলৈকে আটায়েই শঙ্কৰদেৱৰ সাহিত্য তথা ধৰ্মৰ ৰসত আপ্লুত। যোৱা পাঁচ শ বছৰেই অসমীয়া জাতিৰ বেদব্যাস কেৱল সেই শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলী, ৰামসৰস্বতী সকল।

দ্বিতীয়তঃ, কৌটিকলীয়া ফাপৰে-ধৰা মামৰে-খোৱা আধ্যাত্মিক আমোলা-তন্ত্ৰৰ অন্যায়ৰ বিৰুদ্ধে প্ৰথম ফেৰ পাতিলে শঙ্কৰদেৱে; তাৰ অবিচাৰৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে শঙ্কৰদেৱে; আৰু পাপ-অত্যাচাৰৰ লৰাব-চৰাব নোৱাৰা গধুৰ শিলছটা সমাজৰ বুকুৰ পৰা নমাই গুৰিয়াই পেলাই দি দেখুৱালে যে ই কেতিয়াও বিধিৰ বিধান হব নোৱাৰে। সেই ভণ্ড আৰু কপটীয়া ধৰ্ম বা অধৰ্মৰ ঠাইত শঙ্কৰদেৱে প্ৰচাৰ কৰিলে পৱিত্ৰ নিৰ্মল নাম-ধৰ্ম; পিয়ালে হলাহলৰ ঠাইত অমৃত!

তৃতীয়ত, শঙ্কৰদেৱেই জয়ে জয়ে অসমৰ জনগণৰ কাণত পেলালে সেই স্বৰ্গীয় সাম্য-মৈত্ৰী-স্বাধীনতাৰ মহাবাণী—"চাণ্ডালো হৰি-নাম লয়ে মাত্ৰ। কৰিবে উচিত যজ্ঞৰ পাত্ৰ॥" সেই উনৈশ শতিকাৰ আগে আগে মাত্ৰ ফৰাছী বিপ্লৱৰ ধ্বনি ৰূপে য়ুৰ'পে ৰাজনৈতিক ক্ষেত্ৰত ইয়াক পোনতে শুনিছে; কিন্তু ইয়াৰ তিনিশ বছৰ আগত শঙ্কৰদেৱৰ কৃপাত অসমীয়া জাতি এই মহামন্ত্ৰত দীক্ষিত হৈছিল। আধ্যাত্মিক ক্ষেত্ৰত যে অকল ৰাজনীতিক জন্তুৰূপেই নহয়, মানুহ-

স্বৰূপেই আমি জন্মৰ দ্বাৰাই সকলো স্বাধীন, সদৌ মিত্ৰ, আটাই ভাই-ভাই।

শঙ্কৰদেৱৰ প্ৰচাৰৰ এই যে জাতীয় চৈতন্য, প্ৰাণৰ স্পন্দন, সি আত্মপ্ৰকাশ কৰিলে শঙ্কৰদেৱৰ নিজৰ আৰু অন্যান্য বৈষ্ণৱ কবিসকলৰ অমৃতময় অযুত গীত-পদ নাট-ভাৱনা আদিৰ ভিতৰেদি। আকৌ এলিজাবেথ যুগৰ ইংৰাজী সাহিত্যৰ বিজনি দি কব পাৰি, অসমৰ এই বিপুল বৈষ্ণৱ সাহিত্য নিশ্চিতভাৱে যোগাত্মক; কোনো বিষাদ-অৱসাদ দ্বিধা-সন্দেহৰ ইয়াত লেশমাত্ৰ নাই। কীৰ্ত্তন-ঘোষা আদিৰ কথা এৰিও এই যুগৰ প্ৰত্যেক বৈষ্ণৱ গ্ৰন্থৰ প্ৰত্যেক শাৰী আৰু প্ৰত্যেক আখৰ আশাবাদ আৰু আনন্দবাদৰ বাণীৰে ভৰপূৰ। ইয়াৰ মতবাদ সুস্পষ্ট, লক্ষ্য সুস্থিৰ।

অসমীয়া বৈষ্ণৱ সাহিত্যৰ পৰা তিনি অনন্তলৈ আমি তিনিটি সুকীয়া বাট দেখা পাওঁহঁত। শঙ্কৰদেৱ মাধৱদেৱ প্ৰভৃতিয়ে প্ৰচলিত প্ৰৱল মতবাদৰ বিৰুদ্ধে যুজি যিদৰে নিজ মতৰ প্ৰতিষ্ঠা কৰিলে, যিদৰে সত্ৰ-নামঘৰ আদিৰে ইয়াক কাৰ্য্যকৰী কৰি তুলিলে তাত আমি নৈতিক অনন্তৰ আভাস পাওঁ। বেদান্ত-দৰ্শন প্ৰমুখ্যে বিৰাট সংস্কৃত-সাহিত্য আৰু ধৰ্মশাস্ত্ৰ মথি তেওঁলোকে যি নাম-ধৰ্মৰ অমৃত বিচাৰি পালে, আৰু গদ্য-পদ্য, গীত-নাট আদিৰ যোগে যি ৰসময় সাহিত্যৰ সৃষ্টি কৰিলে, তাত আমি এক মানসিক অনন্তৰ আভাস পাওঁ। প্ৰাচীন দৰ্শন-বিজ্ঞান মথি সেইসকলে নিজেও যি অমৃতৰ সন্ধান পালে আৰু আনকো বিলালে, কোটি কোটি জীৱৰ তৰণৰ উপায় উলিয়ালে, তাত আমি অসমীয়া বৈষ্ণৱ সাহিত্যৰ আধ্যাত্মিক অনন্তৰ প্ৰমাণ পাওঁহঁক।

সমাজৰ মজলীয়া আৰু তল খাপৰ বোলা জনগণে মূৰ তুলি উঠাও, ইংলণ্ডৰ এলিজাবেথ যুগৰ দৰে শঙ্কৰদেৱৰ যুগৰ অসমীয়া সাহিত্যৰ প্ৰভাৱৰ প্ৰণাম।

কিন্তু যি গুণত অসমীয়া বৈষ্ণৱ সাহিত্যৰ প্ৰভাৱ এলিজাবেথীয়

সাহিত্যৰ প্ৰভাৱতকৈ বিশিষ্ট, সি হল এই—অসমত সেই প্ৰভাৱ সমাজৰ সাধাৰণ জাগৃতিত আবদ্ধ নাথাকি মায়ামৰা জন-আন্দোলন স্বৰূপে ই জগতৰ বুৰঞ্জীত এটি চিৰস্মৰণীয় ঘটনা হৈ পৰিল। "অনাত্মা দেহক আত্মা বুদ্ধি" নকৰা এই ধৰ্মৰ প্ৰভাৱে শঙ্কৰদেৱৰ প্ৰায় তিনি শ বছৰৰ পাছত, এহাতে যেনেকৈ শাণিত তৰোৱালৰ ধাৰত ডিঙি ঘঁহাবলৈ প্ৰেৰণা দিছিল, তেনেকৈয়ে কাঠৰ তৰোৱাল কেখন লৈ নিৰামিষী এমুঠি মায়ামৰা প্ৰজাই প্ৰবল আহোম ৰাজ-শক্তিক আঁঠু লোৱাব পাৰিছিল। স্বৰূপতে ফ্ৰান্সৰ জোৱান-ডা-আৰ্কৰ কাহিনীৰ দৰেই মায়ামৰা ৰণচালি বুৰঞ্জীৰ এটি চিৰ-অলৌকিক ঘটনা!

সুবিধাবাদীহঁতৰ সুবিধা আৰু অজ্ঞানীবিলাকৰ অন্ধবিশ্বাসেই বেদ বা ধৰ্ম বুলি যি কৌটিকলীয়া বিচাৰহীন আচাৰ চলি আহিছিল, শঙ্কৰদেৱে তাৰ মূৰত পেলালে বজ্ৰাঘাত। পুবেৰুণ দিয়াৰ লগে লগে বাঘ-ঘোঙ আদি হিংস্ৰ জন্তু, আৰু ভূত-পিশাচ আদি অপদেৱতা-অসুৰাবোৰ পলোৱাৰ দৰে, শঙ্কৰদেৱ প্ৰভৃতিয়ে যেতিয়া শাস্ত্ৰৰ তত্ত্ববোৰ অসমীয়ালৈ ভাঙি পানী যেন কৰি আটাইকে বুজাই দিলে, তেতিয়া সেই ধৰ্মৰ নামত স্বাৰ্থ পূৰণ কৰি ফুৰাবোৰো পিয়াপি দি পলাবলৈ ধৰিলে।

এতিয়া অন্ধ-বিশ্বাসৰ ঠাই ললে যুক্তি-বিচাৰে; সুবিধাবাদ তল পৰিল। নিত্য-নৈমিত্তিকতাই ঠাই এৰি দিলে নৈতিকতাক; ভুৱাং ভাবুকি আঁতৰি পলাল। কেৱল নীতি, যুক্তি আৰু আত্মশুদ্ধিত হেঁচা দিয়াত জনগণৰ প্ৰত্যেকৰ অন্তৰত অসীম শক্তিৰ সঞ্চাৰ হল; আৰু আৱশ্যক অনুসৰি এই শক্তিয়ে আত্মপ্ৰকাশ কৰিলে মায়ামৰা আন্দোলনত।

শঙ্কৰদেৱ স্বৰূপতে অসমৰ ৰেণেছেঞ্চৰ প্ৰতিমূৰ্ত্তি। ছাইমণ্ডছৰ মতে ইউৰপৰ জাতিসমূহৰ মাজত মানৱ-প্ৰাণে আত্ম-চৈতন্যশীল স্বাধীনতা লাভ কৰাৰ যি ইতিহাস প্ৰকটিত হৈছে সেয়ে ৰেণেছেঞ্চৰ

বুৰঞ্জী। প্ৰকৃততে ৰেণেছেঞ্চৰ অৰ্থ মুক্তিৰ নৱ-জন্ম। কাব্য-সঙ্গীত-চিত্ৰাঙ্কন আদি সুকুমাৰ কলাৰ যোগেদি বহিৰ্জগতৰ আৰু মানৱ দেহৰ সৌন্দৰ্য্যৰ উপলব্ধি, বিজ্ঞানত যুক্তি বিচাৰৰ মুক্তি, ধৰ্মত হিতাহিত জ্ঞানৰ জাগৃতি, বুদ্ধিত সংস্কৃতিৰ নৱ-স্থিতি, আৰু ৰাজনৈতিক মুক্তিৰ মূল-নীতিৰ ভিত্তিস্থাপন আদিৰ যোগেদি মানৱ জাতিৰ প্ৰাণে যেতিয়া আত্ম-চৈতন্য আৰু আত্ম-নিৰ্দ্ধাৰণৰ পুনৰ্প্ৰাপ্তি লাভ কৰে, তাকেই ৰেণেছেঞ্চ্ বোলা হয়।

ৰামস্বামীৰ মতে এই য়ুৰোপীয় ৰেণেছেঞ্চৰ লগত ভাৰতীয় ৰেণেছেঞ্চৰ এক মূলগত পাৰ্থক্য আছে। ইউৰপৰ ৰেণেছেঞ্চৰ জন্ম হৈছিল তাৰ দেশান্তৰৰ মৃত সাহিত্যৰ পৰা; কিন্তু ভাৰতীয় ৰেণেছেঞ্চে য়ুৰ'পীয় পুৰাণৰ ফীনিক্স্ চৰাইৰ দৰে নিজ দেশত নিজ ভসমৰ পৰা নিজ ইচ্ছা অনুসাৰে পুনৰ্জন্ম লাভ কৰিছে। ঠোৰ ভাঙি কবলৈ হলে, গ্ৰীছ আৰু ৰ'মৰ প্ৰাচীন সাহিত্য-কলাৰ পৰা ইংলণ্ড, ফ্ৰান্স্, জাৰ্মাণী আদিয়ে এই নৱ-জন্মৰ উশাহ পাইছিল যুৰ'পত; কিন্তু ভাৰতবৰ্ষই নিজ প্ৰাচীন সাহিত্য গীতা-উপনিষদ আদিৰ নতুন চৰ্চ্চাৰ পৰাই এই নৱ জীৱনৰ প্ৰেৰণা লভিছিল।

তদুপৰি যুৰ'পৰ বিভিন্ন দেশত ৰেণেছেঞ্চে বিভিন্নভাৱে আত্ম-প্ৰকাশ কৰিছিল; যেনে, ইটালী তথা ফ্ৰান্স্ প্ৰভৃতি দেশত ই দেখা দিছিল সৌন্দৰ্য্য-বোধৰ ভিতৰেদি, ইংলণ্ড আৰু জাৰ্মাণীত দেখা দিছিল নৈতিক বাণীৰ মাজেদি। ভাৰতবৰ্ষত সেই দৰেই নৱ-বৈষ্ণৱ ধৰ্মৰূপে যে এই ৰেণেছাঞ্চে আত্মপ্ৰকাশ কৰিছিল, সি বঙ্গদেশত মধুৰ বা স্বামী-স্ত্ৰী সম্বন্ধত ফ্ৰান্সৰ ইন্দ্ৰিয়ালুতাৰ দৰেই দেখা দিলে; কিন্তু অসমত, তাৰ বিপৰীতে, সি দাস্য সম্বন্ধত ইংলণ্ড-জাৰ্ম্মাণী আদিৰ দৰে নিৰহ-নিপানী নৈতিকতাৰ গঢ় ললে। ( অ, সা, বু, ৪ৰ্থ তাণ্ডৱণ, ৪৮৫-৮৯ পিঠি )

উদাহৰণৰূপে, বঙ্গীয় কবিৰ ভাবাবেগত পৰমাত্মাৰ বাবে জীৱাত্মাৰ আকৰ্ষণ—

"ৰূপ লাগি আখি ঝুৰে, গুণে প্ৰাণ ভোৰ।
প্ৰতি অঙ্গ লাগি কাঁদে প্ৰতি অঙ্গ মোৰ॥"

সেই বঙ্গীয় প্ৰভাৱত প্ৰভাৱান্বিত মৈথিলী গীতত—

"জনম অৱধি হাম ৰূপ নেহাৰলু
নয়ন ন তিৰপিত ভেল।
লাখ লাখ যুগ হিঅ হিঅ ৰাখলু,
তয়ও হিঅ জুৰণ ন গেল॥"

কিন্তু ইয়াৰ বিপৰীতে অসমীয়া বৈষ্ণৱ কবিৰ ৰচনাত সেই বিমল দাস্যভক্তি প্ৰকাশিত হৈছে—

"মই অনাথক দয়া কৰহু পৰমানন্দ,
দাস বুলি ধৰিয়ো মনত,
থৈয়ো নিজ ভৃত্যৰ সঙ্গত।
অঙ্গুলী মুখত কৰোঁ, দান্তে তৃণ তুলি ধৰোঁ,
কেশ ছিণ্ডি দিওঁ চৰণত॥ ৭০।
অপৰাধ বিনাশন তযু নাম নাৰায়ণ,
জানি নামে পশিলোঁ শৰণে,
আন গতি নাহিকে মৰণে।
অপৰাধ ক্ষমা কৰি তুমি দয়াশীল হৰি
মোক ৰক্ষা কৰিয়ো চৰণে॥ ৭১।"

"মাঘৰ শেষৰ বৰষুণৰ পাছত ফাগুনৰ বিনন্দীয়া কুঁহিপাত আৰু চৰাইৰ ঠেওধৰা মাত আদিত একেলগে দশোদিশৰ পৰা যেনেকৈ বসন্তৰ আগমনৰ সহাৰি পোৱা হয়, অসমৰ এই ৰেণেছেঞ্চৰ বাতৰিও সেইদৰে অকল বৈষ্ণৱ সাহিত্যত নহয় সেই কালৰ অসমৰ সামাজিক খৰ-লুটি, ৰাজনৈতিক যুজ-বাগৰ আদি সকলোৰ ভিতৰেদি মুঞ্জৰি উঠিছিল।...গীতা-উপনিষদৰ যি অমৃত খৃষ্টপূৰ্ব্ব দেঢ় হাজাৰ বছৰ মানৰ আগত সেই ঋষি-মুনিসকলৰ মস্তিষ্ক-সমুদ্ৰ-মন্থনৰ পৰা ওলাই পৰিছিল, প্ৰায় তিনি হাজাৰ বছৰৰ লুপ্ত বা সুপ্ত অৱস্থাৰ ভিতৰেদি

আকৌ প্ৰায় খৃষ্টাব্দৰ দেড় হাজাৰ বছৰৰ মূৰত সি নৱ বৈষ্ণৱ আন্দোলন ৰূপে নকৈ উশাহ লৈছে।" (অ, সা, বু, ৪ৰ্থ সং, ৪৮৯ পিঠি)।

শঙ্কৰদেৱত আৰু শঙ্কৰদেৱৰ প্ৰচাৰিত মহাপুৰুষীয়া ধৰ্মত অসমীয়া সমাজৰ স্বৰূপ আৰু আশা-আকাঙ্ক্ষা আপোনা- আপুনি সহজভাৱে বিকশিত হৈছে। উত্তৰ ভাৰত বা দক্ষিণ ভাৰত য'তেই নৱ-বৈষ্ণৱ আন্দোলনে প্ৰথমে প্ৰাণ পাওক লাগে, মহাপুৰুষীয়া ধৰ্ম শঙ্কৰদেৱৰ নিজা, অসমীয়াৰ নিজা। শঙ্কৰদেৱৰ দ্বাৰা প্ৰৱৰ্ত্তিত নাম-ধৰ্ম্ম অসমীয়া স্বভাৱৰ দৰেই গহীন আৰু চিত্তশোধক। আন আন বৈষ্ণৱ ধৰ্মৰ দীক্ষা-মন্ত্ৰৰ বিপৰীতে অসমীয়াৰ শৰণ-প্ৰথা অতি বিজ্ঞানসম্মত। ৰামানুজে "শৰণ" শব্দটো ব্যৱহাৰ কৰিলেও শঙ্কৰদেৱৰ 'শৰণ'ৰ লগত তাৰ কোনো মিল থকাৰ প্ৰমাণ নাই। বৌদ্ধধৰ্মৰ ত্ৰিৰত্ন বা তিনি শৰণৰ লগত শঙ্কৰদেৱৰ চাৰি শৰণ অকল লেখত নহয়, মূল নীতিতো স্বকীয়া নিশ্চয়।

---

## উনচল্লিশ

# অসমীয়া সমাজত মজ্জাগত শঙ্কৰী প্ৰভাৱ

বায়ু আৰু পোহৰ জীৱন-ধাৰণৰ বাবে এনে অনিবাৰ্য্য উপকৰণ যে আমি সিইঁতৰ সুকীয়া অস্তিত্ব বা ঈশ্বৰৰ এই মহৎ দানৰ কথা সদায় পাহৰি যাওঁ। অসমীয়া সংস্কৃতিতো তেনেকৈয়ে শঙ্কৰদেৱৰ অৱদান বায়ুমণ্ডলৰ দৰেই সৰ্বব্যাপী: আমি তাৰ মাজতে জীয়াই আছোঁ আৰু উশাহ-নিশাহ লৈছোঁ, কিন্তু তাৰ স্বৰূপ বহুত সময়তে আমাৰ মনত নপৰে।

মানুহৰ জীৱন-দৰ্শন দুবিধ; আৰু তাৰ পৰিপোষক জ্ঞানো দুবিধ। চাৰি বেদৰ যি শিক্ষা বা জ্ঞান তাক বোলা হয় অপৰা বিদ্যা বা অবিদ্যা; যি জীৱন-দৰ্শনত মানুহৰ ইন্দ্ৰিয়-জনিত প্ৰবৃত্তিবোৰ চৰিতাৰ্থ কৰাকে সুখ আৰু জীৱনৰ লক্ষ্য বুলি মানি লোৱা হয়, আৰু সেই উদ্দেশ্যেই জীৱনৰ সকলো ধৰ্ম-কৰ্ম আচৰণ কৰা হয়, সেই প্ৰবৃত্তি-মাৰ্গৰ সাধনেই ইয়াৰ লক্ষ্য। ইয়াৰ প্ৰাৰ্থনা :—

"বিধেহি দেৱি কল্যাণং বিধেহি বিপুলাং শ্ৰিয়ং।
ধনং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি॥"

ইন্দ্ৰিয়-জনিত সুখ-ভোগ, ধন-মান, আৰু এইবোৰৰ চূড়ান্তৰূপে স্বৰ্গ-লাভেই ইয়াৰ চৰম আকাঙ্ক্ষা। কিন্তু এই স্বৰ্গ-সুখ শাশ্বত বা স্থায়ী কথা নহয়; যাগ-যজ্ঞ আদি নানা উপায়ে পুণ্য-লাভ হলে স্বৰ্গবাস হব পাৰে, কিন্তু সেই পুণ্য অক্ষয় নহয়; গতিকে তাৰ ক্ষয় হলেই জীৱ পৃথিৱীলৈ নামি আহি নিজ কৰ্মফল অনুসাৰে পুনৰ নানা যোনীত জন্ম লব লগা হয়। এইবাবেই উপনিষদৰ ঋষিসকলে প্ৰবৃত্তিৰ পথ পৰিত্যাগ কৰি নিবৃত্তিৰ পথত আগবাঢ়িবলৈ উপায় দিছে। এই পথৰ যি জ্ঞান বা শিক্ষা তাক বোলা হৈছে পৰা-বিদ্যা বা বিদ্যা। ইন্দ্ৰিয়জনিত যি সুখ সি কেৱল ইতৰ জীৱনৰহে উপযোগী,

পোনতে সুখদায়ক যেন লাগিলেও সি প্রকৃততে ক্লেশজনক ; তাৰ পৰা মানুহৰ উৰ্দ্ধগতি হওক ছাৰি অধোগতি আৰু দুৰ্গতিয়েইহে সাধিত হয়। গতিকে প্ৰবৃত্তিৰ পথ এৰি তাৰ বিপৰীত-মুখী নিবৃত্তিৰ পথ গ্ৰহণ কৰি তাৰ সহায়তহে মৃত্যুক তৰি অমৰত্ব লভিব লাগে। "পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা" আদি উপায় লৈ, "নল মৰে, গজালি উঠে" ৰীতিৰে, বংশ-ৰক্ষাই মানুহ-প্ৰাণৰ চিৰ-আকাঙ্ক্ষিত অমৰত্ব দিয়াৰ নোৱাৰে।

শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম পৰা-বিদ্যা বা বিদ্যাৰ ওপৰত প্ৰতিষ্ঠিত ; কিন্তু বহুতে ইয়াক জানি বা নাজানি অপৰা বিদ্যাৰ পৰিণতি ৰূপে দেখুৱাব খোজে ; ই সম্পূৰ্ণ ভুল আৰু অত্যন্ত অন্যায়। "বিদ্যায়া অভাৱো অৱিদ্যেতি নাভিপ্ৰেতা।" ( বিদ্যাৰ অভাৱেই অৱিদ্যা, এনে অৰ্থ নহয় )। "ক্লেশৈৰনুগতাহি অবিদ্যা।" ( যি ক্লেশকৰ পথত চলায় সেয়েহে অবিদ্যা।—যশোমিত্ৰ। ) "বিদ্যা-বিপক্ষো ধৰ্মোঽন্যো বিদ্যামিত্ৰানৃতাদিৱৎ।" অভিধৰ্মকোষ, ৩২৮। অবিদ্যা হৈছে বিদ্যাৰ বিপক্ষ, অন্যধৰ্ম, বিদ্যাৰ শত্ৰু আৰু অসত্য আদি। গতিকে বিদ্যা আৰু অবিদ্যাৰ জ্ঞান বা শিক্ষাইহে যে স্বকীয়া এনে নহয়, অবিদ্যা বিদ্যাৰ বিপৰীত-মুখী। গতিকে পোনতে অবিদ্যাৰ বাটে গৈ শেষত বিদ্যাৰ পথ পাব, বা প্ৰবৃত্তিৰ পথ শেষ কৰি নিবৃত্তিলৈ আহিব বা আহিব পাৰিব, এনে কথা কেৱল প্ৰবঞ্চনা।

জীৱনৰ শেষ আছে, কিন্তু প্ৰবৃত্তিৰ শেষ নাই ; গতিকে প্ৰবৃত্তিৰ শেষত নিবৃত্তিৰ ভাব হব বুলি কোৱা বা ভবা কেৱল ভুৱা। ইহাতে, কৃচ্ছ্ৰ অৰ্থাৎ ইন্দ্ৰিয়-তাড়নাৰ দ্বাৰা প্ৰবৃত্তিৰ বিলোপ-সাধন হয় বুলি ভবাও ভুল ; কিয়নো সি অস্বাভাৱিক। এনে অৱস্থাত মহাপুৰুষীয়া ধৰ্মই দুইটাৰ মাজত এক সোণালী বাট উলিয়াই দিলে, সেয়ে হৈছে মন আদি ইন্দ্ৰিয়সমূহক ঈশ্বৰমুখী সৎকাৰ্য্যত সততে নিয়োজন কৰি ৰখা ; গজেন্দ্ৰৰ দৰে "অন্তক" পোৱাৰ আগতে সেইদেখি জীৱই যাতে এই "সাধুবুদ্ধি" লয় তাৰ পন্থা "কীৰ্ত্তনে" নিৰ্দেশ কৰিছে :

ঘোষা— "কি কৰিলোঁ কি কৰিলোঁ ভকতি নকৰি।
অন্তক পাইলেক আসি ৰক্ষা কৰাঁ হৰি ॥

পদ— নকৰিলোঁ শিৰে মাধৱক নমস্কাৰ।
ইটো মাথা গোট মোৰ ভৈল মহাভাৰ ॥
কৰ্ণ দুই আছে নুশুনিলোঁ হৰি কথা।
দুগোটা গৰ্ত্তৰ ভাৱ বহিলোঁহো বৃথা ॥

জিহ্বা মোৰ আছন্তে নলৈলোঁ ৰাম নাম।
দাদুৰীৰ জিহ্বা যেন ভৈল কোন কাম ॥
নেদেখিলোঁ নয়নে প্ৰভুৰ যেন ৰূপ।
সম্যকে জানিলোঁ দুয়ো আখি অন্ধকূপ ॥

যেন চিত্ৰ-বিচিত্ৰ মৈৰাৰ ভাসে পাখি।
হৰি-ৰূপ নেদেখিলোঁ পাইলোঁ তেন আখি ॥
হৰি-পদ তুলসীৰ নলৈলোঁহো ঘ্ৰাণ।
জীয়ন্তে মৰিলোঁ নাসা ভাটিৰ সমান ॥

পিন্ধিলোঁহো বাহুত অনেক অলঙ্কাৰ।
প্ৰভুৰ পূজাক নকৰিলোঁ একবাৰ ॥
কৃষ্ণ-কৃত্য নকৰিলোঁ ভৈলোঁহো বৰ্ব্বৰ।
ইটো হস্ত-বাহু মিছ মৃতক শৰৱৰ ॥

পাৱ দুই আছন্তে নগৈলোঁ ক্ষেত্ৰস্থান।
মোৰ পাৱ ভৈল বৃক্ষ-শিপাৰ সমান ॥
হা হা দয়াময় মোৰ কি কৰিলা গতি।
এভু তুৱা নাম লৈতে হৌক মোৰ মতি ॥

কৰ্ম দোষে যিবা জন্ম হোৱে সংসাৰত।
তাতো নাছাড়োক চিত্ত তুৱা চৰণত ॥
সদায় ঘোষোক ৰাম-নাম মোৰ মুখে।
সংসাৰ-সাগৰে তেৱে তৰোঁ মই সুখে ॥

সকল জগত তযু মায়ায়ে মোহিত।
তোমাৰ চৰণে প্ৰভু কেৱে নেদে চিত্ত॥
পত্ৰ দাৰা নিগড়ে বান্ধিলোঁ ছুয়ো ভৰি।
মৰন্তে আছোঁহো তযু নোবোলোঁহো হৰি॥

দুৰ্লভ মনুষ্য জন্ম ভাৰতত পাইলোঁ।
তোমাক নেসেৱি বৃথা জনম গঁৱাইলোঁ॥
নিচিন্তিলোঁ একবাৰ তোমাৰ চৰণ।
তৰু-বন জীয়ে যেন আমাৰ জীৱন॥

বিষয়ত ভোল হুয়া কৰিলোঁহো ভোগ।
তাৰ ফলে শৃগাল শ্বানৰ ভৈলোঁ যোগ॥
ভৱ-তৰিবাৰ যোগ্য লভিলোঁ শৰীৰ।
বিষয়-বাতাস পায়া কৰিলে অস্থিৰ॥

কৰে টলবল দেহা কেনে হুইবোঁ পাৰ।
এভু দাস বুলি প্ৰভু কৰিয়ো উদ্ধাৰ॥
সুকবি শেখৰ তুৱা দাসৰ দাস।
কাতৰ কৰোঁহো দিয়ো চৰণত বাস॥”

ভোগৰ ভিতৰেদি ত্যাগ, কৰ্মৰ ভিতৰেদি ধৰ্ম, আসক্তিৰ ভিতৰেদি বিৰক্তি, পুণ্যভূমি ভাৰতবৰ্ষৰ নিজা অভিজ্ঞতা, নিজা জ্ঞান আৰু শিক্ষা। ৰূপ-ৰস-শব্দ-স্পৰ্শ-ঘ্ৰাণৰ ভিতৰেদি ইন্দ্ৰিয়ৰ সহায়েৰে সেই অতীন্দ্ৰিয়ৰ অনুভৱ সম্ভৱ হৈছে ; গতিকে সেইবোৰক অস্বীকাৰ কৰিবৰ আৱশ্যক নাই, সম্ভৱপৰো নহয়। তেন্তে এই বিনন্দীয়া সৃষ্টিৰ সৌন্দৰ্য্যবো উপভোগ হওক আৰু আত্মাও ইন্দ্ৰিয়ৰ কুপৰিচালনাত অধোগামী নহওক, এয়ে তাৰ মধ্যবৰ্ত্তী সোণালী পন্থা। প্ৰবৃত্তিৰ দ্বাৰা নিবৃত্তিৰ সাধন কোনোকালে নহয়, হয় নিজৰ ধ্বংস-সাধন ; বিল্বমঙ্গল-অজামিল আদিৰ সাধু নিয়মৰ নহয়, ব্যতিক্ৰমৰ হে প্ৰমাণ। মনত ৰাখিব লাগিব, ভোগৰ ভিতৰেদি

ত্যাগ, কৰ্মৰ ভিতৰেদি ধৰ্ম, আৰু আসক্তিৰ ভিতৰেদি বিৰক্তিৰ যি কথা কোৱা হ'ল, ই আপোনা-আপুনি হব নোৱাৰে; বৰঞ্চ সজলক্ষ্য-বিহীন ভোগ, কৰ্ম্ম আৰু আসক্তিৰ ভিতৰত পোক-পেলু আদিৰ দৰে জীৱন বসাতলে যোৱাৰ বাহিৰে আন গতি নাই।

বেদান্তৰ স্মৃতিপ্ৰস্থান গীতাই তাৰ মূলমন্ত্ৰ শিকাইছে, আৰু মহাপুৰুষীয়া ধৰ্মৰ এক প্ৰাণবস্তু সেয়ে। ধৰ্মশাস্ত্ৰ-শিৰোমণি গীতাই সুযুক্তিবলৈ মনস্থ কৰা অৰ্জুনক নানা উপায়ে কেৱল যুক্তিবলৈ উচটাইছে; কিয়? সেয়ে গীতাৰ মূল শিক্ষা।

"ক্লৈব্যং মাস্ম গমঃ পাৰ্থ! নৈতত্ত্বয্যুপপদ্যতে।
ক্ষুদ্ৰং হৃদয়ং-দ্ৰৌৰ্বল্যং ত্যক্ত্বোত্তিষ্ঠ পৰন্তপ॥"

আমি ইচ্ছা কৰোঁ বা নকৰোঁ, পঞ্চ জ্ঞানেন্দ্ৰিয়ই ৰূপ-ৰস-শব্দ-স্পৰ্শ-ঘ্ৰাণ অনুভৱ কৰিবই আৰু পঞ্চকৰ্মেন্দ্ৰিয়ই উশাহ নিশাহ লোৱাতে আৰম্ভ কৰি কৰ্ম নকৰাকৈ এখন্তেকো থাকিব নোৱাৰে; গতিকে স্বভাৱৰ গুণে মানুহক কৰ্ম কৰাই থাকিব নিশ্চয়, যিহেতুকে কৰ্ম এৰিলে দেহাই নৰয়। আকৌ কৰ্ম মানেই বন্ধন যদিও, ঈশ্বৰত অৰ্পি কৰা কৰ্মত বন্ধন নাই; গতিকে গীতাৰ মূল শিক্ষা হল নিৰ্লিপ্ততা বা অনাসক্তি; অৰ্থাৎ নিষ্কামভাৱে ঈশ্বৰত অৰ্পণা কৰি বৈষয়িক, সাংসাৰিক, সকলো কৰ্ম্ম কৰা। এতেকে কৰ্ম-ত্যাগ অৰ্থহীন, তাৰ অৰ্থ কৰ্মফল-ত্যাগ।

স্বৰূপতে ইন্দ্ৰিয়বিলাকে নিজ নিজ বিষয়ত প্ৰৱৰ্ত্তিত হোৱাৰ ফলেই কৰ্ম। ইন্দ্ৰিয়বোৰ যন্ত্ৰ, প্ৰকৃতি যন্ত্ৰী; তাত মানুহৰ কৰ্ত্তৃত্ব বুলিবলৈ একো নাই, অথচ প্ৰকৃতিৰ গুণত মোহিত হৈ অজ্ঞানীজনে কোনো কাম নিজে কৰা বুলি মানে। গতিকে অনাসক্তি বা নিৰ্লিপ্ততাত নিজ ভ্ৰম দূৰ কৰা হয় মাত্ৰ, তাত নতুন একো কৰা নহয়; অথচ এই কৰ্মফলত্যাগক জ্ঞান-ধ্যান সৱাতকৈ শ্ৰেষ্ঠ বোলা হৈছে। বৈকুণ্ঠনাথে লিখিছে, "জ্ঞানহীন অভ্যাসত কৰি ভক্তিসহিত

উপদেশপূৰ্বক জ্ঞান শ্ৰেষ্ঠ। তাতো কৰি ধ্যান, ধ্যানতো কৰি কৰ্মফল-ত্যাগ উত্তম।" ( কথা-গীতা, দ্বাদশ অধ্যায় )।

উচ্চতম ভাৰতীয় দৰ্শনৰ এই শ্ৰেষ্ঠতম আদৰ্শত শঙ্কৰদেৱৰ শিক্ষাৰ অনুপম গুণত অসমৰ নিৰক্ষৰ চহা এটিও অতি উচ্চশিক্ষিত। অসমীয়া জীৱনত এনে এটি কাম নাই যিটো ঈশ্বৰত উছৰ্গা নকৰাকৈ কৰা বা লোৱা হয়। বাহিৰৰ কথা নকলেও, ভাৰতবৰ্ষৰ ভিতৰত অসমীয়াৰ দৰে স্বভাৱতে শ্ৰেষ্ঠ সংস্কৃতিসম্পন্ন এনে এটা জাতি নোলাব।

## চল্লিশ

# লুথাৰ, কবীৰ আৰু শঙ্কৰদেৱ

দিন যেনেকৈ ৰাতিৰ পৰা পৃথক সন্দেহ নাই, কিন্তু ঠিক কোন মুহূৰ্তত দিন গৈ ৰাতি হয় বা ৰাতি গৈ দিন হয় তাক ঠাৱৰোৱা টান; অবিকল তেনেকৈয়ে ইতিহাসৰ চলন্ত গতিত পুৰণি যুগে নতুন যুগক ঠাই এৰি দিয়াৰ প্ৰত্যক্ষ প্ৰমাণ পালেও আকৌ অবিকল তেনেকৈয়ে ঠিক কোন দিনা পুৰণি যুগ পমি গৈ নতুন ৰূপ ললে তাক নিৰ্ণয় কৰা কঠিন।

পুনৰ, মানুহে গাৰ বলেৰে গঢ়া ভৌগোলিক সীমা সম্পূৰ্ণ কৃত্ৰিম বুলি বাদ দিলে ঠিক কোনখিনিত এখন জিলা, প্ৰদেশ, দেশ বা মহাদেশ আৰম্ভ হল সঠিক ধৰা টান হৈ পৰে। এনে বিচাৰৰ পৰা থূল-মূলকৈ আমি এনে এটা সিদ্ধান্ত কৰিব পাৰোঁ নিৰৱধি কালৰ দৰে বিপুলা পৃথ্বী এক আৰু অভিন্ন।

শঙ্কৰদেৱৰ জন্মক্ষণ আচৰিতভাৱে জগতৰ চিন্তাৰ ইতিহাসত এক অভিনৱ মুহূৰ্ত। পঞ্চদশ শতিকাৰ এই শেষ কালছোৱাতে ইতিহাস-প্ৰসিদ্ধ মধ্যযুগৰ অমানিশাৰ ওৰ পৰি আধুনিক যুগৰ 'ফেহুজালি কাণত পৰে। মধ্যযুগৰ বিদায় আৰু আধুনিক যুগৰ আগমনৰ এই সন্ধিক্ষণতেই প'পৰ অধীনৰ বিশ্ব-গিৰ্জা আৰু ৰ'ম সাম্ৰাজ্যৰ সেই মধ্যযুগীয় কল্পনাৰ দুইখন ডেউকা ভাগি পৰে, আৰু উভয়ৰে ব্যৱহাৰিক শক্তিৰ সম্পূৰ্ণ অৱসান ঘটে। সম্ৰাটৰ অধিকাৰ তেতিয়াও যিখেৰা অৱশিষ্ট সি অকল জাৰ্মেণীতে আৱদ্ধ আছিল; আৰু তাতো তাৰ বিৰুদ্ধে মানুহে ফেপেৰি পাতি উঠিছিল।

প'পৰ ক্ষমতা তেতিয়াও অটুট থকাৰ ভাও জুৰিলেও জোখত যে সি তেনেই টুটি গৈছিল সন্দেহ নাই। য়ুৰ'পৰ বিভিন্ন শক্তিয়ে পাল পাতি প'প আৰু সম্ৰাটৰ ক্ষমতাৰ বিৰুদ্ধে থৈয়া-নথৈয়া যুজ

কৰাতে এই বিৰোধৰ শেষ নহৈছিল; প্ৰধান বিচাৰ-সভাই প'প আৰু সম্ৰাটৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ চলাইছিল।

ইয়াৰ ভিতৰতেই বিশ্ব-গিৰ্জাৰ একাধিপত্য মোহাৰি পেলাব পৰা দলটোৰ নেতৃত্ব কৰিব পৰা লোকৰ জন্ম হৈছিল। তাৰ লগে লগে পুৰণি সমাজখন ভাগি-ছিগি থান-বান হবলৈ ধৰিলে। যিবিলাক ডোলে নিজ জীৱিকা, বেহা-বেপাৰ, খেতি-বাতি, জাতি-কুটুম, মাটিৰ গৰাকি আদিৰ লগত মানুহক বান্ধি ৰাখিছিল, সেই ডোলবোৰ আপোনা-আপুনি ডোখৰ-ডোখৰ হৈ ছিগি গল; আৰু তাৰ লগে লগে ব্যক্তি-প্ৰধান আধুনিক যুগে ভুমুকি মাৰিলে।

এই পৰিবৰ্তনৰ সোতত আৰু কেইবাটিও ঘটনাই যোগ দিলে। ৰেণেছেন্স্ (জ্ঞানৰ নৱজন্ম) আন্দোলনে মানুহক মধ্যযুগীয় ঠেক সীমাৰ ভিতৰৰ পৰা মোকলাই আনিলে; প্ৰাচীন জগতৰ জ্ঞানৰ ভাণ্ডাৰ তেওঁলোকৰ চকুৰ আগত মুকলি হল। পছিমত পাছত যি নতুন জগত (আমেৰিকা) আবিষ্কৃত হল, চিন্তা-জগতত আগতে তেওঁলোকে তেনে নতুন জগতত ভুমুকি মাৰিবলৈ ধৰিলে।

অৰ্থনৈতিক বিপ্লৱৰ পৰাও তেনেকুৱা ফল ধৰিল। সদাগৰী সভাৰ পুৰণি বান্ধ-ছাট ভাগি-ছিগি যোৱাত আধুনিক প্ৰতিযোগিতা-মূলক ব্যৱসায়ৰ পাতনি হল। যেনেকৈ চিন্তাত, তেনেকৈ জীৱনত, ব্যক্তিৰ প্ৰাধান্যই নিজ স্বত্ব দাবী কৰিলে।

প্ৰতিদ্বন্দ্বী স্বাৰ্থৰ এনে খকা-খুন্দাৰ মাজত এনেবোৰ বিপ্লৱৰ ভিতৰতে এক নতুন ঐক্য-সূত্ৰ আপোনা-আপুনি আঁত লৈ উঠিল, তাৰ নামকৰণ হ'ল জাতীয়ত্ব। পুণ্যময় ৰ'ম-সাম্ৰাজ্যৰ কল্পনাৰ দৰে ই আকৰ্ষণীয় বস্তু নহলেও স্বাৰ্থৰ ঐক্য, উমৈহতীয়া ভাষা, উমৈহতীয়া ধৰ্ম, উমৈহতীয়া আশা-ভয় সকলো লগ লাগি যি জাতীয়তাৰ জন্ম হল সি অন্ততঃ অত্যন্ত ব্যক্তি-প্ৰাধান্যক বনৰীয়া-কোবোৱা নোহোৱাকৈ ৰাখিলে, আৰু সামান্যভাৱে হলেও পুণ্যময় ৰ'ম সাম্ৰাজ্যৰ ভাঙনমুখী অৱস্থা সমাজৰ বাবে অতি ভয়াবহ হব নিদিলে।

ইংলণ্ড, ফ্ৰান্স আৰু স্পেইনত এই নতুন জাতীয়তা বস্তুৱে ভাল গঢ় ললে। জাতীয়তাই গঢ় লোৱাৰ লগে লগে বজা-পতা নীতিয়ে খলি পুতিলে। এনেদৰে সৰহ দিন যাবলৈ নৌপাওঁতেই বিফৰ্মেস্থনে পাশ্চাত্য গিৰ্জাবোৰৰ ঐক্য ভাঙি দিলে। মধ্যযুগীয় সদৌ সমস্যা এই বিফৰ্মেস্থনৰ ভিতৰত সোমাই পৰিল, আৰু তাৰ ভিতৰৰ পৰাই আধুনিক য়ুৰ'পৰ জন্ম হল।

পুণ্যময় ৰ'ম সাম্ৰাজ্যৰ মধ্যযুগীয় ধাৰণা ঘূৰাই অনা অসম্ভৱ হৈ পৰিল। এক বিশ্বাসৰ অধীনত সমগ্ৰ খৃষ্টান জগত বান্ধ খুউৱা এতিয়া মাত্ৰ শুভ-ইচ্ছা ৰূপেই থাকিব লগা হল, তাক বাস্তব ৰূপ দিয়া কথা সপোনৰ নিচিনা হৈ পৰিল। সম্পূৰ্ণ কৈ নহলেও ঘাইকৈ নিজ দোষ-ত্ৰুটিৰ হেতুকে প'পৰ ক্ষমতাই য়ুৰ'পত ভালদৰে বাঘ-ঢকা খালে; জনগণৰ ওপৰত তাৰ নৈতিক প্ৰভাৱ নোহোৱা হল। পঞ্চম নিকলাছ ( ১৪৪৭।৫৫ ) আৰু দ্বিতীয় পিয়াছৰ ( ১৪৫৮-৬৪ ) কালত প'পৰ বুদ্ধিজীৱী নেতৃত্বৰ পুনৰুদ্ধাৰৰ বাবে যি যত্ন কৰা হৈছিল তাক বঁজা বুলিব পাৰি। সকলো ফালে বিফল হৈ প'পৰ আধ্যাত্মিক শক্তিয়ে ৰাজনৈতিক আৰু বৈষয়িক বেশ্যা-বৃত্তি ধৰি য়ুৰ'পৰ বিবেকক চকু খুৱালে।

য়ুৰ'পত বিফৰ্মেস্থনক জন্ম দিলে দুটি সুকীয়া আৰু অলপ অমিল শক্তিৰ মিলনে। তাৰে এটা হ'ল নীতি আৰু আচাৰৰ সংস্কাৰৰ হেপাহ, আৰু আনটো হ'ল ৰেণেছেন্স্। ৰেণেছেন্স্ জন্ম হয় ইটালীত খৃষ্টীয় পঞ্চদশ শতিকাৰ আগ দশকবোৰত। এই ৰেণেছেন্স্ আন্দোলন বহুমুখী আছিল; সুকুমাৰ কলাত প্ৰাচীনৰ চৰ্চ্চা, সাহিত্যত প্ৰাচীন ৰীতিৰ গদ্য-পদ্যত অভিৰুচি, পাণ্ডিত্যত প্ৰাচীন গ্ৰন্থৰ আবিষ্কাৰ, দৰ্শনত প্লেটো-ছক্ৰেটিছৰ নৱ চৰ্চ্চা, প্ৰাকৃতিক বিজ্ঞানত পৃথিবীৰ স্বৰূপ আৰু বিশ্বত তাৰ স্থান নিৰূপণ ইত্যাদি। কিন্তু এই সকলোৰে মূলত আছিল এক লক্ষ্য, সেয়ে হৈছে মধ্যযুগীয় মানসিক দাসত্বৰ পৰা উদ্ধাৰ।

মধ্যযুগীয় ভাবে ব্যক্তি-তন্ত্ৰক বলি দিবৰ চেষ্টা কৰিছিল ; তেজ-মঙহৰ অতপালিৰ বাবে শৰীৰটোক পিণ্ডত দিয়া, স্বাধীনতা আৰু ব্যক্তি-প্ৰাধান্যৰ উন্তওালিৰ প্ৰতিবোধ কৰা, আদিয়েই আছিল তাৰ লক্ষ্য। প'প তথা ধৰ্ম-গুৰু আৰু সম্ৰাট তথা ৰাজ-শক্তিৰ প্ৰতি অমাত হৈ নম্ৰমস্তকে সিবোৰৰ শাসন চিৰকাল মানিব লাগে এয়ে আছিল মধ্যযুগীয় অনুশাসন। তাকে মনাবৰ বাবে একমাত্ৰ প্ৰধান প্ৰলোভন আছিল পৰকালৰ সুখ বা সদগতি।

নতুন প্ৰাণশক্তি এইবোৰৰ বিৰুদ্ধে ৰিকাৰ খাই উঠিল। ই জীৱন্ত মানুহৰ আৰু ইহ জন্মৰ সম্মান দাবী কৰিলে। ই বৈৰাগ্য ধৰ্মৰ বিৰুদ্ধে ফেৰ পাতিলে আৰু কাজে-কামে ইহ সংসাৰৰ উপভোগৰ সুবিধা বিচাৰিলে। নিজ বিবেক-বিচাৰৰ ওপৰত নিৰ্ভৰ কৰি প্ৰত্যেকৰ চিন্তা, ইচ্ছা আৰু অনুভূতিৰ স্বত্ব নিশ্চয় আছে বুলি ঘোষণা কৰিলে। যুক্তি-বিচাৰ আৰু বিবেচনা, এয়ে নতুন যুগৰ প্ৰহৰীৰ সতৰ্ক-বাণী হ'ল। পুৰণি প্ৰহৰীহঁত ভয়ত টেপা খালে।

নতুন প্ৰাণ-শক্তিৰ এই স্ফুৰণত মানুহৰ মানস-চকুৰ আগত এক অভিনৱ বিতোপন জগত উদ্ভাসিত হৈ উঠিল। স্বাধীনতাৰ মুকলি বায়ু সেৱন কৰি মানুহে নৱ জীৱনৰ আশিস্ অনুভৱ কৰিলে, বুকুৰ পৰা যেন এছটা গধুৰ শিল বাগৰি পৰিল। যুক্তি-বিচাৰৰ পোহৰত আগেয়ে নেদেখা ন ন কথা ন ন বস্তু মানুহৰ চকুত পৰিল—বিশ্বত, সাহিত্যত, সকলোতে। ব্যক্তি-তন্ত্ৰৰ জয়লাভ হ'ল।

য়ুৰ'পৰ এই নতুন চিন্তাক ৰূপ দিবলৈ জাৰ্মেনীত উদ্ভৱ হোৱা নানান পণ্ডিতৰ ভিতৰত প্ৰধান জন্ ৰিচ্লিন্ (১৪৫৫-১৫২২) আৰু ডেছিডেৰিয়ছ্ ইৰেছ্মছ (১৪৬৭-১৫৩৬)। ৰিচ্লিন অল্ড্ টেষ্টামেণ্টৰ আৰু ইৰেছ্মছ্ নিউ টেষ্টামেণ্টৰ সমালোচনাৰ পিতৃস্বৰূপ আছিল। ইৰেছ্মছে কৈছিল, 'প্ৰকৃত ধৰ্মনিষ্ঠা আওহেলা কৰি ক্ৰিয়া-কাণ্ড আৰু কায়িক কাৰ্য্য-কলাপৰ ওপৰত ধৰ্ম প্ৰবৰ্ত্তাবলৈ চোৱাৰ বিৰুদ্ধেই মই লিখনি ধৰিছোঁ।'

ভকতবোৰৰ কৰ্ত্তব্য-উদাসীনতা, পণ্ডিতবোৰৰ অসহনীয় ঠেকমনা স্বভাৱ আৰু চুলিডালকে ডুফাল কৰা বঁজা তৰ্কবাদৰ তেওঁ তীব্ৰ নিন্দা কৰিছিল। ১৫০৯ ত ইংলণ্ডত লিখা 'মূৰ্খতাৰ প্ৰশংসা' পুথিত তেওঁ ধৰ্ম আৰু সমাজৰ এনেবোৰ দোষ-পাপৰে ব্যঙ্গ কৰিছিল। ইমানতো ইৰেছ্‌মছে গীৰ্জাৰ পৰা ফাটি অহা কথা ভাবিব নোৱাৰিছিল, আৰু তীব্ৰ সংস্কাৰক নোহোৱা হেতুকেই ষষ্ঠদশ শতিকাৰ সেই ৰিফৰ্মেশ্যন্ আন্দোলনৰ তেওঁ গুৰি ধৰিব নোৱাৰিলে। কিন্তু সেই বুলি তেনে কামৰ যোগ্য লোক নোলাই নাথাকিল।

মাটিন্ লুথাৰ ( ১৪৮৩-১৫৪৬ ) জাৰ্মেনীৰ এজন সাধাৰণ ছেক্সন খেতিয়কৰ লৰা আছিল। তেওঁৰ পিতাকৰ অনিচ্ছা সত্ত্বেও ২২ বছৰ বয়সত আধ্যাত্মিক শান্তি-লাভৰ শুধ্ ইচ্ছাৰে তেওঁ খৃষ্টান ভিক্ষু ( ভকত ) হয়। তেওঁ নিজে লিখিছে, "উদাসীন ভকত হৈ যদি কোনোবা এজন কেতিয়াবা স্বৰ্গলৈ গ'লহেতেন, তেনে সেইজন মেয়েই হলোঁহেতেন ; কিয়নো ভকতে যি কৰিব লাগে সকলো মই পালন কৰিছিলোঁ।"

কিন্তু ভকত হৈ স্বৰ্গলৈ যোৱাৰ বিপৰীতে তেওঁ গুৰু-ঘৰৰ সকলো পাপ-কপট দেখা পালে। প্ৰায়শ্চিত্ত কৰা মানে অন্তৰ শুচি কৰা হব লাগে, কিন্তু তাৰ পৰিবৰ্ত্তে অৰ্থদণ্ড বিহাত গুৰু-ঘৰ অধিক তৎপৰ। যি বিনয় ধৰ্মজীৱনৰ মূল কথা, তেওঁ তাৰ সম্পূৰ্ণ অভাৱ দেখিবলৈ পালে। ১৫১০ ত তেওঁ ৰ'ম পৰিদৰ্শন কৰিলে, তাতো ধৰ্মনিষ্ঠাৰ ঠাই ক্ৰিয়াকাণ্ডই আৰু বিনয়ৰ ঠাই অহম্মিকাই জুৰি থকা দেখি গুৰু-ঘৰৰ সংস্কাৰৰ বাবে তেওঁ বিপ্লৱ আৰম্ভ কৰা উচিত ভাবিলে।

শেষত, ১৫২০ৰ জুলাইত 'জাৰ্মান জাতিৰ খৃষ্টান ডাঙৰীয়াসকললৈ সম্বোধন' আৰু ১৫২০ৰ অক্টবৰত 'বেবীলনীয় দাসত্ব' আদি পুস্তিকা প্ৰচাৰ কৰি লুথাৰে প'পৰ ক্ষমতা অস্বীকাৰ কৰিয়ে ক্ষান্ত নহল, পুৰোহিতালি আদি মধ্যযুগীয় ৰীতি-নীতিৰ বিৰুদ্ধেও তেওঁ যুদ্ধ-ঘোষণা কৰিলে।

ইয়াৰ বাবে লুথাৰক ছমন্ দিয়া হল ; কিন্তু শাস্ত্ৰীয় বিচাৰৰ বাহিৰে মুখ্য বিচাৰ-সভা আদি কাৰো মীমাংসা মানিবলৈ তেওঁ সম্মত নহল। তেতিয়া জাৰ্মান সম্ৰাট চাৰ্লছে লুথাৰক অকল ধৰ্মদ্ৰোহী বুলিয়ে নেৰিলে, ৰাজদ্ৰোহী বুলিও অভিযুক্ত কৰিলে। ইয়াৰ ভিতৰতে লুথাৰ পলাই সাৰিল আৰু জ্ঞানী ফ্ৰেডাৰিকৰ আশ্ৰয় গ্ৰহণ কৰিলে। তেওঁৰ পৰিয়ালৰ বিৰুদ্ধে সংশ্ৰৱ-নিষেধ আজ্ঞা দিয়া হল। তাৰ পাছত ১৫২৪ৰ মে মাহত জাৰ্মানীত 'খেতিয়কৰ বিদ্ৰোহ' আন্দোলনৰ সূত্ৰপাত হ'ল। ১৫৪৬ৰ ১৮ ফেব্ৰুৱাৰীত আইছলিবিন নামৰ তেওঁৰ নিজ ছহৰত লুথাৰৰ মৃত্যু ঘটে।

উইলিয়ম্ হণ্টাৰে কবীৰক পঞ্চদশ শতিকাৰ ভাৰতীয় লুথাৰ বুলিছে। নানকৰ আদি গ্ৰন্থত কবীৰৰ জীৱনী, চৰিত্ৰ আৰু শিকনি সম্পৰ্কে বহুত নিৰ্ভৰযোগ্য কথা পোৱা হয়। নানকে (১৪৬৯-১৫৩৮) ১৪৯৫ত কবীৰক লগ পায় ; আৰু সেই বছৰতে দিল্লীৰ সম্ৰাট ছেকেণ্ডৰ লডিয়ে যৌনপুৰ পৰিদৰ্শন কৰোঁতে মুছলমান ধৰ্মৰ কুযশ বুলি কবীৰৰ বিৰুদ্ধে অভিযোগ শুনি কবীৰৰ প্ৰাণদণ্ডৰ আদেশ দিয়ে। গতিকে কবীৰৰ কাল (১৪৪০-১৫১৮) বুলি ঠাৱৰাব পাৰি, আৰু তেতিয়া হলে তেওঁ শঙ্কৰদেৱৰ (১৪৪৯-১৫৬৮) সমসাময়িক নিশ্চয়।

লুথাৰৰ দৰে কবীৰ ধৰ্ম-সমালোচক মাত্ৰ ; শঙ্কৰদেৱৰ দৰে তেওঁলোকৰ এজনো ধৰ্ম-প্ৰৱৰ্তক নাছিল। পৰৱৰ্তী চৰিতকাৰসকলে লিখা কবীৰৰ নাতিনীক শঙ্কৰদেৱে লগ পোৱা কাহিনী চৈতন্যদেৱক লগ পোৱা কথাৰ দৰেই ধাৰ্মিক কিম্বদন্তী মাত্ৰ। শঙ্কৰদেৱৰ বাৰবছৰীয়া ভাৰত-ভ্ৰমণ (১৪৭৮-১৪৯০) কালত কবীৰ নিশ্চয় জীৱিত আছিল। "উৰেষা বাৰাণসী ঠাৱে ঠাৱে। কবিৰ গীত শিষ্টসৱে গাৱে॥" "কীৰ্ত্তন"ৰ এই কথা ফাকিত কবীৰৰ উল্লেখ কৰা বুলিলে বিচাৰ-বিপৰ্য্যয় ঘটে। "কবিৰ গীত" বুলিলে "কবীৰৰ গীত" নুবুজায় ; তদুপৰি কবীৰৰ দোহাহে প্ৰসিদ্ধ, গীত নহয়। কৃত্তিবাস আৰু

কাশীৰামৰ যেনেকৈ মাধৱ কন্দলী আৰু ৰাম সৰস্বতীৰ লগত তুলনা নহয়, কবীৰবো সেইদৰে শঙ্কৰদেৱৰ সৈতে তুলনা নহয়। কবীৰ কেৱল সাধক; শঙ্কৰদেৱ অকল সাধকেই নহয়, পণ্ডিতও। শঙ্কৰদেৱৰ দৰে কবীৰৰ শাস্ত্ৰ-চৰ্চা নাছিল, স্বাভাৱিক অনুভৱৰ দ্বাৰা সত্য-উপলব্ধি কৰি তাকে প্ৰকাশ কৰিছিল।

দৈৱিক শক্তি বা স্বভাৱৰ গুণত কবীৰৰ অনুভৱ যেনে তীক্ষ্ণ আছিল, তেওঁৰ প্ৰকাশিকা শক্তি আৰু বিশ্বাসও তেনে তীব্ৰ আৰু গভীৰ আছিল। এই জন্মাৰ্জিত জ্ঞানৰ বাবেই তেওঁ শাস্ত্ৰীয় সত্যবোৰ বিচক্ষণতাৰে উপলব্ধি কৰি অপূৰ্ব প্ৰকাশিকা শক্তিৰ দ্বাৰা মানুহক অনুভূত কৰাব পাৰিছিল। কবীৰৰ দোহাবোৰৰ জনপ্ৰিয়তা বিস্তাৰিত হোৱাৰ লগে লগে অনেক সময়ত তাৰে কিছুমান আন কথাৰ লগত সান্‌মিহলি হৈ পৰিল। ৰামানন্দক কবীৰৰ গুৰু বোলা হয় যদিও ৰামানন্দৰ পৰা পোনপটীয়া কোনো শিক্ষা তেওঁ লাভ কৰা নাছিল; গতিকে কবীৰৰ ৰামানন্দৰ শিষ্যত্ব একলব্যৰ দ্ৰোণৰ শিষ্যত্বৰ দৰেইহে বুলিব পাৰি। কবীৰৰ ধৰ্মোপদেশবোৰ পণ্ডিত-সমাজতকৈ জন-গণৰ বাবে অধিক উপযোগী; কিন্তু তেওঁৰ ধৰ্মনিষ্ঠা আৰু অন্তৰ্দৃষ্টি সদৌৰে সেৱাৰ যোগ্য। অনুভৱৰ তীব্ৰতাৰ উপৰিও তেওঁৰ দোহাত শব্দৰ ব্যঞ্জনা সুন্দৰ।

'মালা-গুটি ঘুৰাওঁতে জীৱনেই ঘূৰি অস্ত হয়, আৰু মনৰ কথা মনতেই ৰয়। (গতিকে) হাতৰ মালা গুটি দলিয়াই পেলোৱাঁ, মনৰ মালা জপিবলৈ ধৰাঁ।' এই দোহাটিত হিন্দী "মন্‌কা মন্‌কা" ব্যৱহাৰ কৰা হৈছে; ইয়াৰ প্ৰথম "মন্‌কা" শব্দৰ অৰ্থ "মনৰ", আৰু দ্বিতীয় "মন্‌কা" মানে "মালা"। আন আন দোহাবোৰো তেনেদৰেই বিতোপন; 'এজনে বহুত পুথি পঢ়িব পাৰে, সেই বুলিয়ে তেওঁ পণ্ডিত নহয়; 'ভক্তি' এই আঢ়ৈটি আখৰৰ অৰ্থ যি বুজে তেওঁহে পণ্ডিত।' 'শিল পূজিলেই ঈশ্বৰক পোৱা হলে মই পৰ্বতটোকে পূজিলোঁহেতেন। পাছে শালেগ্ৰাম শিলতকৈ পিহনি-শিলটো ভাল, কিয়নো সি আহাৰ

যোগায়।' 'স্নান কৰিয়েই যদি মুক্তি পায়, তেন্তে ভেকুলিবোৰ সদায় স্নানতে থাকে। পাছে যেই ভেকুলি সেই মানুহ, ঘুৰি ঘুৰি সেই যোনীত জন্ম লয়।'

'আল্লা যে পুৰুষ বা তিৰুতা নহয়, তুমি ঠিকেই কৈছা। পাছে পঢ়ি বা পঢ়াই একো ফল নধৰে যদি অন্তৰে তাৰ ভু নাপায়।' 'গুৰু হব লাগে শানৰ দৰে, মুহূৰ্ততে জন্ম-জন্মান্তৰৰ মামৰ গুচাই দিয়ে।' 'শগুণ আকাশত উৰে, পাছে তাৰ চকু থাকে মাটিৰ পচা শৱটোত; সেইদৰে গুৰুও যদি হয়, তেন্তে শাস্ত্ৰৰ কথা কলেই তেওঁ সাধু হ'ল নে?' 'অকল ওখ ( মহৎ ) হলেই হল নে? তাল গছ ওখ, পাছে তাৰ ছাঁত কেওঁ নবহে, গুটিও নাপায়।'

কবীৰৰ-বহুত দোহা মহাপুৰুষীয়া নামৰ লগত মিলে। 'নাম-ৰত্ন সঁচা, ই কেতিয়াও নেহেৰায়; জুয়ে নোপোৰে, বতাহে উৰাই নিনিয়ে, চোৰে চুৰ নকৰে।' তুলনীয়, "অ' হৰি, হৰি, নাম ললে নেহেৰায়। ডকাইতে নিনিয়ে পাই, চোৰেও নিনিয়ে চুৰ কৰি। ভাই বটা নাবাটে, অগ্নিয়ে নোপোৰে, ৰজাই নিনিয়ে দঁড় কৰি॥" 'নৱধন দুৱাৰেৰে এটি সজা, তাত থাকে বায়ুৰ স্বভাৱৰ এটি চৰাই; তেও যে সি তাত থাকে সেইটোহে আচৰিত, উৰি যোৱাত আৰু আচৰিত কি?' তুলনীয়, "সাৰ কৰ্বাঁ হৰি নামৰ মালা" দেহ-বিচাৰত গীত। কবীৰক সাধাৰণতে ছুফী কবিসকলৰ দৰে ৰহস্যবাদী বুলিও ধৰা হয়।

———

# ॥ যুগনায়ক শঙ্কৰদেৱ ॥

• পঞ্চম পুথি •

## মহাপুৰুষীয়া ধৰ্মৰ বিশ্বজনীনতা

### বিষয়-সূচী

"মহাপুৰুষে তেখেতৰ প্ৰিয় শিষ্য মাধৱদেৱক কৈ গৈছিল 'গোপাল নামৰ ব্ৰাহ্মণ লৰা এটি মোক বিচাৰি আহিব; কিন্তু তেওঁ মোক লগ নাপাই কিংকৰ্ত্তব্যবিমূঢ় হব। তেওঁক মোৰ আজ্ঞা শুনাই কৰা উজনি অসমৰ প্ৰজা সকলে আজিও হৰি-ভজনৰ উপায় নাপাই সকলোটি অজ্ঞান অন্ধকাৰতে বুৰ গৈ আছে। আহোম ৰজাৰ অত্যাচাৰত মই ধৰ্ম প্ৰচাৰ কৰিবলৈ আগ বাঢ়িব নোৱাৰিলোঁ। গোপালক কৰা তেওঁ উজনী অসমলৈ যাব লাগিব আৰু জীৱ-উদ্ধাৰৰ পথ দেখুৱাব লাগিব। এই ভাগৱত পুথিখন গোপালৈ থ'লোঁ; গোপাল আহিলে তুমি এই পুথিখন গোপালক দিবা আৰু আমাৰ আজ্ঞা শুধাবা।' ...বংশী গোপালদেৱে মাধৱদেৱৰ মুখে এই আদেশ শুনি তাৰ কথা তেখেতৰ গুৰু দামোদৰদেৱৰ আগত প্ৰকাশ কৰিলে। তেতিয়া দামোদৰ-দেৱেও ক'লে "...মহাপুৰুষ শঙ্কৰদেৱে যিটো কাম ভাল বুলি আজ্ঞা কৰি গৈছে সেই কাম অতি উত্তম বুলি মইও সমৰ্থন কৰিছোঁ।" ...সেই বংশী গোপালৰে যথাৰ্থ উত্তৰাধিকাৰী কুৰুৱাবাহী আৰু গড়মূৰ সত্ৰৰ গুৰু-পদবীধাৰী মহন্তসকলে কেবা পুৰুষলৈকে ভাগৱতী ধৰ্ম্মৰ যথাৰ্থ বাহক ৰূপে দেশত কৰ্ত্তব্য কাম কৰি আহিছিল। কিন্তু কেই পুৰুষমানৰ পাছত আমালোকৰ পূৰ্ব্বপুৰুষসকলো মহাপুৰুষৰ আদৰ্শৰপৰা ভ্ৰষ্ট হ'ল। আমালোক গুৰু-নামধাৰী লোকসকলেই মহাপুৰুষৰ পথৰে অনুৱৰ্তী বুলি স্বীকাৰ কৰিও কাৰ্য্যস্থলত মহাপুৰুষৰ নামত কলঙ্ক সানিছোঁহক। ক্ৰমান্বয়ে আমালোক চাৰিসত্ৰীয়া নামধাৰীসকলে মহাপুৰুষৰ নামকে শুনা হলোঁ আৰু মহাপুৰুষৰ লগত আমাৰ কোনো সম্পৰ্ক নাই বুলি আমালোকে নিজে নিজেই পাৰতে গজালি মেলিলোঁহক। মইও সেই সকলৰে এজন প্ৰধান আছিলোঁ আৰু মহাপুৰুষ শঙ্কৰদেৱৰ নাম শুনিলে তিনি জাপ মাৰিছিলোঁ। ভাগ্যে বা পূৰ্ব্বজন্মৰ পুণ্যৰ ফলত মোৰ ভুল বুজিব পাৰি ক্ৰমে ক্ৰমে চিন্তা কৰি সুপথলৈ আহিলোঁ। সেই বাবেহে আজি আপোনা-সকলে এই অভাজনক মহাপুৰুষ শঙ্কৰদেৱৰ ধৰ্ম্মৰ আলোচনা কৰা হেন মহৎ কামলৈ আহ্বান কৰিব পাৰিছে। মহাপুৰুষসকলৰ পাৱৰ ধূলিৰো উপাসক সকলৰ পাৱৰ ধূলি বুলি এই অভাজনক উপলব্ধি কৰক।"

—শ্ৰীপীতাম্বৰদেৱ গোস্বামী। বৰপেটা শ্ৰীমন্ত শঙ্কৰ পঞ্চশত বাৰ্ষিকীৰ সিদ্ধান্ত সভাৰ সভাপতিৰ অভিভাষণ।

## একচল্লিশ

# আজিৰ জগত আৰু ভৱিষ্যতৰ ধৰ্ম

অন্ততঃ তিনি কুৰি বছৰ জীয়াই থকাৰ সৌভাগ্য যিসকলৰ ঘটিছে সেইসকলে মন কৰিলে মূলতঃ এই কথা দেখিবলৈ পাব, যোৱা আঢ়ৈ কুৰি বছৰত আমি যেনে ক্ষিপ্র পৰিবৰ্তনৰ ভিতৰেদি আহিব লাগিছোঁহঁক আগৰ আঢ়ৈ হাজাৰ বছৰতো তেনে পৰিবৰ্তন পৃথিবীত ঘটা নাছিল। এনে অভূতপূৰ্ব পৰিবৰ্তনৰ প্রথম পাতনি আৰম্ভ হয় উনৈশ শতিকাৰ শেষ ছোৱাত ভাপ-নাও, ভাপ-গাড়ী, বিজুলী-ডাক আদিৰ আবিষ্কাৰৰ ফলত। পুৰণি ধীৰ স্থিৰ পৃথিবীখন তেতিয়াই পোনে পোনে অলপ চক্ খাই উঠে। তাৰ পাছত যেতিয়া কুৰি শতিকাৰ জন্মৰ লগে লগে আইনষ্টাইন্ প্রভৃতি নতুন বৈজ্ঞানিকৰ ন ন আবিষ্কাৰে নিউটন প্রভৃতি পুৰণি বৈজ্ঞানিকৰ পুৰণি সিদ্ধান্তবোৰ ভেটিয়ে সৈতে কঁপাই তুলিলে, তেতিয়া সচাকৈয়ে বুঢ়ী আই বসুমতীও যেন পাটগাভৰুৰ দৰে চঞ্চল হৈ উঠিল। পৃথিবীয়ে জড়াজীৰ্ণা নিজ শৰীৰলৈ নতুন যৌৱনৰ যেন দুকূল-ডকা বান অহা অনুভৱ কৰিলে!

"কালো'য়ং নিৰৱধি বিপুলা চ পৃথ্বী" সচা কথা; কিন্তু আজি পৃথিবীৰ সেই বিপুল বপু যেন তেনেই সঙ্কুচিত হল আৰু নিৰৱধি কাল মিনিট নালাগে ছেকণ্ডবো শত-সহস্রাংশত বিভক্ত হল। আজি সচাকৈয়ে পৃথিবীখন চোতালখনৰ সমানো নহয়, ই তিল মেলা ডলা-খনতকৈও যেন সৰু হ'ল; স্থান আৰু কাল উভয়ৰ যেন হত্যা সাধন কৰা হ'ল! দুকুৰি-আঢ়ৈকুৰি বছৰৰ আগত একেখন প্রদেশৰ দুশ-মাইল দূৰৰ বাটলৈ যোৱা কথাও এনে দীৰ্ঘকাল আৰু বিপদ-সঙ্কুল কথা আছিল যে ঘূৰি আই-বোপাই ভাই-ককাইৰ লগত দেখা হব নে নহয় ঘোৰ সন্দেহ কৰি হাঁহ-পাৰ মাৰি খাই যোৱা কথা এতিয়াও

বহুতৰ মনৰ পৰা আঁতৰ হব নাপায়! কিন্তু তাৰ ঠাইত আজি আছিয়া-আফ্রিকা, য়ুৰপ-আমেৰিকাও ৰৰঘৰ-মাৰলঘৰৰ নিচিনা হৈ পৰিল, আৰু আগৰ মানুহৰ পৃথিৱী নামৰ এই তাকৰীয়া ঘৰখন এনে উৰুঙা উৰুঙা লগা হেতুকেই মানুহে আজি মঙ্গল-গ্ৰহ আৰু চন্দ্ৰ-উপগ্ৰহত নতুন পাম বা নতুন চুবুৰি বিচাৰিছে।

পৃথিৱী শুকাই টোটোৰা লাগি ইমান সৰু হোৱাৰ লগে লগে মানুহৰ চকুবোৰ ইমান বৰ হৈ হাজাৰ যোজনৰ দূৰত থকা মানুহকো ( টেলিভিছন্ যন্ত্ৰৰ যোগেদি ) নাকৰ গুৰিত থকা মানুহক দেখাৰ দৰেই দেখিবলৈ পোৱা হ'ল! পৃথিৱীৰ গা-গাৰি লাহী হোৱাৰ লগে লগে মানুহৰ কাণবোৰো ইমান ৰৰ হৈ পৰিল যে পৃথিৱীৰ সিমূৰত বেজিটো মাটিত পৰাৰ শব্দও পৃথিৱীৰ ইমূৰত শুনিবলৈ পোৱা হ'ল! কিন্তু, দুখৰ কথা, মানুহৰ এই কায়িক প্ৰসাৰৰ অনুপাতে মানসিক প্ৰসাৰ এতিয়ালৈকে হোৱা নাই; অৰ্থাৎ মানুহৰ আজি অসম্ভৱ ৰূপে বাঢ়ি অহা চকু আৰু কাণ ইংৰাজী সাধুৰ ৰঙা ওৰণী লোৱা সৰু ছোৱালীটীৰ বুঢ়ীমাকৰ ভাও জোৰা কুকুৰনেচীয়া বাঘজনীৰ চকু আৰু কাণৰ নিচিনা হৈয়ে আছে! মানুহৰ ভিতৰত, জাতিৰ মাজত, হিংসা প্ৰবৃত্তি এতিয়াও গুচিবলৈ বাকী।

সি যিহওক, আজিৰ দৰে যে বিশ্ব-মানৱৰ মহামিলন জগতৰ বুৰঞ্জীত, মানুহৰ ইতিহাসত, আগতে কেতিয়াও ঘটা নাই ই নিশ্চিত। আজি আমি চকুৰ আগতে দেখিবলৈ পাইছোঁ জাতিৰ বুৰঞ্জী জগতৰ বুৰঞ্জীত মাৰ গৈছে; দেশ-প্ৰেম পুণ্যৰ পৰিবৰ্তে নিৰ্দোষ পাপ বুলি স্বীকৃত হৈছে। কেতিয়াকৈ দেশ-প্ৰদেশ-মহাদেশৰ সীমাৰ নিৰুদ্দেশ হব তালৈকে আমি এতিয়া বাট চাব লগা হৈছে।

আগতে মানুহে কল্পনাও কৰিব নোৱৰা যি উন্নতি কুৰি শতিকাৰ বিজ্ঞানে দেখুৱাই আমাৰ চকুত চমক লগাইছে, তাৰ সত্বেও যে আজি মানুহৰ হাহাকাৰ আৰু দুখ-নিকাৰ গুচা নাই কিয় তাকহে বিচাৰ কৰিবলগা হৈছে। আজি অদ্ভুত যন্ত্ৰশক্তিৰ উদ্ভাৱনাত

মানুহৰ কায়িক শ্ৰম অনেকখিনি লাঘৱ হৈছে ; বৈজ্ঞানিক প্ৰচেষ্টাত খাদ্য-সামগ্ৰীৰ উৎপন্ন-বৃদ্ধি, যান-বাহনৰ চলাচলৰ বাবে খাদ্য-সামগ্ৰীৰ বিতৰণ, চিকিৎসা বিজ্ঞানৰ উন্নতিৰ ফলত মৃত্যুৰ হাৰৰ পতন আদি কিমান যে সা-সুবিধা আমি ভোগ কৰিছোঁ তাক কৈ অন্ত নোৱাৰি। পাছে ইমানৰ সত্ত্বেও মানুহৰ হা-হুমুনিয়াহ, অভাৱ-অনাটন, দুখ-ক্লেশ গুচা নাই কিয় ? অকল দুখীয়াৰে নহয়, আজি কোটি-পতিৰো জীৱন মানে অকল খোৱা-কামোৰা আৰু ধুম-ধুপাল কিয় ? কিহৰ কাৰণে আজি সম্পদো আপদ, সম্পত্তিও বিপত্তি, পঞ্চামৃতো হলাহলৰ তুল্য ?

ইয়াৰ গুৰিত এই ৰহস্য হ'ল—আমাৰ চকুৰ আগত যিখন পুৰণি জগত অদৃশ্য হৈ যাবলৈ ধৰিছে, আমাৰ চকুৰ আঁৰত তেনে আন এখন নতুন জগতৰ সৃষ্টি হব লাগিছে। গতিকে এহাতে সেই বিদায়-প্ৰাৰ্থী পুৰণি জগতৰ মৰণ-যাতনা, আৰু ইহাতে অনাগত নতুন জগতৰ প্ৰসৱ-বেদনা ; দুয়ো মিলি আমাৰ বৰ্ত্তমান জীৱন এনেদৰে জৰ্জ্জৰিত কৰি তুলিছে। আগৰজন ৰজা চলিল, নতুন ৰজা পাটত বহিল ( The king is dead : long live the king )—পুৰণি জগতৰ মৃত্যু আৰু নতুন জগতৰ জন্ম তেনেকুৱাই হলেও, কাৰ্য্যত ই এনে ভয়ানক।

তাতোকৈ ডাঙৰ কথা, মৃত্যুমুখী যি পুৰণি ধৰণী তাৰ গৰ্ভৰ পৰাই নৱাগত নতুন জগতৰ সম্ভৱ হব লাগিব। অসম্ভৱক সম্ভৱ কৰি জন্ম পোৱা এই নতুন জগত সেইদৰে অদৃষ্টবাদী নিৰ্দ্ধাৰিত কাৰ্য্যসূচীৰ জীৱনৰ পুৰণি সাধুৰ বিপৰীতে দেখাত দুঃসাহসিক অথচ প্ৰকৃততে সুন্দৰ জীৱনৰ উপভোগদায়ক হব লাগিব। সুকবি চন্দ্ৰকুমাৰ আগৰৱালাৰ ভাষাৰে—

"মান-অপমান চোৱাই যা'ক পৃথিৱীৰ পৰা গুচি।
নতুন সৃষ্টিৰ অৰুণ কিৰণে কৰোক সকলো শুচি॥

শোক-লাজ-ভয় নাথাকিব আৰু নতুন জগত সিটো।
হেৰোৱা বীণৰ আনন্দৰ সুৰ বাজিব দিনৰ দিনটো ॥"

এই নতুন জগতৰ নতুন মানুহ নিজৰ সমাজৰ আৰু বিশ্বৰ ভাগ্যনিয়ন্তা হব লাগিব; নিত্যনতুন, নিত্যপ্ৰগতিশীল, নিত্যনৱ মনোবিজ্ঞানৰ সৈতে এই নতুন মানুহে নিজৰ জীৱন-গীতা ৰচিব লাগিব। ফাপৰে-খোৱা মামৰে-ধৰা "তামাদি" জগতৰ বিৰুদ্ধে প্ৰকাশ্য ষড়যন্ত্ৰ কৰি বৈজ্ঞানিক দৃষ্টি-ভঙ্গীৰে সদৌ মানৱ জাতিৰ বাবে নিত্যনতুন সুখৰ এক নিত্যনতুন সমাজ গঢ়িব লাগিব। অকল নিজৰ, নিজ সম্প্ৰদায় বা নিজ জাতিৰ বাবে নহয়, কিন্তু সদৌ জীৱ আৰু সদৌ মানৱৰ সমূহীয়া সুখৰ কাৰণে সকলো পুৰুষাৰ্থৰ নৱ-নৱীকৰণৰ (new orientation) দ্বাৰা প্ৰতি নতুন দিন প্ৰতি নতুন মুহূৰ্ত যাতে সিহঁতৰ পূৰ্বৰ দিন আৰু মুহূৰ্তবোৰতকৈ সুখৰ হয় তাৰ বাবে প্ৰাণপণ কৰিব লাগিব। টোপনিত মোক্‌মোকোৱা ৰোগৰ পৰা সাৰ পাই উঠাৰ দৰে তেতিয়া সদৌৱে অনুভৱ কৰিব পাৰিব গাইগুটীয়া সুখৰ বাবে খোৱা-কামোৰাৰ সলনি উমৈহতীয়া সুখৰ মহামেলা আৰম্ভ হৈছে, আৰু সদৌৱে মানসিক নৱজন্ম লাভ কৰিছে।

বিজ্ঞানৰ ইমান উন্নতি সত্ত্বেও, সভ্যতাৰ ইমান অগ্ৰগতিৰ পৰিবৰ্তেও বৰ্তমান জগতৰ মানুহৰ হাহাকাৰ দুখ-নিকাৰ যে বাঢ়িছেহে,- টুটা নাই; বাহিৰৰ কোনো উল্কাপাত, মহামাৰি বা অগ্ন্যুৎপাতৰ পৰা যে সি ঘটা নাই, বৰঞ্চ এই গ্ৰহবাসী মানুহৰ নিজ সমাজত আৰু নিজ অন্তৰতহে যে তাৰ কম্পন-কেন্দ্ৰ লুকাই আছে তাত সন্দেহ নাই। গতিকে পুৰণি জগতৰ ধ্বংস-লীলা-ভূমিত নৱাগত জগতৰ নতুন পাতনি কৰিবলৈ হলে, চলিত শিক্ষা-পদ্ধতিৰ ভিতৰে-দিয়েই প্ৰকাশ্য ষড়যন্ত্ৰ আৰম্ভ কৰিব লাগিব নিশ্চয়। এই শিক্ষা-পদ্ধতিৰ ফিচিকা কাপোৰত নতুন টাপলি সময় আৰু শক্তিৰ অপব্যৱহাৰ মাত্ৰ; গতিকে পূৰ্ণ বিপ্লৱৰ দ্বাৰা পুৰণি শিক্ষাপদ্ধতিৰ নিৰ্মূল সাধন হব লাগিব। জ্ঞানীৰ ভাও জোৰা সংস্কাৰকামীবিলাকে কৰা সংস্কাৰৰ

প্ৰণালীমতে হৰিণাটোৰ এদিন এটা পিড়া, আন এদিন আন এটা পিড়া, এইদৰে কাটিব নোৱাৰি ; হৰিণাৰ মঙহ খাবলৈ হলে গোটেই হৰিণাটোকে মাৰি লব লাগিব। গতিকে নতুন জগতৰ শান্তি-সৈন্য সমূহে বৰ্ত্তমান শিক্ষাৰ ৰক্ত-বীজ একেবাৰে গুচাব লাগিব।

"ধৰমৰ নামত কত অধৰম,
পুণ্যৰ নামত পাপ।
সচাৰ নামত কত মিছা কথা,
দেখি মোৰ লাগিছে তাপ।"

ধৰ্মৰ নামত আজিলৈকে জগতত যিমান ৰক্তপাত হৈছে, ধৰ্মৰ নামত চিৰকাল যি শোষণ-প্ৰৱঞ্চনা হব লাগিছে, আন একোৰে নামত তেনে হোৱা নাই। ঈশ্বৰৰ নামত, পুণ্য আৰু মুক্তিৰ নামত, এই পাপ-বেহাৰ অন্ত নাই বাবেই আজি বহুত লোকেই প্ৰকাশ্যভাৱে ধৰ্মৰ বিৰুদ্ধে ঠিয় হৈছে। অকল ইমানেই নহয়, যি ধৰ্ম-বস্তুৱে মানৱ জাতিক এক কৰিব লাগিছিল সেই ধৰ্মৰ বাবেই তাৰ বিপৰীতে আজি ভাই-ভাই ঠাই-ঠাই হৈছে। ত্ৰিপিটকাচাৰ্য্য ডক্টৰ বেণীমাধৱ বৰুৱাই এই বিষয়ে কৰা মন্তব্য কেইটি বিশেষকৈ চিন্তা কৰি চাবলগীয়া :—"উচ্চাত্মিকাৰ দম্ভালি আৰু কোনো কোনো বিশেষ ধৰ্ম আৰু সামাজিক আৰু আন অনুষ্ঠানৰ বাহিৰা লোকৰ প্ৰতি দকৈ শিপোৱা ঘৃণাৰ পৰা পোৱালি মেলা আৰ্য্য-ম্লেচ্ছ, ঈশ্বৰৰ আদৃত-অভিশপ্ত, খৃষ্টান-জড়োপাসক, মুছলিম-কাফেৰ আদি মামুলি ভেদবোৰে জগতক আমুৱাইছে।...

"আমি আধুনিক যুগৰ মানুহবিলাক আমাৰ পূৰ্বপুৰুষসকলতকৈ বহুত সুবিধাৰ ঠাইত আছোঁ। তেওঁলোকতকৈ ভালেখিনি প্ৰকাৰে আমাৰ বিধি-পথালি তাকৰ। ভাষাৰ বেমেজালি ঘটোৱা বাবেলৰ দুৰ্গ এতিয়া অতীতৰ এটি স্মৃতি-স্তম্ভ মাত্ৰ। ভাষামূলক অধ্যয়ন আৰু গৱেষণাৰ প্ৰভূত উন্নতিয়ে সকলো গঢ়ৰ মানৱী ভাষা যথেষ্টৰূপে

আমাৰ বোধগম্য কৰিছে। আজি আৰু মানুহেই গ্ৰন্থ নহয়। মানুহৰ ভাব আৰু পুৰণি ৰীতি-নীতিৰ উমৈহতীয়া ধন এতিয়া হাতেলিখা পুথিত পোত খাই বা পুৰণি লিপিত আৰু স্মৃতি-স্তম্ভত অনাবিষ্কৃত হৈ থকা নাই। প্ৰাক্ঐতিহাসিক আৰু বুৰঞ্জীমূলক সঁজুলি পৃথিবীৰ সকলো ঠাইৰে পৰা বুটলি আনি এতিয়া সংস্কৃতি আৰু সভ্যতা, ধৰ্মমূলক বিশ্বাস আৰু দাৰ্শনিক ভাবৰ উৎকৰ্ষৰ ক্ৰমিক অৱস্থাৰ ভিতৰেদি মানুহৰ জাতিৰ ক্ৰমবিৱৰ্তনমূলক গতিৰ আমি গম ধৰিব পৰা হৈছোঁহঁক। ভ্ৰমণ আৰু চলাচলৰ দিনক দিনে বাঢ়ি অহা সুবিধাৰ পৰা আমাৰ ভাব আৰু ধাৰণাবোৰ আমি মুকলিকৈ সাল-সলনি কৰিব পৰা হৈছোঁহঁত। সেই সুদিন আহিছে যেতিয়া আমি অকল এক পিতৃস্বত্বৰ উত্তৰাধিকাৰী ৰূপে নহয়, মানুহ জাতিৰ সদৌ পিতৃস্বত্বৰ উত্তৰাধিকাৰীৰূপে সগৌৰৱে দেখা দিব পাৰিম।”

( *Ceylon Lectures*, pp. 283-284 ).

“এই কথা নিশ্চিত যে পুৰোহিতালি আৰু ভেদ-সম্পন্ন ধৰ্মবোৰে এতিয়ালৈকে মৃত্যু-বৰণ কৰা নাই যদি অন্ততঃ দিন গণিছে। যি ধৰ্ম বিশ্বজনীন হৈও ব্যক্তিগত আৰু যি ধৰ্ম বিজ্ঞান আৰু যুক্তিসম্মত, আজিৰ ডেকা শক্তিয়ে সেই ধৰ্মহে আদৰ কৰিব নিশ্চয়। ( আজিৰ যুগৰ উপযোগী ধৰ্মত ) কোনো “আচাৰ্য্য-মুষ্টি” বা বেপেৰুৱা গোপনীয়তা থাকিব নালাগিব ; আজিৰ ধৰ্মত স্বৰ্গৰ সঁচাৰ-কাঠি কোনো এক সুবিধা-প্ৰাপ্ত শ্ৰেণীত থাকিব নালাগিব। ( আজিৰ জগতত ) ধৰ্ম তিষ্ঠিবলৈ হলে তাৰ “মুকলি হিয়াৰ মুকলি দুৱাৰ” থকা নীতি হব লাগিব।” *Ceylon Lectures.*

———

## বায়াল্লিশ

# মহাপুৰুষীয়া ধৰ্মত নৱ-বিধানৰ সঙ্কেত

ইংৰাজী "ৰিলিজিয়ন্" শব্দৰ ধাতুগত অৰ্থ 'পুনৰ বান্ধ খুউৱা'; অৰ্থাৎ এক ঈশ্বৰৰ সন্তান স্বৰূপে জন্মৰ দ্বাৰাই সকলো মানুহ এক গোত্ৰৰ, ধৰ্মই আমাক আকৌ একেলগে বান্ধ খুৱায়। সংস্কৃত 'ধৰ্ম' শব্দৰো ধাতুগত অৰ্থ একেই, ই মানুহক তথা সমাজক খহি পৰিবলৈ নিদি ধৰি ৰাখে। গতিকে স্বৰূপ অৰ্থত ধৰ্মৰ আৱশ্যকতা চিৰন্তন যে সন্দেহ নাই; নিজ উদ্দেশ্যৰ পৰা অধঃপতিত ইটো বা সিটো ধৰ্ম বেয়া হব পাৰে, সেই গঢ়ত সেই ধৰ্মক আমি বেয়া আৰু নালাগে বুলিব পাৰোঁ, কিন্তু সি প্ৰকৃত ধৰ্মক বেয়া বা নালাগে বোলা নহয়। মূলতে ধৰ্মকে নালাগে বুলিলে সমাজক, সুখ-শান্তিক আৰু জীৱনক নালাগে বোলাৰ নিচিনা ভ্ৰমাত্মক কথা হয়।

এই কথা সত্য যে মৰ্ত্তাভূমিত জন্মিলে সকলো বস্তুৱেই ক্ষয়প্ৰাপ্ত আৰু মৰণশীল স্বভাৱ ধৰে; ধৰ্মগুৰুসকলৰ প্ৰচাৰিত ধৰ্ম বিষয়েও একে কথাই। তাৰ দ্বাৰা মূল সত্যবস্তুৰ নাশ হব নোৱাৰে; কেৱল সেই সত্য বিকৃতি-প্ৰাপ্ত হয়। যি সত্য ধৰ্ম সমাজৰ ধৰণি বা আধাৰ স্বৰূপ, সিয়েই এই বিকৃত ৰূপত আকৌ সমাজৰ ধ্বংসৰ ভয়াবহ হেতু হৈ উঠে। এনে বিপদৰ আগন্তুক মুহূৰ্ততে মূল সত্য ধৰ্মক নতুন গঢ়ত প্ৰচাৰ কৰিবৰ আৱশ্যক হয় যাতে সি আপাততঃ সমাজৰ ধ্বংসৰ হেতু হব নোৱাৰে। টেনিছনৰ অমৰ ভাষাৰে—

"The old order changeth yielding place to new
Lest one good custom should coriupt to world".
—The Passing of Arthur

সত্যৰ এই বিকৃতিকৰণকে শ্ৰীমদ্ভাগৱত গীতাত "ধৰ্মৰ গ্লানি"

বোলা হৈছে, আৰু মূল সত্যবস্তুকে নতুন গঢ়ত প্ৰকাশ আৰু প্ৰচাৰৰ আৱশ্যকতাক অৱতাৰবাদৰ গুৰি বুলিছে। এই সম্পৰ্কত গীতাৰ দুই প্ৰসিদ্ধ শ্লোক আটায়ে জান,—

"যদা যদাহি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰত
অভ্যুত্থানমধৰ্মস্য তদাত্মানং সৃজাম্যহম্।
পৰিত্ৰাণায় সাধুনাম্ বিনাশায়চ দুষ্কৃতাম্
ধৰ্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে ॥"

আজি তেনে ধৰ্মসংস্থাপনৰ এক নতুন সন্ধিক্ষণে দেখা দিছে। আজি ধৰ্মৰ গ্লানিৰ অন্ত নাই, অধৰ্মৰ অভ্যুত্থানৰো বাকী নাই। "হে ঈশ্বৰ, (যদি কৰবাত আছাঁ), ৰক্ষা কৰাঁ মোৰ আত্মা (যদি সচাকৈয়ে তেনে কিবা আছে)।" এয়ে কাৰ্য্যতঃ আজিৰ যুগৰ চৰম প্ৰাৰ্থনা! আজি ঈশ্বৰৰ সলনি মানুহে মানুহ সাজিছে! আৰু আজিৰ মানুহ গঢ়া সেই মানুহ-ঈশ্বৰসকল কোন? নাপিত, দৰ্জি, ধোবা, মুচি। আধুনিকতম "ছেলুন"ত চুলি নকটালে, নতুনকৈ নতুন ধুনত সাজ নিসীলে, পিন্ধা সাজত ধোবাই-ধোৱাৰ ভাঁজ নাথাকিলে আৰু সৰাৰো উপৰি চৰণত "চৰ্মৰ নিৰ্মিত পানৈ যুৰি" নথাকিলে আমি অৱশ্যে মানুহক মানুহ বুলি গণিতা কৰিবলৈ টান পাওঁহঁক। আৰু soul (আত্মা)? সি আজি নিশ্চয় half-sole (জোতাৰ তলি)ৰ সমানো লেখৰ বুলি ধৰা নহয়। আজি অন্ততঃ কাৰ্য্যত ধৰ্ম dead letter (মৰা গৰু?) বুলি বহুতৰ বিশ্বাস।

ই অৱশ্যে ঢালখনৰ এটা ফাল। আনটো ফালে লুটিয়াই চালে আমি দেখা পাম—কিয় বা কেনেকৈ মানুহৰ মনত এনে অভাৱনীয় পৰিবৰ্তনে ঠাই পাবলৈ পালে। এনে অদ্ভুত পৰিবৰ্তন নিশ্চয় হেতু-হীন হব নোৱাৰে; তাৰ হেতু আছে, আৰু সেই হেতুবোৰৰ ভিতৰত প্ৰধান হ'ল মানুহ মনৰ ক্ৰমবৰ্দ্ধমান বৈজ্ঞানিক দৃষ্টি-ভঙ্গী আৰু তীক্ষ্ণ বিচাৰশীলতা। আজি যদি কোনোবাই "গুৰুৱে দিয়ে মাটি। শিষ্যই

খৰে আঁটি ॥”—এনে মনোবৃত্তি আশা কৰি বহি থাকে তেনে জনতাকৈ মূৰ্খ আৰু কেও নহব। আজি যদি কোনোবাই—“নমো নমো পাৰিজাত। কুকুৰে ছুলে বাহী গাত ॥”—এনে অদ্ভুত ভাও ধৰি স্বৰ্গৰ সঁচাৰ কাঠি-বৰ্থীয়া বোলাবলৈ আহে, তেওঁতকৈ মূৰ্খ আৰু কেও নহব। স্বৰূপতে পাঁচশ বছৰৰ আগতে শঙ্কৰদেৱে স্বৰ্গৰ সঁচাৰ-কাঠি তেওঁলোকৰ পৰা কাঢ়ি আনি আমাৰ আটাইৰে হাতে হাতে দিলে, মাজতে কোনোবাই তাক হেৰুৱাইছিল যদিও আজি পুনৰ তাক বিচাৰি লৈছে।

প্ৰাচ্য আদৰ্শৰ লগত পাশ্চাত্য আদৰ্শৰ সংঘৰ্ষ আৰু সংঘাত অৱশ্যে ভাৰতীয় মনৰ পৰিবৰ্তনৰ এক স্তৰ আছিল। এই স্তৰত ভাৰতবৰ্ষই অতীতৰ “কৌপিনৱন্তঃ খলু ভাগ্যৱন্তঃ” আদৰ্শ পাহৰি “কোট্‌পেণ্টৱন্তঃ খলু ভাগ্যৱন্তঃ” আদৰ্শ গ্ৰহণ কৰিছিল, আৰু পঞ্চ-দেৱতাৰ সেৱাৰ ঠাইত পঞ্চেন্দ্ৰিয়ৰ সেৱাত ৰত হৈছিল। প্ৰাচীন ভাৰতত যে ভোগৰ অভাৱ আছিল এনে নহয়, কিন্তু সেই ভোগৰ মাজত যি ত্যাগৰ আদৰ্শ আছিল তাক পাহৰি পেলাইছিল। কিন্তু এই দোষৰ ক্ষতিপূৰণ ৰূপে পাশ্চাত্যই শিকোৱা এক মহাগুণ হ’ল যুক্তি আৰু বিজ্ঞানৰ বিচাৰ। তদুপৰি পাশ্চাত্য সভ্যতাৰ মিলনে ভাৰতবৰ্ষক দিলে এক নতুন সমভাব আৰু তুলনামূলক বিচাৰ-পদ্ধতি। আচৰিতভাৱে মহাপুৰুষীয়া ধৰ্মত এই সকলো গুণ বিদ্যমান।

মুক্তি ভাৰতীয় চতুৰ্বৰ্গ সাধনৰ অন্ততম। পৰমাৰ্থিক ভাৱত ইয়াৰ বিভিন্ন তাৎপৰ্য্য হলেও ব্যৱহাৰিক অৰ্থত ই স্বাধীনতা বুজায়। যি ধৰ্ম-বস্তুৱে মানুহৰ আত্মাক সকলো বন্ধনৰ পৰা মুক্তি দিব পাৰে, সেই ধৰ্মবস্তু লভিবলৈ কোনোবা কাৰো দাস হব লাগে এনে কথা মনত ঠাই দিব নোৱাৰি। স্নেহ যেনেকৈ দাসত্ব নহয়, ভক্তিও তেনেকৈ স্বৰূপাৰ্থত দাসত্ব নহয়; ঈশ্বৰৰ বা সত্যৰ যি দাস তেওঁ বিশ্বৰ শাসক—“নিজিনিয়া শৰীৰৰ শত্ৰুচয়। জিনিলোঁ দশোদিশ কোনে কয় ॥” ধৰ্মগুৰু মুক্তি-পথৰ নায়ক আৰু স্বাধীনতা সংগ্ৰামৰ সাৰথি।

কোনোবাই কবব দৰে “গুৰু-শিষ্যৰ” সম্বন্ধ.গৰু-শস্যৰ সম্বন্ধ কেতিয়াও নহয়।

য’ত মানব চিত্তৰ স্ফুৰণ বা স্বাধীনতা নাই, তেনে ধৰ্ম আজিৰ যুগে কেতিয়াও ধৰ্ম্ম বুলি গ্ৰহণ নকৰে। ইহাতে প্ৰক্সি ( আনৰ সহায় ) দ্বাৰা নিজ মুক্তি-লাভ, তাকো আজিৰ জগতে নিবিচাৰে। কোনো হিন্দু বিবাহ পদ্ধতিত হেনো পুৰোহিতে নিজৰ নামত কন্যাক বিবাহ কৰাই অলপ দক্ষিণাত পাছত বৰক সেই কন্যাৰ স্বত্বদান কৰা লৌকিক ৰীতি আছে! আধুনিক তেনে মুক্তি-কন্যাও কোনেও একোপধ্যে গ্ৰহণ নকৰে, আৰু তাক অসভ্য প্ৰথা বুলি নিন্দা কৰে। বৰে নিজ কন্যা নিজে নিজৰ বুলি বিবাহ কৰোৱাৰ দৰে আজিৰ যুগে নিজে নিজৰ মুক্তি-সাধনৰ বাবে যত্নপৰ আৰু তাৰ লাভত তৎপৰ হব।

বুদ্ধদেৱে তেওঁৰ “বিমুত্তিৰসো” অৰ্থাৎ মুক্তিৰসৰ কথাত কৈছিল, “একৰসো লোণৰসো”—সকলো সোৱাদৰ মূলত যিদৰে লোণৰ সোৱাদ, সকলো সুখৰ গুৰিত সেইদৰে মুক্তি-সুখ প্ৰধান। কৌটিল্য বিষ্ণুগুপ্তই তেওঁৰ “অৰ্থশাস্ত্ৰ”ৰ গন্থত কবব দৰে নিজৰ বা নিজ পো-পোৱালিৰ জীৱন-বিক্ৰয় ম্লেচ্ছৰ বাবে ডাঙৰ জগৰৰ কথা নহব পাৰে, কিন্তু আৰ্য্য-সন্তান কস্মিন্‌কালেও দাস নহব। চন্দ্ৰগুপ্ত মৌৰ্য্যৰ ৰাজ-সভাৰ গ্ৰীক দূত মেগাস্থেনিছে মন্তব্য কৰিছিল—ভাৰতীয় প্ৰাচীন দাৰ্শনিকসকলৰ মতৰ ওপৰত প্ৰতিষ্ঠিত এক উচ্চ নীতি ভাৰতবৰ্ষৰ মানুহৰ মাজত প্ৰচলিত আছিল যে কোনো অৱস্থাতে তেওঁলোক কাৰো দাস নহব, আৰু নিজে স্বাধীন থাকি আনৰো স্বাধীনতাৰ স্বত্বক সন্মান কৰিব। মেগাস্থেনিছৰ “ইণ্ডিকা” গ্ৰন্থৰ পৰা পৰবৰ্তী লেখক আৰিয়ানে সংগ্ৰহ কৰিছিল,—ভাৰতবাসী আৰ্য্য সদৌ স্বাধীন আছিল, আৰু কোনো এজনো দাস নাছিল। (Ceylon Lectures, pp 274-75).

বুদ্ধদেৱৰ মত আছিল “এহি পস্‌স” আহাঁ, চোৱাঁ। কোনো শিক্ষা লোকে বিনা-বিচাৰে গ্ৰহণ কৰিব এইটো তেওঁৰ অভিপ্ৰায় নাছিল।

মহাপুৰুষীয়া ধৰ্মতো তেনেকৈ মূলত "গুৰুৱে দিয়ে মাটি। শিষ্যই ধৰে আঁটি॥"—এনে কথা নাছিল। এই ধৰ্মৰ যি চাবি-বস্তু তাক বুজি-বাজি লৈ প্ৰত্যেকে নিজ উৎকৰ্ষৰ বাবে নিজে যত্ন কৰিব, এয়ে তেওঁৰ লক্ষ্য আছিল। বুদ্ধদেৱে কোনো সময়ত দূৰদৃষ্টিহীন এনে নিৰ্বোধ মত কেতিয়াও প্ৰচাৰ নকৰিছিল—"ইদম্ এব সচ্চম্, মোঘম্ অন্নম্!" 'মই কোৱা কথাৰ বাহিৰে আন সকলো কথা মিছা'—এনে কথা বুদ্ধদেৱে কেতিয়াও নকৈছিল। গতিকে ভবিষ্যতৰ যুক্তি-বিচাৰত তেওঁ কোৱা কোনো কথাৰ এক চুলিও ইফাল-সিফাল হব নোৱাৰিব, তেনে নিষেধ তেওঁ কৰা নাছিল। শঙ্কৰদেৱেও আদিৰ পৰা অন্তলৈ সেইদৰেই কৈছিল—যদি মোৰ কথাত পতিয়ন নোযোৱাঁ তেন্তে এনে এনে শাস্ত্ৰৰ এনে এনে অধ্যায় চোৱাঁ। গতিকে ভবিষ্যত জগতৰ বাবে এনে স্বাধীন ধৰ্মইহে উপযোগী।



## তেয়াল্লিশ

# মহাপুৰুষীয়া ধৰ্মত অতীতৰ সমন্বয়

মানুহ যেনেকৈ জীৱ-জন্তুৰ অভিব্যক্তিৰ চৰম পৰিণতি, মানুহৰ বৰ্ত্তমান ধৰ্ম-কৰ্ম চিন্তা-চৰ্চ্চাও তেনেকৈ অতীতৰ মানসিক কাৰ্য্যাৱলীৰ উৎকৰ্ষৰ প্ৰমাণ। মানুহে যেনেকৈ জীৱ-জন্তুৰ ভিতৰেদি হোৱা সেই পৰিণতিৰ সাঁচ অটুট ৰাখিছে, মানুহৰ বৰ্ত্তমান চিন্তা-ধাৰায়ো তেনেকৈ সেই অতীতৰ চিন্তা-সোতৰ সুতি জীয়াই ৰাখিছে।

মহাপুৰুষীয়া ধৰ্ম নিশ্চয় এক আকস্মিক ঘটনা নহয়। ইয়াৰ সুদীৰ্ঘ ভৱিষ্যতৰ যিদৰে আমি স্পষ্ট ইঙ্গিত পাওঁ, সুদূৰ অতীতৰ লগত থকা ইয়াৰ সম্বন্ধ-সূত্ৰবো সেইদৰে আঁত সহজে উলিয়াব পাৰোঁহঁক। এই সম্পৰ্কত আমি মনত ৰাখিব লাগিব যে মানৱ দেহৰ দৰেই মানৱ মন আৰু তাৰ চিন্তাৰ সুতি মূলত অভিন্ন আৰু একক।

চাৰিবেদৰ বহুশৰণত যদিও আমি পোনতে পুৰোহিত শ্ৰেণীৰ হীন ক্ষুদ্ৰ স্বাৰ্থজড়িত ভাবৰ উগাৰ মাত্ৰ দেখিবলৈ পাওঁ, তথাপি তাৰ শেষ ৰূপান্তৰত "তৎ একং সৎ বিপ্ৰাঃ বহুধা বদন্তি" আদি বাক্যত, তাৰ প্ৰায় তিনি হাজাৰ বছৰৰ পৰৱৰ্ত্তী মহাপুৰুষীয়া ধৰ্মৰ "এক দেৱ এক সেৱ এক বিনে নাই কেৱ" বাণীৰ প্ৰথম ধ্বনি শুনিবলৈ পাওঁহঁত। তাৰ পাছত বেদান্তৰ অভূতপূৰ্ব জোৱাৰৰ কালত যেতিয়া আত্মাহীন পূজা-পাতলৰ পদ্ধতি খোল-পতুৱাৰ দৰে উটি গল, তাতো আমি শঙ্কৰদেৱৰ সেই চিৰন্তন নিষেধ আজ্ঞাৰ আগজাননী পাওঁ—

"অন্য দেৱী দেৱ নকৰিবা সেৱ
গৃহো নপশিবা তাৰ।
মূৰ্তিকো নাচাইবাঁ, প্ৰসাদো নাখাইবাঁ;
ভক্তি হৈব ব্যভিচাৰ ॥"

চাৰি বেদৰ প্ৰচাৰৰ লগে লগেই জন্মিল তাৰ প্ৰতিদ্বন্দ্বী "মজ্‌দয়স্নি" নামৰ প্ৰবল একেশ্বৰবাদী ধৰ্ম। ইয়াৰ প্ৰৱৰ্ত্তক জৰথুস্ত্ৰৰ কাল খৃষ্টপূৰ্ব দ্বাদশ শতাব্দীৰ আগত, আৰু প্ৰথম প্ৰচাৰৰ ঠাই প্ৰাচীন পাৰস্য। যিসকল পণ্ডিতে ভাবে বোলে আৰ্য্যজাতি বাহিৰৰ পৰা ভাৰতলৈ অহা নাই, বৰঞ্চ ভাৰতৰ সুবাস্তুৰ পৰাহে বাহিৰলৈ গৈছিল, তেওঁলোকৰ মতে বৈদিকবিলাকৰ বহু-ঈশ্বৰ তথা বহু-শৰণৰ প্ৰতিবাদ কৰিয়ে এই আৰ্য্যবিলাক ফাটি গৈ প্ৰাচীন পাৰস্যৰ সভ্যতাৰ পাতনি কৰে। এই ধৰ্ম যিমান একেশ্বৰ মজ্‌দাৰ একান্ত ভক্ত, প্ৰায় সিমানেই "দেৱয়স্নি" বা বহু দেৱ-দেৱীৰ ঘোৰ শত্ৰু।

*Zi-Mazdāon hodūm* ( একেশ্বৰ মজ্‌দাৰ ভক্ত হোৱাঁহঁত ): *Toi daeving dānyā dreg vāto daena* ( পাষণ্ডবোৰেহে দুষ্ট দেৱ-উপাসকবোৰৰ ধৰ্ম মানে )। এই ধৰ্মৰ পৱিত্ৰ গ্ৰন্থ আৱেস্তাত মজ্‌দয়স্নি ধৰ্মক *Vanguhi Daena* বা সজ ধৰ্ম বুলিছে, আৰু তাৰ পালনকাৰীবিলাকক *Behdin* বা সজ ধৰ্মী বোলা হৈছে। *Zend* ( টীকা ) আৰু Avesta ( মূল শাস্ত্ৰ ), দুইকো ধৰি ইয়াক "জেণ্ড্‌ আৱেস্তা' বোলা হয়। ইয়াৰ ভাষা বৈদিক ভাষাৰ সমকক্ষ। আৱেস্তাৰ স্তুতি-গীত বা সাম-গান থকা ছোৱাক "গাথা" বোলা হয়। আৱেস্তাত ঈশ্বৰক "অহুৰ্‌ মজ্‌দা" বা অকল "মজ্‌দা" বোলা হৈছে। তেৱেঁই স্ৰজন, পালন, শাসন কৰে; তেওঁ সৰ্বত্যাগী, সৰ্বজ্ঞ, সৰ্বশক্তিমান। তেওঁ (১) অহুৰ মজ্‌দা (জীৱন্ত জ্ঞানী), (২) বহু মনো ( সজ চিত্ত ), (৩) অশ বহিষ্ট ( শ্ৰেষ্ঠ ঋত ), (৪) ক্ষথ্ৰ বৈৰ্য্য ( শ্ৰেষ্ঠ শক্তি ), (৫) স্পেণ্ট অৰ্মৈতি ( দয়াশীল প্ৰেমময় ), (৬) হৌৰৱতাৎ ( অখণ্ড ), (৭) অমেৰেতাৎ ( অমৃত )। এই বাবেই হবলা প্ৰাচীন পাৰস্যীবিলাকৰ বাবে "সাত" এটা ৰহস্যপূৰ্ণ সংখ্যা। তেওঁলোকৰ ভাষাত অসমীয়াৰ দৰেই "দেৱ" শব্দৰ অৰ্থ "পিশাচ"; যেনে, অসমীয়া পটন্তৰত, "দেৱ-ভূতে পালে এৰাব পাৰি, মানুহ-ভূতে পালে এৰাব নোৱাৰি॥"

মহাপুৰুষীয়া ধৰ্মত এই মজদীয়-ধৰ্মৰ ভালেখিনি সৌসাদৃশ্য দেখিবলৈ পোৱা হয় :

"ব্ৰহ্মা ৰূপে স্ৰজা পালা বিষ্ণু ৰূপ ধৰি।
ৰুদ্ৰ ৰূপে নিয়া তুমি জগত সংহৰি॥"

"কৃষ্ণ এক দেৱ দুঃখহাৰী, কাল-মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি-স্থিতি-অন্তকাৰীদেৱ, তান্ত বিনে আন নাহি কেৱ,
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ॥" ঘোষা

"তুমি চিত্তবৃত্তি মোৰ প্ৰৱৰ্তক নাৰায়ণ
তুমি নাথ মই নাথৱন্ত।
চৰণ-ছত্ৰৰ ছায়া দিয়া দূৰ কৰা মায়া,
কৰা দয়া মোক ভগৱন্ত॥"- ঘোষা

"হে কৃষ্ণ তুমি মাত্ৰ চৈতন্য স্বৰূপ নিত্য,
সত্য শুদ্ধ জ্ঞান অখণ্ডিত।" ঘোষা

"পৰমাত্মা হৰি বিজ্ঞান মূৰতি
নিৰাকাৰ নিৰাময়।
নিত্য নিৰঞ্জন আনন্দ স্বৰূপ
দেহ ইন্দ্ৰি নাহিকয়॥" ৰত্নাকৰ

"জগততে আছা তুমি অচিন্ত্য প্ৰভাৱ।
জগতো তোমাতে আছে নজানি স্বভাৱ॥
এক আত্মা ব্যাপি আছা সমস্ত জগতে।
যেন এক হুতাশন সমস্ত কাষ্ঠতে॥" (দশম)

"সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু যিটো দেৱ।
যাত পৰে পৰম ঈশ্বৰ নাহি কেৱ॥...
তাঙ্কে নাৰায়ণ বোলে জানিবা নৃপতি।
তাহানেসে চৰণ-সেৱায়ে সাধে গতি॥" (নি, ন, সি)

"চৈতন্য স্বৰূপে ব্যাপি এক নিৰঞ্জন।
তাহাক বুলিবে দ্বৈত কোন অজ্ঞ জন॥" কীৰ্ত্তন

মজ্‌দীয় ধৰ্মই কোৱা সজ্‌ চিন্তা, সজ্‌ কাৰ্য্য, সজ্‌ বাক্য ঠিক তেনে ৰূপেই বৌদ্ধ আৰু জৈন ধৰ্ময়ো কয়; মহাপুৰুষীয়া ধৰ্মতো তাৰ মজ্জা সোমাই আছে:

"কি কৰিলোঁ কি কৰিলোঁ ভকতি নকৰি।
অন্তক পাইলেক আসি ৰক্ষা কৰা হৰি॥ ..
জিহ্বা মোৰ আছন্তে নলৈলেক ৰাম নাম।
দাদুৰীৰ জিহ্বা যেন ভৈল কোন কাম॥...
কৃষ্ণ-কৃত্য নকৰিলোঁ ভৈলোঁহো বৰ্ব্বৰ।
ইটো হস্ত বাহু মিছা মৃতক শৰীৰ॥...
হা হা দয়াময় মোৰ কি কৰিলা গতি।
এভু তুৱা নাম লৈতে হৌক মোৰ মতি।
কৰ্ম-দোষে যিবা জন্ম হোৱে সংসাৰত।
তাতো নাছাড়োক চিত্ত তুৱা চৰণত॥" কীৰ্ত্তন

মজদীয় ধৰ্মৰ এক বিশেষত্ব, শাস্ত্ৰ বা গুৰু কেৱে এজনৰ মুক্তি-সাধন কৰি দিব নোৱাৰে বুলি বুজি প্ৰত্যেকে নিজে নিজৰ মুক্তি-সাধনৰ দিহা কৰিব লাগে। মহাপুৰুষীয়া ধৰ্মতো কৈছে:

"শাস্ত্ৰ গুৰু উপ- দেশে শিষ্যসৱে
ঈশ্বৰক নেদেখয়।
বুদ্ধিক সত্তস্থ কৰিয়া আপোন
আত্মাক দেখে নিশ্চয়॥ ২৫৩।
শাস্ত্ৰ গুৰু উপ- দেশ ক্ৰম ৰাম,
ব্যৱস্থা মাত্ৰ পালন।
কেৱলে শিষ্যৰ শুদ্ধ বুদ্ধি মাত্ৰ
জ্ঞানৰ হোৱে কাৰণ॥ ২৫৪।

গুৰু-উপদেশ লব্ধ শিষ্যসৰে
উপদেশ সাৰ ধৰা।
যেৰে ঈশ্বৰক পাইবা যত্ন কৰি
বুদ্ধিক সন্তুষ্ট কৰা॥ ২৫৫।
শাস্ত্ৰ-গুৰু-সৰে শিষ্যৰ কৃপায়ে
শুদ্ধ উপদেশ দিব।
শিষ্যসৰে শুদ্ধ- ভাৱে নাচৰিলে
তাৰাসৱে কি কৰিব॥ ২৫৬।
শিষ্যসৰে যেৰে মহা শুদ্ধভাৱে
উপদেশ আচৰয়।
শাস্ত্ৰ-গুৰু-আপো- নাকো সিটো শিষ্য
তিনিকো ৰক্ষা কৰয়॥ ২৫৭।

মজদীয় ধৰ্মৰ আন এটি বিশেষত্ব, তেওঁলোকৰ যস্ন (যজ্ঞ) আছে, অগ্নি সদায় ধৰ্মকাৰ্য্যৰ সহচৰ; কিন্তু তেওঁলোকে কোনো প্ৰকাৰে অগ্নিক পূজা নকৰে, অগ্নিত আহুতি নিদিয়ে। মহাপুৰুষীয়া ধৰ্মত ৰবপেটা সত্ৰৰ অক্ষয় বন্তি, বা সদৌ মহাপুৰুষীয়া ধৰ্মকাৰ্য্যত জলোৱা বন্তিৰ লগত তাক তুলনা কৰিব পাৰি।

বৌদ্ধধৰ্মৰ লগত মহাপুৰুষীয়া ধৰ্মৰ বিভিন্ন সামঞ্জস্যৰ কথা আগতে কৈ অহা হৈছে। তাৰ ভিতৰত দুই ধৰ্মৰ নৈতিক লক্ষ্য প্ৰধানকৈ মন কৰিবলগীয়া। বৌদ্ধ ধৰ্মৰ "বুদ্ধং শৰণং গচ্ছামি" মহাপুৰুষীয়া গুৰুত শৰণ, "ধৰ্ম্মং শৰণং গচ্ছামি" মহাপুৰুষীয়া নামত শৰণ, আৰু "সঙ্ঘং শৰণং গচ্ছামি" মহাপুৰুষীয়া ভকতত শৰণৰ সম্পূৰ্ণ সমকক্ষ। বৌদ্ধ নিৰ্বাণ মহাপুৰুষীয়া জীৱন্মুক্তি সমপৰ্য্যায়ৰ বুলি বুজিব পাৰি। বৌদ্ধ ধৰ্মৰ অহিংসা, ভূত-দয়া মহাপুৰুষীয়া ধৰ্মৰ মজ্জাগত:

"কৰিবা ভূতক দয়া সকৰুণ চিত্ত।
হুইবা শান্ত চিত্ত বৎসল সৰ্বজনত॥" ভ, প্ৰ

জগতৰ পুণ্য মানে জানা নিষ্ঠ কৰি।
প্ৰাণী উপকাৰৰ অন্তক স্থুহি সৰি॥
হেন জানি প্ৰাণীক অভয় দিয়া দান।
বোলা হৰি হৰি পাইবা বৈকুণ্ঠত স্থান॥" হ, উ

"পলু পিম্পৰাক যিটো ৰাখে যত্ন কৰি।
ছয় মাস মানে তাত তুষ্ট হোন্ত হৰি॥" ৮ম, ভা

"বিশেষত মহন্তৰ এহি ব্যৱহাৰ।
পৰ জীৱ ৰাখে জীৱ দিয়া আপোনাৰ॥
অভয় দানত পৰে ধৰ্ম নাহি আন।
কোটি অশ্বমেধো তাৰ স্থুহিক সমান॥"

"যত দেখা ভূত প্ৰাণী, সৱে বিষ্ণু হেন জানি
হিংসা এড়ি কৰাঁ উপকাৰ।
বিষ্ণুক মনত ধৰাঁ শ্ৰৱণ-কীৰ্ত্তন কৰাঁ
নিস্তাৰিবা তেৱেসে সংসাৰ॥" ৮ম, ভা

"যিটো মন্দমতি অতি একোকে নুবুজে।
ব্যৰ্থ পশু-পক্ষী মাৰি সকুটুম্বে ভুঞ্জে॥
মহা ৰৌৰৱত পৰে নাহিকে নিস্তাৰ।
ৰু ৰু পশুগণে বেড়ি মাংস খায় তাৰ॥
প্ৰাণীক নিৰোধে যিটো গাত গহ্বৰত।
তাকো যমদূতে পোতে যমৰ পুৰত॥" ৬ষ্ঠ, ভা

"ঘৰ-পোষা পশু যিটো কৰে বলি দান।
পৰম অজ্ঞানী সিটো ৰাক্ষস সমান॥
যি কাৰ্য্যে কাটিলে বলি তাতো নাহি আশ
চিৰকালে তমো নৰকত কৰে বাস॥
পাছে পৰকালে তাক সেহি পশু' পাই।
কাটি কাটি শৰীৰক মাংস ছিণ্ডি খায়॥

মহা দুঃখে মূৰ্চ্ছা যায় শ্ৰুতি জ্ঞান হৰে।
চিৰকাল পাতকী যাতনা ভুঞ্জি মৰে॥” ৬ষ্ঠ, ভা
“পাইবে মনোৰথ সিদ্ধি মনে হেন মানে।
মোহ হুয়া অনেক পশুক বধে প্ৰাণে॥
পোষা পশু-পক্ষী কৰে সিসৱে বিশ্বাস।
গুচে ভয় থাকে চাপি গৃহস্থৰ পাশ॥
মাতিলে আপুনি খায় হাততে আহাৰ।
তাক যিটো জনে বধে শুনা গতি তাৰ॥
অস্ত্ৰ-সস্ত্ৰ ধৰি পশু থাকে বাট চাই।
যেতিক্ষণে সিটো নৰে পৰলোকে যায়॥
কাটি-ছিণ্ডি বেৰি মোচৰয় কতো ঘাৰ।
ডোখৰা-ডুখৰি কৰি মাংস খায় তাৰ॥” নি, ন, সি

খৃষ্টধৰ্মত বৌদ্ধ ধৰ্মৰ সাৰ-মৰ্ম অহিংসা আদি যিখিনি সোমাই আছে সেইখিনি অৱশ্যে মহাপুৰুষীয়া ধৰ্মত পোৱা হয়। তদুপৰি একেশ্বৰবাদ বিষয়ত খৃষ্টধৰ্মতকৈ মহাপুৰুষীয়া ধৰ্ম কম কঠোৰ নহয়। নিউ টেষ্টামেণ্টত সন্ত মেথুৰ সমাচাৰত আছে—‘৬৷২২৷ শৰীৰৰ জ্যোতি হল চকু; তোমাৰ চকু যদি এক দৃষ্টিসম্পন্ন ( একেশ্বৰ লক্ষ্যযুক্ত ) হয় তেন্তে তোমাৰ সমস্ত শৰীৰ পোহৰত উদ্ভাসিত হব।’ ‘৬৷২৪৷ কোনো মানুহে দুজন গৰাকীক তোষিব নোৱাৰে।’ ‘৬৷৩৩৷ পাছে পোনতে ঈশ্বৰ আৰু তেওঁৰ সত্য ৰাজ্যৰ অন্বেষণ কৰাঁ; তুমি বিচৰা সকলোখিনি হাতে হাতে পাবাঁ।’ ‘৭৷৭৷ খোঁজা, দিব; বিচাৰাঁ, পাবাঁ; টোকৰ মাৰাঁ, মুকলি হব।’ ‘৭৷১৩৷ ঠেকখন জপনাই সোমাবাঁ, কিয়নো বহল জপনা আৰু মুকলি বাটে সৰ্বনাশৰ ফালে আদাৰি নিয়ে; আৰু সেইপিনে যাওঁতাবোৰৰ লেখ-জোখ নাই।’ ‘৭৷১৪৷ জপনাখনো চেপা-মৰা আৰু বাটটোও ঠেক, সেয়ে ( প্ৰকৃত ) জীৱনৰ বাট; তাক বিচাৰি পাওঁতাও লেখত তাকৰ।’ ‘১৬৷২৬৷ এজনে জানিবা সংসাৰখন জিনিলে, নিজ আত্মাৰ ধ্বংস কৰি; তেওঁৰ

লাভ কি বল ?' '২১।১৩। মোৰ ঘৰ ( সংসাৰ ) খন নাম-ঘৰ হব লাগিছিল ; পাছে তোমালোকে পাতিলা ডকাইতৰ গহ্বৰ।' '২৩।১৩ ধিক্ কপটীয়াইঁত, স্বৰ্গৰ দুৱাৰ তহঁতেই খুন্দি খুন্দি মাৰিলি ; নিজেও নোসোমালি আৰু আনকো সোমাবলৈ নিদিলি ' ধৰ্ম-ব্যৱসায়ীৰ বিৰুদ্ধেই এনে কথা কোৱা হৈছে। সন্ত মাৰ্কৰ সমাচাৰত কৈছে, '১২।২৯। প্ৰথম আদেশ শুনাইক, আমাৰ ভগবান একেজন ঈশ্বৰ। '১২।৩০। আৰু তোমালোকে সেই জনকে সমস্ত হৃদয়েৰে, সমস্ত আত্মাৰে, সমস্ত চিত্তেৰে, আৰু সমস্ত শক্তিৰে ভক্তি কৰিবাঁ।' '১২।৩২ ঈশ্বৰ একেজন, আৰু তেওঁৰ বিনে কেও নাই।' সন্ত জনৰ সমাচাৰত কৈছে, '১।১। আদিতে আছিল নাম ( ওঙ্কাৰ ) ; নাম আছিল ঈশ্বৰৰ সৈতে ; আৰু নামেই আছিল ঈশ্বৰ।' '১।৪। তেওঁতে আছিল প্ৰাণ, আৰু প্ৰাণেই আছিল মানুহৰ দীপ্তি।' '১।১৪॥ নামেই হল মঙহ ( শৰীৰ ), আৰু আমাৰ মাজত থাকিল সৌন্দৰ্য্যময় আৰু সত্যময়।' '১৩।৩৪। এক নতুন আদেশ তোমালোকক মই শুনাওঁ—তোমালোকে পৰস্পৰক প্ৰীতি কৰিবাঁ।'

যিহেতুকে মহম্মদীয় ধৰ্মই পূৰ্ব সৰ্ব-ধৰ্ম-সমন্বয় দাবী কৰে, আৰু যিহেতুকে পৃথিবীৰ আদি ধৰ্ম বেদ-বেদান্ত আদিৰ উত্তৰাধিকাৰী সূত্ৰেও শঙ্কৰদেৱে সদৌ লাভ কৰিছে, মহাপুৰুষীয়া ধৰ্মত স্বভাৱতে আমি তাৰ অনেকখিনি মিল দেখিবলৈ পাওঁইক। মহম্মদীয় ধৰ্মৰ মূল তত্ত্ব হল "তৌহিদ্" ( ঈশ্বৰৰ একত্ব ), আৰু তাৰ তথ্য হল "লা ইলাহ ইল্ল আল্লা" অৰ্থাৎ সেই একেশ্বৰৰ বাহিৰে কেও উপাস্য নহয়। ই নিশ্চয় মহাপুৰুষীয়া "এক দেৱ এক সেৱ এক বিনে নাই কেৱ।" "তৌহিদ"ৰ বিৰোধী ভাবেই "শ্বাৰ্ক্" ; মহাপুৰুষীয়া মতে

"কৃষ্ণ দেৱতাক যিটো অন্য দেৱতাৰ সম
পাতয় অধম মূঢ়মতি।
চৌৰাশী নৰক ভুঞ্জি পাপৰ যোনিত সিটো
অৱশ্যে হুইবেক উৎপতি॥"

সন্ত মেথুৰ সমাচাৰ ( ২।৩১ ) আদিৰ দৰে কোৰাণৰ (৩১।১৩, ৪।৪৮) নানা ঠাইত কোৱা হৈছে, ঈশ্বৰে মানুহৰ আন সমস্ত পাপ ক্ষমা কৰিব পাৰে, কিন্তু শার্ক্ এই পাপ কেতিয়াও ক্ষমা নকৰে। মহম্মদৰ মতেও (২১।২৫) তেওঁৰ পূর্বে এনে কোনো পয়গম্বৰ অহা নাই যি একেশ্বৰৰ ভক্তি বিনে আন কথা কৈছে। বৌদ্ধ নির্বাণ আৰু মহাপুৰুষীয়া জীৱন্মুক্তিৰ দৰেই মহম্মদীয় ধর্মেয়ো ( ৫০।২২, ৮৯।২৭-৩০, ১০৪৬-৭ ) ইহ জন্মতে আত্মাৰ উৎকর্ষ-অপকর্ষ বা স্বর্গ-নৰক ভোগৰ ইঙ্গিত দিয়ে। বৌদ্ধ আৰু মহাপুৰুষীয়া ধর্মৰ দৰেই কর্মফল, পুনর্জন্ম, পূর্বসংস্কাৰ আদি অনেক পৰিমাণে ইছলামেও (১১।১১৫, ১২।৯০, ১৮।৩০, ৯৯ ৭-৮) মানে বুলি বুজিব পাৰি। মহাপুৰুষীয়া মতে,

"মূঢ়জনে বোলে মোক নেদেখিলে কেৱ।
হৃদয়ত দেখি আছে পঞ্চদশ দেৱ ॥" অনাদিপাতন।

মহম্মদীয় ধর্মমতেও ( ১৩।১১, ৮২।৯-১২ ) মানুহৰ ভাল-বেয়া কামৰ লেখ-বুজ কৰোঁতা শক্তি নিজৰ ভিতৰতে আছে, মহাপুৰুষীয়া নাম-মাহাত্ম্য, সাষ্টাঙ্গ প্ৰণাম মহম্মদীয় ধর্মেয়ো স্বীকাৰ কৰে। উদাসীন ধর্ম মহাপুৰুষীয়া আৰু মহম্মদীয় উভয় ধর্মই অস্বীকাৰ কৰে; অথচ চাৰি সত্ৰ মহাপুৰুষীয়া ধর্মৰ ভিতৰত উদাসীন কেতিয়া কেনেকৈ সোমাবলৈ পালে ই চিন্তনীয় বিষয়ঃ শঙ্কৰদেৱ-মাধৱদেৱৰ যে ই অভিপ্ৰেত নাছিল, ই নিশ্চিত। ব্যক্তিগতভাৱে মাধৱদেৱৰ দৰে একোজনে বিশেষ কাৰণত উদাসীন হৈ চলা কথাই এটা সামাজিক নীতিৰ স্বীকৃতি নিদিয়ে নিশ্চয়।

---

## চৌৰাল্লিশ

## মহাপুৰুষীয়া ধৰ্মত গীতা-দৰ্শনৰ সামঞ্জস্য (১)

যি সাধাৰণ অৰ্থত আমি মুছলমান, খৃষ্টান, আন নালাগে বৈদিক ধৰ্মও বুজোঁ হঁত, গীতা ঠিক তেনে কোনো বিশেষ সম্প্ৰদায়ৰ ধৰ্ম নহয়; যদি গীতা-ধৰ্মৰ কিবা সম্প্ৰদায়-বিচাৰ আছে তেন্তে সি মানৱ সম্প্ৰদায়। যি পৰিস্থিতিত গীতাৰ উৎপত্তি, তালৈ মন কৰিলেই এই সত্য জল্-জল্ পট্‌পট্ হৈ ওলাই পৰে,

> "ধৰ্মক্ষেত্ৰে কুৰুক্ষেত্ৰে সমবেতা যুযুৎসৱাঃ
> মামকাঃ পাণ্ডৱাশ্চৈব কিমকুৰ্বত সঞ্জয় ॥"

এয়ে গীতাৰ আৰম্ভণি কথা; বৈকুণ্ঠনাথৰ ভাষাৰে—"ধৃতৰাষ্ট্ৰে সঞ্জয়ত প্ৰশ্ন কৰন্ত, হে সঞ্জয়, মোৰ পুত্ৰসৱ পাণ্ডু পুত্ৰো সয়ো ধৰ্মভূমি কুৰুক্ষেত্ৰত যুদ্ধক ইচ্ছায় মিলিত হুৱা কি কৰ্ম কৰিলা তাক মোত কহা।" ই ৰহস্যজনক প্ৰশ্ন সন্দেহ নাই। 'মোৰ পোহঁতে হাল-গৰু লৈ গৈ পথাৰত কি কৰিলে' বুলি খেতিয়ক বাপেকে সোধা যেনে আচৰিত প্ৰশ্ন হয়, ইও তেনে। কাৰ্য্যতো ঠিক সেয়ে হল; দুৰ্ঘোৰ ৰণোদ্যমৰ মাজত ঠিয় হৈ অৰ্জ্জুনৰ ভীষণ মোহ উপস্থিত হল আৰু তেওঁ সুযুজিবলৈ থিৰ কৰাত কৃষ্ণই তেওঁক অশেষ ভৰ্ৎসনা কৰিলে:

> "ক্লৈব্যং মাস্ম গমঃ পাৰ্থ! নৈতত্ত্বয্যুপপদ্যতে।
> ক্ষুদ্ৰং হৃদয়দৌৰ্বল্যং ত্যক্ত্বোত্তিষ্ঠ পৰন্তপ ॥"

স্বভাৱতে বুজিব পাৰি, ই সংসাৰ ৰূপ কুৰুক্ষেত্ৰৰ যুদ্ধ; অৰ্জুনৰ মোহ প্ৰতি জীৱৰ মোহ, আৰু কৃষ্ণৰ ভৰ্ৎসনা বিবেকৰ অনন্ত ভৰ্ৎসনা। গতিকে গীতা দৰ্শন শাস্ত্ৰ, আৰু ই অনন্ত যুগৰ অনন্ত মানৱৰ জীৱন-দৰ্শন। গীতাত যি নাই, সি জগতত নাই; গীতাই মানৱ মনৰ আধ্যাত্মিক ইতিহাসৰ অতীত-ভবিষ্যৎ সকলো সামৰিছে—

"সকল উপনিষদে ধেনু দোগ্ধা ভৈল তাব নন্দসুত
তাৰ বৎস ভৈল কুন্তীসুত ধনঞ্জয়।
দুগ্ধ ভৈল মহা গীতামৃত কৃষ্ণৰ চৰণে দিয়া চিত্ত
সুবুদ্ধি সকলে সন্তোষে পান কৰয় ॥ ৬৬৭ ॥

বেদৰ বৰ্ণাশ্ৰম ধৰ্ম বিচাৰঁা ? গীতাত পাবঁা। বেদান্তৰ ব্ৰহ্মতত্ত্ব বিচাৰঁা ? গীতাতে আছে। জৰথুস্ত্ৰ ধৰ্মৰ একশৰণ লাগে ? গীতাত পাবঁা। বৌদ্ধ ধৰ্মৰ অহিংসা বিচাৰঁা ? গীতা পঢ়া। আকৌ যীশুৰ ক্ষমা লাগে ? গীতাত পাবঁা। মহম্মদৰ সাম্য বিচাৰঁা ? গীতা পঢ়া। তেন্তে গীতা মানৱ জাতিৰ ভূত-ভৱিষ্যতৰ সৰ্বগ্ৰাসী ধৰ্মৰূপে নাই বুলিও যোৱা তিনি সহস্ৰ বছৰ থিৰভাৱে বৈ আছে। "দোগ্ধা গোপাল নন্দনঃ" নিৰ্জে গীতা-মাহাত্ম্যত তল গল—

"গীতা মে হৃদয়ং পাৰ্থ গীতা মে জ্ঞানমুত্তমম্।
গীতা মে জ্ঞানমত্যুগ্ৰং গীতা মে জ্ঞানমব্যয়ম্ ॥
গীতা মে চোত্তম স্থানং গীতা মে পৰমং পদম্।
গীতা মে পৰমং গুহ্যং গীতা মে পৰমো গুৰু ॥"

ভাগৱত-তত্ত্বৰ দৰেই গীতা-তত্ত্বৰ বিষয়েও ভগবানৰ বাণী বুলিব পাৰি—"অহং বেদ্মি শুকো বেত্তি ব্যাসো বেত্তি ন বেত্তি বা।" গীতাৰ এই সাৰ্বজনীনতা যে মহাপুৰুষীয়া ধৰ্মত সম্পূৰ্ণ মজ্জাগতভাৱে আছে তাক বৈকুণ্ঠনাথৰ "কথা-গীতা"ৰ পৰাই বিশেষ দেখিবলৈ পাওঁক।

অৰ্জ্জুনৰ মোহ দূৰ কৰিবলৈ কৃষ্ণই পোনতে দ্বিতীয় অধ্যায়ত সাংখ্য যোগৰ ব্যাখ্যা দিলে: "অৰ্জ্জুনে বোলন্ত, হে মধুসূদন, মঞি কাতৰে যুদ্ধ এড়িলোঁ, ই নহে; কিন্তু অন্যায় দেখিসে নিবৰ্ত্তিলোঁ…। হৃষিকেশ ভগৱন্তো হাস্যবদনে দেহাত্ম বিৱেক দেখাই তাহান মোহ দূৰ কৰিতে এই বাক্য বুলিলা…। পৰমাৰ্থত জন্ম মৰণ নাই নিমিত্তে শোক নকৰিবাঁ।…যেন দেহী পুৰুষৰ এই দেহাতে দেহ নিবন্ধন কৌমাৰ যৌবন জৰা অৱস্থা হয়, দেহান্তৰ-প্ৰাপ্তিকো তেমন

বুজিবা। ··সত্য আত্মাৰ বিনাশ নাই।···যি আত্মায়ে সকল দেহাদিৰ সাক্ষীৰূপে ব্যাপ্তি আছে তাক অবিনাশী কৰি জানিবা, সেই অব্যয় আত্মাৰ বিনাশ কৰিতে কেঞো নপাৰে। আত্মাৰ পুনু বিনাশ নাই, সুখ দুখ সম্বন্ধো নঘটে। এতেকে মোহ-জন্য শোক এড়ি স্বধৰ্ম যুদ্ধ কৰা।

"···পৰমাৰ্থত আত্মাক নমাৰে, নমৰে। স্বৰূপত আত্মাৰ জন্ম নাই, মৰণো নঘটে, আছে হেনো নোহে, টুটনো নাই, পৰিণামো নেদেখি, বৃদ্ধিও নহয়; এতেকে শৰীৰ নষ্ট হৈলে আত্মাৰ নাশ নাই। যেন মনুষ্যে জীৰ্ণ বস্ত্ৰক পৰিত্যাগ কৰি নবীন বস্ত্ৰক গ্ৰহণ কৰে, এমনে আত্মায়ো পুৰণি দেহক এড়ি নৱীন দেহক স্বীকাৰ কৰে; কৰ্মনিবন্ধনে নতুন দেহ অৱশ্যে হৈব···এই আত্মাক অস্ত্ৰয়ো নাকাটে, অগ্নিয়ো নদহে, জলেও কোমল নকৰে, বায়ুৱো নুশুখাৱে। এতেকে অছেদ্য অদাহ্য অক্লেদ্য অশোচ্য নিত্য সৰ্বগত অচল সনাতন অব্যক্ত অচিন্ত্য অপ্ৰাপ্য কৰি কহে।...

"ন্যায় যুদ্ধ বিনে ক্ষত্ৰিয়ৰ আন শ্ৰেয়স্ নাই। মহা শ্ৰেয়স তোমাৰ আপুনি মিলিছে, তাত কেমনে কম্প। ভাগ্যৱন্ত ক্ষত্ৰিয় সৱে অপ্ৰাৰ্থিত এমন যুদ্ধক লভে; যাতো আক অনাবৃত স্বৰ্গদ্বাৰ বুলি। যদি তুমি এই যুদ্ধ নকৰা তেৱে ধৰ্ম-কীৰ্তি দুইকো এড়ি পাপক লভিবা। ··যদি কৰ্ণাদি তোমাক বধে তেৱে স্বৰ্গ লভিবা; যদি তাৰাক জিনা, তেৱে পৃথিবীক ভোগ কৰিবা; দুয়ো পক্ষে তোমাৰ লাভ দেখি। স্বধৰ্ম বুদ্ধিয়ে যুদ্ধ কৰিলে কদাচিতো পাপ নলভিবা।···

"যাৰা সৱে পুষ্পিত বিষ-লতা সম আপাত-ৰমনীয় বেদৰ স্বৰ্গাদি ফল-শ্ৰুতি বচনক পৰম ফল কৰি বোলে: যাতো বেদৰ স্তুতিপৰ বচনত প্ৰীত হুয়া জ্ঞান-শূন্য হুয়াছে। এতেকে স্বৰ্গত পৰ ঈশ্বৰকো প্ৰাপ্য কৰি নোবালে। কামে আকুলচিত্ত হুয়া স্বৰ্গক মহাপুৰুষাৰ্থ বুলি মানে। স্বৰ্গভোগ অন্তৰে জন্ম ধৰি কৰ্ম কৰি পুনু স্বৰ্গ পাইবো মানে: ভাগ্য-ঐশ্বৰ্য্যক পাইবাক লাগি নানা কৰ্মসৱো কৰে; সদাই

ভোগ ঐশ্বৰ্য্যক আসক্তি কৰি থাকে ; বেদৰ পুষ্পিত বাক্যে চিত্তকো হৰিছে। এতেকে তাবাসৱ একনিষ্ঠ হুয়া পৰমেশ্বৰক ভজিবে নপাৰে।—

"সকামী লোকক প্ৰতিসে বেদে কৰ্মফল কহে, তুমি নিষ্কামী হৱাঁ। নিষ্কামী হৈবাৰ উপায় শুনা। সুখ-দুঃখক সহাঁ, মহাধৈৰ্য্যক আশ্ৰয় কৰাঁ, অপ্ৰাপ্ত বস্তুক স্বীকাৰ এড়া, প্ৰাপ্ত বস্তুকো ৰক্ষা তেজা, তেৱে নিষ্কামী অৱশ্যে হৈৱাঁ। কামনা কৰিলেসে ফল হয়, অকামীত সে ফল তোমাৰ নহৈব। বন্ধভয়ে কৰ্ম-অকৰণতো নিষ্ঠা নকৰিবাঁ, কিন্তু পৰমেশ্বৰত একনিষ্ঠ হুয়া আসক্তি এড়ি কৰ্মসৱ কৰাঁ। তাৰ ফল জ্ঞানৰ সিদ্ধি-অসিদ্ধিতো সম হুয়া, কেৱল ঈশ্বৰত অৰ্পণ কৰি যাতো সমভাৱক যোগ বুলি কহে। ঈশ্বৰাৰ্পিত কৰ্মত কৰি কাম্য কৰ্ম অত্যন্ত অপকৃষ্ট, এতেকে তুমি ঈশ্বৰত শৰণ লৈয়া জ্ঞান-সাধন নিষ্কাম কৰ্মযোগ আচৰাঁ। সকামীজনক অতি কৃপণ জানিবাঁ। নিষ্কাম কৰ্ম-যোগী অতি শ্ৰেষ্ঠ যাতো সি ঈশ্বৰৰ প্ৰসাদে এই জন্মতে পাপ-পুণ্য দুইকো এড়ে। এতেকে তুমি ঈশ্বৰৰ অৰ্থে কৰ্মসৱ কৰাঁ; সেই কৰ্মে বন্ধ দূৰ কৰি মোক্ষ সাধিব। যেমনে কৰ্মে মোক্ষ সাধে, সেই প্ৰকাৰ শুনা। বিৱেকীসৱে কৰ্ম জন্য ফলসৱ ঈশ্বৰত অৰ্পি কৰ্মবন্ধ এড়াই নিৰুপদ্ৰৱ বিষ্ণুপদ মোক্ষ পাৱে। ...এমনে পৰমেশ্বৰক আৰাধন কৰিতে যেখন তান প্ৰসাদে দেহত অভিমান এড়ি তোমাৰ বুদ্ধি সৱাতে বিৰক্ত হুয়া ঈশ্বৰত নিশ্চল হুয়া ৰহে তেখনে মোক্ষক লভিবাঁ।"

তৃতীয় অধ্যায়ত গীতাই জ্ঞান-কৰ্মৰ মীমাংসা কৰিছে। "ই লোকত শুদ্ধচিত্ত অশুদ্ধচিত্ত ভেদে দুইবিধ অধিকাৰী। ...শুদ্ধচিত্ত হুয়া জ্ঞান-ভূমিক হি পায়াছে তাৰ জ্ঞানযোগে ব্ৰহ্মনিষ্ঠা কহিছোঁ, এতেকে চিত্ত-শুদ্ধি দ্বাৰা জ্ঞান নহে পৰ্য্যন্ত কৰ্মযোগ আচৰিব। যাতো কৰ্ম নকৰিলে জ্ঞানো নহে। চিত্তশুদ্ধি বিনে কেৱল সন্ন্যাসত জ্ঞান নঘটে। কৰ্মন্যাস পদেও কৰ্মত অনাসক্ত মাত্ৰ কহে। সমূলে কৰ্ম ত্যাগ নঘটে। যতেক কোনো অৱস্থাত কোনো পুৰুষ কৰ্ম নকৰি ক্ষণেকো নাথাকে, স্বভাৱৰ

গুণে অৱশ্যে কৰ্ম কৰাইব। যি জ্ঞানেন্দ্ৰিয়ৰ বৃত্তি ভগৱন্তৰ অধীন মানি কৰ্মেন্দ্ৰিয়ৰ কৰ্মকো ভগৱন্তত অৰ্পণ কৰে সি চিত্তশুদ্ধি দ্বাৰায়ে জ্ঞান পায়ে। এতেকে তুমি হৰিত অৰ্পি নিত্য-নৈমিত্তিক কৰ্ম কৰাঁ। অকৰণত কৰি কৰ্মকৰণেই শ্ৰেষ্ঠ! সকল কৰ্ম এড়িলে তোমাৰ দেহ নিৰ্বাহো নহৈব। সাংখ্যমতে সকল কৰ্মকে বন্ধ বোলে। ···ঈশ্বৰাৰ্পিত কৰ্ম বিনে আন কৰ্মে বন্ধ কৰে। এতেকে তুমি বিষ্ণুৰ প্ৰীতিৰ অৰ্থে নিষ্কাম হুয়া কৰ্মসৱ কৰাঁ।

"এতেকে তুমি ফলত ইচ্ছা এড়ি অৱশ্যে নিত্য-নৈমিত্তিক কৰ্ম কৰাঁ। অনাসক্ত হুয়া কৰ্ম কৰিলে চিত্তশুদ্ধি জ্ঞানৰ দ্বাৰায় অনায়াসে মোক্ষ লভিবাঁ। ···অজ্ঞানীজনে অহঙ্কাৰে মোহিত হুয়া ইন্দ্ৰিয়ৰ কৰ্মক মঞি কৰোঁ বুলি মানে। জ্ঞানী, পুনু, ইন্দ্ৰিয়ে আপুনাৰ বিষয়ত প্ৰবৰ্ত্তে, মঞি নকৰোঁ মানিয়া আসক্তি নকৰে। প্ৰকৃতিৰ গুণে মূঢ় হৈয়া অজ্ঞানীসৱ কৰ্মত আসক্তি কৰে। জ্ঞানীসৱে তাকে নকৰিব, কিন্তু ঈশ্বৰত অৰ্পি কৰিবে বুলিব। গুণ-দোষ জানিও পুৰুষে পূৰ্ব কৰ্ম-বাসনায়ে সেই কৰ্মতে সে প্ৰৱৰ্ত্তে, নিষ্কাম কৰ্ম কৰিতে নপাৰে। যেনে অগ্নিক ধুমে, দৰ্পণক মলে, গৰ্ভক চৰ্মে আবৰি থাকে তেমনে কামে জ্ঞান আবৰিছে। অজ্ঞানী পুৰুষৰ কাম প্ৰথমে সুখৰ হেতু, পৰিণামত বিষ-ৰস। জ্ঞানী পুনু তেখনে অনৰ্থৰ হেতু জানি বৈৰী মানে। এতেকে কামে নানা ৰূপ ধৰে। অনেক ভোগেও অগ্নিসম তৃপ্তি নাই। আৱে তাক জিনিবে উপায় শুনা। ইন্দ্ৰিয় মন বুদ্ধি কামৰ স্থান বুঝিবা। এতেকে শ্ৰৱণ দৰ্শনাদিয়ে কাম উৎপন্ন হুয়া জ্ঞানক আবৰি পুৰুষকো মোহ কৰায়ে। তুমি মোহত পূৰ্বে ইন্দ্ৰিয় মন বুদ্ধি নিয়ম কৰি পাপ ৰূপ কামক নষ্ট কৰাঁ যাতো জ্ঞান-বিজ্ঞানক নাশ নকৰে। যাত চিত্ত দিলে ইন্দ্ৰিয়াদিক নিয়ম কৰিব পাৰিবা তাক দেহাদিত পৃথক কৰি শুনা। স্থূল দেহ কৰি প্ৰকাশক পদে ইন্দ্ৰিয়-সৱ শ্ৰেষ্ঠ, ইন্দ্ৰিয়ত কৰি প্ৰৱৰ্ত্তক পদে মন শ্ৰেষ্ঠ, মনতো কৰি নিশ্চয় কৰে পদে বুদ্ধি শ্ৰেষ্ঠ, বুদ্ধিতো কৰি সাক্ষী পদে আত্মা শ্ৰেষ্ঠ। এখনে বুদ্ধিত

পৰ আত্মাক জানি মন নিশ্চয় কৰি কামক নষ্ট কৰাঁ। বিবেকী সৱে স্বধৰ্মে যাক আৰাধিয়া ভক্তি দ্বাৰা মুক্তি লভিছে, হেন পৰমানন্দ কৃষ্ণক সকল কৰ্ম সমৰ্পি সন্তোষ কৰাওক।”

চতুৰ্থ অধ্যায়ত অৱতাৰবাদৰ কথা কৈ ভগৱন্তই কলে, “মঞি শুদ্ধ সত্ত্ব অৱতাৰে ধৰ্ম পালন কৰোঁ। এই মোৰ পৰম কাৰুণিক জানি ৰাগ ভয় ক্ৰোধ এড়ি মোতে এক চিত্ত হুয়া মোকে আশ্ৰয় কৰি মোক উপাসা কৰে তেৱে মোৰ প্ৰসাদে জ্ঞান-ভক্তি পায়া পৰম শুদ্ধ অজ্ঞান ছাড়ি মোৰ সাযুজ্যক বিস্তৰ লোকে পায়াছে। বিদ্যা-অবিদ্যা উপাধিয়ে ঈশ্বৰ-জীৱ দেখায়। ঈশ্বৰ অবিদ্যা-অভাৱে নিত্য শুদ্ধ; জীৱ ঈশ্বৰ প্ৰসাদে জ্ঞান পায়া অজ্ঞান এড়ি শুদ্ধ হুয়া চিদাংশে ঐক্য বুঝিবাঁ। যাৰ সকল কৰ্মফল সঙ্কল্প ৰহিত হৈল, সেই কৰ্মে শুদ্ধচিত্ত হৈলে জ্ঞানাগ্নিয়ে সকলক নাশ কৰিল, তাক পণ্ডিত বুলি। যি নিষ্কাম হুয়া দেহ মন নিয়ম কৰিল, সকল পৰিগ্ৰহ এড়িল, সি অভিমান এড়ি কৰ্ম কৰিতেও বন্ধ নহে। যি অপ্ৰাৰ্থিত লাভত তুষ্ট হুয়া শীতোষ্ণাদি দ্বন্দ্ব সহে, কাৰো লগত বৈষম্যসৱ নকৰে, লাভ-অলাভত হৰ্ষ-বিষাদ নাই, সি স্বাভাৱিক বিহিত কৰ্ম কৰিতেও বন্ধ নহে। সৱাতে ব্ৰহ্মদৰ্শন জ্ঞানক যজ্ঞ বুলি কহিলা যাতো সকল যজ্ঞ সাধনত আক পায়।

“এতেকে তুমি ভক্তিমন্ত জ্ঞানীক দণ্ডৱতে প্ৰণিপাত কৰা। পাছে সেৱা কৰি প্ৰশ্ন কৰা—গুৰু, মোৰ কেমনে সংসাৰ হৈল, কেমনে নিবৰ্ত্তে। তেৱে তাৰা কৃপায়ে জ্ঞান উপদেশ দিব, যি জ্ঞানক পায়া পুনু বন্ধুবধাদিত মোহ নাপাইবাঁ, যি জ্ঞানে সকল প্ৰাণীক আত্মাত অভেদে দেখিবাঁ, আত্মাতে মঞি পৰমাত্মাক দেখিবাঁ। যদ্যপি তুমি সকল পাপীতে অত্যন্ত পাপকাৰী হৱা, তথাপি সকল পাপ-সমুদ্ৰক জ্ঞান-নাৱে অনায়াসে তৰিবাঁ। যি গুৰুৰ উপদেশ নুবুঝে, বুঝিও যি শ্ৰদ্ধা নকৰে, শ্ৰদ্ধা কৰিও মোৰ হয়-নহয় বুলি সংশয় কৰে, সি স্বাৰ্থত ভ্ৰংশ হয়। সৱাতো কৰি সংশয়াত্মা সৰ্বথা নষ্ট হয় যাতো তাৰ ইহলোকো নাই, সংশয়তে ধনাৰ্জ্জন বিবাহো নঘটে, এতেকে সুখো নাই; ধৰ্মো

নিসিজে পদে পৰলোকো নাই। ...( এতেকে ) প্ৰথমতে ঈশ্বৰত অৰ্পি সকল কৰ্ম কৰিব ; পাছে আত্মজ্ঞানে দেহত অহঙ্কাৰ এড়িব ; সদায়ে অপ্ৰমাদে ৰহিব ; তাক কৰ্মে বন্ধ নকৰয়। এতেকে শোক-মোহাদি সংশয়ক জ্ঞান-খড়্গে ছেদন কৰি কৰ্মযোগক আশ্ৰয় কৰাঁ। ক্ষত্ৰিয়ৰ উচিত যুদ্ধ কৰ্মক লাগি উঠাঁ।"

পঞ্চম অধ্যায়ত গীতাই সন্ন্যাস-যোগ ব্যাখ্যা কৰিলে। "ভগৱন্তে বোলন্ত, মঞি বেদান্তবিদ্ পৰমাত্ম-জ্ঞানীক প্ৰতি কৰ্মযোগক নকহোঁ, যাতো পূৰ্বোক্ত সন্ন্যাস সমে বিৰোধ হব। কিন্তু দেহাদিত অভিমান নিমিত্ত শোক-মোহ-সংশয়ক জ্ঞান-খড়্গে ছেদি পৰমাত্ম জ্ঞানৰ সাধন কৰ্মযোগ কৰিবে বুলিছোঁ। কৰ্মযোগে চিত্তশুদ্ধি হৈলে, পৰমাত্ম জ্ঞান মিলিলে কৰ্মত্যাগ কৰিব। এতেক সাধন কৰ্মযোগ সাধ্য জ্ঞানযোগৰ ভেদ নঘটে। যদ্যপি দুয়ো অধিকাৰী ভেদে মোক্ষ সাধে, তথাপি কৰ্ম সন্ন্যাসত কৰি কৰ্মযোগ বিশেষ হয়। তাৰ হেতু শুনা। ৰাগ-দ্বেষ এড়ি পৰমেশ্বৰৰ অৰ্থে যি কৰ্ম কৰে তাক সন্ন্যাস কৰি জানিবা যাতো সি শুদ্ধচিত্ত হুয়া অনায়াসে জ্ঞান দ্বাৰায় মোক্ষ লভিব। এতেকে কৰ্মযোগৰ ( আৰু ) সন্ন্যাসৰ একে ফলপদে এক বুলি। সন্ন্যাসীসৱো যি ফল পাৱে তাক কৰ্মীসৱো জ্ঞানৰ দ্বাৰায়ে লভে, এতেকে সন্ন্যাসক ( আৰু ) কৰ্মযোগক এক কৰি যি দেখে সেইসে সম্যক্ দেখে। ...কৰ্মযোগ বিনে সন্ন্যাস-প্ৰাপ্তি অশক্য। কৰ্মযোগ যুক্ত হুয়া চিত্তশুদ্ধি লভি সন্ন্যাসী হুয়া অচিৰ কালতে ব্ৰহ্মক পাৱে। এমতে যিসৱে কৰ্মযোগ এড়ি সন্ন্যাসী হয় তাৰাক বুদ্ধিৰ দৈবে দূষিত কৰে। তেৱে প্ৰমাদী বিষয়-চিত্ত কলহত উৎসুক হয়।

"এতেকে কৰ্ম কৰিতেও অভিমান নাই পদে ব্ৰহ্মজ্ঞানী লিপ্ত নহে। জ্ঞান প্ৰাপ্তিৰ পূৰ্ব পাপ নাশ হয়, পাছৰ পাপে নোছোৱয়। ...পৰমেশ্বৰত অৰ্পি ফলতো আসক্তি তেজি যি কৰ্ম কৰে সি পাপে-পুণ্যে লিপ্ত নহে, যেন পদ্মপত্ৰ জলত থাকিলেও জলে লিপ্ত নহে। পৰমেশ্বৰত একনিষ্ঠ পুৰুষে ফল এড়ি কৰ্ম কৰিতেও মোক্ষ পাৱে।

ঈশ্বৰে জীৱক কৰ্ম নকৰান্ত, ফলো নেদন্ত ; কিন্তু ঈশ্বৰৰ সকাশত অনাদি অবিদ্যা কামৰ বশ হুয়া জীৱসৱ প্ৰৱৰ্তে। এতেকে সন্নিধানে প্ৰযোজক হুয়ো কাৰো পাপ-পুণ্যক আদান নকৰে। ...আপুনি পৰিপূৰ্ণ কাম পদে আন ফলক স্পৃহা নাই, কিন্তু অচিন্ত্য নিজ মায়ায়ে জীৱক পূৰ্ব কৰ্মে প্ৰৱৰ্তান্ত। ...নিগ্ৰহো দণ্ডৰূপ অনুগ্ৰহ : হেন জ্ঞানক অজ্ঞানে যাৰাৰ ঢাকিছে তাৰাসে ভগৱন্তত বৈষম্য মানে।...বুলিবা যিসৱে মুক্তি লভে সি জ্ঞানীসৱ কেমন ? তাক শুনা। বিদ্যা-বিনয়যুক্ত ব্ৰাহ্মণত শ্বপ চ চাণ্ডালতো গো-হস্তী-কুকুৰতো সমান ব্ৰহ্ম দেখে, তাক জ্ঞানী বুলি। ...যাৰ মন সাম্যত ৰহিল সি এই দেহতে সংসাৰক জিনিল, যাতো নিৰ্দোষ সম ব্ৰহ্ম এতেকে সি ব্ৰহ্মাতে থাকে।

"যি ব্ৰহ্মক পায়াছে সি প্ৰিয় পায়ো হৰ্ষ নকৰে, অপ্ৰিয় পায়ো দুঃখ নকৰে, যাতো মোহ এড়ি স্থিৰবুদ্ধি হুয়াছে। বাহ্য বিষয়ত আসক্তি এৰি মনত সাত্বিক সুখ পায়া থাকে। এখনে ব্ৰহ্মাতে সমাধি কৰি অক্ষয় সুখ লভে।...সকল বিষয়-সুখকে স্পৰ্দ্ধা-অসূয়া-ব্যাপ্ত পদে দুখৰ কাৰণ বুঝিবাঁ। আদি-অন্তো আছে এতেকে বিৱেকী (য়ে) বিষয়ত প্ৰীতি নকৰে ; এতেকে মোক্ষসে পুৰুষাৰ্থ হৈল। তাৰ কাম-ক্ৰোধ বেগ প্ৰতিকূল, তাক সহন-সমৰ্থেসে মোক্ষভোগী হয়। যেমন মৃতক পুৰুষে কান্দন্তা যুৱতী আলিঙ্গিতেও, পুত্ৰাদি দহিতেও, কাম-ক্ৰোধৰ বেগক সহে, তেমনে জীৱন্তো যি সহিল সেই যোগী মহাসুখী হয়। কেৱল কাম-ক্ৰোধ বেগ সহন মাত্ৰেও মোক্ষ নপাৱে ; কিন্তু বিষয়ক এড়ি আত্মাত সুখ-ক্ৰীড়া দৃষ্টি হুয়া ব্ৰহ্মত ৰহি ব্ৰহ্মনিৰ্বাণ পাৱে। জ্ঞানী সৱে ক্ষীণ-কল্মষ হুয়া সংশয় ছেদি চিত্তক নিয়মি সকল প্ৰাণীৰ হিত আচৰি ব্ৰহ্মলয় লভে। কাম-ক্ৰোধহীন সংযত-চিত্ত সন্ন্যাসীসৱৰ দেহ পড়িলেসে মুক্তি ই নহে, কিন্তু জীৱন্ততে মুক্তি দেখি।

মহাপুৰুষীয়া ধৰ্মত গীতাৰ মূল মতৰ প্ৰতিধ্বনি যেন লাগিব পৰা কেইটিমান ঘোষা উদ্ধৃত কৰা হল।—

"হে কৃষ্ণ তুমি মাত্র চৈতন্য স্বৰূপ নিত্য
সত্য শুদ্ধ জ্ঞান অখণ্ডিত।
আৰৰ যতেক ইটো তোমাৰ বিনোদ ৰূপ
চৰাচৰ মায়াৰ কল্পিত ॥ ৭৩ ॥
তযু গুণ নাম হৰি কেৱল নিৰ্গুণ মাত্র
আৰৰ সমস্তে গুণময়।
এতেক জানিয়া হৰি তোমাৰ নামক মাত্র
কৰিলোঁহো সাৰ কৃপাময় ॥৭৪।
প্রকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ ॥ ৪০৫।
কৃষ্ণ এক দেৱ দুঃখহাৰী কাল-মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্রেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰী দেৱ তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ ॥ ৫৮৬।
নমো নমো নিত্য নিৰঞ্জন নাৰায়ণ শিৱ সনাতন
অনাদি অনন্ত নিৰ্গুণ গুণ নিয়ন্তা।
পৰম পুৰুষ ভগৱন্ত নাহি পূৰ্বাপৰ আদি অন্ত
তুমি সে চৈতন্য সমস্ত ভৱ-ভাৱন্তা ॥ ৫৮৭।
মাধৱে বোলন্ত ধনঞ্জয় মহা দুৰাচাৰো অতিশয়
আন দেৱ ত্যজি মোকেসে মাত্র ভজয়।
তাকেসে পৰম সাধু বুলি মানিবা মনত সৰ্বক্ষণে
যিহেতু সম্যকে কৰিলে মোক নিশ্চয় ॥" ৬০৪।

---

পঞ্চত্রিশ

# মহাপুৰুষীয়া ধৰ্মত গীতা-দৰ্শনৰ সামঞ্জস্য (২)

ষষ্ঠ অধ্যায়ৰ আত্মযোগত গীতাই কৈছে, "চিত্ত শুদ্ধ হৈলেও ধ্যান বিনে সন্ন্যাস মাত্ৰত মুক্তি নহৈব। ভগৱন্তে বোলন্ত জানা অৰ্জ্জুন, যি কৰ্মফলক অপেক্ষা নকাৰ মোত অৰ্পি বিহিত কৰ্মকে আচাৰে তাকে সন্ন্যাসী বুলি, যোগীও বুলি; সৰ্বকৰ্মত্যাগী নহে। ...যিহেতু আপুনি আপুনাৰ বন্ধু হয়, যেমনে ৰিপু হয়, তাক শুনা। যি পুৰুষ আপুনাৰ মন ইন্দ্ৰিয়ক জিনি হৰিক ভজিল সেই আপুনাৰ বন্ধু আপুনি হৈল। জিতেন্দ্ৰিয় প্ৰশান্ত পুৰুষৰ শীত-উষ্ণ সুখ-দুঃখ মান-অপমানতো মন আত্মনিষ্ঠ হয়, পৰমাত্মাও মনত প্ৰকাশ হন্ত। ...যেমন সকল কামত নিস্পৃহ হুয়া নিয়ত-চিত্ত আত্মাত স্থিৰ হুয়া ৰহে তেখনে পুৰুষক প্ৰাপ্ত-যোগী বুলি। যেনে বাত-শূন্য দেশত প্ৰদীপ নিঃকম্প প্ৰকাশৰূপে ৰহে তেমনে যোগীৰ চিত্ত আত্মাত প্ৰকাশ কৰে। যাত শুদ্ধ মনে আত্মাক দেখি আপুনি তুষ্ট হয়, যাত অতীন্দ্ৰিয় আত্যন্তিক সুখ জানে, যাক বুদ্ধিসে আত্মাক্যৰে গ্ৰহণ কৰে, যাত থাকি পুৰুষে স্বৰূপত নচলে, যাক লভি পুৰুষে অধিক লাভো নামানে, যাত থাকি মহা দুখখও অভিভৱ নহে সেই অৱস্থা বিশেষক যোগ কৰি জানিবাঁ।

"ৰজোগুণ বশে চঞ্চল মন যদি বিষয়ক যায় তাৰ পৰা আনি আত্মাত স্থিৰ কৰিব। তেৱে ৰজোগুণ ক্ষয় হৈলে প্ৰশান্ত মনত ব্ৰহ্মৰূপ সমাধি-সুখ মিলে। তেৱে যোগী অবিদ্যা এড়ি কৃতাৰ্থ হুয়া সৰ্বোত্তম সুখ লভি জীৱন্মুক্ত হুয়া ব্ৰহ্ম সাক্ষাৎকাৰ কৰে তাক শুনা। সৰ্ব প্ৰাণীতে আত্মা দেখে, আত্মাতে সৰ্ব প্ৰাণীকো দেখে, এমনে ব্ৰহ্ম-দৃষ্টি হয়। এমন্তূত জ্ঞান সৰ্বভূততে আত্মদৃষ্টি মোক্ষ সাধন। যিজনে মঞি পৰমেশ্বৰক সকল ভূততে দেখে, সকল ভূতকো মোতে দেখে, তাৰ মঞি অদৃশ্য নহোঁ। এমন অধিকাৰী পুৰুষ বিধি-কিঙ্কৰ

নহে। যি জনে আপোন হেন সবাৰ সুখক বাঞ্ছে, সেই যোগী মোৰ মতে শ্ৰেষ্ঠ বুজিবাঁ।

গীতাৰ সপ্তম অধ্যায়ত—ভজনীয় ঈশ্বৰৰ স্বৰূপ কহন্ত। অসংখ্যাত জীৱৰ মধ্যত মনুষ্য ব্যতিৰেকে শ্ৰেয়সত প্ৰবৃত্তি নঘটে। মনুষ্যৰ সহস্ৰৰ মধ্যতো কোনো জনেসে পুণ্যবশে জ্ঞানৰ লাগি যত্ন কৰে। যত্ন কৰন্তা সহস্ৰৰ মধ্যত কোনো জনেসে তত্ত্বজ্ঞান জানে। ...তত্ত্বজ্ঞানী সহস্ৰৰো মধ্যত কোনো জনেসে মোৰ প্ৰসাদে মোক জানে। মোত পৰ জগতৰ স্বতন্ত্ৰ কাৰণ কাকো নজানি। যেন সূত্ৰত মণিসব থাকে তেমনে সকল জগত মোকে আশ্ৰয় কৰি আছে। এই তিনি গুণৰ ভাব কাম-লোভাদিয়ে সকল জগত মোহিত হুয়া তিনি গুণত পৰ নিৰ্বিকাৰ মোক নজানে। মঞি পৰমেশ্বৰৰ মায়া অলৌকিকী গুণময়ী অতি দুস্তৰা। তথাপি যি মোক অব্যভিচাৰ ভক্তিয়ে ভজে সি দুস্তৰ মায়াক অনায়াসে তৰে, তেৱে মোক জানে।

"নৰাধম মহামূঢ় পাপীসব মোৰ মায়ায়ে শাস্ত্ৰ-আচাৰ্য্যৰ উপদেশহীন হুয়া দম্ভ দৰ্প ক্ৰোধ অহঙ্কাৰাদি অসুৰ ভাব পায়া মোক নভজে। পুণ্যৱন্ত সৱে পুনু মোক ভজে। তাৰাও পুণ্য-তাৰতম্যে চাৰিবিধ: আৰ্ত্ত, জিজ্ঞাসু, অৰ্থাৰ্থী, জ্ঞানী। জ্বৰাদি পীড়িতক আৰ্ত্ত বুলি, সি যদি পূৰ্বে কৃতপুণ্য হয় তেৱে মোক ভজে, অন্যথা ক্ষুদ্ৰদেৱক ভজি সংসাৰী হয়। আত্মা-জ্ঞানলিপ্সুক জিজ্ঞাসু বুলি, সিও যদি মহাপুণ্য কৰি থাকে তেৱে মোৰ ভক্তি কৰি মোক ভজে, অন্যথা জপ-তপাদি কৰিলে হয়। ইহলোক-পৰলোক ভোগ-সাধন অৰ্থ-কামুকক অৰ্থাৰ্থী বুলি, সিও যদি পৰম প্ৰকৃতি হয় তেৱে মোক মাত্ৰ সেৱা কৰে, অন্যথা শৈৱ-শাক্ত হৈল হয়। আত্মতত্ত্ব-জ্ঞানন্তাক জ্ঞানী বুলি, সিও উত্তম ধৰ্মৰ বলেসে মোক আৰাধন কৰে, অন্যথা-যোগ ধাৰণাদিত প্ৰৱৰ্ত্তিল হয়।

"চাৰিৰো মধ্যত জ্ঞানী শ্ৰেষ্ঠ। জ্ঞানী সদায় মোত নিষ্ঠা হুয়া মোত মাত্ৰ ভক্তি কৰে। সিও তিনিজন সংসাৰী সুবুঝিবাঁ, কিন্তু

মোক্ষভোগী হয়। জ্ঞানী পুনু মোত একচিত্ত হুয়া পৰম গতি মোক আশ্রয় কৰি মোৰ ব্যতিৰেকে আন ফল নামানে। এমন মোৰ ভক্ত অতি দুৰ্লভ। অনেক জন্মৰ পুণ্যৰ বৃদ্ধিয়ে অন্ত জন্মত চৰাচৰ জগতক বাসুদেৱ দৃষ্টি কৰি মোক ভজে।

"সকল দেৱতায়ে মোৰ মূৰ্ত্তি, মোৰ অধীন, ই অতি প্ৰসিদ্ধ। যদ্যপি সকল দেৱতা মোৰে মূৰ্ত্তি, তাৰাৰ আৰাধনো পৰমাৰ্থত মোৰে আৰাধন, তাৰাৰ ফলৰো মঞিসে দাতা; তথাপি সাক্ষাতে মোৰ ভক্তৰ (আৰু) তাৰাৰ ফল বৈষম্য হয়, তাক শুনা। সেই দেৱতা-সেৱক পৰিছিন্ন দৃষ্টি সৱৰ মঞিদত্ত ফলো বিনাশী হয় তাকে দেখাঞো। যি দেৱতাক যজে সি বিনাশী দেৱলোক পাৱে; মোৰ ভক্তসৱ পুনু আদি-অন্তশূন্য পৰমানন্দ মোকে পাৱে। ··· অল্প বুদ্ধি সৱে······সৰ্ব্বোত্তম নিত্য অব্যয় মোৰ লক্ষণ নজানি আদৰ নকৰে, আশুতোষ দেৱতান্তৰক তাৰা ভাজে, এতেকে বিনাশী ফলক লভে। ······যি পুণ্যকাৰীসৱৰ সকল প্ৰতিবন্ধক পাপ অন্ত হৈল তাৰা সমস্ত মোহ এড়ি দৃঢ় নিশ্চয় কৰি একান্ত হুয়া মোক লভে। ······অধিভূত অধিদৈব অধিযজ্ঞ সহিতে যি মোক জানে, কদাচিতো ব্যাকুল হুয়া নপাসৰে; এতেকে মোৰ ভক্তৰ যোগ ভ্ৰংশ শঙ্কা নঘটে। কৃষ্ণ ভক্তসৱে অযত্নে ব্ৰহ্মজ্ঞান লভে।"

অষ্টম অধ্যায়ত তাকে বহলাই কৈছে: "জগতৰ মূল কাৰণ অক্ষৰকে ব্ৰহ্ম বুলি। ভোক্তা জীৱে অধ্যাত্ম; দেৱৰ উদ্দেশে দ্ৰব্য-ত্যাগক কৰ্ম কহে; বিনাশী দেহক অধিভূত কহি; সূৰ্য্যমণ্ডলবৰ্ত্তী বৈৰাজ পুৰুষক অধিদৈৱ বুলি; দেহৰ অন্তৰ্য্যামী মোকে অধিযজ্ঞ বোলে যাতো দেহত থাকি অসঙ্গ হুয়া সন্নিধি মাত্ৰে যজ্ঞাদিক প্ৰবৰ্ত্তাঞো। ······অন্ত কালত আন চিন্তা এড়ি মোক মাত্ৰ স্মৰি দেহক পৰিত্যাগ কৰি যি যায় সি মোৰ স্বৰূপক পাৱে, আত সংশয় নাই। জানিবাৰ উপায় স্মৰণ, স্বৰূপ-প্ৰাপ্তি ফল। কেৱল মোক স্মৰি মোক পাৱে ই নিয়ম নহে, কিন্তু অন্ত কালত

যাকে যাকে স্মৰে দেহ এড়ি তাকে তাকে পাবে। ...সদায় পুৰুষে যাক চিন্তে, অন্ত সময়তো তাতে মন পড়ে যাতো পূৰ্ব্ববাসনা বশে মৰণ সময়ত স্মৰণ হয় তেমন নহে। এতেকে তুমি মোক সততে স্মৰা; চিত্তশুদ্ধি বিনে সততে স্মৰণ নঘটে। এতেকে চিত্ত-শুদ্ধিৰ অৰ্থে যুদ্ধাদি স্বধৰ্ম কৰা, তেৱে মোত মন বুদ্ধি অৰ্পিয়া অৱশ্যে মোক পাইবা।"

নৱম অধ্যায়ত—"ভক্তি ভগৱন্তৰো অত্যন্ত আশ্চৰ্য্য ঐশ্বৰ্য্য কহিবা। ...ধৰ্মজ্ঞানক গুহ্য বুলি, দেহত ব্যতিৰেকে আত্মজ্ঞানক গুহ্যতৰ বুলি, পৰমেশ্বৰ-জ্ঞানক অতি ৰহস্য পদে গুহ্যতম্ কহি, যাক জানি সংসাৰৰ অনায়াসে মুক্ত হৈবা। ই জ্ঞান-বিদ্যাৰ ৰাজা, গুহ্যৰো গুহ্য, উত্তম পৱিত্ৰ দৃষ্ট ফল। ...যি সৱ তিনি বেদোক্ত কৰ্ম্মপৰ হুয়া নানা দেৱতা ৰূপ মোক নজানি ভেদ দৃষ্টি কৰি দেৱান্তৰক ভজে, যজ্ঞশেষ-অমৃত পান কৰি নিষ্পাপ হুয়া স্বৰ্গক প্ৰাৰ্থনা কৰে তাৰাসৱ যজ্ঞৰ ফল প্ৰাৰ্থিত স্বৰ্গক পায়া দেৱৰ ভোগ্যসৱ ভোগ কৰে। পাছে ভোগ-প্ৰাপক পুণ্যক্ষয় হৈলে মনুষ্য লোকত পড়ে। পুনু ধৰ্ম-বাসনায়ে ধৰ্ম কৰে, এমনে গতাগত ফলক লভে। মোৰ ভক্তসৱ পুনু মোৰ প্ৰসাদে কৃতাৰ্থ হয়। যিসৱ নিষ্কাম হুয়া নিতান্তে মোক উপাসা কৰে, সেই মোত একনিষ্ঠ ভক্তসৱক প্ৰাৰ্থনা বিনেও মঞি ধৰ্ম-অৰ্থ-কাম-মোক্ষক দেওঁ। .. যি সৱে ভেদ দৃষ্টি কৰি পৰম শ্ৰদ্ধায়ে অন্য দেৱতাক উপাসা কৰে তাৰাও মোক ভজে, ই সত্য হয়; তথাপি মোক্ষপ্ৰাপক বিধি বিনে যজে, এতেকে গতাগত লভে। ..দুৰাচাৰো মোক ভজি শীঘ্ৰে ধৰ্ম-চিত্ত হয়।..."

দশম অধ্যায়ত ভগৱন্তই নিজ বিভূতিসৱ "বিস্তাৰ কৰি" কৈ একাদশ অধ্যায়ত বিশ্বৰূপ দেখাইছে। দ্বাদশ অধ্যায়ত "নিৰ্গুণ-উপাসক সগুণ-উপাসক মধ্যত কোন শ্ৰেষ্ঠ এই নিৰ্ণয়" কৰিছে। "অক্ষৰ উপাসকসৱৰ অধিক ক্লেশ আছে। যাতো ব্ৰহ্ম-গতিক দেহা-ভিমানী সৱে মহা দুখ্ খেসে পাৱে। দেহত অহঙ্কাৰ থাকিতে ব্ৰহ্মনিষ্ঠা

পৰম দুৰ্ঘট। মোৰ ভক্তসব পুনু মোৰ প্ৰসাদে অনায়াসে মোক্ষ লভে।”

ত্ৰয়োদশ অধ্যায়ত—“তত্ত্বজ্ঞান কহিলা। ভক্তক মৃত্যুযুক্ত সংসাৰত তাৰোঁ যি বুলিছা সি আত্মজ্ঞান বিনে নঘটে।···সংসাৰ-প্ৰবাহৰ ভূমি-পদে এই ভোগায়তন শৰীৰক ক্ষেত্ৰ বুলি। আৰু যি অহম্মম বুলি মানে তাক ক্ষেত্ৰজ্ঞ কৰি বিবেকীসবে কহে।···সকল ক্ষেত্ৰত স্থিত সংসাৰী ক্ষেত্ৰজ্ঞ মোকে জানিবা।···অনাদি ঈশ্বৰৰ পুৰুষ অংশ, প্ৰকৃতি শক্তি; এতেকে দুইকো অনাদি জানিবাঁ। বিকাৰ দেহেন্দ্ৰিয়াদি গুণ-পৰিণামক সুখ-দুখ্‌খাদিক প্ৰকৃতিৰ কাৰ্য্য বুঝিবাঁ। দেহ-ইন্দ্ৰিয়- পৰিণামক প্ৰতি প্ৰকৃতিক কাৰণ কহে। সুখ-দুখ্‌খৰ ভোগক লাগি জীৱকে হেতু বুঝিবাঁ।···যদ্যপি অচেতন প্ৰকৃতিৰ স্বতসে কাৰণ নঘটে, অধিকাৰী জীৱৰো ভোগ নঘটে, তথাপি চেতনৰ সকাশত অচেতনৰো প্ৰবৃত্তি দেখি, যেন বায়ুৰ সকাশত তৃণ চলে, অগ্নিৰ সকাশত জ্বালাসৱ উৰ্দ্ধ হয়, বৎসৰ সকাশত স্তনৰ দুগ্ধ স্ৰৱে, এমনে পুৰুষৰ সন্নিধানে প্ৰকৃতি কাৰণ হয়।···প্ৰকৃতিৰ কাৰ্য্য দেহত জীৱৰূপে থাকে, দেহজনিত সুখাদি ভোগ কৰে।··

“অজ্ঞানেসে জীৱৰ সংসাৰ, পৰমাৰ্থত নাই।...প্ৰকৃতিৰ কাৰ্য্য দেহত থাকিতেও পুৰুষ দেহত পৰ, তাৰ গুণে যুক্ত নহে ·· দ্ৰষ্টা অনুমোদন ধাৰণ পালন সন্নিধানে মাত্ৰ কৰ্তা। মহন্ত ঈশ্বৰ পৰমাত্মা বুলিও বেদত কহে। এমনে পুৰুষক নিগু৾ণ (আৰু) প্ৰকৃতিক গুণময় কৰি যি জানে সি বিধিক উলঙ্ঘি প্ৰৱৰ্তিলেও মুক্ত হয়।••• বিনাশী স্থাৱৰ জঙ্গম ভূতসৱত অবিনাশী সম পৰমাত্মাক যি দেখে সেইসে সম্যক্ দেখে, আনে নেদেখে। সকল জ্ঞানীতে সম পৰমেশ্বৰক দেখিলে আপুনাক আপুনি বিনাশ নকৰে, মোক্ষ পাৱে। যি এমন নেদেখে সি দেহবাদী আপুনাক আপুনি নাশ কৰি নৰকত পৰে।··· এই পৰমাত্মা অনাদি নিৰ্গুণ পদে অধিকাৰী, এতেকে শৰীৰত থাকিতেও নকৰে, লিপ্তো নহে। যেনে আকাশ পঙ্কাদি থাকিতেও

অসঙ্গপদে পঙ্কাদিয়ে লিপ্ত নহে তেমনে আত্মা উত্তম অধম দেহত থাকিতেও দেহৰ গুণ-দোষে যুক্ত নহয়।·· প্ৰকাশ আত্মাৰে প্ৰকাশ্যে দেহৰ ধৰ্মযোগ নাই···যেন একে আদিত্য সকল লোককে প্ৰকাশ কৰে তেমনে সকল দেহকে আত্মা প্ৰকাশ কৰন্ত। ··এমনে জ্ঞান-চক্ষুৰে দেহ-আত্মাৰ ভেদক যি জানে, প্ৰকৃতি হন্তেও মোক্ষ উপায় ধ্যানাদিক যি আচাৰ সি পৰম পদ পাৱে।”

চতুৰ্দশ অধ্যায়ত ক'লে, “সকল প্ৰাণী পুৰুষ-প্ৰকৃতি সংযোগত হুয়াছে। সিও সংযোগ নিৰীশ্বৰ সাংখ্যৰ মতে স্বতন্ত্ৰ নহে, কিন্তু ঈশ্বৰৰ ইচ্ছায়েসে হয়।···পৰমেশ্বৰাধীন প্ৰকৃতি-পুৰুষ হন্তে সকল ভূতৰ উৎপত্তি হয়, স্বতন্ত্ৰ নহে···। যেখানে পুৰুষে তিনিও গুণৰ কাৰ্য্য আপুনাত মিলিলে দুখ্ বুদ্ধিয়ে দ্বেষ নকৰে, নিবৃত্তি হৈলেও বুদ্ধিয়ে আকাঙ্ক্ষা নকৰে, সদাই সাক্ষী হেন থাকে। গুণ কাৰ্য্য সুখ-দুখ্‌খাদিয়ে স্বৰূপৰ পৰা চলিব নপাৰে ; গুণসৱে আপুনাৰ কাৰ্য্যত প্ৰৱৰ্ত্তে, মোৰ তাত সম্বন্ধ নাই, এই বিবেক-জ্ঞান মৌনে ৰহে, স্বৰূপত নচলে। মান-অপমানতো তুল্য, শত্ৰু-মিত্ৰ দুইতো সমস্বভাৱ, কিঞ্চিতো উদ্যম নকৰে, তাকে গুণাতীত বুলি।···

“মঞি পৰমেশ্বৰক অব্যভিচাৰী ভক্তিযোগে যি ভজে সি গুণক অতিক্ৰমি ব্ৰহ্মস্বৰূপ মোক্ষক পাৱে। মঞি ব্ৰহ্মৰ প্ৰতিমা প্ৰৱৰ্তক মূৰ্তিমন্ত ব্ৰহ্ম। যেন মূৰ্তিমন্ত সূৰ্য্যৰ প্ৰকাশ ৰূপ-মণ্ডল তেমনে মূৰ্তিমন্ত মোৰ প্ৰকাশ ৰূপব্ৰহ্ম, নিত্যমুক্ত পদে মোক্ষৰো প্ৰৱৰ্তক, শুদ্ধসত্ত্ব মূৰ্তিপদে ভক্তি-ধৰ্মৰো প্ৰৱৰ্তক, পৰমানন্দ পদে অখণ্ড সুখৰো প্ৰৱৰ্তক। এতেকে মোৰ সেৱকে মোৰ ৰূপক অৱশ্যে পাইব।··· পুৰুষ কৃষ্ণৰ অধীন হুয়া গুণত সঙ্গ এড়ি সংসাৰক দূৰ কৰি মোৰ ভক্ত অনায়াসে সংসাৰক তৰে।” বৈকুণ্ঠনাথে এই অধ্যায়ত ওপৰঞ্চি সামৰণি টোকা দিছে : “হে লোকসৱ দেখ, অব্যভিচাৰী ভক্তি কৰি ভগৱন্তক পায়। অন্য দেৱ সম্বন্ধক ব্যভিচাৰ বুলি। এতেকে অন্য দেৱ উপাসকৰ আলাপ মাত্ৰো নকৰি ডাকি হৰি বোল হৰি।”

পঞ্চদশ অধ্যায়ত পুৰুষোত্তম যোগ কোৱা হৈছে। “বৈৰাগ্য বিনে জ্ঞান ভক্তি দুয়ো নহে। অবিৰক্তৰ একান্ত ভক্তি-জ্ঞানো নহে...। জানা অৰ্জ্জুন, সংসাৰ-বৃক্ষৰ পুৰুষোত্তম মূল, ব্ৰহ্মাদি শাখা।...এতেকে আক দুৰ্ভেদ অনৰ্থপৰ জানি অহম্মমতা ত্যাগ দৃঢ় অস্ত্ৰ ধৰি সংসাৰ-বৃক্ষক ছেদ কৰি তাৰ মূল পুৰুষোত্তমক বিচাৰ কৰিব, যাক পায়া পুনু নিবৰ্ত্তি নাহে। যাত হন্তে সংসাৰ-বিস্তাৰ হুয়াছে সেই আদি পুৰুষত শৰণ লৈয়া একান্ত ভক্তিয়ে বিচাৰিব।...অহঙ্কাৰ অভিনিবেশ এড়ি পুত্ৰাদি সঙ্গ-দোষ তেজি জ্ঞানা-নিষ্ঠা হৈয়া কামভোগ পৰিত্যাগ কৰি সুখ-দুখ্ ৰূপ শীত-উষ্ণাদি দ্বন্দ্বধৰ্মে বিমুক্ত হুয়া অবিদ্যা ছাড়ি সেই অব্যয় পদক পাৱে।...যাক চন্দ্ৰ সূৰ্য্য অগ্নিয়ে প্ৰকাশ নকৰে, শীত উষ্ণ আদি দোষো নাই, যাক পাই যোগীসৱ নিৱৰ্ত্তন নহে, তাকে মোৰ স্বৰূপ বুঝিবাঁ।...যেখন জীৱে কৰ্মবশে যি শৰীৰক পাৱে, যাক বা এড়ে, তখন পূৰ্ব শৰীৰৰ পৰা ইন্দ্ৰিয়সৱক লৈয়া শৰীৰান্তৰক যায়, দেহ থাকিতেও ইন্দ্ৰিয়ক নেন্তে; দৃষ্টান্ত, যেমন পুষ্প থাকিতেও বায়ুএ গন্ধক লৈয়া যায়। শ্ৰোত্ৰ চক্ষু ত্বক্ ৰসনা ঘ্ৰাণ মন এই ছয় ইন্দ্ৰিয়ক স্বীকাৰ কৰি বিষয় সেৱা কৰে।...দেহৰ পৰা দেহান্তৰ যাইতে দেহত থাকিতেও, বিষয়-ভোগ কৰিতেও, ইন্দ্ৰিয়যুক্ত জীৱক বিমূঢ় সৱে নেদেখে; জ্ঞান-চক্ষুসৱে দেখে।...যোগীসৱে ধ্যানাদিৰে যত্ন কৰি দেহতে শুদ্ধ আত্মাক দেখে, যত্ন কৰিও অশুদ্ধ চিত্ত মন্দমতি সৱে নেদেখে।...

“লোকত প্ৰসিদ্ধ ক্ষৰ অক্ষৰ দুই পুৰুষ। ব্ৰহ্মাদি স্থাৱৰান্ত শৰীৰকে ক্ষৰ পুৰুষ বুলি। ভোক্তা জীৱক অক্ষৰ পুৰুষ বুলি। দুইতো বিলক্ষণ উত্তম পুৰুষ, যাক পৰমাত্মা বুলি। আত্মা পদে জড় শৰীৰত বিলক্ষণ; পৰম পদে অক্ষৰ ভোক্তাতো কৰি বিলক্ষণ বুঝিবাঁ। যি অব্যয় ঈশ্বৰে তিনিও লোকক প্ৰবেশ হুয়া পালন কৰন্ত এমন পুৰুষোত্তম আপুনাৰ নামক অন্বয়ে কহন্ত।...এতেকে লোকত বেদত মজ্ঞি পুৰুষোত্তম প্ৰখ্যাত হুয়াছোঁ।”

ষোড়শ অধ্যায়ত আসুৰী-দৈৱী সম্পত্তি আদি, সপ্তদশত তিনিবিধ শ্ৰদ্ধা আদি, আৰু "অষ্টাদশ অধ্যায়ত সন্ন্যাস ধৰ্মক বিভাগিয়া সকল গীতাৰ অৰ্থক সংক্ষেপে কহি পৰমাৰ্থ নিৰ্ণয়" কৰা হৈছে। "যাৰে বুদ্ধি আত্মনিষ্ঠ নহে তাৰে চিত্ত-শুদ্ধিৰ অৰ্থে যথোচিত কৰ্ম কৰিব।··· তাৰে পুৰুষে কৰ্ম কৰিব যাৰে বিৰক্ত নহে, মোৰ কথা শ্ৰৱণাদিত যাৰে সাত্বিক শ্ৰদ্ধা নহে।··· পুৰুষ যজ্ঞাদি কৰ্মত অভিনিবেশ এড়ি ঈশ্বৰৰ আজ্ঞা মানি ফলত্যাগ কৰিব, আকে মোৰ উত্তম মত বুঝিবাঁ।··· কৰ্ত্তব্য বুদ্ধিয়ে নিত্য-নৈমিত্তিক কৰ্মক মঙ্গল-ফল এড়ি কৰিলে সাত্বিক ত্যাগ বুলি। সাত্বিক ত্যাগনিষ্ঠ পুৰুষে শীতত প্ৰাতঃস্নানাদি কৰ্মক দ্বেষ নকৰে, উষ্ণ কালত মধ্যাহ্ণ স্নানাদিতো আসক্তি নকৰে, সি স্থিৰবুদ্ধি হুয়া সেই পৰিভৱাদি দুখকো সহে, স্বৰ্গাদি সুখ-ভোগ ত্যাগ কৰে; দেহৰ সুখকো বাঞ্ছা নাই, দুখ গুচিবাকো কামনা নকৰে।···

"ব্ৰহ্মাদি স্থাৱৰ পৰ্য্যন্ত প্ৰাণীত এক অব্যয় পৰমাত্মাক যি জ্ঞানে দেখে তাক সাত্বিক জ্ঞান বুলি। নানাভাৱে আত্মাক দেখিলে ৰাজস্ জ্ঞান বুলি। এতেকে প্ৰতিমাদিত পৰিপূৰ্ণ ঈশ্বৰ মানিলে তাক অল্প তামস জ্ঞান বুলি।···নিত্য-নৈমিত্তিক অভিনিবেশ শূন্য ৰাগ-দ্বেষ-ৰহিত নিষ্কাম কৰ্মক সাত্বিক বুলি। সকাম অহঙ্কাৰকৃত বহু-প্ৰয়াসযুক্ত কৰ্মক ৰাজস বুলি। শুভ-অশুভ বিত্ত-ব্যয় পৰ-পীড়া আপুনাৰ শক্তিকো অপেক্ষা নকৰি যি কৰ্ম কৰে তাক তামস বুলি।

"মুক্ত-সঙ্গ গৰ্বোক্তিহীন ধৈৰ্য্য-উদ্যমযুক্ত কৰ্ম-সিদ্ধিত হৰিষ অসিদ্ধিত বিষাদ-ৰহিত কৰ্তাক সাত্বিক বুলি। পুত্ৰাদিত প্ৰীতি হুয়া কৰ্ম-ফলক বাঞ্ছা কৰি বিষয়-লোভী হিংসা-পৰ শৌচ-শূন্য লাভত হৰ্ষ অলাভত শোকযুক্ত কৰ্তাক ৰাজস বুলি। অসাৱধান বিবেক-শূন্য অনম্ৰ বঞ্চক পৰক অৱমানী অনুদ্যম-পৰ শোক-যুক্ত, দুই দিনৰ কাৰ্য্যক যি মাসেকে কৰে, তাক তামস কৰ্তা বুলি। ধৰ্মত প্ৰবৃত্তি অধৰ্মত নিবৃত্তি কাৰ্য্য-অকাৰ্য্য ভয়-অভয় বন্ধ-মোক্ষক যি বুদ্ধিয়ে

জানে তাক সাত্ত্বিক বুলি। ধৰ্ম-অধৰ্মক কাৰ্য্য-অকাৰ্য্যক সংশয় কৰি যি বুদ্ধিয়ে বুঝে তাক ৰাজস কহি। অধৰ্মক ধৰ্ম কৰি যি বুদ্ধিয়ে জানে সকল অৰ্থক বিপৰীত কৰি বুঝিলে তামস বুদ্ধি বুলি।··

"যি ধৃতিয়ে মন-প্ৰাণ-ইন্দ্ৰিয়ৰ বৃত্তিক চিত্তৰ একাগ্ৰ বিষয়ৰ নিবৃত্তি কৰি ৰাখে তাকে সাত্ত্বিক ধৃতি বুলি। যি ধৃতিয়ে ধৰ্ম-অৰ্থ-কামক প্ৰধান মতে ধৰে, প্ৰসঙ্গত ফলক কামনা কৰে, তাকে ৰাজস ধৃতি কহি। যি ধৃতিয়ে নিদ্ৰা ভয় শোক বিষাদ মদক নেড়ে তাক তামস ধৃতি বুলি।···যি সুখত পুৰুষে অভ্যাসেসে ৰমিব পাৰে, যাত দুখৰো অন্ত হয়, প্ৰথমে বিষ হেন দুখ পৰিণামত অমৃতসম হয়, যি বিশুদ্ধ বুদ্ধিত জাত হয়, তাক সাত্ত্বিক সুখ বুলি। বিষয়-ইন্দ্ৰিয় সংযোগে যি সুখ অমৃত-সদৃশ হয়, পৰিণামত বিষ যেন হয়, তাক ৰাজস সুখ বুলি। যাত প্ৰথমে পাছতো আপুনাৰ মোহ হয়, নিদ্ৰা-আলাস-প্ৰমাদত যি সুখ মিলে তাক তামস বুলি।···

"যি পৰমেশ্বৰ হন্তে প্ৰাণীসবৰ প্ৰবৃত্তি হুয়াছে, যি কাৰণ ৰূপে সকলে বিশ্ব ব্যাপিছা, সেই ঈশ্বৰক আপুনাৰ কৰ্মে-অৰ্চনা কৰি মনুষ্যে সিদ্ধিক লভে।···পুৰুষ বিশুদ্ধ বুদ্ধিযুক্ত হুয়া সাত্ত্বিকী ধৃতিয়ে বুদ্ধিক নিশ্চল কৰি শব্দাদি বিষয়ক এড়ি, কাতো ৰাগ-দ্বেষ নাচৰি শুদ্ধ দেশত থাকি পৰিমিত ভোজন কৰি বাক্য-মন-শৰীৰক নিয়মি সদায় ধ্যান-যোগ-পৰ হুয়া পুনু পুনু দৃঢ় বৈৰাগ্য আচৰিব। তেৱে অহঙ্কাৰ দুৰাগ্ৰহ অন্যায় প্ৰবৃত্তি কাম-ক্ৰোধ-পৰিগ্ৰহ মমত্ব এড়ি পৰম শান্তিক পায়া ব্ৰহ্মক পাইবাক লাগি যোগ্য হয়। তেৱে ব্ৰহ্মত বহি প্ৰসন্ন চিত্ত হুয়া নষ্টকো শোক নকৰে, পাইবেও আকাঙ্ক্ষা নকৰে। সকল ভূততে সম হুয়া সৰ্বপ্ৰাণীতে মোৰ দৃষ্টি লক্ষণ পৰম ভক্তি লভিব। তেৱে সেই পৰম ভক্তিয়ে মোক সৰ্বব্যাপী সত্য চৈতন্য আনন্দময় কৰি জানি মোত প্ৰবেশি পৰমানন্দৰূপ হয়।···

"পুৰুষে মোক আশ্ৰয় কৰি সকল কৰ্মক মোত অৰ্পিয়া মোৰ প্ৰসাদে মোত সৰ্বোত্তম নিত্য পদক পাৱে। এতেকে তুমি সৰ্ব কৰ্মক

চিত্তে মোৰ অৰ্পি মোকে পুৰুষাৰ্থ মানি বুদ্ধিযোগক আশ্ৰয় কৰি সততে মোত চিত্ত দিয়াঁ, তেৱে যি হৈবাঁ তাক শুনা। মোত চিত্ত দিয়া মোৰ প্ৰসাদে সকল সংসাৰ-দুখ তৰিবাঁ।

"সকল ভূতৰ হৃদয়-মধ্যত অন্তৰ্য্যামী ঈশ্বৰ প্ৰাণীসৱক নিজ শক্তিয়ে সেই সেই কৰ্মত প্ৰবৰ্ত্তাইতে আছন্ত। যেন দাৰুময় পুতলীক লোকত সূত্ৰধাৰে ফুৰায় তেমনে ঈশ্বৰে দেহাভিমানী জীৱসৱক কৰ্মত প্ৰবৰ্ত্তান্ত, যাতো সকল জীৱ ঈশ্বৰৰ পৰতন্ত্ৰ। এতেকে তুমি অহঙ্কাৰ এড়ি কায়বাক্য-মনে সেই ঈশ্বৰত শৰণ লবাঁ। তেৱে তান প্ৰসাদে পৰম শান্তিক পায়া পৰমেশ্বৰৰ স্থান নিত্য বৈকুণ্ঠ পাইবাঁ।"

যিবোৰ লোকৰ চকুত মহাপুৰুষীয়া ধৰ্মৰ মত চৰমপন্থী বা আচহুৱা যেন লাগে, এই উদ্ধৃতিবোৰে তেওঁলোকৰ সেই দোষ-অনুভৱ দূৰ কৰিব বুলি আশা কৰা হয়। ঘূৰি এতিয়া গীতাৰ প্ৰতিধ্বনি যেন লাগিব পৰা মহাপুৰুষীয়া ঘোষা কেইটিমান উদ্ধৃত কৰি এই প্ৰসঙ্গৰ সামৰণি মৰা হল—

"কৰ্মত বিশ্বাস যাৰ হিয়াত থাকন্তো হৰি
অতিশয় দূৰ হোন্ত তাৰ।
দূৰতো বিদূৰ হোন্ত, অহঙ্কাৰে থাকন্তেও
সাক্ষাতে কৃষ্ণক পাৱে
শ্ৰৱণ কীৰ্ত্তন ধৰ্ম যাৰ ॥ ৬।

আপুনি আপোন বন্ধু আপুনি আপোন শত্ৰু
আপুনি আপোন ৰাখে মাৰে।
হৰিক নভজি নৰ আপুনি হোৱয় নষ্ট,
হৰি ভজি আপোনাক তাৰে ॥ ২৬।

আগম নিগম তৰ্ক পুৰাণ ভাৰত যত
ইতিহাস তন্ত্ৰ-মন্ত্ৰচয়।
হে হৰি তোমাতেসে খেলাৱে কেৱল বাদ,
তোমাৰ তত্বক নজানয় ॥ ৫৭।

হে ভগৱন্ত গুৰু তয়ু পদে মন মোৰ
যি কালত স্থিতিক লভয়।
তোমাৰ কৃপাত তেৱে সকল সাধন শ্ৰম
এড়াই সুখী হৈবোঁহো নিশ্চয় ॥ ৬৩ ।
নমো নমো নাৰায়ণ প্ৰসন্ন হুয়োক হৰি
কৰিয়োক মায়াক নিৰ্য্যাণ।
আপোনাৰ মহিমাক আপুনি বেকত কৰি
জীৱক কৰিয়ো পৰিত্ৰাণ ॥ ৬৮ ।
তোমাৰ মায়ায়ে হৰি কপট গুণক ধৰি
মোহি আছে আমাক সমূলি।
গুচায়োক মায়া স্বামী তোমাৰি চৰণে আমি
ভজিলোহো জয় কৃষ্ণ বুলি ॥" ৬৯ ।

———

ছয়চল্লিশ

# মহাপুৰুষীয়া ধৰ্ম আৰু মায়ামৰা আন্দোলন

"চন্দ্ৰ বেদ ঘোৰা বাণ শকে জন্ম ভৈলা তান
পঞ্চদশ দিনে বৈশাগত।
শুকুলা নৱমী তিথি সৰ্ব শুভগ্ৰহ দৃষ্টি
শুকবাৰে ভৈলন্ত বেকত॥" ৫৬।

"চন্দ্ৰবাণ বেদ বসু শকে সোমবাৰ।
শুক্লা দশমী তিথি পৌষ যে মাসৰ॥
একাদশ দিনে জানা যেৱে আসি ভৈল।
সেহি দিন গুৰু নব-নাটক এৰিল॥" ১৮১।

১৪৭৫ শকৰ (১৫৫৩ খৃঃ) ১৫ বহাগত মায়ামৰা সম্প্ৰদায়ৰ পিতা অনিৰুদ্ধৰ জন্ম। ১৭৬৯ খৃঃৰ অক্টবৰত প্ৰথম মায়ামৰা বিদ্ৰোহৰ সূত্ৰপাত হয়। ১৪৪৯ খৃঃত শঙ্কৰদেৱৰ জন্ম, আৰু মায়ামৰা সম্প্ৰদায় মহাপুৰুষীয়া ধৰ্মৰ এটা শাখাৰ পৰাই গজিছিল। তেন্তে শঙ্কৰদেৱৰ পৰা প্ৰায় তিনিশ আৰু অনিৰুদ্ধৰ পৰা প্ৰায় দুশ বছৰৰ পাছত ধৰ্ম-সম্পৰ্কীয় মূল হেতু লৈয়ে এই আন্দোলন গৰ্জি উঠিবৰ সূত্ৰ কেনে হব পাৰে ভাবি চাবলগীয়া।

পণ্ডিত ৰজা নৰনাৰায়ণ আৰু তেওঁৰ উত্তৰাধিকাৰীইঁতে যাচি দিয়া ৰাজ-সন্মান যি শঙ্কৰদেৱ মাধৱদেৱ দুজনাই আচৰিত আদৰ্শ দেখুৱাই ভৰিৰে ঠেলিলে, তেওঁলোকৰ তিৰোভাবৰ অলপ দিনৰ পাছতে সেই ধৰ্মৰ নাম লৈ জীবিকা আৰু সন্মান বিচৰা বিভিন্ন ধৰ্ম-নেতা ৰাজ-অনুগ্ৰহ বিচাৰি হাবাথুৰি খোৱা হ'ল, আৰু তেনেদৰে লালায়িত হৈয়েই তেওঁলোক মহাপুৰুষীয়া ধৰ্মৰ মহৎ আদৰ্শ লৈ পিঠি দি তাৰ নীতি পৰ্য্যন্ত বলি দিবলৈ কুণ্ঠিত নহল। এনে সকলো

প্ৰলোভনৰ বিৰুদ্ধে উচ্চশিৰ হৈ যি চিৰকাল ঠিয় দি থাকিল, অকল মহাপুৰুষীয়া ধৰ্মৰ ইতিহাসতে নহয়, অসমৰ বুৰঞ্জীত কিয়, সদৌ সভ্য জগতৰ বুৰঞ্জীত চিৰস্মৰণীয় হ'ব লগা সেয়ে মায়ামৰা সম্প্ৰদায়।

অন্ততঃ গদাধৰ সিংহৰ ৰাজত্বৰ পৰাই (১৬৮১-৯৬ খৃঃ) ৰাজশক্তিয়ে বৈষ্ণৱ-নিৰ্য্যাতনৰ যি "পাশৱিক কঠোৰতা-পূৰ্ণ উপায়" অৱলম্বন কৰিছিল, এড্ৱাৰ্ড্ গেইটৰ ভাষাৰেই, তাক অনুমোদন কৰাহে নালাগে কোমল-কাটি কোৱাও অসম্ভৱ। কিন্তু তেওঁলোকৰ কালৰ পৰাও এই কথা কব লাগিব, বৈষ্ণৱ শক্তিৰ উত্থান এনেদৰে আগবাঢ়িছিল যে ৰাজশক্তিয়ে কেতিয়াবাৰ পৰাই তাক ভয়ৰ চকুৰে চাব লগা হৈছিল। গদাধৰ সিংহৰ পুতেক ৰুদ্ৰসিংহৰ কালত (১৬৯৬-১৭১৪ খৃঃ) বৈষ্ণৱ নিৰ্যাতনৰ কঠোৰতা কমিলেও, এইজন ৰজায়েই অসমৰ সমাজ-নীতি ক্ষেত্ৰত যি বিহ গছ ৰুলে সেয়েই অদূৰ ভৱিষ্যতত গোটেই অসম জৰ্জৰিত কৰিলে সন্দেহ নাই; বঙালী শক্তি-মহন্তক আনি অসমৰ গোসাঁই-ঘৰ সমুওৱাই সেই বিহ্ গছ ৰোৱা।

কালৰ ফেৰ্, অসমে পতনৰ এই ঠিয় গড়াত পিছৰ পৰা কেইবাটিও গতা খালে: এক হল ৰুদ্ৰসিংহৰ অযোগ্য উত্তৰাধিকাৰী শিৱসিংহ ৰাজপাটত উঠা (১৭১৪-৪৪ খৃঃ), আৰু দুই হ'ল নটৰ জীয়ৰী ফুলমতীক লোকৰ কুমন্ত্ৰণাত "বৰ ৰজা" পাতি নিজে তেওঁৰ তলতীয়া হৈ চলা; তৃতীয়ত হ'ল, কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ উদ্ধতালি। এই আটাইখিনি একে-লগ হৈ কোনোমতে শান্তিৰ শীতল ছাঁয়ালৈ অহা অসমৰ বৰ ঘৰত মাজ-নিশা জুই দিলে; আৰু তাৰ প্ৰথম কুৰা জুই দিলে এই "বৰ ৰজা" ফুলেশ্বৰীয়ে। গেইটে কবৰ দৰে, গতি আৰু বেয়ালৈ নিবৰ বাবে, ফুলেশ্বৰী নামত বৰ-ৰজা হৈয়ে নাথাকিল; তেওঁ গিৰিয়েকতকৈ বামুণবোৰৰ পাকতহে বৰকৈ পৰিছিল, আৰু হিন্দুৰ পৰা মুছলমান ধৰ্মান্তৰ হোৱাটোৰ গৰু-খোৱাৰ কোব বৰ চৰা হোৱাৰ দৰে নৱকৈ শাক্ত হোৱা ফুলেশ্বৰীৰ এই ধৰ্মৰ প্ৰতি আগ্ৰহৰ আতিশয্যত তেওঁ এনে অত্যাচাৰ চলালে যে তাৰ পৰিণাম অতি

সুদূৰগামী আৰু ভয়ঙ্কৰ নহৈ নাথাকিল। মহাপুৰুষীয়াবিলাকে দেৱী-পূজা নকৰে বুলি শুনি তেওঁ মায়ামৰা মহন্ত কেজনমান ধৰাই নি বলি দিয়া মহ-ছাগলিৰ তেজেৰে তেওঁলোকৰ কপালত ফোঁট দিয়ালে আৰু বলেৰে গোসানী সেৱা কৰাই তাৰ প্ৰসাদ কটিয়ালে। মায়ামৰা গুৰুৰ এই অপমান শিষ্যবিলাক কেতিয়াও নাপাহৰিলে, আৰু আঢ়ৈ কুৰি বছৰ উমাই থকাৰ পাছত ১৭৬৯ত বিদ্ৰোহৰ জুই দপ্ দপ্‌কৈ জ্বলি উঠিল।

কিন্তু ইয়াৰ ভিতৰতে ১৭৩১ত ফুলেশ্বৰী মৰিল। শিৱসিংহই তেওঁৰ ভনীয়েক দেওপদীক বিয়া কৰাই অম্বিকা দেবী নামে বৰ-ৰজা পাতিলে। তেৱোঁ ১৭৩৮ত মৰিলত অনাদৰীক বিয়া কৰাই সৰ্বেশ্বৰী নাম দি বৰ-ৰজা পাতিলে। ১৭৪৪ত শিৱসিংহ মৰিলত যথাক্ৰমে তেওঁৰ ভায়েকহঁত প্ৰমত্ত সিংহ (১৭৪৪-৫১), ৰাজেশ্বৰ সিংহ (১৭৫১-৬৯) আৰু লক্ষ্মীসিংহ (১৭৬৯-৮০) ৰজা হল। ৰাজেশ্বৰ সিংহই তেওঁৰ ৰাজ্যৰ গুৰি-বঠা কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ হাতত এৰি দিছিল, আৰু এৱেঁই শেষত উমাই থকা বিদ্ৰোহৰ জুই ফুৱাই দি জ্বলাই তুলিলে! এদিন মায়ামৰা মহন্তই ৰজাৰ লগত কথা পাতি বৰবৰুৱাক নমতাকৈ গুচি অহাত কীৰ্ত্তিচন্দ্ৰই মহন্তক অত্যন্ত অপমান কৰিলে আৰু তাৰ পাছতে এদিন মৰাণৰ নেতা নাহৰ খোৱাই বৰবৰুৱাৰ কাষলৈ পোনতে নগৈ ৰজাক হাতী শোধোৱাত উঠি-ৰজা বৰবৰুৱাই নাহৰ খোৱাক মতাই নি মাৰ-কিল কৰি কাণ দুখন কাটি পঠাই দিলে। মায়ামৰা গোসাঁয়ে এনে অত্যাচাৰৰ পোতক তুলিবলৈ বুলি তেওঁৰ শিষ্যসমূহ গোটাই লৈ পুতেক বনগঞাক সেনাপতি পাতি বিদ্ৰোহৰ সূত্ৰপাত কৰিলে, আৰু নামৰূপলৈ গৈ তাতো তেওঁৰ মৰাণ আৰু কছাৰী শিষ্য গোটাই লৈ বিদ্ৰোহ গপ্‌গপীয়া কৰিলে।

অক্টোবৰ, ১৭৬৯। ৰাঘৱ মৰাণ নিজে বিদ্ৰোহী দলৰ বৰবৰুৱা হৈ এদল সৈন্য লৈ গৈ উত্তৰ পাৰে কেইবাখনো খণ্ডযুদ্ধত ৰজাৰ ফলীয়া সৈন্যক পৰাস্ত কৰিলে। কীৰ্ত্তিচন্দ্ৰৰ নিৰ্দেশমতে লক্ষ্মীসিংহ

গুৱাহাটীলৈ পলাই গৈছিল, কিন্তু ৰাঘৱে পাৰিষদ কেজনে সৈতে ৰজাক ধৰি বন্দী কৰি পাছত হত্যা কৰিলে। ৰজাৰ ককায়েক ৰবজনা গোহাঁই এই ছেগতে ৰজা হবলৈ বুলি ৰাজধানীলৈ আহোঁতেই তেওঁকো ৰাঘৱৰ আদেশত হত্যা কৰা হ'ল। কীৰ্ত্তিচন্দ্ৰৰ সপুত্ৰে সেই দশাই ঘটিল। মায়া-মৰা গোসাঁইৰ পুতেক বনগঞাই সেনাপতিৰ পৰা এতিয়া ৰজা হব খুজিছিল, পাছে গোসাঁইৰ বাধাত ৰজা নহল। নাহৰ খোৰাৰ পুতেক ৰমাকান্ত মৰাণ নেতাৰূপে এতিয়া অসমৰ ৰাজ-সিংহাসনত বহিল আৰু তেওঁৰ পুতেক দুজন টিপমীয়া আৰু চাৰিঙীয়া ৰজা হ'ল। আন আন বৰ-সৰু বিষয়বোৰ অন্যান্য নেতাৰ মাজত ভগাই দিয়া হ'ল, আৰু তেওঁলোকে সেইবোৰ বিষয়াৰ ঘৰ অধিকাৰ কৰিলে। ৰাঘৱে অকল বৰবৰুৱাৰ ঘৰ অধিকাৰ কৰিয়ে নেৰিলে, মণিপুৰী কুঁৱৰী আদি কীৰ্ত্তিচন্দ্ৰৰ পত্নীইঁতকো নিজা পত্নী কৰিলে। ১৭৬৯ খৃঃত ৰমাকান্তৰ নামে অসমৰ ৰজাৰূপে সোণ-ৰূপৰ মোহৰো প্ৰচলন কৰা হ'ল। ১৩ এপ্ৰিল, ১৭৭০; বিহুৰ আমোদ-প্ৰমোদৰ চেলু লৈ ষড়যন্ত্ৰ কৰি পূৰ্ব্বৰ ৰাজপক্ষৰ লোকবিলাকে ৰাঘৱ, ৰমাকান্ত, নাহৰ খোৰা আদিক হত্যা কৰাই, লক্ষ্মীসিংহক আকৌ ৰজা পাতিলে। প্ৰথম মায়ামৰা বিদ্ৰোহৰ ওৰ পৰিল।

লক্ষ্মীসিংহৰ পাছত গৌৰীনাথ সিংহ (১৭৮০-৯৫) ৰাজপাটত বহিল আৰু নিভাল মাৰি থকা মায়ামৰা সম্প্ৰদায়ক জোকাই ললে। এপ্ৰিল ১৭৮২; মায়ামৰা বিদ্ৰোহীবিলাকে গড়গাৱঁৰ শিঙৰি ঘৰত জুই দিলে; চতুৰ বুঢ়াগোহাঁইৰ বিচক্ষণ বুদ্ধিৰ হেতুকে ৰজা আৰু ৰাজধানী কোনো মতে ৰক্ষা পৰিল। এই বুঢ়াগোহাঁইজনে মিলা-প্ৰীতিৰে মায়ামৰা বিলাকক শান্তিত ৰাখিবলৈ মন্ত্ৰণা দিলে, কিন্তু সেই সৎ বুদ্ধি ৰজাৰ কাণত নোসোমাল; তাৰ বিপৰীতে লৰা-তিকতা নিৰ্বিশেষে মায়ামৰা হত্যাৰ আদেশ দিলে। অকল-ইমানেই নহয়, বিদ্ৰোহত লিপ্ত বুলি অনেক লোকক লৰা-তিকতাই সৈতে চকু কাঢ়ি বা তপত তেলত ভাজি হত্যা কৰালে। (গেইট্)।

তাৰ ফলত মায়ামৰা তৃতীয় তথা শেষ বিদ্ৰোহ আৰম্ভ হ'ল। অত্যন্ত পূবত বদৰ গাঁওবুঢ়াৰ নেতৃত্বত বিদ্ৰোহ আৰম্ভিল; সেইটো সফল নোহোৱাত ১৭৮৬ৰ আগভাগত উত্তৰ পাৰে আন এটা অভিযান তৰিলে। উপায় নাপাই ৰজাই লুকি, ৰাণি, বেলতলা আদিৰ তলতীয়া ৰজাৰ কাষত সহায়ৰ বাবে হাত পাতিলে। নাপালে; পোৱা হলেও তেওঁলোকৰ সহায়ত ৰজা ৰক্ষা নপৰিলেহেতেন। গৌৰীনাথে আকৌ মণিপুৰী, কছাৰী, জয়ন্তীয়া ৰজাবোৰৰ সহায় মাগিলে; কিন্তু ইয়াৰ ভিতৰতে বিদ্ৰোহীবিলাকে ব্ৰহ্মপুত্ৰৰ দুই পাৰে এনেদৰে হেচা দিলে যে ৰজাৰ পক্ষৰ সৈন্য প্ৰত্যেক ঠাইতে হাৰিবলৈ ধৰিলে। বিদ্ৰোহী বিলাকে পুনৰ গড়গাওঁ ৰাজধানী অধিকাৰ কৰিলে, আৰু গৌৰীনাথ গুৱাহাটীলৈ পলাই পত্ৰং দিলে। ইমানৰ সত্বেও বুঢ়াগোহাঁয়ে ১৭৮৯ৰ ফেব্ৰুৱাৰীত নামদাঙত ৰজাৰ পক্ষে ফেৰ পাতিছিল, আৰু ১৭৯০ৰ এপ্ৰিলত যোৰহাটত ৰজাৰ সৈন্যই এটা গড় বান্ধিছিল।

মানুহৰ দুখ-দুৰ্গতি দেখি পানীত হাঁহ নচৰা হৈছিল, আৰু আকালত কলমলাই মানুহে খাদ্য-অখাদ্য একো বিচাৰ নকৰি পেটৰ জুই নুমুৱাবৰ যত্ন কৰিছিল। সদিয়া, মাজুলি আৰু উত্তৰ পাৰত বহুত সৰু-সুৰা ৰজা হ'ল, মৰাণবোৰে সৰ্বানন্দক ৰজা পাতিব খুজিলে আৰু মায়ামৰা সৰ্বসাধাৰণে ভৰত সিংহ নামৰ ডেকা গোসাঁই এজনক ৰংপুৰৰ ( শিৱসাগৰৰ ) ৰাজপাটত বহুৱালে। ১৭৯২ৰ পৰা ১৭৯৭ লৈকে এওঁলোকৰ ইজনৰ বা সিজনৰ নামে মৰোৱা মোহৰ পোৱা হয়। এইদৰে আকৌ ছয় বছৰ কাল মায়ামৰা ৰজাৰ ৰাজত্ব চলিল; গৌৰীনাথ সিংহই মাজ অসম আৰু নামনি অসমত পলাই ফুৰি কাল কটাবলৈ ধৰিলে। গৌৰীনাথৰ নিযুক্ত দৰঙী ৰজা কৃষ্ণনাৰায়ণক খেদাই বিষ্ণুনাৰায়ণে উত্তৰ গুৱাহাটীলৈকে অধিকাৰ কৰিলে। গৌৰীনাথে উপায় নাপাই ভাটিৰ ৰংপুৰৰ ইংৰাজ শাসকৰ যোগে তেতিয়াৰ ভাৰতৰ গৱৰ্ণৰ জেনেৰেল্ কৰ্ণৱালিছলৈ ( ১৭৮৬-৯৩ খৃঃ ) সহায় ভিক্ষা

মাগিলে; আকৌ, সেইটো নিজে কৰব দৰে, সেই অলায়ক ৰজাই নুবুজিলে যে তাৰ দ্বাৰা তেওঁ অসমৰ ভবিষ্যত বুৰঞ্জীৰ গতি একেবাৰে ওলটাই দিব খুজিছে। এয়ে অসমৰ লগত ইংৰাজৰ প্ৰথম সম্বন্ধ সূত্ৰ; ১৭৯২ৰ সেপ্তেম্বৰত প্ৰত্যেক ফৌজত ৬০ জনকৈ ছয় ফৌজ ছিপাহী কেপ্তেইন্ ৱেল্ছৰ নেতৃত্বত ৰজাৰ সহায়ৰ বাবে আহে। ১৭৯৪ত সেই সৈন্যবাহিনীয়ে মায়ামৰা বাহিনীক পৰাস্ত কৰে, আৰু সেই বছৰৰে ১৯ দিশেম্বৰত গৌৰীনাথ ঢুকায়। অসমৰ এই গৃহ-যুদ্ধত মায়ামৰাৰ ফালৰ আঠ নৱ লাখ আৰু ৰজাৰ ফালৰ দুই-তিনি লাখ মুঠ বাৰ লাখ মান মানুহৰ মৃত্যু ঘটি অসমৰ লোকসংখ্যা ৪০ লাখৰ পৰা ২৮ লাখলৈ নামে।

চিদানন্দৰ অনিৰুদ্ধ চৰিতৰ পৰা বুৰঞ্জীৰ এই ঘটনাবিলাকৰ অধিক স্বৰূপ বিৱৰণ আৰু মায়ামৰা সম্প্ৰদায়ৰ সত্যনিষ্ঠা আৰু ধৰ্মনিষ্ঠাৰ আপুৰুগীয়া চানেকি দেখিবলৈ পোৱা হয়। বুৰঞ্জীসম্মত তাৰ প্ৰথম ঘটনাটিৰ জীৱন্ত বৰ্ণনাই নিজ ধৰ্ম-নিষ্ঠাৰ ৰখাৰ বাবে প্ৰাণ উছৰ্গা কৰা উদাহৰণৰূপে জগতৰ বুৰঞ্জীত চিৰকাল জিলিকি থাকিব সন্দেহ নাই।—

"চুচেংফা নৃপতিৰ ৰাজত্ব কালত।
মায়ামৰা সত্ৰৰ আছিল চাৰি পাত্ৰ॥ ২৮০।
সিসৱাৰ নাম কহোঁ শুনা ভিন্নে ভিন্ন।
লাকো বৰপাত্ৰ আৰু নেওগ ফুকন॥
সোলা গুইমেলা যে আৱৰ একজন।
ৰাজাৰ সভাত বসি থাকে সৰ্ব্বক্ষণ॥ ২৮১।
সিবেলাত সিটো সত্ৰে কৃষ্ণদেৱ স্থিত।
আত্মমূৰ্ত্তি সুত বহুগুণে অলঙ্কৃত॥
তেৰাৰ সেৱক চাৰিজন শুদ্ধাশয়।
ৰাজাৰ সভাত থাকি বিচাৰ কৰয়॥ ২৮২।
সিসকলে নৃপতিক নকৰে বন্দন।
চাৰিকো চাৰিয়ে মাথা দমাই কৰে মান॥

তাক দেখি অন্য সভাসদ একজনে।
ৰাজাত দিলন্ত খল মৰাইবাক মনে ॥ ২৮৩।
এই চাৰিজন যে পুৰণি ভকত হয়।
সেহি হেতু নৃপতিক সেৱা নকৰয় ॥
এহি কথা শুনি খোৰা ৰাজাৰ কুমাৰ।
তাসম্বাক বাক্য বুলিলন্ত খৰোত্তৰ ॥ ২৮৪।
কি কাৰণে মোক সেৱা নকৰা আতাই।
আমাৰ আগত কথা কহিয়ো বুজাই ॥ ২৮৫।
ৰাজাৰ বচন শুনি পাছে পাত্ৰবৰ।
কৰযোৰে মহাৰঙ্গে দিলন্ত উত্তৰ ॥
যেহি লাগে তাকে কৰিয়োক মহাৰাই।
সত্য কথা কৈয়োঁ আমি সৱে সমুদাই ॥ ২৮৬।
যাক গুৰু মানি আমি দিয়া আছোঁ শিৰ।
নদমাওঁ মাথা সেহি জনৰ বাহিৰ ॥
হেন শুনি ৰাজা পাছে বুলিলন্ত বাণী।
নাওৰাত কিবা মাথা নোদোওৱাঁ তুমি ॥ ২৮৭।
মুণ্ড চাপৰাইবে লাগে বুলি আমি সৱে।
বৰ যে মাৰল ঘৰ নকৰিলোঁ আগে ॥
দীঘল কৰিয়া ঘৰ হোৱয় আমাৰ।
মূধে দ্বাৰ দিয়া থাকে জানা সাবে সাৰ ॥ ২৮৮।
সেহি কথা শুনি মৌন ৰহিলা নৃপতি।
চৰ পঠাইয়া পাছে বুজিলা যুগুতি ॥
পুৰণি ভকতৰ গ্ৰাম আছে যত যত।
পৰ্য্যাটি আসিয়া দূতে কহিলা ৰাজাত ॥ ২৮৯।
মূধে বাট কটা পেটে নাহিকে দুৱাৰ।
হেন শুনি ৰাজা অতি ভৈল চমৎকাৰ ॥

পুনৰপি পাত্ৰসকলক মাতি আনি।
মহা শান্তভাৱে ৰাজা বুলিলন্ত বাণী ॥ ২৯০ ।
যদি তোমাসাৰ হোৱে প্ৰাণৰ সঙ্কট।
তেতিয়া মাথাক নিয়া ৰাখিবা তলত ॥
হেন বাক্য শুনি ভ্ৰাতৃসম্বাৰ চাৰিজন।
ৰাজাৰ মুখক চাই বুলিলা বচন ॥ ২৯১ ।
যদি প্ৰাণ মৰে সিও কথা অতি ভাল।
তথাপিতো মূৰ নচাপৰে কোনো কাল ॥
হেন শুনি ৰাজা ভৈল পৰম বিস্ময়।
পৰীক্ষা কৰিবে লাগি মনে আলোচয় ॥ ২৯২ ।
তেজী ঘোৰা চাৰি গোট তেখনে অনাইলা।
পথত দীঘল খাণ্ডা-যতনে বন্ধাইলা ॥
ঘোৰা দৌৰাইবাক লাগি কৰিলা আদেশ।
তেসম্বেও ৰঙ্গমনে উঠিলা নিঃশেষ ॥ ২৯৩ ।
ঘোৰাত উঠিলা আগে নেওগ ফুকন।
বিজুলী সঞ্চাৰে ঘোৰা কৰিলা গমন ॥
খাণ্ডা সমীপত মাথা নত নকৰিলা।
খাণ্ডা ঘায়ে মুণ্ড গোট উফৰি পৰিলা ॥ ২৯৪ ।
গাণ্ডী গোট ঘোৰাৰ যে ওপৰে থাকিলা।
গুই মেলা সোলাবো যে সেহি মত ভৈলা ॥
আন দুজনক ৰাজা ৰাখিলা ধৰাই।
দেখি বুদ্ধিস্বৰ্গনাৰায়ণ মহাৰাই ॥ ২৯৫ ।
গুণিবে লাগিলা ৰাজা শোক কৰি অতি।
একনিষ্ঠ লোক মাৰি ভৈলোঁ ভক্ত-ঘাতী ॥ ২৯৬ ।
তোমৰা সবৰ জানিলোঁহো একমত।
এক গুৰু পদ বিনে নাজানা সতত ॥ ২৯৭ ।

এতেকে মতেক আখ্যা দিলোঁ আজি ধৰি।
এহি কথা নিশ্চয় জানিবা স্থিৰ কৰি ॥ ৩০০ ।

মহাপুৰুষীয়া ধৰ্মৰ একনিষ্ঠা মাহাত্ম্য দেখুৱাবলৈ মায়ামৰা সম্প্ৰদায়ৰ এই একেটি ঘটনাই যথেষ্ট। বহুতে ভুলকৈ ভবাৰ দৰে মহাপুৰুষীয়া যে দুৰ্বল বা কাপুৰুষৰ ধৰ্ম নহয় তাকো মায়ামৰা আন্দোলনেই চকুত আঙুলি দি দেখুৱাব ; আণৱিক বোমাতকৈও কি অসীম শক্তি ঈশ্বৰৰ একশৰণত সোমাই আছে তাকো এই আন্দোলনেই দেখুৱাব। শঙ্কৰদেৱেহে নালাগে অনিৰুদ্ধদেৱেও যুদ্ধৰ দৰে হিংসা বৃত্তিৰ আশ্ৰয় লবলৈ ক'তো কোৱা নাই সচা ; কিন্তু তেওঁলোকে তেনেদৰে অন্যায়ত আত্মসমৰ্পণ কৰিবলৈকো কোৱা নাই। মহাপুৰুষীয়া ধৰ্মৰ শিক্ষাৰ মৰ্ম ভীৰুতা-নীচতা আদিয়েই মহাপাপ, সৎসাহ-উদাৰতা আদিয়েই মহাপুণ্য ; অসত্য-জড়তা আদিয়েই মহাশক্ৰ, উদ্যম-উৎসাহ আদিয়েই মহামিত্ৰ ; আত্ম-বিস্মৃতিয়েই মহামৃত্যু, আত্ম-উপলব্ধিয়েই মহাজীৱন ; আৰু এই মহাজীৱনৰ মহাশক্তি হল একনিষ্ঠা-ভক্তি, আৰু মহা-সম্বল হল আত্ম-বিশ্বাস।

এক প্ৰকাৰে চালে অসম বুৰঞ্জীৰ এই একমাত্ৰ লেখৰ ঘটনা মায়ামৰা আন্দোলন ফৰাছী বুৰঞ্জীৰ জোৱান-ডা-আৰ্কৰ কাহিনীৰ দৰে এক enigma (মহাৰহস্য)। যি অসমৰ ৰাজশক্তিয়ে বিশ্ববিজয়ী মোগলৰ লেখি লেখি ১৭টা আক্ৰমণ ব্যৰ্থ কৰিব পাৰিছিল, সেই ৰাজ-শক্তিয়েই অস্ত্ৰ-শস্ত্ৰহীন নিৰামিষী এমুঠি প্ৰজাৰ কাষত এবাৰকৈ নহয় বাৰ-ডুবাৰকৈ নত-শিৰ হব লগা হৈছিল ; কিহৰ বাবে ? এই মায়া-মৰাৰ ৰণত শাস্তীসকলে নিজ কোঁচ পাতি গুলি ধৰি অসম-ৰাজশক্তিক তাচ্ছিল্য আৰু লাঞ্ছিত কৰিছিল ; কিহৰ শক্তিত ? ই জোৱান-ডা-আৰ্কৰ কাহিনীতকৈও আচৰিত হলেও সত্যই। দুৰ্ভাগ্যৰ কথা, জগতৰ বুৰঞ্জীৰ পাতত চিৰকাল জিলিকি থাকিব লগা এনে এটি কাহিনীয়েও অসম-বুৰঞ্জীত নিজ শ্ৰেষ্ঠস্থান আজিলৈকে লাভ কৰা নাই। মায়ামৰা

আন্দোলনৰ মূলত বৈষ্ণৱ-নির্য্যাতন, গোসাঁই বা নাহৰখোৱাৰ ব্যক্তি-গত অপমান আদি কাহিনী থাকিব পাৰে, কিন্তু তাৰ বাবে এই আন্দোলন সঙ্কীর্ণ বা ক্ষুদ্র স্বার্থজনিত বুলিলে সত্যদৃষ্টি বা সত্য-আলাপ নহয়। অসম অকল বজা-বাণীৰ দেশ নাছিল, ইয়াত মানুহ আছিল আৰু সেই মানুহৰ আত্ম-সম্মান আত্ম-অনুভৱ আছিল, তাৰ বাবে তেওঁলোকে নিজ জীৱন-সর্বস্ব হেলাবঙে বলি দিব পাৰিছিল, মায়ামৰা আন্দোলনে এই মহাবার্তা জগতক চিঞৰি কৈছে।

উদাহৰণেৰে শিকোৱা দর্শন-শাস্ত্রৰ নামেই বুৰঞ্জী, এই কথা আমি সহজে উপলব্ধি কৰিব পাৰোঁহঁক। মায়ামৰা আন্দোলনৰ ব্যৱহাৰিক ফালত গুৰিতে আমি দেখা পাওঁ ৰুদ্রসিংহৰ সেই মাৰাত্মক ভুল, নিজ দেশৰ নির্মল মহাপুৰুষীয়া ধর্ম আওহেলা কৰি বঙ্গ দেশৰ নতুন "ভয়াবহ" শাক্তধর্মৰূপ ফেটি গোম বৰ ঘৰত সুমুওৱা। অসমৰ ঐতিহাসিক উপন্যাসৰ সম্রাট ৰজনীকান্ত বৰদলৈৰ ভাষাৰে: "স্বধর্ম এৰি পৰধর্ম লোৱাৰ ফল এই হল যে আহোমৰ সিংহাসন লৰিল— আহোমৰ ৰাজছত্র যি মুহূর্তৰ পৰা ফুলেশ্বৰীৰ মূৰত উঠিল, সেই দিনৰে পৰা আহোম ৰাজবংশ "লক্ষ্মীছাড়া" হল,—৺শিৱসিংহ, ৺ৰাজেশ্বৰ সিংহ, ৺গৌৰীনাথ সিংহ, ৺চন্দ্রকান্ত সিংহ, ৺পুৰন্দৰ সিংহ কেৱে আৰু ৰাজপাট সুখেৰে খাবলৈ নাপালে। যি ছত্র আৰু সিংহাসন সেই কালতে লৰিল, আৰু লৰিলেই; বর্ত্তমানে তাৰ অস্তিত্বও নোহোৱা হল।" সচা কথা, অতীত অতীতত মিহলি হল; কিন্তু যি ঘোৰ ভৱিষ্যত আমাৰ সম্মুখত ঠিয়, তাৰ চকুলৈ চাবলৈ আমাক সেই অতীতে একো শিক্ষা নিদিয়েনে?

## সাতচল্লিশ

## শঙ্কৰদেৱত জগত-গুৰু লক্ষণ

বহুতৰ ধাৰণা যে "জগত-গুৰু" কথাটো জগতৰ অবিসম্বাদী ধৰ্ম-নেতা হোৱা বা অতি অধিক সংখ্যক মতাৱলম্বী পোৱাৰ ওপৰত নিৰ্ভৰ কৰে : ই ভুল, কিয়নো তেনে লেখৰ পৰা "জগত-গুৰু" আখ্যা হোৱা দেখিবলৈ পোৱা নহয়। এজনৰ প্ৰচাৰিত ধৰ্মমত সাম্প্ৰদায়িক সঙ্কীৰ্ণতা বৰ্জিত হৈ উদাৰ উচ্চ আৰু বিশ্বজনীন হলেই অৰ্থাৎ জাতি-বৰ্ণ আৰু দেশ-কাল অভেদে সৰ্বজনৰ সহজে গৃহীত হবৰ উপযোগী হলেই তেনেজনক জগত-গুৰু বুলিব পাৰি ; আৰু এই অৰ্থত শঙ্কৰ-দেৱৰ প্ৰতি জগত-গুৰু আখ্যা যিদৰে প্ৰযোজ্য হয় সকলো ধৰ্ম-গুৰুত হঠাৎ সেইদৰে হয় যেন নালাগে।

সচা কথা, শঙ্কৰদেৱৰ ধৰ্ম নিজ ঠাইতেই তেনে বিপুলভাৱে প্ৰচাৰিত নহয় ; কিন্তু বাসুদেৱ, বুদ্ধদেৱ, যীশুখৃষ্ট আদিৰো ধৰ্মমতে প্ৰথম কেইবা শ বছৰ জুৰি তেনে ব্যাপকতা লাভ কৰা নাছিল, গতিকে বৰ্তমান প্ৰচাৰৰ দ্বাৰা মহাপুৰুষীয়া ধৰ্মৰ সত্য-বস্তুৱে প্ৰসাৰতা লাভ কৰিবৰ সম্ভৱ নাই বুলিব নোৱাৰি। বাসুদেৱৰ নিজ ঠাই মথুৰাতে বৈষ্ণৱ ধৰ্মই অনেক শ বছৰলৈ ভালদৰে মূৰ তুলিব নোৱাৰি-ছিল। যে মথুৰাৰ সমসাময়িক অনেক সাপ-পূজা বিষয়ক লিপিৰ সন্মুখত বিষ্ণুধৰ্ম বিষয়ক লিপিৰ নগণ্য অৱস্থাই বিশেষভাৱে প্ৰমাণ কৰে ; পৌৰাণিক কালীয় দমন কাহিনী তাৰ বিৰুদ্ধেই পৰৱৰ্তী বৈষ্ণৱ প্ৰচাৰকৰ প্ৰচাৰ মাত্ৰ। মহম্মদ নিজ মত লৈ নিজ জন্মভূমি মক্কাত থাকিব নোৱাৰি পলাই যোৱাৰ দৰে যীশুৱেও নিজ মতৰ বাবে মৃত্যুদণ্ড লব লগা হৈছিল তেওঁৰ দেঢ়কুৰি বছৰ বয়সত। নৈষ্ঠিক মতৰ বিৰুদ্ধে আধুনিক সকলো প্ৰমাণ দি বহুতে দেখুৱায় যোলে

ক্ৰুছত যীশুৰ মৃত্যু নোহোৱাত তেওঁ পলাই সাৰি আহি ভাৰতবৰ্ষৰ কাশ্মীৰত "ঈশ" বুলি ছদ্মনামেৰে থাকি ধৰ্মমত বিয়পাই ১০৭ বছৰ মান বয়সতহে ঢুকায়। কিন্তু তেওঁৰ অনেক পাছত তেওঁৰ শিষ্যসকলে য়ুৰপ আৰু সমগ্ৰ পৃথিবীত তেওঁৰ ধৰ্মমত প্ৰচাৰ কৰে। বুদ্ধদেৱৰো একাধিক শতিকাৰ পাছতো অশোক আদি ৰাজশিষ্যই তেওঁৰ ধৰ্ম জগতত বহলায়। আমি আশা কৰোঁ শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম-মততো মহৎ সত্য বস্তু থকা বাবে সি জগতত বিপুল জীৱন আৰু প্ৰসাৰ-প্ৰচাৰ লাভ কৰিব।

শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্মৰ ভৱিষ্যত জীৱন আৰু প্ৰসাৰ লাভৰ বীজ আছে তাৰ উদাৰতা আৰু সৰলতাত। ক্ৰিয়া-কাণ্ড-বহুল আড়ম্বৰপূৰ্ণ কোনো ধৰ্মৰে ভৱিষ্যত নাই বুলি জগতৰ বৰ্তমান চিন্তা-সোতৰ গতিৰ পৰা অনুমান কৰিব পাৰি। মুক্তিৰ উপায় একমাত্ৰ একশৰণ আৰু নাম-ধৰ্ম,—ইমান সহজ কৰি ধৰ্মজীৱন বিশ্ব-মানৱৰ সৰ্বসুলভ আৰু সৰ্বমঙ্গলময় কৰি দিওঁতা এতিয়ালৈকে জগতৰ শেষ সত্য-ধৰ্ম বিলাওঁতা শঙ্কৰদেৱ। একশৰণ বোলা মাত্ৰকতে অন্য দেৱীদেৱৰ সেৱা, অধৰ্ম-অপধৰ্ম সকলো আঁতৰিল ; আৰু নাম-ধৰ্ম বোলা মাত্ৰকতে হিংসা-কপট দূৰলৈ ঠেলি জীৱ-দয়া আৰু আত্মশুদ্ধি-লাভ হৈ মায়ামুগ্ধ জীৱ মায়ামুক্ত-শিৱত পৰিণত হল ; কিয়নো নাম-ধৰ্মই ততালিকে সাত কাম সাধে—

"প্ৰথমে দহিব পাতকচয়। কৰিব মহাপুণ্য অভ্যুদয়॥
উপজাইব বিষয়ত বিৰকতি। কৃষ্ণত বাঢ়িব প্ৰেম-ভকতি॥
উপজাইব অতি বৈষ্ণৱ জ্ঞান। মায়াক কৰিব দহি নিৰ্য্যান॥
চৈতন্যময় পূৰ্ণানন্দ হবি। থৈৰন্তু তাক-এৰে এক কৰি॥

এই নাম-ধৰ্ম তথা ভক্তি-পন্থা ঈশ্বৰ-লাভৰ short cut (চমু বাট)। যিহেতুকে বৰ্তমান যুগ ক্ৰিয়া-কাণ্ড-বহুল জটিল উপাসনাৰ বাবে সমূলি উপযোগী নহয়, শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্মই সহজে সকলোৰে মন আকৰ্ষণ কৰিব। তদুপৰি এই ধৰ্মত কোনো "বুজৰুকি"

বা "ভণ্ডামি"ৰ ঠাই নাই ; ইয়াত কোনো বেপাৰী বুদ্ধি (trade-secret) নাই : গতিকে আজিৰ যুগৰ বাবে ই সম্পূৰ্ণ উপযোগী। তাতোকৈ আৱশ্যকীয় কথা, শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্মত কোনো ওকালতি বা কোনো দাসত্বৰ আৱশ্যক নাই ; নাম-ধৰ্ম ভগৱন্তৰ সগত প্ৰত্যক্ষ আত্মনিবেদনৰ ভাষা, প্ৰাণৰ ভাষা আৰু মধ্যস্থতা-হীন প্ৰত্যক্ষ সাক্ষাতৰ উপায়।

ভক্তিবাদ স্বয়ং এক ৰহস্যবাদ, আৰু ই জগতৰ ভক্তিবাদীসকলৰ এক বিশ্বজনীন ধৰ্ম। মহাপুৰুষীয়া ধৰ্মৰ শৰণ-ভজনৰ দৰে মুছলমান ৰহস্যবাদীৰ মাজত যথাক্ৰমে "খৰাবাত" (মুকলি সমাজ) আৰু "মৈখানা" (ৰহস্য-মন্দিৰ) প্ৰচলিত। নামামৃতক এই ছুফীৰ গোপনীয় ভাষাত "বাদ" (সুৰা) বোলে ; এঘাৰ শতিকাৰ ৰহস্যবাদী পাৰস্যী কবি ওমৰ খায়ামে লিখিছে—

"ৰহস্য-মন্দিৰ মাজত তোমাৰ নামকেই বোলে স্বৰ্গীয় সুৰা ;
তাৰ ৰাগিতেই হওঁ মতলীয়া, সংজ্ঞাহীন মই, তেনেই মৰা।
পৱিত্ৰ মন্দিৰ' ভিতৰত ভাবোঁ বিশ্বৰ আত্মা স্বৰূপ মই ;
বিপুল বিশ্বই বিৰাট শৰীৰ মোৰ ই স্বৰ্গীয় আত্মা ভৰা।"

ভক্তিবাদৰ মূল কথা হ'ল কপটহীনতা, অহঙ্কাৰ-শূন্যতা। নিজামী গঞ্জ্ৱী নামৰ এজন ছুফীয়ে লিখিছে :

"ই মজ্লিছত সচাকৈয়ে যদি আহিছাঁ কোনোবা সোমাওঁ বুলি,
কোনো কথা নাই, কায়মনোবাক্যে হোৱাঁ সকলোৰে ভৰিৰ ধূলি।
হায়, অ' নিজামী, ছুৱাৰ হেঁচুকি বাহিৰতে ৰ'বি কিমান পৰ ?
মূৰ্খ! এই প্ৰেম পাৱক-অগনি, ধোঁৱা পঠিয়াই বাহিৰে তুলি।"

জীৱনৰ সদৌ অনিশ্চয়তাৰ সম্পৰ্কত প্ৰাক্-খৃষ্ট যুগৰ সংস্কৃত কবি ভৰ্তৃহৰিয়ে লিখিছে—

"ভোগা ন ভুক্তাঃ বয়মেব ভুক্তা—
তপো ন তপ্তং বয়মেব তপ্তাঃ।

কালো ন যাতো বয়মেৱ যাতা—
তৃষ্ণা ন জীৰ্ণা বয়মেৱ জীৰ্ণাঃ ॥”

ওমৰে এটি কবায়াতত ঠিক তেনেদৰেই কৈছে—

“দেহী অই ! কিনো পাম-খাম বুলি আছিলোঁ, সংসাৰ দুখনৰ সাৰ ;
কালৰ চকৰি বুকৰ ওপৰে গচকি-ফেনেকি কৰিছে মাৰ।
এনিমিষ নউ যাওঁতেই দেখোঁ হয় জীৱনৰ নিমিষ শেষ—
ভোক ভোক বুলি থাকোঁতে ইফালে ভোকে-শোকে হয় আয়ুস পাৰ।”

“নিবৃত্ত ভোগেচ্ছা পুৰুষ বহুমানোঽপি গলিতঃ
সমানাঃ স্বৰ্যাতাঃ সপদি সুহৃদো জীৱিতসমাঃ।
শনৈৰ্যষ্ট্যুত্থানং ঘন তিমিৰ ৰুদ্ধে চ নয়নে
অহো ধৃষ্টঃ কায়স্তদপি মৰণামায় চকিতঃ ॥” ভৰ্তৃহৰি।

“মধুৰ যৌৱন মলঙে হাততে, ভোগৰ আশাটি গুমুৱা নাই ;
এটি দাঁতো নাই, তেও চোবাবৰ বস্তুৰ ফাললে’ মনটি যায়।
মাটি ছোওঁ ছোওঁ দেহ দোঁও খাই, কি যে প্ৰণামৰ ভাওটি চোৱাঁ—
লাখুটিত ধৰি বগুৱা বাওঁতে মৰণৰ দেশ অৱশ্যে পায়।”

“প্ৰাপ্তাঃ শ্ৰিয়ঃ সকল কাম দুধাস্ততঃ কিং
দত্তং পদং শিৰসি বিদ্বিষতাং ততঃ কিম্।
সম্মানিতাঃ প্ৰণয়িণী বিভৱৈস্ততঃ কিং
কল্পং স্থিতং তনুভৃতাং তনুভিস্ততঃ কিম্ ॥” ভৰ্তৃহৰি

“সসাগৰা ধৰা শাসন কৰিলোঁ, ফুটুকাৰ ফেন কি সোপা পালোঁ ?
গুণ-যশেৰেই পৃথিবী জিনিলোঁ, ফুটুকাৰ ফেন কি সোপা পালোঁ ?
শত শৰদৰ জীৱনত জাপি শতেক শৰদ কৰিলোঁ লাভ—
লেখি-বুজি চোৱাঁ, লেখি-বুজি লোৱাঁ, ফুটুকাৰ ফেন কি সোপা পালোঁ।”

ৰহস্যবাদী ওমৰ খয়াম কবি আছিল, ধৰ্মপ্ৰচাৰক নাছিল ; কিন্তু কবি স্বৰূপে তেওঁ যিখিনি লিখিছে শঙ্কৰদেৱৰ কথাৰ লগত সি বিশ্বজনীন ভাবৰ সুৰত মিলি যায় :—

"ওম্ তৎসৎ! তেওঁ অবিহনে বিশ্ব-চৰাচৰ একোৱে' নাই ;
সৃষ্টি-গ্ৰন্থখনি' পাত লুটিয়ালে এই মহাসত্য হাততে পায়।
তৰুণ অৰুণ হিৰণ কিৰণ দেখিলে আন্ধাৰ থাকেনে বাক ?
প্ৰেম-পৰশত ভক্তিৰ সলিতা জ্বলিলে অবিদ্যা কেনিবা যায়।

জ্ঞান-মান-যশ একোৱেই ঠাই নাপায় কদাপি তোমাৰ তাত ;
পাপ-পুণ্য দোষ-গুণ একোৱেও নোৱাৰে ভেটিব তোমাৰ বাট।
পাপ-আলান্ধুৰে কেটুৰি-কলীয়া মুখ দেখি মোক হাঁহক লোকে ;
মই জানো, গ'লে ধুৱাই-খুৱাই সাবটি হৃদয় কৰিবা শাঁত।

কাঠৰ কঠুৰা হিয়া আছে ক'ত, নগলা তোমাৰ পৰশ পাই ;
এনে দিন-কণা আছে বাৰু ক'ত, পগলা নোহোৱা তোমাক চাই ?
সৰু-বৰ কিম্বা পাপী-পুণ্যবান তোমাৰ কাষত আছেনে ভিন ?
এনে ধুম-কলা ক'ত, যি নহয় উতলা তোমাৰ গীতত, হায় !"

আকৌ, ওমৰৰ ৰুবায়াৎত আছে—

"অ' মন, হীন দেখ সকলোটি, তই যায় কিয় হীনটি হই ?
লোকৰ ডিঙিত চিপজৰী দিয়, নিজেই মৰিলি চিপকে লই।
হায়, অ'জীৱন ! সংসাৰ-মজিয়া গচকিনো তই কি লাভ পালি ?
কিহৰ টোপোলা বান্ধিছিলি ? নিব শেষত তোকেহে টোপোলাকই।

হে হৃদয়, তোৰ সখিক বাজত বিচাৰি উতলা নহবি অ'ই !
সেই শক্তি-শেল জানিবি তয়েই, বিসল্যকৰণি পুনৰ তই।
গোপন-গুহাত গভীৰ-গহীন বিষাদৰ গীত ঢালি দে তোৰ—
তোৰ প্ৰেয়সীয়ে খেলে লুকালুকি জানিবি তোকেহে মাজত লই।"

মাধৱদেৱৰ নাম-ঘোষাত একে বিশ্বজনীন সুৰ—

“হে মন, তোৰ কাম সঙ্কল্প বিকল্প ধৰ্ম,
তেজি মিছা কামনা সকল।
সদায়ে সঙ্কল্প মাত্র কৰিয়ো সুহৃদ মন,
কৃষ্ণ নাম পৰম মঙ্গল॥ ৯২।
শুনিয়ো হৃদয় হেৰ, ব্ৰহ্মাণ্ড ভিতৰে যত
বস্তু আছে তোক নোজোড়য়।
তাক তেজি কৃষ্ণ-নাম অক্ষয় অমৃত পীয়া
সন্তোষক লভিয়ো হৃদয়॥ ৯৩।”

নাম-মাহাত্ম্যৰ বিষয়ে ওমৰ কবায়াতত আছে—

“প্ৰভুৰ নামৰ অমিয়া মন্ত্ৰত মুগুধ নহয় হৃদয় যাৰ
পৰশমণিৰ পৰশে নাপায় কাঠৰ কঠুৱা চিতটি তাৰ।
যিদিনা প্ৰভুৰ চৰণ নিচিন্তা, নামৰ অমিয়া নকৰাঁ পান—
তেনুৱা দুৰ্দিন নাই পৃথিবীত, তেনুৱা দুৰ্দিন নৰক-সাৰ।

পীয়াঁ পীয়াঁ নামৰ অমিয়া, তেওঁৰে চৰণ হিয়াত ধৰাঁ,
পাপী পৌত্তলিক কিম্বা দানশীল ভেদাভেদ ভাব সকলো এৰাঁ।
দান-অহঙ্কাৰ ব্ৰত-অভিমান তেওঁৰ কাষত বিচাৰ নাই—
পূৰ্ণানন্দময় ভক্তৰ হৃদয়, তাতে থাকে তেওঁ উলাহ-ভৰা।”

মাধৱদেৱৰ “নামঘোষা”ত আকৌ বিশ্বজনীন সুৰ—

“পীয়ু পীয়ু ভাই ভাৱক সকল
হৰি-নাম-ৰস-সাৰ।
যাক পায়া মহা মহন্তে কৰয়
মুকুতিকো পৰিহাৰ॥” ১৪৪।

"মাধৱৰ ৰঙা দুই চৰণে ধৰিয়া।
ৰাম নাম ৰস পীয়ো অঞ্জলি ভৰিয়া॥
পীয়ু পীয়ু পীয়ু অমিয়া মাধুৰী হৰি-নাম, ৰাম ৰাম।
দূৰতে তেজিয়া থৈয়ো আন যত কাম, ৰাম ৰাম॥" ৭০৪।

"নোহো জানা আমি চাৰি জাতি, চাৰিও আশ্ৰমী নোহো আতি,
নোহো ধৰ্মশীল দান-ব্ৰত তীৰ্থগামী।
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ গোপীভৰ্ত্তা পদ-কমলৰ
দাসৰো দাসৰ তান দাস ভৈলোঁ আমি॥"



## আঠচল্লিশ

# মহাপুৰুষীয়া ধৰ্মৰ প্ৰকৃত তাৎপৰ্য

বহুতৰ এনে ভুল ধাৰণা আছে যে "মহাপুৰুষীয়া" শব্দই অকল শঙ্কৰদেৱ-মাধৱদেৱক বুজায় আৰু সেইদেখি ই এটা সাম্প্ৰদায়িক ধৰ্ম মাত্ৰ। এই ধাৰণা যেনে ভ্ৰান্ত, তেনে অন্যায়ো; কিয়নো ই এই বিশ্বজনীন্ ধৰ্মক সেই ৰঙীন্ আৰু সঙ্কীৰ্ণ দৃষ্টিত চাবলৈ শিকায়। তদুপৰি "মহাপুৰুষীয়া" শব্দটোৰে মূল যি ব্যাপক আৰু দাৰ্শনিক তাৎপৰ্য্যপূৰ্ণ ধৰ্মতত্ত্বৰ নিৰ্দ্দেশ দিয়ে তাকো ই ঢাকি ধৰে। স্বৰূপতে শঙ্কৰদেৱ-মাধৱদেৱক আদিতে "মহাপুৰুষ" বোলা কথাৰ মূল ক'তো নাই; এক প্ৰচলিত ধাৰণাত বহুতৰ মাজত এনে মত চলি আহিছে।

সাংখ্যমতে প্ৰকৃতি-পুৰুষৰ পৰা জগতৰ সৃষ্টি হৈছে; মহাপুৰুষীয়া ধৰ্মই নানাভাৱে এই সাংখ্য মত খণ্ডন কৰি আহিছে, আমি সম্প্ৰতি অকল মাধৱদেৱৰ "নামঘোষা'ৰ পৰাই তাৰ প্ৰমাণ দিছোঁ।—

"প্ৰকৃতি পুৰুষ দুইতো কৰি পৰ
দুইহানো নিজ কাৰণ।
পৰম ঈশ্বৰ নামক ধৰিয়া
আছা তাতে নাৰায়ণ॥" ১৭৩।
"প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ॥" ৪০৫।

মহাপুৰুষীয়া ধৰ্মমতে প্ৰকৃতি আৰু পুৰুষৰ পৰা জগতৰ সৃষ্টি হোৱা নাই; হৈছে প্ৰকৃতি-পুৰুষ দুইতকৈ যি সুকীয়া আৰু দুইৰো যি মূল কাৰণ আৰু সেই দুইকো চলাওঁতা, সেই পৰমেশ্বৰ 'নাৰায়ণ' 'মাধৱ'ৰ পৰা। এইখিনিতো বহুতৰ ভুল ধাৰণা হব পাৰে যে শঙ্কৰদেৱে

সাংখ্য দৰ্শনৰ মত নামানি উত্তৰ মীমাংসা বা বেদান্তৰ মত মানিছে ; কিন্তু সিও নহয়। বেদান্তৰ প্ৰতিপাদ্য "ব্ৰহ্ম" ; মহাপুৰুষীয়া ধৰ্মই এই ব্ৰহ্মকো মূল বুলি স্বীকাৰ কৰা নাই, আৰু ব্ৰহ্ম-বাদীবিলাকক সমৰ্থন নকৰা বুলি চৰিত-পুথিত স্পষ্ট কোৱা আছে।

মহাপুৰুষীয়া মতে ঈশ্বৰ অকল প্ৰকৃতি-পুৰুষৰহে ওপৰত এনে নহয়, তেওঁ স্বয়ং ব্ৰহ্মৰো ওপৰত—

"ক্ষৰ পদে ইটো দেহক বোলয়,
অক্ষৰ শবদে ব্ৰহ্ম।
দুইত কৰি হৰি উত্তম নিমিত্তে
প্ৰখ্যাত পুৰুষোত্তম ॥" ১৭১।

"Primum mobile immotum" 'ঘাই চালক জনেই অচল' বুলি এৰিষ্টটলৰ ঈশ্বৰৰ ধাৰণাৰ বিৰুদ্ধে যি অভিযোগ কৰা হয়, বেদান্তৰ ব্ৰহ্মবাদৰ বিষয়েও সেই অভিযোগ কিছু পৰিমাণে খাটে। 'বেছেৰা এৰিষ্টটলীয় ঈশ্বৰ! তেওঁ অকামিলা ৰজা ; তেওঁৰ ৰাজত্ব আছে, শাসন হলে নাই!' সাংখ্য দৰ্শনৰ পুৰুষো তেনে ক্ৰিয়াহীন কৰ্ত্তা, যেন বহি-ৰজা শিৱসিংহ ; উঠি-ৰজা বৰ-ৰজা ফুলমতীৰ নিচিনা প্ৰকৃতি "ক্ষণে ৰুষ্টঃ ক্ষণে তুষ্টঃ। ৰুষ্টঃ তুষ্টঃ ক্ষণে ক্ষণে ॥"—চঞ্চলতাৰ সাক্ষী।

মহাপুৰুষীয়া মতে, অধিক কি, শুদ্ধ জীৱই ব্ৰহ্ম। "মায়ামুগ্ধঃ ভৱেৎ জীৱঃ। মায়ামুক্তঃ সদাশিৱঃ ॥"

"ঈশ্বৰৰ সেৱা কৰন্তে জীৱৰ
গুচয় মায়াৰ ভ্ৰম।
ব্ৰহ্মপদে শুদ্ধ জীৱক বুজিয়
ঈশ্বৰ পৰম ব্ৰহ্ম ॥" ১৭৪।

এই ব্ৰহ্মৰো পৰম ব্ৰহ্মই মহাপুৰুষীয়া মতে পৰম পুৰুষ বা পুৰুষোত্তম।

"পুৰুষ উত্তম পৰম পুৰুষ
পৰম আনন্দ স্বামী।
তযু পাদ-পদ্ম মকৰন্দ আশে
শৰণ পশিলোঁ আমি ॥" ১৮৬।

শব্দ ( প্ৰণৱ বা ওঙ্কাৰ ) ব্ৰহ্মস্বৰূপ ; কিন্তু পুৰুষোত্তম কৃষ্ণৰ ভকতি বিনে তাৰ সিপাৰ হৈও লাভ নাই :

"শবদ ব্ৰহ্মাৰ পাৰ ভৈল যিটো,
কৃষ্ণত ভকতি নাই।
তাৰ মাত্ৰ শ্ৰম, শ্ৰমে মাত্ৰ ফল,
যেন ৰাখে বাঁজী গাই ॥" ২৯০।

কিন্তু ব্ৰহ্মৰো ব্ৰহ্ম যি পৰম ব্ৰহ্ম, পুৰুষ-প্ৰকৃতিৰ নিয়ন্তা যি পুৰুষোত্তম তেওঁৰ প্ৰতি ভক্তিয়েই মহাপুৰুষীয়া ধৰ্মৰ একমাত্ৰ সাধন :

"সেহি ধন্য লোক শুচিমন্ত সৰ্বগুণে শ্ৰেষ্ঠ বিদ্যাৱন্ত
যজ্ঞ তপে আতি সি সি জন শুদ্ধ মতি।
সি সি জন মহা দাতা জ্ঞানী সি সি সত্যবাদী মহামানী
পুৰুষোত্তমত আছয় যাৰ ভকতি ॥" ৬৭০।

বসুদেৱে এই পৰম পুৰুষকে নিজৰূপে জানিছিল—

"বসুদেৱ নিগদতি হাসি সাক্ষাতে বিদিত ভৈলা আসি
তুমি সে পুৰুষ প্ৰকৃতিত কৰি পৰ।
সমস্ত জীৱৰ বুদ্ধি সাক্ষী, কেৱল আনন্দ অনুভৱ,
স্বৰূপ সুখৰ সাগৰ দেৱ ঈশ্বৰ ॥" ৬৫৩।

সৱশেষত, সেই পুৰুষোত্তম বা পৰম পুৰুষেই যে জৰথুস্ত্ৰ ধৰ্মৰ "অহুৰ্ মজ্‌দা"ৰ দৰে মহাপুৰুষ তাক এই তুফাকি ঘোষাই স্পষ্টকৈ কৈ দিয়ে :

"শুক নিগদতি পৰীক্ষিত, যদি আমি নিৰ্গুণত স্থিত,
তথাপি উত্তম শ্লোকৰ মহিমা গুণে।

কৰিলেক বশ্য মোৰ চিত্ত ভাগৱত গ্ৰন্থ বিপৰীত,
পৰম আনন্দে পঢ়িলোঁ মই আপুনে ॥ ৬৪৬।
তোমাত কহিবোঁ সেহি শাস্ত্ৰ তুমি আৰু শুনিবাৰ পাত্ৰ,
মহাপুৰুষৰ সেৱক তুমি সম্প্ৰতি ॥” ৬৪৭।

এই পৰম তত্ত্ব আৰু তাৎপৰ্য্যপূৰ্ণ মহাপুৰুষৰ সেৱাই নিশ্চয় মহাপুৰুষীয়া ধৰ্মৰ লক্ষ্য। শঙ্কৰদেৱ-মাধৱদেৱে নিশ্চিতভাৱে এই মহাপুৰুষকে ভক্তৰ সেৱাৰ থলীৰূপে চিনাই দিছিল। কিন্তু যি বুদ্ধদেৱে নৈতিক উৎকৰ্ষৰ ওপৰত হেচা দিবৰ বাবে তেওঁৰ ধৰ্মত ঈশ্বৰৰ নাম পৰ্য্যন্ত বাদ দিছিল সেই বুদ্ধদেৱেই যেনেকৈ কালৰ গতিত ঈশ্বৰ-অৱতাৰ ৰূপে পূজিত হবলৈ ধৰিলে, বেদ-বেদান্তৰ অতীতত গোপ্যৰূপে থকা মহাপুৰুষক চিনাই দিয়া শঙ্কৰদেৱ-মাধৱদেৱো কালৰ গতিত যে নিজেই মহাপুৰুষ বুলি অভিহিত হ'ব তাত বিচিত্ৰ কি? কিন্তু তাৰ বাবেই এই বিশ্বজনীন্ মহাপুৰুষীয়া ধৰ্মক শঙ্কৰদেৱ-মাধৱদেৱৰ নামৰ এটা সাম্প্ৰদায়িক ধৰ্ম বোলা অন্যায় হয় নিশ্চয়।

উদ্ধৃত তাৎপৰ্য্যপূৰ্ণ ঘোষা দুটিৰ পৰা মহাপুৰুষীয়া ধৰ্মৰ আৰু এটি স্বৰূপৰ ইঙ্গিত পোৱা হয়। শুকদেৱ নিৰ্গুণ ব্ৰহ্মৰ উপাসক আছিল বুলি নিজে সৈ কাঢ়িছে, কিন্তু ভাগৱত সগুণ উপাসনাৰ শাস্ত্ৰ বুলি স্বীকাৰ কৰা হৈছে। মহাপুৰুষীয়া ধৰ্মও সেইদৰেই সগুণ উপাসনাৰ ধৰ্ম, কিন্তু ই নিৰ্গুণৰহে প্ৰকাশঃ—

“নিৰ্গুণ কৃষ্ণৰ গুণক প্ৰকাশ
কৰিলা শ্ৰীশঙ্কৰে ॥” ৩৫৬।

এইখিনিতে মহাপুৰুষীয়া ধৰ্মৰ নিৰ্গুণ আৰু সগুণৰ তাৎপৰ্য্য বুজিবৰ আৱশ্যক হয়। মহাপুৰুষীয়া ধৰ্মৰ উপাস্য কৃষ্ণ দৈৱকী-পুত্ৰ হৈও নিৰ্গুণ; সগুণ নহয়ঃ

“একান্ত ভকত সৱে নিৰ্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথাত।” ৪।

কৃষ্ণৰ দৰেই তেওঁৰ গুণ-নাম অৱশ্যে নির্গুণ—

"তযু গুণ-নাম হৰি কেৱল নির্গুণ মাত্র,
আৱৰ সমস্তে গুণময়।" ৭৪।

তেন্তে "গুণ" মানে পার্থিৱ ভাব বা সত্ত্ব-ৰজঃ-তমঃ বৃত্তি। কৃষ্ণ-দেৱ আৰু তেওঁৰ গুণ-নাম গুণাতীত :

"কৃষ্ণকেসে মাত্র ভজে যিটো জনে
অব্যভিচাৰী ভকতি।
তিনি গুণ অতি- ক্রমি ব্রহ্মৰূপ
পাৱে সিটো মহামতি ॥ ২১১।
তিনি গুণময় যত জ্ঞান-কর্ম
কেৱল বন্ধ কাৰণ।
জানি তাক তেজি একান্ত ভকতি
ভজিয়ো কৃষ্ণ চৰণ ॥ ২১২।
ৰজো গুণ তমো- গুণময় বৃত্তি
কেৱল আসুৰী ভাৱ।
শুদ্ধ সত্ত্ব বৃত্তি দেৱৰ সম্পত্তি
লৈয়া ভজা কৃষ্ণ পাৱ ॥" ২১৩।

———

## ঊনপঞ্চাশ

# মহাপুৰুষীয়া ধৰ্মত ভক্তিৰ দাৰ্শনিকতা

ভক্তি-ধৰ্মই পৃথিবীৰ সদৌ ধৰ্মৰ সাৰ আৰু সাৰ্বজনিনতা। সকলো ভক্তি-গ্ৰন্থৰ ভিতৰত ভক্তিৰ দাৰ্শনিকতা সম্বন্ধে "নাৰদীয় ভক্তিসূত্ৰ" অন্যতম প্ৰাচীনতম আৰু শ্ৰেষ্ঠতম গ্ৰন্থ ; ইয়াত শাণ্ডিল্য প্ৰভৃতি প্ৰাচীন ভক্তিসূত্ৰকাৰ সকলৰ মতৰ আলোচনাও আছে। অতীত কালৰ গুৰু-মুখী বিদ্যাত সূত্ৰ-সাহিত্যৰ বিশেষ স্থান আছিল ; আলোচনা-প্ৰসঙ্গত মনত ৰাখিবলগীয়া ঘাই কথাখিনি সূত্ৰৰ আকাৰে দিয়া হয়। এই সূত্ৰ-সাহিত্যৰ ভিতৰত ব্ৰহ্ম-সূত্ৰ বা বেদান্ত-সূত্ৰই মুখ্য। ইয়াৰ বাহিৰেও গৃহ্যসূত্ৰ, শ্ৰৌতসূত্ৰ আদিও আছিল। আজি-কালিৰ অৰ্থ-পুথিৰ বিপৰীতে এই সূত্ৰ-গ্ৰন্থবোৰত সাৰ কথাবোৰ এনেদৰে থুপাই থোৱা হয় যে তাক বুজিবৰ বাবে বিশেষ চিন্তা-চৰ্চ্চাৰ প্ৰয়োজন হয়। এইবোৰ ব্যৱহাৰিক গ্ৰন্থ।

নাৰদীয় ভক্তিসূত্ৰ সৰ্বমুঠ ৮৪টি সূত্ৰ, দহটি অনুৱাক বা অধ্যায়ত বিভক্ত হৈছে। প্ৰথম অনুবাকত ভক্তি কাক বোলে আৰু ভক্তি-লাভৰ ফল কি তাক বুজোৱা হৈছে। "ওঁ অথাতো ভক্তিং ব্যাখ্যাস্যামঃ।" ১। ইয়াত দেৱৰ্ষি নাৰদে নানা পূৰ্ব আলোচনাৰ পাছত যে এই কথালৈ আহিছে "অথাতো" শব্দই তাৰে ইঙ্গিত দিছে। দেৱৰ্ষিৰ ভক্তিৰ সংজ্ঞা বৰ সৰল, অথচ বৰ ব্যাপক—"ওঁ সা কস্মৈ পৰম প্ৰেমৰূপা।" ২। কাৰো প্ৰতি পৰম প্ৰেমেই ভক্তি। এই "কস্মৈ" যে ভগৱন্তৰ বাহিৰে আন হব নোৱাৰে, বা যাৰ প্ৰতি এই "পৰম প্ৰেম" হয় তেওঁ ভগৱন্তলৈ ৰূপান্তৰিত নহৈ নোৱাৰে, তাক কোৱাই বাহুল্য ; "ওঁ অমৃত-স্বৰূপা চ।" ৩। "পৰম প্ৰেম"ৰ অন্যতম আৰু বিস্তৃত লক্ষণ হল "অমৃত স্বৰূপা"। "অমৃত"—যাৰ সোৱাদ অতি প্ৰীতিকৰ আৰু যাৰ সম্ভোগে অমৰত্ব দান কৰে ; এই উভয় অৰ্থতে

ব্যৱহৃত। "ওঁ যল্লব্ধা পুমান্ সিদ্ধো ভৱত্যমৃতো ভৱতি তৃপ্তো ভৱতি।" ৪।—যাক পালে নৰ(-নাৰী) সিদ্ধ হয়, অমৃত ( অমৰ ) হয়, তৃপ্ত হয়। ভক্তি অবিহনে যে মানুহ সিদ্ধ নহয়, অমৃত নহয়, তৃপ্ত নহয়, এই ভাব ইয়াত সোমাই আছে। সিদ্ধ নহলে মানুহৰ খোজনীয়া স্বভাৱৰ ওৰ নপৰে ; অমৃত নহলে পুনাই পুনাই বিভিন্ন যোনিৰ ভিতৰেদি সংসাৰলৈ অহা-যোৱা কষ্টৰ শেষ নহয় ; তৃপ্ত নহলে অভাৱ নুগুচে। তেন্তে বুজিব লাগিব ভক্তি-লাভ হলে পাব লগা যাই বস্তু পোৱা হৈ যায়, পুনাই বিচাৰিব নালাগে ; অমৃত পালে সংসাৰ-পথত বিভিন্ন যোনিত অহা-যোৱাৰ দুখ ভুগিব নালাগে ; তৃপ্ত হলে কামনাৰ উৎপীড়ন নাথাকে। ইয়াৰ পৰা বুজিব পাৰি যে লাভ মানেই ভগৱৎ-বস্তু লাভ ; বা ভক্তি আৰু ভগৱান একে। "ওঁ যৎপ্ৰাপ্য ন কিঞ্চিদ্ বাঞ্ছতি ন শোচতি ন দ্বেষ্টি ন ৰমতে নোৎসাহী ভৱতি।" ৫।—যাক পাই লোকে একোকে পাবলৈ বাঞ্ছা নকৰে, একোৰে বিয়োগত শোক নকৰে, একোৰে কাৰণে দ্বেষ নকৰে, একোতে প্ৰীতি নকৰে, একোলৈকে উৎসাহ নজন্মে। ই পূৰ্ব সূত্ৰৰ বিবৃতি স্বৰূপ। ভক্তি তথা ভগৱন্তক পালে আৰু বাঞ্ছা কৰিবলৈ, শোক বা দ্বেষ কৰিবলৈ, যেনেকৈ একো নাথাকে তেনেকৈ প্ৰীতি কৰিবলৈ বা উৎসাহী হবলৈকো বাঁকী নাথাকে ; অৰ্থাৎ ভক্তি বা ভগৱন্ত-লাভেই লোকৰ সৰ্বস্ব লাভ। "ওঁ যজ্ জ্ঞানাৎ মত্তো ভৱতি স্তব্ধো ভৱতি আত্মাৰামো ভৱতি।" ৬।—যাৰ ( যি ভক্তি-লাভ বা ভগৱন্ত-লাভৰ ) জ্ঞান জন্মিলে লোক মতলীয়া হয় ( থিৰেৰে থাকিব নোৱাৰে ), নিশ্চল অৰ্থাৎ বাহ্যক্ৰিয়াদি শূন্য হয়, আৰু আত্মাত অৱস্থান কৰি পৰমানন্দ লাভ কৰে। দেখাত বিৰোধী হলেও পৰম ভক্তৰ এই তিনি অৱস্থা সুপ্ৰতিষ্ঠিত।

দ্বিতীয় অনুবাকৰ আঠটি সূত্ৰত ভক্তিৰ লক্ষণ আৰু তাক অৱলম্বন কৰি কিদৰে ভক্তিৰ সাধনা কৰিব লাগে তাক কোৱা হৈছে। "ওঁ ন সা কাময়মানা নিৰোধ-ৰূপত্বাৎ।" ৭।—পূৰ্ণিমা নিশা যেনেকৈ ডাৱৰ

নাথাকিলে জোনে আপুনি পোহৰ ঢালে, মানুহৰ অন্তৰত তেনেকৈ বিৰোধী কামনাবোৰৰ "নিৰোধ" হলেই ভক্তি আপোনা-আপুনি বিকশি উঠে। "ওঁ নিৰোধস্তু লোক-বেদ-ব্যাপাৰ সন্ন্যাসঃ।" ৮।—লৌকিক ( নিত্য-নৈমিত্তিক ) আৰু বৈদিক ( যাগ-যজ্ঞাদি) ব্যাপাৰৰ ( কৰ্মবোৰৰ ) সন্ন্যাস ( ত্যাগ ), তাকে "নিৰোধ" বোলে বুলি আগৰ সূত্ৰৰ সেই শব্দৰ ব্যাখ্যা দিছে। "ওঁ তস্মিন্ অনন্যতা তদ্‌বিৰোধিষু উদাসীনতা।" ৯।—ভক্তি তথা ভগৱন্তৰ পৰা অন্তৰায় ঘটোৱা কথাৰ পৰা আঁতৰি থকা ( উদাসীনতা ), ইও "নিৰোধ" বুলি বিস্তৃত ব্যাখ্যা দিছে। "ওঁ অন্যাশ্ৰয়ানাং ত্যাগোঽনন্যতা।" ১০।—( ভগৱন্তৰ বাহিৰে ) আন শৰণ (আশ্ৰয়) ত্যাগ কৰাই "অনন্যতা।" "ওঁ লোকে বেদেষু তদনুকূলাচাৰণং তদ্বিৰোধিষু উদাসীনতা।" ১১।—লৌকিক ( সাংসাৰিক ) আৰু বৈদিক ক্ৰিয়া-কলাপত ভগৱন্তৰ অনুকূলে ( সপক্ষে ) আচৰণীয় কামৰ বাহিৰে আনবোৰৰ বিৰোধিতা কৰাই ( অৰ্থাৎ তেনেবোৰ কাম নকৰাই ) "উদাসীনতা"। "ওঁ ভৱতু নিশ্চয়দাৰ্ঢ্যাদূৰ্দ্ধং শাস্ত্ৰৰক্ষণং।" ১২।—( ভগৱন্তত মতি দৃঢ় নোহোৱালৈকেহে শাস্ত্ৰবিহিত কাৰ্য্য কৰিব ; হলে নালাগে )। "ওঁ অন্যথা পাতিত্যাশঙ্কয়া।" ১৩।—নহলে পতন ( সত্য-বিচ্যুতি ) ঘটিবৰ আশঙ্কা। "ওঁ লোকোঽপি তাবদেৱ কিন্তু ভোজনাদি ব্যাপাৰস্ত্বা শৰীৰ-ধাৰণাৱধি।" ১৪।—লৌকিক ( সাংসাৰিক ) কাৰ্য্যবোৰো তেতিয়ালৈকে ( ভগৱন্তত মতি দৃঢ় নোহোৱালৈকে ) থাকিব, কিন্তু খোৱা-পীয়া আদি বেহা দেহা থাকে মানে থাকিব।

তৃতীয় অনুবাকৰ দহটি সূত্ৰ ভক্তি সম্বন্ধে। "ওঁ পূজাদিষ্বনুৰাগ ইতি পাৰাশৰ্য্যঃ।" ১৬। "ওঁ কথাদিষ্বিতি গৰ্গঃ।" ১৭। "ওঁ আত্মৰত্য-বিৰোধেনেতি শাণ্ডিল্যঃ।" ১৮। আদি বিভিন্ন মতৰ উল্লেখ কৰি শেষত নিজ মত বিবৃত কৰি তাৰ প্ৰতিষ্ঠা কৰিছে,—"ওঁ নাৰদস্তু তদৰ্পিতা খিলাচাৰতা তদ্‌বিস্মৰণে পৰম ব্যাকুলতেতি।" ১৯।—নাৰদৰ মতে ( ভগৱন্তত ) সমস্ত কাৰ্য্যৰ অৰ্পণ, তেওঁৰ বিস্মৰণত পৰম

ব্যাকুলতা ( সেয়ে ভক্তি ) "ওঁ যথা ব্রজগোপিকানাম।" ২১।—চতুর্থ অনুবাকৰ নৱটি সূত্ৰত "ওঁ না তু কর্ম-জ্ঞান-যোগেভ্যোঽধিকতৰা।" ২৫। বুলি ভক্তিৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিবৰ প্ৰয়াস পাইছে। "ওঁ ফলৰূপত্বাৎ।" ২৬। "ওঁ স্বয়ং ফলৰূপতেতি ব্ৰহ্মকুমাৰাঃ।" ৩০। বুলি দঢ়াই কৈছে। মহাপুৰুষীয়া শাস্ত্ৰসমূহ "নাৰদীয়া ভক্তিসূত্ৰ"ৰ দৰেই ভক্তিৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰাত অত্যন্ত তৎপৰ :—

"জ্ঞানতো কৰ্মতো কৰি সম্প্ৰতি।
হৰি-কীৰ্ত্তনেসে পৰম গতি॥"
"নলাগে দেৱ দ্বিজ ঋষি হুইবে।
নলাগে সমস্ত শাস্ত্ৰ জানিবে॥
মিছাত মৰে আন কৰ্ম কৰি।
হোৱন্ত ভকতিত তুষ্ট হৰি॥"
"মুকুতি ৰসকো স্ৰয়ে ভকতি।
তাক এড়ি কৰে জ্ঞানত ৰতি॥
দুঃখ মাত্ৰ পায়ে পাছে সে জানে।
কাঠ-পতানক যেন বাহানে॥"
"জ্ঞানতো কৰ্মতো কৰিয়া নৰ।
হৰি-কীৰ্ত্তনত কৰা আদৰ॥" —পাষণ্ডমৰ্দন

"কেৱল ভকতি পুৰুষক তাৰে,
সহায় কাকো নচাৱে।
জ্ঞান-কৰ্ম তায়ে তাৰিতে নপাৰে
ভকতি নপায়ে যায়ে॥ ২০০।
শবদ ব্ৰহ্মৰ পাৰ ভৈল যিটো
কৃষ্ণত ভকতি নাই।
তাৰ মাত্ৰ শ্ৰম, শ্ৰমে মাত্ৰ ফল,
যেন ৰাখে বাঁজী গাই॥ ২৯০।
ভকতিৰ ফল ভকতিসে মাত্ৰ
জানা আক নিষ্ঠ কৰি॥" —নামঘোষা

জ্ঞান-কৰ্মযোগ প্ৰত্যেকেই ঈশ্বৰ-লাভৰ পন্থা মাত্ৰ; কিন্তু ভক্তি পন্থা হৈও নিজে লক্ষ্য; গতিকে "ফলৰূপত্বাৎ।" "ওঁ ৰাজগৃহ-ভোজনাদিষু তথৈব দৃষ্টত্বাৎ।" ৩১। "ওঁ ন তেন ৰাজপৰিতোষঃ ক্ষুধাশান্তিৰ্বসা।" ৩২।—ৰাজকাৰেং দেখিলেই যেনেকৈ ক্ষুধাৰ শান্তি নহয়, তেনেকৈ জ্ঞান আদিৰ দ্বাৰাও, ভক্তিৰ অবিহনে, ঈশ্বৰ-লাভ নহয়। পঞ্চম অনুবাকৰ নৱটি সূত্ৰত ভক্তি-সাধনৰ নিয়ম। "ওঁ তত্তু বিষয়ত্যাগাৎ সঙ্গত্যাগাচ্চ।" ৩৫।—ইন্দ্ৰিয়জনিত (বিষয়) সুখ আৰু (অসৎ) সঙ্গ ত্যাগ কৰিলে: "ওঁ অব্যাবৃত-ভজনাৎ।" ৩৬।—ছেদ-ভেদ নোহোৱাকৈ ভজন কৰিলে: "ওঁ লোকেঽপি ভগবদ্ গুণ শ্ৰৱণ কীৰ্ত্তনাৎ।" ৩৭।—লোকৰ (সাধুৰ) পৰা ঈশ্বৰৰ গুণ শ্ৰৱণ-কীৰ্ত্তন কৰি: "ওঁ মুখ্যতস্তু মহৎ কৃপয়ৈব ভগৱৎ কৃপালেশাদ্বা।" ৩৮।—ঘাইকৈ মহৎজনৰ বা ভগৱন্তৰ কৃপাৰ লেশমাত্ৰ পালেও ভক্তি-লাভ হয়। "ওঁ মহৎ সঙ্গস্তু দুৰ্লভোঽগম্যোঽমোঘশ্চ।" ৩৯।—মহৎ সঙ্গ অমোঘ হলেও দুৰ্লভ আৰু অগম্য। "ওঁ লভ্যতে তৎকৃপয়ৈব।" ৪০।—ভগৱন্তৰ কৃপা হলে লভিব পাৰি। "ওঁ তস্মিন্ তজ্জনে ভেদাভাবাৎ।" ৪১।—ভক্ত আৰু ভগৱন্তৰ ভেদ নাই গুণে। "ওঁ তদেব সাধ্যতাম্ তদেব সাধ্যতাম্।" ৪২।—ভক্তিৰেই সাধনা কৰাঁ, ভক্তিৰে সাধনা কৰাঁ।

ষষ্ঠ অনুবাকৰ আঠটি সূত্ৰত ভক্তিৰ বাটত আগ বাঢ়িবৰ উপায় কৈছে। "ওঁ দুঃসঙ্গ সৰ্বথৈব ত্যাজ্যঃ।" ৪৩।—কুসঙ্গ সদায় ত্যাগ কৰিব লাগে। "ওঁ কাম-ক্ৰোধ-মোহ স্মৃতি-ভ্ৰংশ-বুদ্ধিনাশ-সৰ্বনাশ কাৰণাৎ।" ৪৪।—কুসঙ্গৰ কুফলৰ কথা গীতাত সুন্দৰকৈ বৰ্ণাইছে:

"ধ্যায়তো বিষয়ান্ পুংসঃ সঙ্গস্তেষূপজায়তে।
সঙ্গাৎ সঞ্জায়তে কামঃ কামাৎ ক্ৰোধোঽভিজায়তে॥
ক্ৰোধাৎ ভৱতি সম্মোহঃ সম্মোহাৎ স্মৃতি-বিভ্ৰমঃ।
স্মৃতিভ্ৰংশাৎ বুদ্ধিনাশঃ বুদ্ধিনাশাৎ বিনশ্যতি॥"

"ওঁ তৰঙ্গায়িতা অপীমে সঙ্গাৎ সমুদ্ৰায়ন্তি।" ৪৫।—কাম-ক্ৰোধ

আদি পোনতে নৈৰ সৰু সৰু ঢৌৰ দৰে উঠি শেষত সাগৰৰ ঢৌৰ দৰে ভয়ানক হৈ পৰে।

তাৰ পাছত দুস্তৰা মায়া কোনে কেনেকৈ তৰিব পাৰি তাৰ নির্দেশ। "ওঁ কস্তৰতি কস্তৰতি মায়াম্? যঃ সঙ্গং ত্যজতি যো মহানুভাবং সেৱতে যো নির্মমো ভৱতি।" ৪৬।—কোনে মায়া-সাগৰ পাৰ হব পাৰে? কোনে? যি (বিষয়-) সঙ্গ ত্যজে, সাধুক সেৱে, আৰু (সাংসাৰিক বিষয়ত) নির্মম (মমতা-হীন)। ওঁ যো বিবিক্ত-স্থানং সেৱতে যো লোকবন্ধমুন্মুলয়তি নিস্ত্রৈগুণ্যো ভৱতি যোগ-ক্ষেমং ত্যজতি।" ৪৭।—যি নির্জন ঠাইত থাকে, যি লোকৰ লগত বান্ধ নাখায়, সত্ত্ব-ৰজঃ-তমঃ গুণৰ অতীত হয়, যোগ (অপ্রাপ্ত প্রাপ্তি) আৰু ক্ষেম (প্রাপ্ত ৰক্ষণাৱেক্ষণ) ত্যাগ কৰে। "ওঁ যঃ কর্মফলং ত্যজতি কর্মাণি সন্ন্যস্যতি ততো নির্দ্বন্দ্বো ভৱতি।" ৪৮।—যি কর্মফল ত্যজে, কর্মসন্ন্যাস (ভগৱন্তত কর্মফল-অর্পণ) কৰে, আসক্তি এৰে। "ওঁ বেদানপি সন্ন্যস্যতি কেৱলমবিচ্ছিন্নানুৰাগং লভতে।" ৪৯।—(যি) বেদবিহিত (সন্ধ্যাদি) ক্রিয়াও ত্যাগ কৰে (আৰু) কেৱল (ভগৱন্তৰ) অবিচ্ছিন্ন ভক্তিত কাল কটায়। "ওঁ স তৰতি স তৰতি স লোকাংস্তাৰয়তি।" ৫০।—তেওঁ তৰে, তেওঁ তৰে, তেওঁ জগতক তাৰে।

সপ্তম অনুবাকৰ সাতটি সূত্রত দেৱর্ষি নাৰদে নিজ অভিজ্ঞতাৰ পৰা ভক্তিৰ অনুভৱ বুজাইছে। "ওঁ অনির্বচনীয় প্রেমস্বৰূপম্।" ৫১। এই প্রেমৰ স্বৰূপ কথাৰে বুজাব নোৱাৰি। "ওঁ মূকাস্বাদনৱৎ।" ৫২।—ই বোবাই সোৱাদ পোৱাৰ নিচিনা। "ওঁ প্রকাশ্যতে ক্বাপি পাত্রে।" ৫৩।—কোনো পাত্রত (ভক্তত) তাৰ স্বৰূপ প্রকাশ পায়। "ওঁ গুণৰহিতং কামনাৰহিতং প্রতিক্ষণবর্দ্ধমানমবিচ্ছিন্নং সূক্ষ্মতৰমনুভৱৰূপম্।" ৫৪।—ই (তিনি) গুণৰ অতীত, কামনাশূন্য, ক্ষণে ক্ষণে বাঢ়ি যোৱা (মুটুটা), ছেদ-ভেদ নথকা, বাহ্য-ইন্দ্রিয়গ্রাহ্য নোহোৱা (সূক্ষ্মতৰ) অনুভৱ। "ওঁ তৎপ্রাপ্য তদাবলোকয়তি, তদেব শৃণোতি, তদেব ভাষয়তি, তদেব চিন্তয়তি।" ৫৫।—তাক পাই তাকেইহে দেখে,

তাকেইহে শুনে, তাকেইহে ভাবে, তাকেইহে চিন্তে। এয়েই অহৈতুকী বা মুখ্যা ভক্তিৰ লক্ষণ। "ওঁ গৌণী ত্রিধা গুণভেদাৎ আৰ্ত্তাদি ভেদাৎ বা।" ৫৬।—সত্ত্ব-ৰজঃ-তমঃ স্বভাৱ বা আৰ্ত্ত-জিজ্ঞাসু-অৰ্থাৰ্থী ভেদে সকামী বা গৌণী ভক্তিও আছে।

অষ্টম অনুবাকৰ নৱটি সূত্ৰত আকৌ ভক্তিৰ আন কিছুমান সাধন বৰ্ণাইছে। "ওঁ অন্যস্মাৎ সৌলভ্যং ভক্তৌ।" ৫৮।—(যোগ কৰ্ম জ্ঞান আদি) আনতকৈ ভক্তি সুলভ। গীতাত কৈছে—

"ক্লেশোঽধিকতৰ স্তেষামব্যক্তাসক্তচেতসাং।
অব্যক্তা হি গতি দুঃখং দেহবদ্ভিৰবাপ্যতে॥"

সেইবাবে অব্যক্ত ব্ৰহ্মৰ প্ৰাপ্তিসাধন এৰি সহজ সৰল ভক্তি-ধৰ্ম গ্ৰহণ কৰিবলৈ মাধৱদেৱে কৈছে—

"অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাঙ্ক,
ব্যাপকত কিবা বিসৰ্জন।
এতাৱন্ত মূৰ্ত্তিশূন্য কেনমতে চিন্তিবাঁহা,
ৰাম বুলি শুদ্ধ কৰাঁ মন॥"—নামঘোষা

"ওঁ প্ৰমণান্তৰস্যানপেক্ষত্বাৎ স্বয়ং প্ৰমাণত্বাৎ।" ৫৯।—ভক্তি যে আনতকৈ সুলভ তাৰ আন প্ৰমাণ কিয় লাগে, ভক্তি নিজেই তাৰ প্ৰমাণ। "ওঁ শান্তিৰূপাৎ পৰমানন্দৰূপাচ্চ।" ৬০।—শান্তিস্বৰূপ আৰু পৰমানন্দ স্বৰূপ যে ভক্তি তাতকৈ সহজসাধ্য আছে কি? "ওঁ লোকহানৌ চিন্তা ন কাৰ্য্যা নিবেদিতাত্মলোকবেদশীলত্বাৎ।" ৬১।—সাংসাৰিক লোক-হানিৰ কথা চিন্তা কৰিব নালাগে, কিয়নো (ভক্তি-পথ গ্ৰহণৰ দ্বাৰা) নিজক, আত্মীয়ক, বেদ-বিহিত কাৰ্য্য, আচাৰ আদি ভগৱন্তত অৰ্পণ কৰা হৈছে। "ওঁ ন তদসিদ্ধৌ লোক-ব্যৱহাৰো হেয়ঃ, কিন্তু ফলত্যাগস্তৎসাধনঞ্চ কাৰ্য্যমেব।" ৬২। সেইটো (ভগৱন্তত সমস্ত অৰ্পণা) অসিদ্ধ থাকে মানে লৌকিক ব্যৱহাৰ আওহেলা কৰিব নাপায়; কিন্তু লৌকিক আৰু বৈদিক কৰ্মফল ত্যাগ

আৰু তাৰ সাধন আৰম্ভৰ পৰা সদায় কৰিবই লাগিব। "ওঁ স্ত্ৰী-ধন-নাস্তিক-বৈৰি-চৰিত্ৰং ন শ্ৰৱনীয়ম্।" ৬৩।—(মন কলুষিত কৰা বিষয়) স্ত্ৰীকতা, ধন, নাস্তিক আৰু বৈৰীৰ কথা শুনিব নাপায়। "ওঁ অভিমান-দম্ভাদিকং ত্যাজ্যম্।" ৬৪। "ওঁ তদৰ্পিত খিলাচাৰঃ সন্ কামক্ৰোধাভিমানা দিকং তস্মিন্নেৱ কৰণীয়ম্।" ৬৫।—সাংসাৰিক সৰ্বস্ব ভগৱন্তক অৰ্পণ কৰাৰ লগতে কাম-ক্ৰোধ আদি মানসিক বৃত্তিসমূহো তেওঁতে সঁপিব লাগে; অৰ্থাৎ সেইবোৰ সজ্ পথত পৰিচালিত কৰিব লাগে।

নৱম অনুবাকৰ সাতটি সূত্ৰত একান্ত ভক্তৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰা হৈছে। "ওঁ ভক্তা একান্তিনো মুখ্যাঃ।" ৬৬।—"ওঁ কণ্ঠাৱৰোধ ৰোমাঞ্চাশ্ৰুভিঃ পৰস্পৰং লপমানাঃ পাৱয়ন্তি কুলানি পৃথিবীঞ্চ।" ৬৮।—(একান্ত ভক্তসৱে) ইজনে সিজনে (ভগৱৎ) কথা পাতোঁতে (আনন্দত আপ্লুত হৈ) মুখৰ মাত হৰে, গাৰ লোম ঠিয় হয়, চকুলো বাগৰে, তেওঁলোকে নিজ কুল (আৰু) পৃথিবীক পৱিত্ৰ কৰে। "ওঁ তীৰ্থকুৰ্বন্তি তীৰ্থানি সুকৰ্মী কুৰ্বন্তি কৰ্মাণি সচ্চাস্ত্ৰী কুৰ্বন্তি শাস্ত্ৰাণি।" ৬৯।—(একান্ত ভক্তসৱে) তীৰ্থক সৎতীৰ্থ, কৰ্মক (দোষশূন্য) সৎ কৰ্ম, আৰু শাস্ত্ৰক সৎ শাস্ত্ৰত পৰিণত কৰে। "ওঁ তন্ময়াঃ।" ৭০।—ভগৱন্তময় (একান্ত ভক্তসৱ) যেন ভগৱন্তই হৈ পৰে। "ওঁ মোদন্তে পিতৰো নৃত্যন্তি দেৱতাঃ সনাথা চেয়ং ভূৰ্ভৱতি।" ৭১।—(তেওঁলোকক দেখি) পিতৃসকলে আনন্দ কৰে, দেৱতাসৱে নাচে, আৰু পৃথিবী পুনৰ সনাথা হয়। মাধৱদেৱে লিখিছে,—

"একান্ত ভকত সৱে নিৰ্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথাত।
বৈকুণ্ঠকো পৰিহৰি যোগীৰো হৃদয় এড়ি
থাকা হৰি সাক্ষাতে তথাত ॥ ৪।
যাৰ পুত্ৰ সৱে ঐত হৰিত শৰণ লৈয়া
হৰি-গুণ গাৱে শুদ্ধভাৱে।

দধি দুগ্ধ ঘৃত মধু নদীৰ জলক পীয়া
পিতৃগণে তৃপিতিক পাৱে ॥ ১০ ।

"ওঁ নাস্তি তেষু জাতি-বিদ্যা-ৰূপ-কুল-ধন-ক্রিয়াদি ভেদঃ।" ৭৩। "ওঁ যতস্তদীয়াঃ।" ৭৩।—একান্ত ভক্তসকল ভগৱন্তৰ আপোন।

দশম অনুবাকৰ এঘাৰটি সূত্ৰত পুনৰ ভক্তি-সাধনৰ উপায়কে কৈছে। "ওঁ বাদো নাৱলম্ব্যঃ।" ৭৪। "ওঁ ভক্তিশাস্ত্ৰাণি মননীয়াণি তদ্বৰ্দ্ধক-কৰ্মাণ্যপি কৰণীয়ানি।" ৭৬। "ওঁ অহিংসা-সত্য-শৌচ দয়াস্তিক্যাদি চৰিত্ৰাণি পৰিপালনীয়াণি।" ৭৮। "ওঁ সৰ্বদা সৰ্বভাবেন নিশ্চিন্তৈৰ্ভগৱান্-এৱ ভজনীয়ঃ।" ৭৮। "ওঁ স সংকীৰ্ত্ত্যমানঃ শীঘ্ৰমেবাবিৰ্ভবাত্য-নুভাৱয়তি ভক্তান্।" ৮০। তাৰ পাছৰ সূত্ৰত দেৱৰ্ষি নাৰদে উৰ্দ্ধবাহু হৈ চিঞৰি কৈছে,—"ওঁ ত্ৰিসত্যস্য ভক্তিৰেব গৰীয়সী ভক্তিৰেব গৰীয়সী।" ৮১।—জ্ঞান-কৰ্ম-ভক্তিৰ ভিতৰত ভক্তিয়েই শ্ৰেষ্ঠ, ভক্তিয়েই শ্ৰেষ্ঠ। "ওঁ ইত্যেবং বদন্তি জনজল্পনিৰ্ভয়া একমতম্ কুমাৰ-ব্যাস-শুক-সাণ্ডিল্য-গৰ্গ বিষ্ণু-কৌণ্ডিন্য শেষো বাৰুণি বলি হনুমদ্ বিভীষণাদয়ো ভক্তাচাৰ্য্যাঃ।" ৮৩।—(ভক্তিৰ বিৰুদ্ধবাদী) জন-মতলৈ নিৰ্ভয় হৈ কুমাৰ ( সনতাদি ) ভক্তাচাৰ্য্যসকল একমত হৈ ভক্তিৰ শ্ৰেষ্ঠতা সম্পৰ্কে এই মত ব্যক্ত কৰিছে। তেন্তে বুজিব পাৰি শঙ্কৰদেৱৰ যুগৰ দৰেই আগৰ যুগতো ভক্তি-বিৰোধী মত আছিল, আৰু শঙ্কৰদেৱে সেইবোৰ খণ্ডন কৰি ভক্তিৰ দাৰ্শনিকতা প্ৰতিপাদন কৰাৰ নিমিত্তে চনাকৈ সেইসকলেও কৰিছিল।

———

পঞ্চাশ

## মহাপুৰুষীয়া ধৰ্মত অমৃতৰ সন্ধান

"অবিদ্যয়া মৃত্যুং তীৰ্ত্বা বিদ্যয়ামৃতম্ অশ্নুতে।" (ঈশোপনিষদ্) অপৰা বিদ্যা বা অবিদ্যাই জনন্ প্ৰভৃতি প্ৰকৰণৰ সহায়েৰে মানুহৰ শাৰীৰিক বা জান্তৱ জীৱনৰ ক্ৰমশঃ গতি ৰাখিবৰ যত্ন কৰে; কিন্তু পৰা বিদ্যা বা বিদ্যা অমৃত তথা আত্মাৰ অমৰত্ব-প্ৰাপ্তিৰ প্ৰয়াসী। মহাপুৰুষীয়া ধৰ্ম নিশ্চিতভাৱে পৰা-বিদ্যার্থী; গতিকে অমৃত বা অমৰত্বই ইয়াৰ একমাত্ৰ আকাঙ্ক্ষা।

দেড়কুৰি ডেকাৰ বয়-বস্তু লৈ সিহঁতৰ চাপনীজনী পলাই গল। হাবাথৰি খাই তাইক বিচাৰি ফুৰোঁতে বাটত হঠাৎ ভগৱান বুদ্ধদেৱক সাক্ষাৎ পাই ইতস্ততঃ কৰি সিহঁতে তেওঁক সুধিলে সেইপিনে চাপনীজনী যোৱা দেখিছিল নে। স্নিগ্ধ প্ৰশান্ত দৃষ্টিৰে তথাগতই সিহঁতলৈ চাই কলে, 'তোমালোকে বাৰু কাক বিচৰাটো ভাল হব—চাপনীজনীক নে নিজক?'

চাপনী কোন?—সংসাৰৰ ধন-সম্পত্তি, পুত্ৰ-পত্নী, মান-যশ ইত্যাদি। নিজ (মই) কোন?—হাত-ভৰি গা-মূৰ? নাইবা এই সদৌ বাদ দি যি থাকে,—যাক অস্ত্ৰই নাকাটে, অগ্নিয়ে নোপোৰে, চোৰ-ডকাইতে চুৰ কৰি বা কাঢ়ি নিব নোৱাৰে সেয়ে মই, আত্মা?

জীৱন অৱশ্যে কেৱল সুখৰ এক ব্যাকুল সন্ধান। যি কৰিলে সুখ পাব পাৰে মানুহে তাকেই কৰে। যি বাটেদি সুখ নাহে মানুহ কেতিয়াও সেই বাটে নাযায়। "যদা বৈ সুখং লভতে অথ কৰোতি৷ নাসুখম্ লব্ধা কৰোতি; সুখমেব লব্ধা কৰোৰ্তি।" (ছান্দোগ্য, ৭৷২২)। সংসাৰত আকৌ প্ৰেয়ঃ আৰু শ্ৰেয়ঃ দুবিধ। যি প্ৰেয়ঃ সি শ্ৰেয়ঃ নহবও পাৰে। নহলেই বা, মানুহে কিন্তু যি প্ৰেয়ঃ তাকেহে

বিচাৰে, সিহে আত্মাৰ কাম্য। "ন বা অৰে সৰ্বস্য কামায় সৰ্বং প্ৰিয়ং ভৱতি ; আত্মস্ত কামায় সৰ্বং প্ৰিয়ং ভৱতি।" ( বৃহদ্ আৰণ্যক, ১।৪।৮ )।

স্বৰূপতে জগতত প্ৰেয়ঃ একমাত্ৰ আত্মা। পুত্ৰ-পুত্ৰী আমাৰ প্ৰকৃত প্ৰেয়ঃ নহয়, ধন-বিত্ বাস্তৱতে আমাৰ প্ৰেয়ঃ নহয় ; আত্মাৰ বাহিৰে সচাকৈয়ে একোৱেই আমাৰ প্ৰেয়ঃ নহয়। যদি সেইবোৰ কেতিয়াবা কেনেবাকৈ প্ৰেয়ঃ হয়, বুজিব লাগিব তাৰ সোৱাদ অকল আত্মাৰ পৰা ধাৰ কৰা। "তদেতৎ প্ৰেয়ঃ পুত্ৰাৎ, প্ৰেয়ঃ বিত্তাৎ, প্ৰেয়ঃ অন্যস্মাৎ, সৰ্বস্মাৎ অন্তৰতৰম্ যদ্ অয়ম্ আত্মা।" ( বৃহদাৰণ্যক ১।৪ ৮ )

তেন্তে এই আত্মা-বস্তুৱেই একমাত্ৰ দেখিবৰ, শুনিবৰ, মন কৰিবৰ বিষয়। "আত্মা বা অৰে দ্ৰষ্টব্যঃ শ্ৰোতব্যঃ মন্তব্যঃ নিদিধাসিতব্যঃ।"

আকৌ, স্তন্যপায়ী জীৱ-শিশু মাত্ৰই উপজিয়ে মাতৃ-স্তন চুহিবলৈ বিচৰাৰ দৰে, জীৱ-মাত্ৰই যে আজীৱন সুখ, কেৱল সুখ, পৰম সুখ বিচাৰে, সিও পূৰ্বজন্মৰ সংস্কাৰৰ ফলেই যে সন্দেহ নাই। গতিকে এই সুখ নো কি তাকেইহে বিচাৰ কৰি চাব লাগে,—"সুখং ত্বেৱ বিজিজ্ঞাসিতব্যম্ ইতি।"

উপনিষদৰ অন্তৰ্দ্ৰষ্টা ঋষিয়ে আত্মাৰ নিৰ্দেশ কৰিছে তাক আনন্দ স্বৰূপ বুলি। আনন্দ নোহোৱা হলে কিহে এই প্ৰাণ আৰু এই আকাশত আনন্দৰ লহৰ তুলিলহেতেন। "ৰসো বৈ সঃ। ৰসং হ্যেৱায়ং লব্ধা আনন্দী ভৱতি। কো হ্যেৱান্যাৎ কঃ প্ৰাণ্যাৎ যদ্যেষ আকাশ আনন্দো ন স্যাৎ।" ( তৈত্তিৰীয়োপনিষৎ, ২।৬ )

তেন্তে সুখ নো কি ? উপনিষদে কয়, যি ভূমা সেয়ে সুখ, আৰু যি ক্ষুদ্ৰ ( অল্প ) সেয়ে দুখ। "যো বৈ ভূমা তৎ সুখম্। নাল্পে সুখমস্তি। ভূমৈৱ সুখম্। ভূমাত্বেৱ বিজিজ্ঞাসিতব্যম্ ইতি।"

বাৰু ভূমা নো কাক বোলে ? উপনিষদৰ ঋষিয়ে সকলো কয়— "যাক দেখিলে আন একো নেদেখি, যাক শুনিলে আন একো নুশুনি,

আন একো নাজানি, সেয়ে ভূমা। যাক দেখিলে আনো দেখি, যাক শুনিলে আনো শুনি, আনো জানি, সেয়ে অল্প ( ক্ষুদ্ৰ )। "যত্ৰ নান্যৎ পশ্যতি নান্যৎ শৃণোতি নান্যৎ বিজানাতি স ভূমা। অথ যত্ৰ অন্যাৎ পশ্যতি অন্যাৎ শৃণোতি অন্যাৎ বিজানাতি তদল্পম্।"

তেনেহলেনো ভূমাৰ স্বৰূপ কি ? যি ভূমা সেয়ে অমৃত ; যি অল্প, সেয়ে মৰ্ত্ত্য। "যো বৈ ভূমা তদমৃতম্। অথ যদল্পম্ তৎ মৰ্ত্ত্যম্।"

সেই ভূমা নো কোনে থাপিলে ? ছান্দোগ্যই কয়, কোনেও নাথাপিলেও সি আত্ম-প্ৰতিষ্ঠিত নিশ্চয়। "স্বে মহিম্নি যদি বা ন মহিম্নীতি।" ( ছান্দোগ্য উপনিষদ, ৭২৪ )।

এই যে ভূমা আৰু আত্মা, সেয়ে আগ-পিছ, উত্তৰ-দক্ষিণ, সকলো জুৰি আছে। যি সেই আত্মাত সৰ্বক্ষণ ক্ৰীড়া কৰে তেওঁৰ সদৌ লোকত স্ফুৰণ হয়, ইত্যাদি।

"অথাত আত্মাদেশ এৱ আত্মৈৱাধস্তাদাত্মোপৰিষ্টাদাত্মা পশ্চাদাত্মা পুৰস্তাদাত্মা দক্ষিণত আত্মোত্তৰ আত্মৈবেদং সৰ্বমিতি। স বা এব এবং পশ্যন্নেৱং মন্বান্ এৱং বিজানন্নাত্মৰাত্মৰতিঃ আত্মক্ৰীড় আত্ম-মিথুন আত্মানন্দঃ স স্বৰাড্ ভৱতি তস্য সৰ্বেষু লোকেষু কামাচাৰো ভৱতি।" ( ছান্দোগ্য উপনিষদ, ৭৷২৫৷১-২ )

এই যে আত্মাৰ স্ব-ৰাজ্য তাত জোন-বেলি তৰা-বিজুলীয়ে পোহৰ নিদিয়ে ; জুইৰ পোহৰৰ যে কথাই নাই ! তাৰ নিজ পোহৰত আন এই সকলো উদ্ভাসিত হয় :

"ন তত্ৰ সূৰ্য্যো ভাতি ন চন্দ্ৰতাৰকম্
নে মা বিদ্যুতো ভান্তি কুতো'য়ম্ অগ্নিঃ।
তম্ এৱ ভান্তম্ অনুভাতি সৰ্বম্
তস্য ভাসা সৰ্বম্ ইদম্ বিভাতি ॥"

এই যে আত্মাৰ ৰাজ্য আৰু সেই যে অমৃত-লাভ তাৰ বাবে ৰহস্যবাদীসকলে উলিয়ালে চমু বাট—ভক্তি পন্থা। এই ৰহস্যবাদ-

বোৰৰ ভিতৰত বৈদান্তিক ৰহস্যবাদ অতি পুৰণি; তাৰ পাছত আছিল বৌদ্ধ ৰহস্যবাদ, খৃষ্টান ৰহস্যবাদ, ছুফি ৰহস্যবাদ আদি। যি পৱিত্র, নিভৃত জ্যোতিয়ে মানৱ আত্মাক বাহিৰে-ভিতৰে জিনি আছে, তাৰ লগত বাহ্যিক সংস্কাৰ-বিহীন আড়ম্বৰ-বৰ্জিত আশাগুধীয়া পোনপটীয়া সংযোগ বা মিলনেই সদৌ ৰহস্যবাদৰ উদ্দেশ্য।

ৰহস্যবাদ মানুহ জাতিৰ জন্মস্বত্ব। দেশ নাই, বিদেশ নাই; যুগ নাই, অযুগ নাই; জাতি নাই, অজাতি নাই; ধৰ্ম নাই, বিধৰ্ম নাই; ৰহস্যবাদীসৱে সদৌকে আকোৱালি সাবতি লবলৈ বিচাৰে। ৰহস্য-বাদী সকল বিশ্ববাসী, বিশ্বব্যাপী, বিশ্বপ্রেমিক; তেওঁলোকৰ ভাষা উপমা আদি আচৰিতভাৱে গোপন অথচ বিশ্বজনীন, সাঙ্কেতিক অথচ আত্মপ্রকাশক। তেওঁলোকে কাকো নিঘিণায়, আটাইকে আদৰে; স্বৰ্গৰ আশা আৰু নৰকৰ ভয় দুইকো সমানে ভৰিৰে ঠেলে; ধন-দৌলৎ মান-যশ সমানে নেওচা দিয়ে।

'সত্য' বোলা যে এক ভুবন-মোহিনী অনন্ত সুন্দৰী গূঢ় ৰহস্যৰ ওৰণি-লৱতী আছে, তেওঁৰ প্রেমত মজিয়েই ৰহস্যবাদীসকলে গোপন জীৱন যাপন কৰে। তেওঁক স্ত্ৰিকতা বোলাঁ, বা পুৰুষ বোলাঁ, বা উপনিষদৰ ভাষাৰে "তৎ" (ক্লীৱলিঙ্গ) বোলাঁ, বা একো নোবোলাঁ, তাত কথা নাই; কেৱল তেওঁক পাবঁা, তেওঁৰ প্রেমত মজিবঁা, ইয়াকেই তেওঁলোক বিচাৰে। জাৰ্মান কবি গেটেই কবৰ দৰে, নাম কেৱল হাই-উৰুমি; সি তেওঁৰ মধুৰ কণ্ঠস্বৰক তল পেলায়। নাম অকল ধেঁাৱাৰে ধুঁৱলি-কুঁৱলী, সেই দিব্য জেউতি সি ঢাকি ধৰে। (ফষ্ট্)

ৰহস্যবাদ কোনো মানসিক প্রচেষ্টা নহয়, ই এবিধ জীৱন যাপন। ইয়াত চিন্তা-তৰ্ক নাই, আছে অনুভৱ; ধৰ্মান্তৰকৰণ নাই, আছে সঙ্গ-ভুক্তি। কোনোবাই যদি তেওঁলোকৰ সঙ্গী হব খোজঁা, আন একো নালাগে; মানসিক দ্বন্দ্ব আৰু গতানুগতিকতা এৰি থৈ ৰহস্যবাদৰ দুৱাৰ মুখত ঠিয় হোৱাঁ, আপোনা-আপুনি সেই দুৱাৰ মুকলি হব।

শ্ৰীমদ্ভাগৱতৰ ধৰ্মক এক প্ৰকাৰে বৈষ্ণৱ ৰহস্যবাদ বুলিব পাৰি। পুৰাণ-সূৰ্য্য ভাগৱত বা ৰামায়ণ-মহাভাৰতৰ দৰেও ই কোনো অৰ্থত ইতিহাস নহয়; ইয়াৰ নায়ক কৃষ্ণও মহাভাৰতৰ কৃষ্ণ বা দৈৱকী-পুত্ৰ প্ৰকৃততে নহয়। ই মূঠতে প্ৰতীক-ধৰ্মী; জীৱ মাত্ৰই গোপী আৰু গোপী-কৃষ্ণৰ মিলন জীৱাত্মা-পৰমাত্মাৰ মিলনৰ প্ৰতীক। "তদ্ যথা প্ৰিয়য়া স্ত্ৰীয়া সম্পৰিষক্তো ন বাহ্যং কিঞ্চন্ বেদনান্তৰমেৱমেৱায়ং পুৰুষঃ"—মনোৰমা তিৰুতাই আলিঙ্গন কৰি থকা অৱস্থাত মানুহে যেনেকৈ বাহিৰ-ভিতৰ একো ভু নোপোৱা হয়, তেনেকৈ জীৱই প্ৰাজ্ঞ-আত্মাৰ দ্বাৰা পৰিবৃত থাকি বাহিৰ-ভিতৰ একো গম নোপোৱা হয়। শ্ৰুতিৰ এই উপমাই ভাগৱতৰ প্ৰতীকবাদৰ সঙ্কেত দিয়ে।

আকৌ শ্বেতাশ্বেতৰ উপনিষদত কোৱা "পতিং পতিনাং পৰমং পৰস্তাৎ" বাক্যত গোপীসকলে উপপতি কৃষ্ণক ভজন কৰা উপমা পোৱা হয়। প্ৰতীক স্বৰূপে ব্যাখ্যা কৰিলে, সংসাৰ গোপী-ৰূপী জীৱৰ পতি; বৈষয়িক কৰ্ত্তব্য-পালন তেওঁলোকৰ পতি-সেৱাৰ তুল্য। এই বিচাৰত কৃষ্ণ তথা পৰমাত্মাৰ প্ৰতি ধাউতি গোপী-ৰূপী জীৱৰ অকাৰ্য্য, আৰু ই উপপতিৰ আসক্তিৰ সমকক্ষ। সামাজিকভাৱে "উপপতি সমে ক্ৰীড়া গৰিহিত কৰ্ম"; হলেও কিন্তু যি হেতুকে কৃষ্ণ "পতিং পতিনাম্" সেই হেতুকে সি দোষৰ হাত সাৰি যায়: "কহিলা যিটো কুল-স্ত্ৰীৰ কৰ্ম। তোমাত আছোক সি সৱ ধৰ্ম॥" ( কীৰ্ত্তন )।

অকল ইমানেই নহয়, সৰ্বত্যাগ নকৰিলে যে ভগৱন্তক পাব নোৱাৰি পৰ-দাৰ হৈ কৃষ্ণই জীৱৰূপী গোপীসকলক সেই পাঠো দিছিল। গোপীহঁত কৃষ্ণৰ নিজ পত্নী হোৱা হ'লে শাস্ত্ৰ আৰু সমাজৰ বিধানমতে সৰ্বস্ব-ত্যাগৰ কোনো প্ৰমাণেই জাজ্জ্বল্যমান হৈ নুঠিলহেতেন।

স্বৰূপতে, গোপীৰ বস্ত্ৰহৰণ এই ত্যাগ-শিক্ষাৰ আদি পাঠ। বাইবোলৰ মতে মানুহৰ প্ৰথম আধ্যাত্মিক পতন হল বস্ত্ৰ-পৰিধানৰ প্ৰমাণ অৰ্থাৎ দ্বৈতজ্ঞান জন্মাৰ পৰা। "চৈতন্য স্বৰূপে ব্যাপি এক নিৰঞ্জন। তাহাক

বোলয় দ্বৈত কোন অজ্ঞ জন ॥" ব্ৰহ্মৰ বাহিৰে যেতিয়া দ্বিতীয় বস্তু স্বৰূপতে নাই, তেন্তে শৰীৰ ঢাকিবৰ কাৰণ নাই ; এই বাবেই ব্ৰহ্মজ্ঞানী সনক-সনাতন সদাশিৱ-শুকদেৱ আদিয়ে অঙ্গ-আচ্ছাদনৰ কোনো আৱশ্যকতা অনুভৱ নকৰিছিল। বস্ত্ৰ-হৰণত ভক্ত-গোপীহঁতৰ এই পৰীক্ষাই আৰম্ভ হৈছিল ; তাত তেওঁলোক ভালদৰে উত্তীৰ্ণ নহল বুলিয়ে পাছত ৰাস-লীলাৰ শেষ পৰীক্ষা।

ব্যাসদেৱে বস্ত্ৰ-হৰণৰ এই কুমাৰীহঁতক "আহতা" বুলিছে, আৰু "ঈষৎ অক্ষত যোনি" বুলি শ্ৰীধৰ স্বামীয়ে তাৰ অৰ্থ কৰিছে। "যোনি" মানে 'মায়া' ; যেনে "মম যোনিৰ্মহদ্ ব্ৰহ্ম" ( গীতা )। তেন্তে "ঈষৎ অক্ষত যোনি" বোলাত কুমাৰীহঁতৰ মায়া ( অবিদ্যা ) তেতিয়াও সম্পূৰ্ণ ক্ষয় নোহোৱা বুজালে। "দৈৱী হ্যেষা গুণময়ী মম মায়া দুৰতয়া। মামেব যে প্ৰপদ্যন্তে মায়ামেতাং তৰন্তি তে ॥" ( গীতা )। অত্যন্ত দুৰ্জয়া মায়াৰ পৰা তেতিয়াও সম্পূৰ্ণ উদ্ধাৰ নোপোৱাৰ বাবে, সাংসাৰিকভাৱে তিৰুতাৰ পৰম ভূষণ লাজ ত্যাগ কৰিব নোৱৰা হেতুকে, বছৰেকৰ মূৰত তেওঁলোকৰ নতুন মহলা লোৱা হল ৰাস-ক্ৰীড়াত।

"ৰাসক্ৰীড়া বিড়ম্বনং। কামজয়াখ্যায়ানায়েতি তত্ত্বম্। কিঞ্চ শৃঙ্গাৰ কথোপদেশেন বিশেষতো নিবৃত্তিপৰেয়ং পঞ্চাধ্যায়ীতি ব্যক্তী কৰিষ্যামঃ।" বুলি শ্ৰীধৰ স্বামীয়ে আৰম্ভতেই ইঙ্গিত দিলে বোলে ৰাসপঞ্চাধ্যায়ৰ শৃঙ্গাৰ ভাব ওপৰৰ বাকলি মাথোন, তাৰ শাহটো কৰবাত। শঙ্কৰদেৱেও কলে, "কামজয়ী নামে ইটো কেশৱৰ কেলি।" ব্যাসদেৱেও আদিতেই কলে—

"ভগৱানাপি তা ৰাত্ৰীঃ শাৰদোৎফুল্লমল্লিকাঃ।
বীক্ষৰন্তুং মনশ্চক্ৰে যোগমায়ামুপাশ্ৰিতঃ ॥"

যি মহতী ঐশী শক্তিৰ বলত নোহোৱাকো হোৱা দেখি সেয়ে যোগমায়া। আকৌ "প্ৰহস্য সদয়ং গোপীৰাত্মাৰামো'প্যৰীৰমৎ"—আত্মাৰাম হৈয়ো কৃষ্ণই সদয়ৰূপে হাঁহি মুখে গোপীসকলক ৰমণ কৰিলে অৰ্থাৎ ৰমণ কৰা যেন দেখুৱালে।

প্ৰকৃততে ৰাস-লীলা মাধৱী নিশাৰ এটি মধুৰ সপোন মাথোন ; তাত বাস্তৱতাৰ লেশ মাত্ৰ নাই, যিহেতুকে সি "যোগমায়ামুপাশ্ৰিতঃ।" তদুপৰি শুকদেৱে পৰীক্ষিতক দঢ়াই কৈছে—

"নাসূয়ন খলু কৃষ্ণায় মোহিতাস্তস্য মায়য়া।
মন্যমানঃ স্বপাৰ্শ্বস্থান স্বান দ্বাৰান্ ব্ৰজৌকসঃ॥"

শঙ্কৰদেৱৰ ভাষাৰে—"মোহিলা গোপক কৃষ্ণৰ মায়া। কাষতে আছে দেখে নিজ জায়া॥" (কীৰ্ত্তন)। আৰু, "যশোদায়ো তৈত, পুত্ৰক দেখন্ত, শয্যাত আছন্ত শুতি॥" (দশম)। যিসকল গোপীক লৈ কৃষ্ণই ৰাসক্ৰীড়া পাতিল বুলিছিল, তেওঁলোকক সেই সময়ত ঘৰতে থকা নিজ পতি-পুত্ৰই দেখা পাইছে, আৰু সেইদৰে যশোদায়ো দেখিছে পুতেক কৃষ্ণ তেওঁৰ কাষতে শুই আছে।

গতিকে ৰাস-লীলাৰ শৃঙ্গাৰ ৰস প্ৰকৃততে কাম-ৰোগৰ ঔষধৰ ওপৰত চেনিৰ মিঠা লেপনমাত্ৰ। শঙ্কৰদেৱে লিখিছে, "শৃঙ্গাৰ ৰসে যাৰ আছে ৰতি। আকে শুনি হৌক নিৰ্ম্মল মতি॥" "ইটো ৰাসক্ৰীড়া কেলি নামে কামজয়। কৰিলা ভৃত্যৰ পদে কৃষ্ণ কৃপাময়॥ আক শুনে-ভণে যিটো জনে অবিশ্ৰাম। বাঢ়িবে ভকতি অতি জিনিবেক কাম॥" "ইটো ৰাসক্ৰীড়া কথা কৃষ্ণৰ। একান্ত চিত্তে শুনে যিটো নৰ॥ কৃষ্ণত ভকতি বাঢ়িবে তাৰ। কাম-সাগৰ সুখে হৈব পাৰ॥ ইটো কামজয় কৃষ্ণৰ কথা। শুনা নৰ-দেহ নকৰাঁ বৃথা॥"

চেনি-সনা থাকে বুলিয়েই বহুত লৰা-ছোৱালীয়ে ঔষধ খাবলৈ হেপাহ কৰে আৰু সেইদৰে গুণো পায় ; তেনেকৈয়ে শৃঙ্গাৰ ৰসৰ লোভত পৰি কামাতুৰজনে কৃষ্ণৰ ৰাস-লীলা শুনিও মুক্তি পাওক, এয়ে ইয়াৰ মৰ্ম। "দ্বেষ কৰি শিশুপালে লভিলে মুকুতি। বুদ্ধিক নাপেক্ষে মহৌষধিৰ শকতি॥ বিষ বুলি অমৃতক পিলে যিটো নৰ। সুহিবেক জানো সিটো অজৰ অমৰ॥ যেন তেন মতে মাত্ৰ স্মৰোক স্নততে। এতেকে মুকুতি পাৱে কহিলোঁ বেকতে॥"

"ৰাসো নাম বহু নৰ্ত্তকীযুক্ত নৃত্যবিশেষঃ" বুলি শ্ৰীধৰ স্বামীয়ে ৰাসৰ ব্যাখ্যা দিছে। প্ৰকৃততে বিশ্বখনেই এক বিৰাট ৰাস-মঞ্চ; গোপীৰূপী জীৱ মাত্ৰই তাৰ "বহুনৰ্ত্তকী" আৰু নৰৰূপী কৃষ্ণই নহয়, "বিক্ৰীড়িতং ব্ৰজবধূভিৰিদঞ্চ বিষ্ণোঃ।" আকৌ, "বেবেষ্টি ইতি বিষ্ণুঃ"। বিশ্বৰ বাহিৰে-ভিতৰে যি ব্যাপি আছে তেৱেঁই বিষ্ণু, আৰু তেৱেঁই ৰাসক্ৰীড়াৰ নায়ক। মূল নীহাৰিকা ৰূপ সূৰ্য্যক কেন্দ্ৰ কৰি যেনেকৈ তাৰ পৰাই ওলোৱা সদৌ গ্ৰহ-উপগ্ৰহ চিৰকাল ঘূৰিব লাগিছে, ভগৱন্তৰ মায়া-যোনিৰ পৰা উদ্ভূত জীৱ-সমূহেও ঠিক তেনেকৈয়ে জানি বা নাজানি তেওঁক কেন্দ্ৰ কৰি সেই "অনহদ"ৰ সঙ্গীতৰ তালে তালে নাচিব লাগিছে। কৃষ্ণৰ বাঁহীৰ মাত সেই অনন্ত সঙ্গীতৰে প্ৰতি-ৰূপ।

পুনৰ, "ৰসো বৈ সঃ।" তেওঁ আনন্দস্বৰূপ। সৃষ্টিৰ সদৌ ৰূপ-ৰস-শব্দ-স্পৰ্শ-ঘ্ৰাণে জীৱক যি আনন্দ দিয়ে সিও তেওঁৰ পৰাই আহে। তেওঁ চিৰ-প্ৰেমময়; পিতা ৰূপে, পতি ৰূপে, তেওঁ আমাক সেই প্ৰেমৰ অমৃত পিয়াইছে, আৰু পুত্ৰৰূপে, পত্নীৰূপে, তেৱেঁই তাক ঘূৰি পান কৰিছে। কিন্তু ই খণ্ড, ক্ষুদ্ৰ; ভূমা নহয়, মাত্ৰ ভূমাৰ ইঙ্গিত যাচিছে। যেন মাটিৰ কলহ এটাত চপচপীয়া হৈ কুঁহিয়াৰৰ ৰস ভৰি আছে; তাৰ মুখ বন্ধা আছে, কিন্তু তাৰ নেদেখা সৰু সৰু ফুটাইদি নিগৰি নিগৰি সামান্য ৰস বাহিৰ হৈছে। আমি তাকেই চেলেকিছোঁ, আৰু যিমানে চেলেকিছোঁ সিমানে কলহৰ ভিতৰত থকা ৰসৰ প্ৰতি আমাৰ অসীম তৃষ্ণা জাগি উঠিছে। অমৃত ৰসৰ এই ক্ষুদ্ৰ কণিকা-বোৰে আমাৰ সেই ভূমাৰ তৃষ্ণা পূৰাব পৰা নাই; কিয়নো আমি প্ৰকৃততে ভূমাৰহে প্ৰয়াসী। সেইহে আকৌ, "যো বৈ ভূমা তদমৃতম্। অথ যদল্পম্ তৎ মৰ্ত্তাম্॥"



॥ ওপচনি ॥

(ক) "মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ"

আঢ়ৈ কুৰি বছৰৰ মূৰত স্বৰ্গীয় লক্ষ্মীনাথ 'বেজবৰুৱাৰ এই নামৰ গ্ৰন্থৰ দ্বিতীয় তাঙৰণ প্ৰকাশিত হ'ল। এই তাঙৰণটি পাই আমাৰ মনত হৰিষ-বিষাদ উভয়েই উপস্থিত। হৰিষ হ'ল আধা-শতিকাৰ মূৰত দ্বিতীয় তাঙৰণে পোহৰৰ মুখ দেখাত; বিষাদ হ'ল তাঙৰণটি বাঞ্ছনীয়ভাবে নোলোৱাত।

প্ৰকাশকে জনাইছে—"ইতিমধ্যে সৌভাগ্যবশতঃ বেজবৰুৱা দেৱে নিজেই যুগুতাই থৈ যোৱা পাণ্ডুলিপিটোকে বেজবৰুৱা দেৱৰ কন্যা, স্বৰ্গীয় ৰোহিণী বৰুৱাৰ পত্নী শ্ৰীমতী ৰত্না বৰুৱাৰ পৰা পোৱা হ'ল। বেজবৰুৱা দেৱে দ্বিতীয় সংস্কৰণৰ বাবে যুগুতোৱা এই পাণ্ডুলিপিটোত প্ৰথম সংস্কৰণৰ পুথিৰ পৰা ভালেখিনি কথা বিয়োগ কৰিছে আৰু ভালেখিনি যোগ কৰিছে। এই যোগ-বিয়োগ তেখেতে নিজ হাতৰ আখৰেৰে যি ধৰণে কৰি থৈ গৈছে, আমি তাৰ অকণো হেৰ ফেৰ নকৰাকৈ হুবহু মুদ্ৰণ কৰিছো। আন কি বেজবৰুৱা দেৱে পুথিখনৰ জোৰণি পাত কেইখিলাও তেখেতে কৰি যোৱা পৰিকল্পনা অনুসৰি কৰা হৈছে।"

দুখৰ কথা, ইয়াৰ বাবে আমি প্ৰকাশকৰ শলাগ ল'ব নোৱাৰিলোঁ। গ্ৰন্থখনি হুবহু প্ৰথম তাঙৰণৰ মতে ওলোৱা হলেও আমাৰ বিশেষ ক'ব লগা নাথাকিলহেতেন। গ্ৰন্থকাৰে যে দ্বিতীয় সংস্কৰণৰ বাবে পাণ্ডুলিপি "যুগুতাই থৈ" গৈছিল, প্ৰকাশকৰ "নিবেদন"ৰ বাহিৰে সেই কথাবো দৃশ্যমান কোনো প্ৰমাণ আমাৰ আগত নাই। সবহ নকলেও হ'ব, প্ৰথম তাঙৰণৰ পৰা যে "ভালেখিনি কথা বিয়োগ" কৰিছে আৰু "ভালেখিনি যোগ কৰিছে" চকুৱে দেখাত তাৰো কোনো চিন-চাব ক'তো পাবলৈ নাই। যদি কোৱা হয় বোলে প্ৰথম তাঙৰণৰ লগত

মিলাই চালই সেইখিনি ধৰা পৰিব, তাৰ উত্তৰত কব লাগিব— প্ৰথম তাঙৰণ আধা শতিকাৰ পাছত সুলভ থকাহেতেন এই প্ৰকাশনৰ প্ৰয়োজন সিমান নহলহেতেন নিশ্চয়।

"বেজবৰুৱাই যি কালত এই পুথিখন ৰচনা কৰিছিল সেই কালত এনে ধৰণৰ ই প্ৰথম চেষ্টা কাৰণে ইয়াৰ তথ্য-পাতিবোৰ পোৱাটো স্বাভাৱিকতে তেনেই দুঃসাধ্য আৰু সীমাবদ্ধ আছিল আৰু বেজবৰুৱাই তাৰ ওপৰতে ভেটি কৰি এই পুথি লিখিছিল। বেজবৰুৱাৰ পিচত এই সুদীৰ্ঘ পঞ্চাশ বছৰৰ ভিতৰত শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ বিষয়ে ভালেমান নতুন তথ্য-পাতি উদ্ধাৰ হৈ আছে আৰু গুৰু দুজনাৰ ওপৰত নতুন আলোকপাত হৈছে। এই ফালৰপৰা বিচাৰ কৰিলে এতিয়া বেজবৰুৱাৰ এই ৰচনাৰ কোনো কোনো ঠাইত কিবা খুত বা আসোৱাহ আদি ওলোৱাৰ শঙ্কাও নোহোৱা নহয়। কিন্তু সেইবোৰৰ প্ৰতিকাৰ কৰিবলৈ যোৱা মানে বেজবৰুৱাৰ পুথিখন চালি জাৰি আকৌ নকৈ লিখাৰ দৰেই হয়; যিটো কাম কৰিবলৈ গৈ বেজবৰুৱাৰ লিখাৰ ওপৰত হাত চলাই তেখেতৰ ৰচনাক অজ্ঞানতঃ আমি বিকৃত কৰাৰ দুঃসাহস কোনো পধ্যে কৰিব নোৱাৰোঁ।"

প্ৰকাশকৰ এইখিনি কথাৰ সত্যতা আমি উপলব্ধি কৰোঁ; কিন্তু কোন শকত লেখকে দ্বিতীয় সংস্কৰণৰ পাণ্ডুলিপি যুগুত কৰিছিল, আৰু তাত কৰা যোগ-বিয়োগখিনি কি ভেটিত কৰা হৈছিল, সেই সম্পৰ্কে প্ৰকাশকে পঢ়োঁতাক আন্ধাৰ কোঠাত আটক কৰা ক্ষমাযোগ্য নহয় বুলি নকৈ নোৱাৰোঁ। প্ৰকাশকে ইঙ্গিত কৰা প্ৰথম তাঙৰণৰ খুতৰ ভিতৰত ধৰাই হল গ্ৰন্থখনৰ আহিলা-পাতি গ্ৰহণ কৰা অবৈজ্ঞানিক ৰীতি। এতিয়ালৈকে প্ৰকাশিত হোৱা আৰু সোতৰ শতিকাৰ ভিতৰত লিখা বুলি ভাবিব পৰা চাৰিখন গুৰু-চৰিত যথাক্ৰমে ৰামচৰণ, দৈত্যাৰি, ৰামানন্দ আৰু ভূষণ দ্বিজৰ ৰচিত। এই চাৰিখন চৰিত্ৰত যি যি কথা নাই আৰু যি যি কথা গুৰুজনৰ আদৰ্শৰ লগত খাপ নাখায় বা তাৰ বিপৰীতহে হয় তেনে কেইবাটিও কথা এই

গ্রন্থৰ প্ৰথম তাঙৰণত আছিল ; আৰু গ্রন্থকাৰে যদি নিজে তাৰ দ্বিতীয় সংস্কৰণ যুগুত কৰিছিল তাত তেনেবোৰ কথা বাদ পৰিব বুলি আমি পৰম আশা মনত পুহিছিলোঁ। দুৰ্ভাগ্যক্ৰমে তেনেবোৰ কথা দ্বিতীয় তাঙৰণত আগৰ দৰেই থাকিল।

আমি মানি লওঁ প্ৰায়সকল গুৰুৰ সম্পৰ্কে সৰহ-তাকৰ নানান ধাৰ্মিক কিম্বদন্তি থাকে ; সেইসকলৰ অলৌকিকতা প্ৰমাণ কৰিবৰ হেপাহেৰেই তেনেবোৰ কথা সজা হয় নিশ্চয়। কিন্তু বহুত সময়ত এনেবোৰ কথাই সত্যৰ অপলাপ কৰাৰ উপৰি হিত-বিপৰীত হৈ পৰে। দৃষ্টান্তৰূপে, মাধৱদেৱৰ বিচাৰ-বিচক্ষণতা দেখুৱাবৰ বাবে গুৰু-পত্নীৰ ঘট-পূজা কৰা আৰু গুৰুৰ লগত চুপতি-মৰা কথাৰ অৱতাৰণাই এই গ্ৰন্থৰ দুই তাঙৰণতে ঠাই পাইছে, ই অন্যায় ; যিহেতুকে গুৰুজনাৰ জীৱন-আদৰ্শৰ লগত ই একেবাৰে খাপ নোখোৱা কথা, আৰু যিহেতুকে এনে কথা কেনেবাকৈ সচা হোৱা হ'লেও সি উক্ত চাৰিখন গুৰু-চৰিতৰ এখনত নহয় ইখনত থাকিলহেতেন। ১৯৬৩ত ছপোৱা এনে এখন গ্ৰন্থৰ নতুন তাঙৰণত তেনে কথা অশোভন নিশ্চয়।

বৰ্তমান তাঙৰণৰ ঘাই কথাৰ আৰম্ভৰ আগতে "উত্তৰ কমলাবাৰী গ্ৰাণ্ট সত্ৰ"ৰ এখন মানচিত্ৰ ছপোৱা আছে ; তাৰ টোকা—"বদুলা আতাৰ দ্বাৰাই সংস্থাপিত পুৰণি কমলাবাৰী সত্ৰৰ চিত্ৰ। এই সত্ৰ আৰু এতিয়া নাই ; ব্ৰহ্মপুত্ৰই খহাই নিলে। সত্ৰৰ এই চিত্ৰ পিতৃদেৱতা ৺দীননাথ বেজবৰুৱা ডাঙৰীয়াই ভালেমান বছৰৰ আগতে নিজ হাতে আঁকি মোক ভালকৈ ছপা কৰাবলৈ দিছিল। —গ্ৰন্থকাৰ।"

"গ্ৰাণ্ট সত্ৰ" কি আৰু এই নাম কিয় হল, এই সম্পৰ্কে নানা কথা আমাৰ শুনা আছে, আৰু বহুতেই জানে। বদুলা আতাৰ সংস্থাপিত মূল সত্ৰৰ লগতো শঙ্কৰদেৱ-মাধৱদেৱৰ জীৱনীৰ কোনো পোনপটীয়া সম্বন্ধ নাই। পিতৃ-ইচ্ছা পালনৰ বাবেই গ্ৰন্থকাৰে এই মানচিত্ৰ

ছপাবলৈ কব পাৰে, কিন্তু তাক এই প্ৰস্তুত গ্ৰন্থকাৰৰ ইচ্ছা মতেই সন্নিবিষ্ট কৰা হৈছে নেকি তাকো সঠিক নাজানো। হলেও বাস্তৱতে মূল গ্ৰন্থৰ লগত ই জীণ নাযায় নিশ্চয়।

প্ৰথম তাঙৰণৰ পাতনিত গ্ৰন্থকাৰে লিখিছিল—“মহাপুৰুষ শঙ্কৰ-মাধৱৰ চৰিত পুথি কেইবাখনো পঢ়ি মিলাই, আৰু মহাপুৰুষীয়া সত্ৰৰ সন্ত-সাধুসকলৰ মুখে মুখে প্ৰচলিত হৈ অহা চৰিত্ৰ, আৰু ঘাইকৈ পিতৃদেৱ দীননাথ বেজবৰুৱাৰ মুখে শুনা চৰিত্ৰৰ যি মনত আছিল সেইবোৰ শুঁৱৰি জুকিয়াই লৈ এই চৰিত্ৰৰ কিতাপখনি আমি ৰচনা কৰিলোঁ।” আমি দেখাত লেখকে ৰামচৰণ আৰু দৈত্যাৰিৰ গুৰু-চৰিত উপকৰুৱাকৈ আৰু পিতৃয়েকৰ পৰা “মুখে শুনা চৰিত্ৰৰ যি মনত আছিল” তাতে “ঘাইকৈ” আওজনি লৈ এই পুথি লিখিছিল। শঙ্কৰদেৱ-মাধৱদেৱৰ চৰিত্ৰ এখন বৰ্তমান যুগৰ বাবে তৰিবলৈ পোনতে অকল এনে উপায় লোৱা সিমান দোষাবহ নহব পাৰে; কিন্তু তাৰ প্ৰায় পোৱা-শতিকাৰ পাছত যদি “নিজেই যুগুতাই থৈ যোৱা এখন পাণ্ডুলিপি” আছিল তাত সেই নীতিৰ সংশোধন অৱশ্যে হব লাগিছিল। প্ৰকাশকৰ মতে গ্ৰন্থকাৰে “পৰিমাৰ্জিত সংস্কৰণটোৰ সকলো কাম শেষ কৰিছিল”; তেন্তে তাত এনেবোৰ খুত থাকি যোৱাটো আমি দেখিবলৈ পাব নালাগিছিল।

স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰতি শ্ৰদ্ধাত আমি কাৰো পিছ-পৰা নহওঁ; কিন্তু শ্ৰদ্ধাভাজন এজনে ক'লে বা কৰিলে বুলিয়েই কোনো অসত্য সত্যত পৰিণত হব নোৱাৰে নিশ্চয়। সেইদেখি বৰ্তমান সময়ত কিতাপখনি এনে ক্ৰুটিপূৰ্ণভাৱে প্ৰকাশিত হোৱাত আমি দুখ পাইছোঁ। অন্ততঃ প্ৰথম তাঙৰণৰ ওপৰত গ্ৰন্থকাৰে কি যোগ-বিয়োগ কৰিলে সেইখিনিকে পঢ়োঁতাৰ চকুৰ আগত জলজল-পটপটকৈ দাঙি ধৰাটো প্ৰকাশকৰ দায়িত্বৰ ভিতৰত সোমাব লাগিছিল বুলি আমাৰ বিশ্বাস।

## (খ) শঙ্কৰদেৱ-মাধৱদেৱৰ অন্যান্য আধুনিক জীৱনী

স্বৰ্গীয় বেজবৰুৱাৰ গ্ৰন্থখনিৰ বাহিৰে বৰ্তমান আন দুই এজন লেখকে এই বিষয়ে দুই এখন কিতাপ ছপাই উলিয়াইছে, আৰু তাৰে খিনি শ্ৰদ্ধেয় বন্ধুৱে সেই কেখনৰ আসোঁৱাহ-ভৰা কথাই আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে। কথাতে কয় বোলে লবাৰ যিমান ভাগৰ, খেদাৰো সিমান ভাগৰ; গতিকে আত্মবিনোদনৰ বাবে লিখা আৰু ইতৰ জনসাধাৰণৰ কাৰণে ছপাই উলিওৱা তেনে কিতাপৰ ওপৰত মতামত দিবলৈ যোৱাৰ পৰা বিৰত থাকিবলৈ বাধ্য হলোঁ। স্বয়ং বেজবৰুৱা দেৱেই শঙ্কৰদেৱ-মাধৱদেৱৰ জীৱনী লিখিবলৈ পোনতে সাহ নকৰি পাছত ভয়ে ভয়ে অথচ গভীৰ ভক্তিৰে সেই পুথি লিখিছিল; কিন্তু জ্ঞানীয়ে য'ত ভৰি পেলাবলৈ সাহ নকৰে, মূৰ্খই ত'তো টিঘিলঘিলায়, এখন শঙ্কৰদেৱ-মাধৱদেৱৰ নৱকৈ লিখা দুষ্ট জীৱনী পঢ়ি আমাৰ তেনে ভাবেই দৃঢ় হৈছে।

পৃথিবীৰ মুখ্য ধৰ্ম-প্ৰৱৰ্তকসকলৰ জীৱনী আৰু সমালোচনা কেনেদৰে কৰা হয় আৰু কৰা উচিত যথাস্থানত আমি তাৰ আলোচনা কৰিছোঁ; সেয়ে বৈজ্ঞানিক বিচাৰ-পদ্ধতি বুলি আমি ভাবোঁ। পূৰ্ব-ভাব লৈ গৱেষকৰ আসনত বহা বিড়ম্বনা মাত্ৰ। সত্য-অন্বেষণেই যেতিয়া আমাৰ মূল উদ্দেশ্য হয় তেতিয়া তাৰ বাহিৰে আন একোৰে প্ৰতি আমাৰ দৃষ্টিপাত হব নালাগিব। পক্ষপাতিতা যে পাপেই, গৱেষণাৰ উপযোগী জ্ঞান আৰু মানসিক প্ৰস্তুতি নোহোৱা-কৈ তেনে কামলৈ আগবঢ়াও পাপ নিশ্চয়। আমি আশা কৰিছোঁ আগলৈ যেন এনে অন্যায়ৰ পুনৰাবৃত্তি নহয়।

## (গ) গীতাত "মহাপুৰুষ" শব্দৰ ব্যৱহাৰ

গীতাৰ অষ্টম অধ্যায়ৰ নাম অক্ষৰ ব্ৰহ্ম যোগ বা মহাপুৰুষ যোগ। এই অধ্যায়ৰ সামৰণিত আছে—"ইতি শ্ৰীমহাভাৰতে সতসহস্ৰ্যাং সংহিতায়াং বৈয়াসিক্যাং ভীষ্মপৰ্বণি শ্ৰীমদ্ভগৱদ্গীতাস্বুপনিষৎসু ব্ৰহ্ম-বিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জ্জুনসংবাদে অক্ষৰব্ৰহ্মযোগো মহাপুৰুষ-যোগো বা নাম অষ্টমোঽধ্যায়ঃ।" তদুপৰি গীতাৰ পঞ্চদশ অধ্যায় পুৰুষোত্তম যোগ; 'মহাপুৰুষ' আৰু 'পুৰুষোত্তম' যে সমাৰ্থক এই কথা বঢ়িয়াকৈ বুজিব পাৰি। ইফালে "পুৰুষ" আৰু "পুৰুষ" আকৌ সমাৰ্থক; কিয়নো "পূৰ্ণম্ অনেন সৰ্বম্ ইতি পুৰুষঃ" (এওঁৰ দ্বাৰা বিশ্ব ব্যাপ্ত, এতেকে পুৰুষ); আৰু "পুৰিশয়নাদ্ বা পুৰুষঃ" (দেহ-পুৰত শয়ন কৰে, এতেকে পুৰুষ)। গীতাৰ সন্ন্যাস যোগত কৈছে "নৱদ্বাৰে পুৰে দেহী" (৫।১৩) ইত্যাদি; দুই কাণ, দুই চকু, দুই নাক, মুখ, মূত্ৰদ্বাৰ আৰু পুৰীষদ্বাৰ লৈ দেহ-পুৰ। অসমীয়া দেহ-বিচাৰৰ গীতত আৰু কবীৰৰ দোহা আদিত এই নৱখন দুৱাৰেৰে দেহ-পুৰৰ উপমা প্ৰসিদ্ধ।

মহাপুৰুষৰ সেৱা-প্ৰৱৰ্তনৰ পৰাই হে যে শঙ্কৰদেৱ-মাধৱদেৱক পাছত মহাপুৰুষ বোলা হ'ল তাৰ প্ৰমাণ আমি আগতেই দাঙি ধৰি আহিছোঁ; গতিকে মহাপুৰুষ আৰু মহাপুৰুষীয়া শব্দৰ মূল তাৎপৰ্য বুজাত আহুকাল নাই। মহাপুৰুষীয়া সাহিত্যত "পুৰুষ" শব্দয়ো স্ত্ৰীৰ বিপৰীত অৰ্থ নুবুজায়: "তেবেসে পুৰুষে পায় ভকতিৰ তত্ত্ব" বোলোঁতে ওপৰত দিয়া তাৎপৰ্য বিচাৰ কৰিব লাগে।

(ঘ) গীতা আৰু উপনিষদ মতে ব্ৰহ্মবিচাৰ

গীতাত কৰ্মযোগত পোনতে ব্ৰহ্ম শব্দটি ব্যৱহৃত হৈছে—

"কৰ্ম-ব্ৰহ্মোদ্ভৱং বিদ্ধি ব্ৰহ্মাক্ষৰসমুদ্ভবম্।
তস্মাৎ সৰ্বগতং ব্ৰহ্ম নিত্যং যজ্ঞে প্ৰতিষ্ঠিতম্॥" ৩।১৫

অৰ্থাৎ '( যজ্ঞাদি ) কৰ্ম ব্ৰহ্মৰ পৰা উদ্ভৱ বুলি জানিবাঁ। অক্ষৰৰ পৰা ব্ৰহ্ম সমুদ্ভৱ হৈছে। এতেকে সৰ্বব্যাপী ব্ৰহ্ম সদায় যজ্ঞত প্ৰতিষ্ঠিত।' কোনো কোনোৱে এই শ্লোকত ব্ৰহ্মক 'বেদ' বুলি ব্যাখ্যা কৰে। জ্ঞানযোগত ব্ৰহ্ম শব্দৰ প্ৰয়োগ এনেদৰে পোৱা হয়—

"ব্ৰহ্মাৰ্পণং ব্ৰহ্ম হবিৰ্ব্ৰহ্মাগ্নৌ ব্ৰহ্মণা হুতম্।
ব্ৰহ্মৈব তেন গন্তব্যং ব্ৰহ্মকৰ্মসমাধিনা॥" ৪।২৪

অৰ্থাৎ '( ব্ৰহ্মবিৎসকলে ) আহুতি আদিক ব্ৰহ্ম, ঘৃত আদিক ব্ৰহ্ম, অগ্নিক ব্ৰহ্ম, হোমকৰ্তাক ব্ৰহ্ম, হোমক্ৰিয়াক ব্ৰহ্ম, আৰু তাৰ দ্বাৰা পাব লগা ফলও ব্ৰহ্ম বুলি ভাবে।'

সন্ন্যাস যোগত ব্ৰহ্ম সম্পৰ্কত আছে—

"ব্ৰহ্মণ্যাধ্যায় কৰ্মানি সঙ্গং ত্যক্ত্বা কৰোতি যঃ।
লিপ্যতে ন স পাপেন পদ্মপত্ৰমিবাম্ভসা।" ৫।১০

অৰ্থাৎ 'যি ব্ৰহ্মত অৰ্পণ কৰি আসক্তি ত্যাগৰ দ্বাৰা কাম কৰে, পানীয়ে যেনেকৈ পদুম পাতক, পাপেও তেনেকৈ তেনেজনক লিপ্ত নকৰে।'

বিভূতি যোগত অৰ্জ্জুনে কৃষ্ণক কৈছে—

"পৰং ব্ৰহ্ম পৰং ধাম পৱিত্ৰ পৰমং ভবান্।
পুৰুষং শাশ্বতং দিব্যমাদিদেৱমজং বিভুম্॥" ১০।১২

অৰ্থাৎ 'আপুনি পৰম ব্ৰহ্ম, পৰম ধাম, পৰম পৱিত্ৰ (পাৱন) ; সনাতন দিব্য পুৰুষ, জন্মৰহিত, সৰ্বব্যাপী আদিদেৱ।'

ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞবিভাগ যোগত কৈছে—

"জ্ঞেয়ং যত্তং প্ৰবক্ষ্যামি যজ্জ্ঞাত্বা'মৃতমশ্নুতে।
অনাদিমৎ পৰং ব্ৰহ্ম ন সৎ তন্নাসদুচ্যতে॥" ১৩।১৩

অৰ্থাৎ 'যি জানিব লগা, যি জানিলে অমৃত ভোগ হয়, তাৰ কথা কওঁ। সি আদি-হীন পৰম ব্ৰহ্ম, সৎ বা অসৎ বাচ্য নহয়।'

উদ্ধৃত শ্লোকবোৰত নিৰুপাধিক 'ব্ৰহ্ম' আৰু 'পৰম ব্ৰহ্ম'ৰ অৰ্থৰ প্ৰভেদ আছে নে নাই ভাবিবলগীয়া। মহাপুৰুষীয়া ধৰ্ম্ম-তত্ত্ব মতে—

"ব্ৰহ্ম পদে শুদ্ধ জীৱক বুলিয়,
ঈশ্বৰ পৰম ব্ৰহ্ম।" ঘোষা, ১৯৪।

প্ৰশ্ন-উপনিষদৰ মতে হ'লে ব্ৰহ্মই চৰম তত্ত্ব—"এতৎ পৰম্ ব্ৰহ্ম বেদ, নাতঃ পৰমস্তীতি।" (৬।৭)। আকৌ মহাপুৰুষীয়া ধৰ্ম-তত্ত্ব মতে 'পুৰুষ' মানে জীৱ; যেনে, "তেৱেঁসে পুৰুষে পায় ভকতিৰ তত্ত্ব।" কঠ-উপনিষদ মতে পুৰুষ আৰু ব্ৰহ্ম সমাৰ্থক—"পুৰুষাৎ ন পৰং কিঞ্চিৎ সা কাষ্ঠা সা পৰা গতিঃ।" (১।৩।১১) অৰ্থাৎ 'ব্ৰহ্মৰ অতীত আনৰ কোনো সত্তা নাই; ব্ৰহ্মই পৰম গতি।

## (ঙ) গীতা-উপনিষদৰ বিচাৰত অক্ষৰ ব্ৰহ্ম

অক্ষৰ-ব্ৰহ্ম যোগত অৰ্জ্জুনৰ ব্ৰহ্ম কি, অধ্যাত্ম কাক বোলে, কৰ্ম কি, আৰু অধিভূত, অধিদৈব আৰু অধিযজ্ঞ কাক কয় ইত্যাদি প্ৰশ্নৰ উত্তৰত কৃষ্ণই কয়—

"অক্ষৰং ব্ৰহ্ম পৰমং স্বভাৱোহধ্যাত্মমুচ্যতে।
ভূতভাৱোদ্ভৱকৰো বিসৰ্গঃ কৰ্মসংজ্ঞিতঃ ॥ ৮।৩
অধিভূতং ক্ষৰো ভাবঃ পুৰুষশ্চাধিদৈৱতম্।
অধিযজ্ঞোঽহমেবাত্ৰ দেহে দেহভৃতাং বৰ।" ৮।৪

'হে নৰবৰ, অক্ষৰেই পৰম ব্ৰহ্ম, স্বভাৱেই অধ্যাত্ম, উৎপন্ন বস্তুৰ বিসৰ্জন ( অৰ্পণ ) মাত্ৰই কৰ্ম, নশ্বৰ বস্তুৱেই অধিভূত, পুৰুষেই অধিদেৱতা আৰু দেহৰ ভিতৰত ময়েই অধিযজ্ঞ।'

বৃহদাৰণ্যক উপনিষদত কৈছে, "এতস্য অক্ষৰস্য প্ৰশাসনে গাৰ্গি সূৰ্য্যচন্দ্ৰমসৌ বিধৃতৌ তিষ্ঠতঃ।' ।" ( ৩।৮।৯ )। 'হে গাৰ্গী, এই অক্ষৰ ব্ৰহ্মৰ প্ৰশাসনতে সূৰ্য্য-চন্দ্ৰ বিধৃত আছে।' শ্ৰীধৰ স্বামীয়ে লিখিছে, "স্বস্য এব ব্ৰহ্মণ এব অংশতয়া জীৱৰূপেণ ভৱনং স্বভাৱঃ।" 'ব্ৰহ্মৰ অংশৰূপে জীৱ-ভাব পোৱাই স্বভাৱ।' আৰু "স এব আত্মানং দেহম্ অধিকৃত্য ভোক্তৃত্বেন বৰ্তমানোঽধ্যাত্মশব্দেন উচ্যতে।" 'দেহক অধিকাৰ কৰি যি ভোক্তৃৰূপে বৰ্ত্তমান তেওঁকে অধ্যাত্ম বোলে।' "ক্ষৰো বিনশ্বৰো, ভাবো দেহাদি পদাৰ্থঃ, ভূতং প্ৰাণিমাত্ৰম্ অধিকৃত্য ভৱতি ইতি অধিভূতম্ উচ্যতে।" 'দেহাদি যিবোৰ নশ্বৰ পদাৰ্থই প্ৰাণী মাত্ৰকে অধিকাৰ কৰি আছে সেইবোৰকে অধিভূত কয়।' "পুৰুষো বৈৰাজঃ সূৰ্য্যমণ্ডলমধ্যবৰ্তী স্বাংশভূত সৰ্বদেৱতানাম্ অধিপতিঃ অধিদৈবতম্ উচ্যতে।' ( শ্ৰীধৰস্বামী )। 'সূৰ্য্যমণ্ডলৰ মাজত থকা যি বিৰাট পুৰুষ নিজ অংশভূত সৰ্বদেৱতাৰ অধিপতি, তেওঁকে অধিদৈৱত বোলে।' আকৌ, "য বৈ শৰীৰী প্ৰথমঃ স বৈ পুৰুষ উচ্যতে।" ( মাৰ্কণ্ডেয় পুৰাণ, ৪৫।৬৪ )। 'যি প্ৰথম শৰীৰী তেওঁকে পুৰুষ বোলা হয়।'

তাৰ পাছত কৃষ্ণই অৰ্জ্জুনক আৰু কৈছে—

"যদক্ষৰং বেদবিদো বদন্তি
বিশন্তি যদ্ যতয়ো বীতৰাগাঃ।
যদিচ্ছন্তো ব্ৰহ্মচৰ্য্যং চৰন্তি
তৎ তে পদং সংগ্ৰহেণ প্ৰবক্ষ্যে॥" ৮।১১

'বেদৱিদসকলে যাক অক্ষৰ বোলে, যতিসকলে যাত প্ৰবেশ কৰে, যাক পাবলৈ ব্ৰহ্মচৰ্য্য পালন কৰা হয়, সেই ( ব্ৰহ্ম ) পদ তোমাক চমুকৈ ক'ম।'

"ওমিত্যেকাক্ষৰং ব্ৰহ্ম ব্যাহৰন্ মামনুস্মৰণ্।
যঃ প্ৰয়াতি ত্যজন্ দেহং স যাতি পৰমাং গতিম্॥" ৮।১৩

"ওঁ বোলা একাক্ষৰী ব্ৰহ্ম ( শব্দ ) উচ্চাৰণ কৰি যি মোক স্মৰি দেহ ত্যাগ কৰে তেওঁ পৰম গতি ( মুক্তি ) পায়।"

"অব্যক্তোঽক্ষৰ ইত্যুক্তস্তমাহুঃ পৰমাং গতিম্।
যং প্ৰাপ্য ন নিবৰ্ত্তন্তে তদ্ধাম পৰমং মম॥" ৮।২১

'যাক অব্যক্ত অক্ষৰ বুলি কয় তেওঁকেই পৰম গতি বোলে। যাক পালে ( কোনো ) ঘূৰি নাহে, সেয়ে মোৰ পৰম ধাম।'

"তদ্বিষ্ণোঃ পৰমং পদম্ ইতি শ্ৰুতিঃ। পদ্যতে গম্যতে ইতি পদম্।" পদ মানে প্ৰাপ্য বস্তু; বিষ্ণুৰ পদ মানে প্ৰাপ্য বস্তু বিষ্ণু স্বয়ং।

## (চ) গীতাৰ আৰু মহাপুৰুষীয়াৰ পুৰুষোত্তম

পুৰুষোত্তম যোগত কৃষ্ণই অৰ্জ্জুনক কৈছে—

"দ্বাবিমৌ পুৰুষৌ লোকে ক্ষৰশ্চাক্ষৰ এব চ।
ক্ষৰঃ সৰ্বাণি ভূতানি কূটস্থোঽক্ষৰ উচ্যতে ॥" ১৫।১৬

'ক্ষৰ আৰু অক্ষৰ, জগতত এই দুই পুৰুষ (প্ৰসিদ্ধ)। সকলো নশ্বৰকে ক্ষৰ আৰু কূটস্থকে অক্ষৰ বোলে।' ব্ৰহ্ম-পুৰুষৰ উপাধি বুলিয়ে ক্ষৰ আৰু অক্ষৰকো পুৰুষ বুলিছে।' কূট মানে মায়া ; যাৰ মায়া-গুণত ক্ষৰৰ উৎপত্তি তেৱেঁই কূটস্থ অক্ষৰ ব্ৰহ্ম।

"উত্তমঃ পুৰুষস্তন্যঃ পৰমাত্মেত্যুদাহৃতঃ।
যো লোকত্ৰয়মাবিশ্য বিভৰ্ত্ত্যব্যয় ঈশ্বৰঃ ॥ ১৫।১৭
যস্মাৎ ক্ষৰমতীতোঽহমক্ষৰাদপি চোত্তমঃ।
অতোঽস্মি লোকে বেদে চ প্ৰথিতঃ পুৰুষোত্তমঃ ॥" ১৫।১৮

'(উক্ত ক্ষৰ আৰু অক্ষৰ পুৰুষতকৈ) অত্যন্ত ভিন্ন যি অব্যয় ঈশ্বৰ, (ভূঃ, ভুবঃ, স্বঃ) তিনিও লোকত প্ৰবেশ কৰি যি পালন কৰিছে, (তেৱেঁই) পুৰুষোত্তম পৰমাত্মা বুলি অভিহিত। যিহেতুকে মই ক্ষৰৰ অতীত আৰু অক্ষৰতকৈও উত্তম, সংসাৰত আৰু বেদাদিত মই পুৰুষোত্তম বুলি প্ৰখ্যাত।' মহাপুৰুষীয়া ধৰ্ম-তত্ত্বমতেও—

"ক্ষৰ পদে ইটো দেহক বোলয়
অক্ষৰ শবদে ব্ৰহ্ম।
দুইতো কৰি হৰি উত্তম নিমিত্তে
প্ৰখ্যাত পুৰুষোত্তম ॥" ঘোষা, ১৭১

"পুৰুষ উত্তম পৰম পুৰুষ
পৰম আনন্দ স্বামী।
তযু পাদ-পদ্ম মকৰন্দ-আশে
শৰণ পশিলোঁ আমি ॥" ঘোষা, ১৮৬

"যো মামেবমসংমূঢ়ো জানাতি পুৰুষোত্তমম্।
স সৰ্ববিদ্ ভজতি মাং সৰ্বভাবেন ভাৰত ॥" ১৫।১

'হে অৰ্জ্জুন, এইৰূপে যি মোহমুক্তজনে মোক পুৰুষোত্তম বুলি জানে, সেই সৰ্ববিদজনে মোকে সৰ্বতোভাৱে ভজনা কৰে।'

## (ছ) গীতাৰ পোহৰত প্ৰকৃতি-তত্ত্ব

"ভূমিৰাপোঽনলো বায়ুঃ খং মনো বুদ্ধিৰেব চ।
অহঙ্কাৰ ইতীয়ং মে ভিন্না প্ৰকৃতিৰষ্টধা ॥ ৭।৪
অপৰেয়মিতস্ত্বন্যাং প্ৰকৃতিং বিদ্ধি মে পৰাম্।
জীৱভূতাং মহাবাহো যয়েদং ধাৰ্য্যতে জগৎ ॥ ৭।৫
এতদ্‌যোনীনি ভূতানি সৰ্বাণীত্যুপধাৰয়।
অহং কৃৎস্নস্য জগতঃ প্ৰভৱঃ প্ৰলয়স্তথা ॥" ৭।৬

'মাটি, পানী, জুই, বতাহ, আকাশ, মন, বুদ্ধি আৰু অহঙ্কাৰ, এয়ে মোৰ অষ্টধা-ভিন্না প্ৰকৃতি। হে মহাবাহু, এয়া মোৰ অপৰা (নিকৃষ্টা) প্ৰকৃতি; কিন্তু ইয়াতকৈ পৃথক্ (আৰু) জীৱৰ আধাৰ স্বৰূপ, যি এই জগৎ ধাৰণ কৰিছে, সেই পৰা (প্ৰকৃষ্টা) প্ৰকৃতিক জানি লোৱাঁ। (চেতন-অচেতন) সকলো পদাৰ্থৰ এই প্ৰকৃতিয়েই উৎপত্তিস্থান বুলি ধাৰণা কৰাঁ; (আৰু এই হেতুকেই) মই সমগ্ৰ জগতৰ উৎপত্তি আৰু প্ৰলয়।'

"ময়াধ্যক্ষেণ প্ৰকৃতিঃ সূয়তে সচৰাচৰম্।
হেতুনানেন কৌন্তেয় জগদ্বিপৰিবৰ্ততে ॥" ৯।১০

'হে কুন্তীপুত্ৰ, মোৰ অধ্যক্ষতাত প্ৰকৃতিয়ে স্থাবৰ-জঙ্গমাত্মক জগৎ উদ্ৰেক কৰে; এই হেতুকেই জগৎ বিবিধৰূপে পৰিবৰ্তিত হয়।' অৰ্থাৎ পৰমাৰ্থত সৃষ্টি-স্থিতি-প্ৰলয় মিছা কথা; ই বিকাৰ মাত্ৰ।

"যে চৈব সাত্ত্বিকা ভাবা ৰাজসাস্তামসাশ্চ যে।
মত্ত এবেতি তান্ বিদ্ধি ন ত্বহং তেষু তে ময়ি ॥ ৭।১২
ত্ৰিভিৰ্গুণময়ৈৰ্ভাবৈৰেভিঃ সৰ্বমিদং জগৎ।
মোহিতং নাভিজানাতি মামেভ্যঃ পৰমব্যয়ম্ ॥ ৭।১৩
দৈৱী হ্যেষা গুণময়ী মম মায়া দুৰত্যয়া।
মামেব যে প্ৰপদ্যন্তে মায়ামেতাং তৰন্তি তে ॥" ৭।১৪

'সাত্ত্বিক ৰাজসিক তামসিক ভাবাপন্ন আটায়েই মোৰ, কিন্তু মই সিবোৰৰ নহওঁ। এই তিনিগুণময় ভাবত মোহিত সিবোৰে পৰম (ব্যতিৰিক্ত) অব্যয় (বিকাৰ-বৰ্জিত) মোক নাজানে। কিয়নো এই গুণময়ী মোৰ দৈবী (অঘটন-ঘটন-পটীয়সী) মায়া দুস্তৰা (দুৰতিক্ৰমা); যিসকলে অকল মোকেই ভজনা কৰে সিসকলেহে মোৰ এই মায়া তৰিব (পাৰ হব) পাৰে।' ইয়াত "মম মায়া" বুলি সাংখ্যৰ প্ৰতিপাদিত প্ৰকৃতিৰ স্বতন্ত্ৰতা অস্বীকৃত আৰু নিষিদ্ধ হৈছে।

"নাহং প্ৰকাশঃ সৰ্বস্য যোগমায়াসমাবৃতঃ।
মূঢ়োঽয়ং নাভিজানাতি লোকা মামজমব্যয়ম্॥"

'মই যোগমায়াৰ দ্বাৰা সমাবৃত (ঢাক খাই) থকা হেতুকে সকলোৰে (কাষত) প্ৰকাশিত নহওঁ; (এতেকে) মই মূঢ় জগতে মোক অজ (জন্মৰহিত) অব্যয় (ক্ষয়ৰহিত) বুলি নাজানে।' শঙ্কৰাচাৰ্যৰ মতে "যোগঃ গুণানাং যুক্তিঃ ঘটনম্, সা এব মায়া।" 'গুণবোৰৰ সংযোগ বা সংঘটনেই যোগ, আৰু এই যোগেই মায়া।'

### (জ) গীতাৰ বিচাৰ মতে পুৰুষ-তত্ত্ব

"প্ৰকৃতিং পুৰুষঞ্চৈব বিদ্ধ্যনাদী উভাবপি।
বিকাৰাংশ্চ গুণাংশ্চৈব বিদ্ধি প্ৰকৃতিসম্ভৱান্॥ ১৩।২০
কাৰ্যাকাৰণকৰ্তৃত্বে হেতুঃ প্ৰকৃতিৰুচ্যতে।
পুৰুষঃ সুখদুঃখানাং ভোক্তৃত্বে হেতুৰুচ্যতে॥ ১৩।২১
পুৰুষঃ প্ৰকৃতিস্থো হি ভুঙ্‌ক্তে প্ৰকৃতিজান্ গুণান্।
কাৰণং গুণসঙ্গোঽস্য সদসদ্‌যোনিজন্মসু॥ ১৩।২২
উপদ্ৰষ্টানুমন্তা চ ভৰ্তা ভোক্তা মহেশ্বৰঃ।
পৰমাত্মেতি চাপ্যুক্তো দেহেঽস্মিন্ পুৰুষঃ পৰঃ। ১৩।২৩
য এবং বেত্তি পুৰুষং প্ৰকৃতিং চ গুণৈঃ সহ।
সৰ্বথা বৰ্তমানোঽপি ন স ভূয়োঽভিজায়তে॥" ১৩।২৪

'প্ৰকৃতি আৰু পুৰুষ উভয়েই অনাদি বুলি জানিবা ( যিহেতুকে পৰমেশ্বৰ অনাদি, আৰু প্ৰকৃতি-পুৰুষ পৰমেশ্বৰত জড়িত )। দেহ-মন আদি বিকাৰ আৰু তিনিগুণ প্ৰকৃতিজাত বুলি জানিবা। প্ৰকৃতিকে কাৰ্য্য, কাৰণ আৰু কৰ্তৃত্বৰ হেতু বোলে; পুৰুষক সুখ-দুখবোৰৰ ভোক্তৃত্বৰ ( ভোগৰ ) হেতু বোলে। যিহেতুকে প্ৰকৃতিত অৱস্থিত হৈ পুৰুষে প্ৰকৃতি-জাত গুণবোৰ ভোগ কৰে, ( সেয়ে ) সৎ-অসৎ যোনিত জন্মগ্ৰহণ কৰি ( তদ্ৰূপ ) গুণযুক্ত হোৱাৰ কাৰণ। এই দেহতে যি পৰঃ ( ব্যতিৰিক্ত, পৰম ) পুৰুষ উপদ্ৰষ্টা ( সাক্ষী ), অনুমন্তা ( অনুমোদক ), ভৰ্তা ( পতি ) আৰু ভোক্তা ( ৰূপে ) আছে, ( তেওঁকে ) পৰমেশ্বৰ আৰু পৰমাত্মা আদি বোলে। যি এইদৰে গুণে সৈতে প্ৰকৃতিক আৰু পুৰুষক জানে, তেওঁ সৰ্বপ্ৰকাৰে বৰ্তমান ( জীৱিত ) থাকিও পুনৰ জন্ম নলয়।' শেষৰ শ্লোকটিত জীৱাত্মা-পৰমাত্মা ভেদৰে ইঙ্গিত আছে।

"প্ৰকৃত্যৈব চ কৰ্মাণি ক্ৰিয়মাণানি সৰ্বশঃ।
যঃ পশ্যতি তথাত্মানমকৰ্তাৰং স পশ্যতি ॥" ১৩।৩০

'কৰ্মমাত্ৰকে সৰ্বভাৱে প্ৰকৃতি-কৃত আৰু আত্মাক কৰ্তৃত্বৰহিত ( অকৰ্তা ) যি দেখে তেৱেঁই ( প্ৰকৃত ) দেখে।'

"অজোঽপি সন্নব্যয়াত্মা ভূতানামীশ্বৰোঽপি সন্।
প্ৰকৃতিং স্বামধিষ্ঠায় সম্ভবাম্যাত্মমায়য়া ॥" ৪।৬

'জন্মৰহিত আৰু ক্ষয়ৰহিত হৈও, জীৱসমূহৰ ঈশ্বৰ হৈও, নিজ প্ৰকৃতিৰ কৰণেৰে নিজ মায়াৰে মই অৱতীৰ্ণ হওঁ।'

## (ৰ) উপসংহাৰত লেখকৰ বক্তব্য

আমাৰ অন্যতম আজীৱন সাধনাৰ ধন এই গ্ৰন্থখনে পোহৰৰ মুখ দেখিবলৈ পাব তাৰ বাবে আমাৰ সন্তোষ কুলায়-পাচিয়ে নধৰা হৈছে। ঠিক আধা শতিকাৰ আগত পঢ়াশলীয়া ছাত্ৰৰূপে শিৱসাগৰ বিদ্যালয় সভাই পতা শঙ্কৰদেৱৰ তিথিত আমি পোনতে এখনি ৰচনা পঢ়ি এই বিষয়ত প্ৰথম উদগনি পাওঁ। তাৰ দুই-তিনি বছৰৰ পাছত বিশ্ব-বিদ্যালয়ৰ জীৱনৰ দুৱাৰ-দলিত তেতিয়াৰ অসম ছাত্ৰ সম্মিলনে ঘোষণা কৰা 'সমাজ সংগঠনত শঙ্কৰদেৱ' বিষয়ৰ ৰচনা প্ৰতিযোগিতাত প্ৰথম বঁটা লাভ কৰি পুনৰ উৎসাহিত হওঁ। এইদৰেই যোৱা আঢ়ৈ কুৰি বছৰ অসমীয়া সাহিত্য অধ্যয়নৰ লগে লগে মহাপুৰুষীয়া সাহিত্যৰ চৰ্চাও প্ৰায় সমান্তৰালভাৱে কৰি আহিছোঁ, আৰু তাৰ ফল যোৱা প্ৰায় আঢ়ৈ কুৰি বছৰেই অসমীয়া-ইংৰাজী নানান কাকতত ওলোৱা অলেখ প্ৰবন্ধৰ উপৰি *Mahāpurusism, a universal Religion* আৰু *Jagat-Guru Sankardew, the Founder of Makāpurusism* নামৰ গ্ৰন্থ দুখনত লিপিবদ্ধ হৈছে। "যুগনায়ক শঙ্কৰদেৱ" এই সদৌৰে শেহতীয়া চেষ্টা আৰু এক নতুন পদক্ষেপৰ যত্ন যে আমাৰ শ্ৰদ্ধাৱন্ত পঢ়ুৱৈসকলে অৱশ্যে মন কৰিব বুলি ভাবোঁ। গৱেষণা ক্ষেত্ৰত যোৱা পোৱা-শতিকাত দুই-তিনিজন বিশ্ববৰেণ্য মনীষীৰ মানসিক সান্নিধ্য লাভ কৰাৰ সৌভাগ্য আমাৰ ক্ষুদ্ৰ জীৱনত ঘটিল। গৱেষণাৰ বাবে সেই সকলে নিৰ্দেশ কৰা পথ আমি কায়মনোবাক্যে অনুসৰণ কৰিবৰ যত্ন কৰিছোঁ; কৰবাত যদি পাৱ পিচলিছে সেই দোষ সম্পূৰ্ণ আমাৰ। মহাপুৰুষীয়া সাহিত্যৰ ভৱিষ্যত গৱেষণাৰ বাবে আমি যদি অলপো অৰিহণা যোগাব পাৰিছোঁ তেনেহলেই নিজক কৃতাৰ্থ মানিম।

---